# চাহ জনগোষ্ঠীৰ চিন্তা-চেতনা

সম্পাদনা

শ্ৰীৰাজেন গগৈ



অসম সাহিত্য সভা

২০০১ খ্ৰীঃ

*Scah Janagostir Cinta Cetana* : *A collcetion of article on Tea Tribes of Assam, edited by Rajen Gogoi and published by Dr. Basanta Kumar Goswami, General Secretary, Asam Sahity Sabha, Chandra Kanta Handiqui Bhawan Jorhat-785001, Assam. Price. Rs 80.00 only*

---

অসম সাহিত্য সভা

সম্পাদনা ঃ ৰাজেন গগৈ

প্ৰকাশক ঃ ড° বসন্ত কুমাৰ গোস্বামী
প্ৰধান সম্পাদক
অসম সাহিত্য সভা
চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট ঃ ৭৮৫০০১

প্ৰথম প্ৰকাশ ঃ জানুৱাৰী-২০০১

বেটুপাত ঃ ভাৰত বড়া

মূল্য ঃ ৮০.০০ টকা

ছপাশাল ঃ পূৰ্বশ্ৰী অফছেট প্ৰিণ্টাৰ্ছ
তৰাজান, জি, জি, ৰড
যোৰহাট - ৭৮৫০০১

# প্ৰধান সম্পাদকৰ একাষাৰ

অসম সাহিত্য সভাই অসমৰ চাহ বাগিচাৰ চাহ জনগোষ্ঠীৰ লোকসকলৰ সাৰ্বিক বিকাশৰ কাৰণে বিবিধ আঁচনি গ্ৰহণ কৰি আহিছে । ইতিমধ্যে সভাৰ চাহ জনগোষ্ঠীয় নবীন শিল্পী-সাহিত্যিকক উদগণি দিবৰ কাৰণে পুৰস্কাৰ ঘোষণা, চাহ জনগোষ্ঠীৰ সাহিত্য-সংস্কৃতি সমাজ আৰু চাহ শিল্পৰ সম্পৰ্কে ইতিমধ্যে ভালেকেইখন গ্ৰন্থ প্ৰকাশ কৰি আহিছে ।

১৮৩৭ চনত ডিব্ৰুগড় জিলাৰ চাবুৱাত বৃটিছসকলে চাহ বাগিচাৰ পাতনি মেলাৰপৰা সাম্প্ৰতিক কাললৈকে ১৬০ বছৰ অতিক্ৰম কৰিছে । অসমৰ ভাষা-সাহিত্য-সমাজ-সংস্কৃতি, অৰ্থনীতিৰ আনকি ৰাজনীতিতো চাহ শিল্পই আৰু তাৰ সৈতে জড়িত কৰ্মীসকলৰ এক গুৰুত্বপূৰ্ণ ভূমিকা আছে । চাহ উদ্যোগৰ আটাইতকৈ প্ৰয়োজনীয় মূলধন হৈছে শ্ৰমিক । সেয়েহে ১৮৪১ চনৰপৰা ঠিকাদাৰী প্ৰথা আৰু চৰকাৰী প্ৰথাৰে অসমলৈ চাহ শ্ৰমিকসকলক অনা হয় । সময়ত চৰকাৰে ঠিকাদাৰী প্ৰথা নিষিদ্ধ কৰিলেও চৰকাৰী প্ৰথা অব্যাহত থাকে। ইয়াৰ পিছতেই চৰকাৰী প্ৰথাৰ দ্বাৰা নিয়োগ কৰা শ্ৰমিকসকলৰ বিষয়ে চোৱা-চিতা কৰিবলৈ জিলা শ্ৰমিক যোগান সংস্থা গঠিত হয় । অসমলৈ যিসকল বনুৱা চুক্তিবদ্ধভাৱে আহিছিল চুক্তি ম্যাদ শেষ হোৱাত অধিক সংখ্যক বনুৱা অসমৰ ভাষা-সাহিত্য-সংস্কৃতি গ্ৰহণ কৰি মাটি, পানী আৰু বায়ুৰ সৈতে একাকাৰ হৈ পৰি অসমৰ ভাষা-সাহিত্য-সংস্কৃতিৰ অবিচ্ছেদ্য অংগ হৈ পৰিল । এই প্ৰাক্তন চাহ শ্ৰমিকসকল আৰু ভাৰতৰ বিভিন্ন ৰাজ্যৰপৰা অহা বৃহৎ সংখ্যক চাহ বনুৱাই অসমৰ চাহ জনজাতি বুলি পৰিচিত হ'ল ।

এই চাহ শ্ৰমিকসকল অসমৰপৰা বেলেগাই চাব নোৱাৰি । এইসকল শ্ৰমিকেই অসমীয়া জনগোষ্ঠীৰ একতাৰ সংস্কৃতিৰ গঢ় দি তুলিছে । সেয়েহে অসমীয়া ভাষা-সাহিত্য-সমাজ সংস্কৃতিৰ বিকাশ তেতিয়াহে সম্পূৰ্ণ হ'ব যেতিয়া চাহ শ্ৰমিকসকলৰ সাৰ্বিক উন্নয়নৰ সম্ভৱ হৈ উঠিব । এই চাহ শ্ৰমিকসকলৰ সাৰ্বিক উন্নয়নৰ অবিহনে অসমৰ বিকাশ অক্ষম আৰু অসম্পূৰ্ণ হৈ থাকিব । অসম সাহিত্য সভাই অনুভৱ কৰে -

১। চাহ বাগিচাৰ বনুৱা সম্প্ৰদায় আজি অসমৰ এক বৃহত্তৰ আৰু শক্তিশালী জনগোষ্ঠী ।

২। তেওঁলোক নতুন অসম আৰু নতুন দিশৰ সংস্কৃতিৰ বুনিয়াদ গঢ়াৰ অন্যতম অংশীদাৰ । তেওঁলোক অসমীয়া হ'বলৈ আৰু বাকী নাই ।

৩। অসমীয়া মানুহ শ্ৰম বিমুখ বুলি বদনাম আছে,চাহ জনগোষ্ঠীয় লোকসকলে শ্ৰমৰ মৰ্যাদা প্ৰতিষ্ঠা কৰিলে । কপালৰ ঘাম মাটিত পেলাই যদি কোনোবাই জীৱিকা অৰ্জন কৰিছে, তেতিয়া আমি গোন প্ৰথমতে তেওঁলোককেই স্মৰণ কৰিব লাগিব । চাহ-শিল্পইহে মাত্ৰ অসমৰ অৰ্থনীতিৰ মেৰুদণ্ড হৈ আছে।

৪। সমাজ-জীৱনৰ বিভিন্ন স্তৰত যিবিলাক প্ৰতিভা প্ৰকাশ পাইছে, সেই প্ৰতিভা গাৰঁৰপৰা যি দৰে ওলাই আহিছে, চাহ বনুৱা সম্প্ৰদায়ৰ পৰাও ওলাইছে - কবি, গীতিকাৰ, লেখক-গায়ক ৰাজনীতি, সমাজ-সেৱক, স্বাধীনতা সংগ্ৰামী এই জনগোষ্ঠীৰ পৰাই ওলাই আহিছে ।

কবি সমীৰ তাঁতী, সনন্ত তাঁতীৰ কবিতাত মূৰ্ত হৈ উঠিছে মানৱতাবাদৰ সুৰ । গোলাঘাট জিলাৰ চাহ মজদুৰ সম্প্ৰদায়ৰ স্বাধীনতা সংগ্ৰামী বিজু বৈষ্ণৱ, এতুৱা মুণ্ডা আদি ভালে সংখ্যক চাহ বনুৱালোকে স্বাধীনতাৰ হকে যুঁজিছিল । স্বাধীনতাৰ বাবে তেজ দিছিল । ইয়াতকৈ ত্যাগৰ দৃষ্টান্ত আৰু কি হ'ব পাৰে?

৫। চাহ বনুৱাসকলৰ মাজত প্ৰচলিত হৈ অহা ঝুমইৰ গীত আৰু নৃত্য আজি অসমৰ জাতীয় কৃষ্টিৰ অংগ হৈ পৰিছে । ঝুমইৰ গীতৰ মাজত অতি মনোৰম ভাৱে প্ৰতিফলিত হৈছে শ্ৰমিক জীৱনৰ ছবি । এই লোকগীতবোৰ অসমীয়া লোকগীতৰ এটা ধাৰা । ঝুমইৰ নাচৰ ছন্দই সকলোকে মুগ্ধ কৰে । বিহু গীত, বিহু নাচৰ দৰে ই অসমীয়া লোক-জীৱনৰ এটা সাংস্কৃতিক সম্পদ।

এই কথা উপলব্ধি কৰিয়েই অসম সাহিত্য সভাই ১৯৯৯-২০০০ বৰ্ষত বিশেষ আঁচনি যুগুত কৰি উলিয়াইছে । যাতে সভাই বাঞ্ছিত লক্ষ্যত উপনীত হ'ব পাৰে । তদুপৰি চাহ শ্ৰমিকসকলৰ মাজত শিক্ষাৰ প্ৰসাৰ নহ'লে সচেতনতাও বৃদ্ধি নহয় । ইতিমধ্যে সদৌ অসম চাহ জনজাতি ছাত্ৰ সন্থাই এই কথা উপলব্ধি কৰি ইতিমধ্যে স্বাক্ষৰতা বৃদ্ধি কৰিবলৈ যত্ন কৰাটো সভাই লক্ষ্য কৰিছে । ইয়াৰ লগত সংগতি ৰাখিয়েই সভাই বাগিচাসমূহত অধ্যয়নৰ পৰিবেশ সৃষ্টি কৰিবলৈ যত্ন কৰিছে । আৰু সেয়েহে অসম সাহিত্য সভাই চাহ শ্ৰমিকসকলৰ মাজত অধ্যয়নৰ পৰিবেশ সৃষ্টি কৰিবলৈ পুথিভঁৰাল স্থাপনৰ আঁচনি লৈছে ।

সভাৰ সীমিত আৰ্থিক অৱস্থাৰ মাজেদি অসমৰ চাহ বাগিচাসমূহত পুথিভঁৰাল স্থাপন কৰিছে যদিও আমি চাহ জনগোষ্ঠী ছাত্ৰ সন্থাকো এই ক্ষেত্ৰত পুথিভঁৰালসমূহলৈ সহায়-সহযোগ আগবঢ়োৱাৰ লগতে নিয়মিতভাৱে পুথিভঁৰালসমূহ পৰিচালিত হৈছে নে নাই লক্ষ্য কৰিবলৈ বিনীত অনুৰোধ জনাইছোঁ । সভাই অসমত প্ৰতিখন চাহ বাগিচাত একোটাকৈ পুথিভঁৰাল স্থাপনৰ আঁচনি কাৰ্যকৰী কৰোঁতে চাহ শ্ৰমিকসকলৰ সচেতন লোকসকল আগবাঢ়ি আহি পৰিবেশ সৃষ্টি নকৰিলে সভাৰ উদ্দেশ্য সাধিত নহ'ব ।

এই উদ্দেশ্য আগত ৰাখিয়েই চাহ জনগোষ্ঠীৰ চিন্তা-চেতনা নামৰ গ্ৰন্থ এখন প্ৰকাশ কৰিবৰ কাৰণে কাৰ্যনিৰ্বাহক সমিতিয়ে সিদ্ধান্ত গ্ৰহণ কৰে । গ্ৰন্থখনত চাহ বাগিচাৰ জনগোষ্ঠীৰ মাজত প্ৰচলিত লোক বিশ্বাস, সালুক বচন, সাঁথৰ, উৎসৱ, পূজা-পৰ্ব, কিম্বদন্তী, চাহ জনগোষ্ঠীৰ পৰিচয়মূলক প্ৰবন্ধ, চাহ জনগোষ্ঠীৰ ভাষা সংস্কৃতিক পৰিচয় সংকলিত গ্ৰন্থখন সম্পাদনা কৰি দিছে এগৰাকী উদীয়মান কবি, সমাজ সচেতন শ্ৰীৰাজেন গগৈয়ে । গ্ৰন্থখনৰ প্ৰবন্ধ

নির্বাচনত চাহ্ বাগিচাৰ কৰ্মীৰ অনুভৱ, চিন্তা-চেতনাত গুৰুত্ব দিয়া হৈছে, আৰু চাহ জনগোষ্ঠীৰ মাজৰ পৰাই লেখক নির্বাচন কৰা হৈছে । গ্ৰন্থখনি সম্পাদনা কৰি দিয়াৰ কাৰণে শ্ৰীগগৈক সভাৰ হৈ ধন্যবাদ জনালোঁ ।

গ্ৰন্থখনৰ বেটুপাতৰ পৰিকল্পনা, অধ্যাপক ভাৰত বৰাৰ । পূৰ্বশ্ৰী অফ্‌ছেট প্ৰিণ্টাৰ্ছে গ্ৰন্থখনি ছপাই দি কৃতজ্ঞতাৰপাশত আমাক আবদ্ধ কৰিলে ।

গ্ৰন্থখনিয়ে পাঠকৰ সমাদৰ পালে সভাৰ উদ্দেশ্য সফল হ'ব ।

ড° বসন্ত কুমাৰ গোস্বামী
জানুৱাৰী, ২০০১ খ্ৰী°

# মুখবন্ধ

ৰাজেন গগৈৰ দ্বাৰা সংকলিত আৰু সম্পাদিত 'চাহ-জনগোষ্ঠীৰ চিন্তা চেতনা' নামৰ এই কিতাপখন অসমীয়া সাহিত্যলৈ এটা অতি মূল্যবান সংযোজন। কিতাপখনৰ পৰিকল্পনাৰ লগত মযো পৰোক্ষভাৱে জড়িত হৈ পৰিছিলোঁ ; সেই কাৰণে ইয়াৰ গুৰিতে থকা মহৎ উদ্দেশ্যৰ বিষয়ে দুটামান কথা মই পাঠকসকলক জনাব খোজোঁ।

১৯৯৯ চনৰ শেষৰ ফালে মই ৰাজেন গগৈ নামৰ এজন অচিনাকি ডেকাৰপৰা এখন চিঠি পালোঁ। প্ৰেৰকৰ ঠিকনা পঢ়ি বুজি পালোঁ যে তেওঁ আমগুৰি চাহ বাগিচাৰ শ্ৰমিক কল্যাণ বিষয়া। তেওঁৰ দীঘল চিঠিখন আদ্যোপান্ত গভীৰ মনোযোগ দি পঢ়ি বুজা গ'ল যে চাহ-শ্ৰমিকৰ কল্যাণৰ চিন্তা তেওঁ কেৱল আমগুৰি চাহ বাগিচাতে সীমাবদ্ধ কৰি ৰাখিব খোজা নাই; বৰং কল্যাণৰ ধাৰণাটোক বহু দূৰলৈকে প্ৰসাৰিত কৰি তেওঁ সমগ্ৰ চাহ জনগোষ্ঠীৰ আত্মাক আৱিষ্কাৰ কৰিব খুজিছে। সেই উদ্দেশ্যে তেওঁ সম্পূৰ্ণ একক প্ৰচেষ্টাতে আমগুৰি চাহ বাগিচাত চাহ জনগোষ্ঠীৰ লেখকসকলৰ এক বিৰাট সমাৰোহৰ আযোজন কৰিছে আৰু সেই সমাৰোহত সঞ্চালক হিচাপে উপস্থিত থাকিবলৈ তেওঁ মোক নিমন্ত্ৰণ কৰিছে।

ৰাজেন গগৈৰ চিঠিখন পঢ়ি মই বৰ্ণনাতীত আনন্দ অনুভৱ কৰিলোঁ। অসমীয়া জাতিৰ বুকুৰ কলিজা যেন হৈ পৰা চাহ জনগোষ্ঠীৰ হৃদয়ৰ সংবাদ শুনিবলৈ আৰু তেওঁলোকৰ বৌদ্ধিক বিকাশৰ পথ প্ৰশস্ত কৰিবলৈ মযো বহুদিন ধৰি আন্তৰিক আগ্ৰহ অনুভৱ কৰি আহিছোঁ। মই 'সাপ্তাহিক নীলাচল' নামৰ বাৰ্তালোচনীৰ সম্পাদক হৈ থাকোঁতে (১৯৬৮-৭৭) 'চাহ মজদুৰ সংখ্যা' নাম দি আলোচনীখনৰ এটা বিশেষ সংখ্যা প্ৰকাশ কৰিছিলোঁ। মই জনা মতে তাৰ আগতে বা তাৰ পিছতো কেৱল চাহ জনগোষ্ঠীক মুখ্য বিষয় কৰি আন কোনো অসমীয়া বাতৰি-কাকত বা আলোচনীয়ে বিশেষ সংখ্যা প্ৰকাশ কৰা নাই। সাপ্তাহিক নীলাচলৰ সেই বিশেষ সংখ্যাটোত চাহ জনগোষ্ঠীৰ যিসকল লেখকে বিভিন্ন বিষয়ে সুচিন্তিত প্ৰবন্ধ লিখিছিল, তেওঁলোকেই আজি বৌদ্ধিক আৰু সামাজিক ক্ষেত্ৰত কেৱল চাহ জনগোষ্ঠীকে নহয়, সমগ্ৰ অসমীয়া জাতিকে নেতৃত্ব দি আছে। মোৰ সেই প্ৰয়াসৰ প্ৰায় ত্ৰিশ বছৰৰ পিছত এইবাৰ আমগুৰি চাহ বাগিচাৰ ৰাজেন গগৈ ওলাই আহিছে

চাহ জনগোষ্ঠীৰ লেখকসকলৰ এটা বিশেষ সমাৰোহৰ আয়োজন কৰিবলৈ। সম্পূৰ্ণ একক প্ৰচেষ্টাৰে আন কোনেও এনে এটা সমাৰোহৰ উদ্যোগ লৈছিল বুলি মই নাজানো। ৰাজেন গগৈৰ চিঠিখন পোৱাৰ লগে লগে মই সন্মতি জনাই তেওঁলৈ উত্তৰ দিলোঁ।

২০০০ খ্ৰীষ্টাব্দৰ ১৫ আৰু ১৬ জানুৱাৰীত, অৰ্থাৎ ভোগালী বিহুৰ সময়ত, এই অভূতপূৰ্ব সমাৰোহ অনুষ্ঠিত হ'ল। চাহ জনগোষ্ঠীৰ বহুতো বিশিষ্ট লেখক-লেখিকা আৰু সমাজকৰ্মী সেই সমাৰোহত উপস্থিত আছিল। তেওঁলোকৰ সুচিন্তিত আৰু সাৰগৰ্ভ বক্তৃতাই আমাৰ মনত বিচিত্ৰ ভাৱৰ খলকনি তুলিলে, তেওঁলোকৰ হৃদয়ৰ সংবাদ জানিবলৈ আমাক এটা বিৰল সুযোগ দিলে। সমাৰোহৰ দিনকেইটাত মই ৰাজেন গগৈৰ চাহ বাগিচাৰ ঘৰত আলহী হৈ আছিলোঁ। সেই কেইদিন পুৱা-গধূলি মই আৰু ৰাজেন গগৈয়ে চাহ জনগোষ্ঠীৰ বিষয়ে বহুতো কথা আলোচনা কৰিছিলোঁ। আমাৰ আলোচনাত ৰাজেন গগৈৰ শিক্ষয়িত্ৰী-পত্নী আৰু সু-কবি অঞ্জনা গগৈয়েও যোগ দিছিল। আমাৰ আলোচনাৰ প্ৰধান বিষয় আছিল চাহ জনগোষ্ঠীৰ লেখকসকলৰ দ্বাৰা লিখিত এনে এটা প্ৰবন্ধ-সংকলন যুগুত কৰা – যিটো সংকলনে এহাতে এই লেখকসকলক অসমীয়া পাঠক সমাজৰ লগত পৰিচয় কৰাই দিয়াব আৰু আনহাতে প্ৰস্তাৱিত প্ৰবন্ধ সংকলনটি চাহ জনগোষ্ঠীৰ সম্পূৰ্ণ পৰিচয়-জ্ঞাপক এখন প্ৰামাণিক দলিলৰূপে স্বীকৃত হ'ব। আমাৰ সেইকেইদিনৰ আলোচনাই যে এটা সুফল প্ৰসৱ কৰিলে তাৰ প্ৰমাণ হ'ল এই কিতাপখনি। অৱশ্যে এইখিনিতে এটা কথা কৈ থোৱা উচিত হ'ব যে মই ৰাজেন গগৈক কেৱল উৎসাহে দিছিলোঁ ; প্ৰবন্ধবোৰৰ কাৰণে বিষয়বস্তুৰ পৰিকল্পনা কৰা, লেখক বাছনি কৰা, প্ৰবন্ধবোৰ সংগ্ৰহ আৰু সম্পাদনা কৰা – এই আটাইবোৰ কষ্টসাধ্য কাম তেওঁ অকলেই কৰিছে। অফুৰন্ত কাৰ্মোদ্যমৰ অধিকাৰী ৰাজেন গগৈৰ মনত আৰু অনেক সজ চিন্তা আৰু পৰিকল্পনা আছে। জাগ্ৰত সময়ৰ প্ৰতিটো মুহূৰ্তত তেওঁ চিন্তা কৰে নিজৰ জাতিটোৰ উন্নতিৰ কথা ; জাতিটোৰ প্ৰতিটো অংগক সুস্থ আৰু সবল কৰি তুলি সামগ্ৰিকভাৱে গোটেই জাতিটোক সুস্থ আৰু সবল কৰি তোলাৰ কথা। কোনো পুৰস্কাৰ আৰু প্ৰতিদানলৈ আশা নকৰি তেওঁ নিঃস্বাৰ্থভাৱে জাতিৰ সেৱাত ব্ৰতী হৈ থাকক – এয়ে মোৰ আন্তৰিক কামনা।

হোমেন বৰগোহাঞি

সম্পাদকীয়

# চাহ জনগোষ্ঠীৰ চিন্তা চেতনা

কৰ্মসূত্ৰে যোৱা দহ বছৰে এটা বৃহৎ চাহ কোম্পানীৰ শ্ৰমিক কল্যাণ বিষয়া হিচাপে চাহ বাগিচাৰ মাজত অতিবাহিত কৰিছোঁ। ছাত্ৰ অৱস্থাৰপৰা যলৈকে যাওঁ তাতেই ভিতৰলৈ সোমাই অন্তৰ আত্মাৰ কথা শুনিবলৈ যত্ন কৰাটো মোৰ স্বভাবজাত দুৰ্বলতা। ইযাতো যেতিযা এই বৃহৎ জনগোষ্ঠীটোৰ ভিতৰলৈ সোমাই গৈ হৃদযৰ ভাষা, অন্তৰৰ দুখ-বেদনা বুজি ল'লোঁ, গম পালোঁ প্ৰায সত্তৰ লাখ জনসংখ্যাৰ এক বৃহৎ জনগোষ্ঠী মুক্তিৰ অপেক্ষাত কৰুৱকাই আছে। আজিৰপৰা প্ৰায় ডেৰশ বছৰ অধিককালৰ আগতে নিজৰ দেশ জাতি-বংশ, ককাই-ভাই, ভাষা-সাহিত্য এৰি অহাৰ পাহৰিব নোৱৰা বেদনা এটা আছেই। তাতে আকৌ সময়ৰ গতিত অসমৰ সমূহ জনগোষ্ঠীৰ লগত খোজত খোজ মিলাই যাব নোৱৰা যন্ত্ৰণাই আৰু মৰ্মাহত কৰিছে। ইফালে বৰ্তমানে অসমৰ সম্পদ আৰু সহনশীলতাৰ প্ৰাচুৰ্যাতকৈ সমস্যা আৰু বিভেদৰ বাবে ভাৰত তথা আন্তৰ্জাতিকভাৱেও বিখ্যাত হৈ পৰিছে। যিসকলে দেশ আৰু সমাজ পৰিচালনাৰ ঠিকা লৈছে সেইসকলে একমাত্ৰ ছলে-বলে ঠগে-প্ৰৱঞ্চনাই ক্ষমতা দখলত মদমত্ত হৈ পৰিছে। অসমৰ প্ৰাযবোৰ জনগোষ্ঠীয়েই গোষ্ঠীগত চিন্তাৰ দ্বাৰা আক্ৰান্ত হৈছে। সমাজ বা ব্যক্তি যেতিযা কোনো উচ্চ আদৰ্শৰ দ্বাৰা অনুপ্ৰাণিত নহয তেতিযা গোষ্ঠীগত আদৰ্শত নিমজ্জিত হয। ই কিন্তু সন্ত্ৰাসবাদতকৈ ভয়ংকৰ। ৰাজনৈতিক অদূৰদৰ্শিতা আৰু শিক্ষিত চামে এৰিব নোৱৰা ৰক্ষণশীলতাৰ বাবেও আজি অসমীয়া সমাজ বিচ্ছিন্ন হ'বলৈ ওলাইছে। অসমীয়া অসমৰ সকলো জনগোষ্ঠীৰ সংমিশ্ৰিত ৰূপ সেই কথা সকলোৱেই পাহৰি গৈছে। সেযে বিভিন্ন জনগোষ্ঠীৰ বৃহৎ অসমীয়া জাতি গঠনত যি অৱদান আছে তাক এবাৰ বিশ্লেষণ কৰি দেখুৱাই দিযাটো অতি প্ৰযোজন। চাহ জনগোষ্ঠীৰো অসমৰ বৈচিত্ৰ্যময ভাষা-সাহিত্য সংস্কৃতিত বিশিষ্ট অৱদান আছে। এই জনগোষ্ঠীটোৰ চিন্তা-চৰ্চা কৰিযেই চাহ বাগিচাৰ চাকৰিত সোমাই অকল চাকৰি নকৰি 'চাৰভিক কেৰিযাৰত' কিছু ক্ষতি কৰিও চাহ জনগোষ্ঠীটোৰ উন্নযনৰ বাবে অন্তঃ কৰণেৰে কাম কৰিছোঁ। চাকৰি নামত বিবেকক ফাঁকি দি মই জন্ম হোৱা সমাজখনক অৱহেলা কৰিব নোৱাৰোঁ, কাৰণ চাকৰি অৱসৰৰ পিছতো অথবা চাকৰি নকৰিলেও এইখন সমাজতে

এইখিনি মানুহৰ লগতে থাকিব লাগিব । এই জনগোষ্ঠীটোৱে নিজৰ সমাজ নিজে আগবঢ়াই নিব লাগিব – তাৰ বাবে আত্মবিশ্বাস জগাই তুলিবলৈ হাতে-কামে বিদ্যালয়, পুথিভঁৰাল, সংগীত নৃত্য বিদ্যালয় আদি প্ৰতিষ্ঠা কৰাত উৎসাহ দি এক প্ৰমাণিত সুফল পাইছোঁ । অসমৰ চৌদিশে নিৰাশাৰ ছবিৰ মাজত আশাব্যঞ্জক অভিজ্ঞতা হৈছে । সময় থাকোঁতে যদি আমি সঠিক পথত এই শক্তিক উপযুক্ত ব্যৱহাৰৰ আঁচনি দিব নোৱাৰোঁ তেনেহ'লে দপদপকৈ জ্বলি উঠাৰ পিছত হৈ-চৈ কৰিলেও আমাৰ নিয়ন্ত্ৰণৰ বাহিৰ হৈ যাব । ২০০০ চনৰ জানুৱাৰী মাহৰ ১৪ আৰু ১৫ তাৰিখে এক সৌহাৰ্দ্যপূৰ্ণ প্ৰকৃতিৰ মনোৰম পৰিৱেশত অসমৰ চাহ জনগোষ্ঠী লেখক-লেখিকাৰ সমাৰোহ আমগুৰি চাহ বাগিচাত অনুষ্ঠিত হৈছিল। ইয়াত চাহ বাগিচাৰ মানুহৰ সামাজিক সৌন্দৰ্যবোধত বহিঃপ্ৰকাশ ঘটিছিল । আনহাতে এই জনগোষ্ঠীটোৰ নবীন-প্ৰবীণসকলক প্ৰথমবাৰৰ বাবে একেলগে বহিবলৈ সুযোগ দি ভাব বিনিময় কৰি মোৰ অভিজ্ঞতা আৰু ধাৰণাক কিছু পুৰঠ কৰি তোলে । মেজিৰ জুইৰ উত্তাপত মুক্ত আকাশৰ তলত মই শুনিছিলোঁ অসমৰ বৃহৎ সমাজখনৰ বাবে কাম কৰিবপৰা বহুজনৰ হৃদয় আত্মাৰ উষ্ণ আবেগ । এই কিতাপখনৰ জন্ম আৰু আনন্দৰ বেদনা এইখিনিতেই অন্তৰ্নিহিত হৈ আছে । 'চাহ জনগোষ্ঠীৰ চিন্তা-চেতনা' নামৰ কিতাপখন সম্পাদনাৰ অন্তৰ্নিহিত কিছু মূল উদ্দেশ্য আছে –

(ক) চাহ জনগোষ্ঠীটোৰ মাজৰপৰা অতীতৰপৰা বৰ্তমানলৈকে যিমানখিনি লেখক-লেখিকা ওলাইছে সকলোকে পৰিচয় কৰি দিয়াৰ চেষ্টা । সেয়ে কিতাপখনৰ বিষয়বস্তুৰ সঙ্গতি ৰাখি প্ৰায়খিনি নবীন-প্ৰবীণ লেখক-লেখিকাৰ লেখনিক স্থান দিয়া হৈছে। এই কাম কৰিবলৈ যাওঁতে কেইটামান পুৰণি লিখনিক স্থান দিব লগা হৈছে । লগতে এই জনগোষ্ঠীটোৰ মাজৰপৰা ওলোৱা অগ্ৰগণ্য সমাজকৰ্মী, ৰাজনৈতিক নেতা, শ্ৰমিক নেতা, শিল্পী আৰু সাংস্কৃতিক কৰ্মী, খেলুৱৈ, মুক্তিযোদ্ধাসকলৰ নাম সংশ্লিষ্ট প্ৰবন্ধৰ যোগেদি পোহৰলৈ অনাৰ চেষ্টা কৰা হৈছে । এইখন গ্ৰন্থত চাহ জনগোষ্ঠীৰ নবীন-প্ৰবীণ ৩৪ জন লেখকৰ লেখনি সন্নিৱিষ্ট কৰা হৈছে ।

(খ) চাহ জনগোষ্ঠীৰ চিন্তা-চৰ্চা, চাহ জনগোষ্ঠীৰ নিৰ্বাচিত লেখক-লেখিকাৰ দ্বাৰা প্ৰতিফলন ঘটোৱা নিজৰ সমাজখনৰ ছবি গ্ৰহ-নক্ষত্ৰ বিষয়ৰ যুগতো কেনে অৱস্থাত আছে সেয়া মূল্যায়ন কৰা । দাপোণত যিদৰে নিজৰ প্ৰতিকৃতি চাই চাফ-চিকুণ কৰি সজাই-পৰাই ল'ব পাৰি ঠিক তেনেদৰে এই সমাজখনো এবাৰ দেখাৰ পিছত বৈ যোৱা খুতি-নাতি আঁতৰাবলৈ একেখন সমাজৰ চিন্তা-চৰ্চা কৰাসকলে ব্যৱস্থা ল'ব বুলি আশা ৰাখিছোঁ । সেয়ে কিতাপখনৰ সকলো লেখক-লেখিকা চাহ জনগোষ্ঠীৰপৰা ওলোৱা । চাহ জনগোষ্ঠীৰ বাহিৰৰ কোনো লেখকে সন্নিৱিষ্ট সমীক্ষাত্মক বিষয়ত আৰু ভালকৈ লেখা-লেখনি পালেও স্থান দিয়া নাই । অন্যহাতে মোৰ ওচৰত কিতাপখনৰ সন্নিৱিষ্ট সকলোবোৰ বিষয়ৰ কিতাপ-পত্ৰ, লেখনি, আলোচনা-বিলোচনা থকাৰ পিছতো নিজে সমীক্ষাত্মকভাৱে লিখাৰ লোভ

সামৰিছোঁ দুটা বৃহৎ স্বাৰ্থৰ খাতিৰত । প্ৰথমটো হ'ল — চাহ জনগোষ্ঠীৰ সকলো লেখক-লেখিকাক একগোট কৰি পৰিচয় কৰি দিয়া । দ্বিতীয়টো — নিজৰ লেখনিৰ দ্বাৰা নিজৰ সমাজখনৰ ছবি স্পষ্টৰূপত চাই প্ৰয়োজনীয় ব্যৱস্থা গ্ৰহণ কৰা । তথাপি যি কেইটা বিষয়ত সুনিৰ্দিষ্ট লেখনি প্ৰকাশিত হোৱা নাই তেনে বিষয়ৰ মই আলোচনী, বাতৰি কাকত, সাক্ষাৎ গ্ৰহণ কৰি প্ৰবন্ধ প্ৰস্তুত কৰিব লগা হ'ল ।

(গ) চাহ জনগোষ্ঠীৰ বিভিন্ন জাতি-জনজাতি, উৎসৱ-পাৰ্বণ, গীত-নৃত্য, ভাষা-সাহিত্য, সংস্কৃতি, সামাজিক-লোকাচাৰ, খেলা-ধূলা, ৰাজনীতি, অৰ্থনৈতিক আদি দিশ সাঙুৰি সততে পোৱা এখন হাত-পুথিৰ সদায় অভাৱ অনুভৱ কৰি আহিছিলোঁ । বিশেষকৈ যেতিয়া চাহ বাগিচাৰ সমাজ আৰু সংস্কৃতিৰ বিষয়ে অসমৰ বাহিৰৰ মানুহে এখন কিতাপ বিচাৰে তেতিয়া বৰ অসুবিধাত পৰো । সেয়ে এখন চমু অথচ সকলো দিশৰ বিষয়ে জানিবপৰা এখন হাত পুথি স্বৰূপে গঢ় দিবলৈ চেষ্টা কৰা হৈছে । ভৱিষ্যতে কেইটামান অধ্যায়ত ইংৰাজীত লিখি বাহিৰৰ মানুহক দিবপৰাকৈ কিতাপ এখন কৰাৰ পৰিকল্পনা এটাও অন্তৰ্নিহিত হৈ আছে ।

(ঘ) এই কিতাপখন সম্পাদনা কৰোঁতে গৱেষণামূলক এটা পথ মুকলি কৰা হৈছে । কাৰণ বিস্তীৰ্ণ লোক-সাহিত্যৰ ক্ষেত্ৰ এখন উন্মোচিত নোহোৱাকৈ পৰি আছে । সেয়ে লোক-সাহিত্যৰ লোক বিশ্বাসৰ নমুনাৰে কিতাপখন আৰম্ভ কৰি প্ৰতিটো অধ্যায় চিন্তা-চৰ্চা উত্তৰণ অনুসৰি সজাই নি সৃষ্টিশীল সাহিত্যৰ মাজেদি গৈ নতুন পুৰুষৰ চিন্তাত সামৰণি মৰা হৈছে । গৱেষণাৰ বাবে আকৰ্ষণ কৰিবলৈ বৌদ্ধিক প্ৰলোভনৰ বিনম্ৰ প্ৰয়াসও লুকাই আছে ।

এই কিতাপখনৰ বাবে কবিতা, গল্প, নাটক আদি সৃষ্টিশীল লেখনিসমূহ নিৰ্বাচন কৰোঁতে সনন্ত তাঁতীৰ কবিতাৰ বাদে বাকীখিনিত চাহ বাগিচাৰ সমাজখনৰ মৰ্মস্পৰ্শী বেদনা ক্ষোভ প্ৰকাশ হোৱা বিষয়বস্তুৰ ওপৰত গুৰুত্ব দিয়া হৈছে । অৱশ্যে প্ৰায়খিনি সৃষ্টিশীল সাহিত্যই সাহিত্যৰ গুণগত চৰিত্ৰৰ ফালৰপৰাও উচ্চমানৰ ।

এই কামটোৰ বাবে মই লাভ কৰিছোঁ অলেখজনৰ অকুণ্ঠ সঁহাৰি আৰু উৎসাহ । চাহ শ্ৰমিক পৰিষদৰ কল্যাণ আয়ুক্ত চিন্তাশীল লেখক শ্ৰীযুত গণেশ চন্দ্ৰ কুৰ্মীৰ নাম মই প্ৰথমে ল'ব লাগিব । অতি মূল্যবান দুটা প্ৰবন্ধ লিখি দিয়াৰ উপৰি কুৰ্মিচাৰে সংগ্ৰহ কৰা গ্ৰন্থৰপৰা কিম্বদন্তী আৰু সাধুকেইটা লোৱা হৈছে । ঠিক সেইদৰে যোৰহাটৰ শ্ৰীযুত ডিম্বেশ্বৰ তাছা আৰু ভাতৃসম শ্ৰীমান কামাখ্যাপ্ৰসাদ তাছাৰ উৎসাহ আৰু সঁহাৰি আছিল অকৃত্ৰিম । বৰ্তমান মোৰ বৌদ্ধিক পৰিবেশ উজ্জীৱিত কৰি ৰখা শ্ৰীযুত অৰুণ মহন্ত চাৰ, শ্ৰীযুত যোগেশ কিশোৰ ফুকনৰ আন্তৰিক শলাগ লৈছোঁ । মোক সততে উৎসাহিত আৰু সহায়ৰ হাত আগবঢ়োৱা আমগুৰি চাহ বাগিচাৰ — শ্ৰীযুত প্ৰফুল্লপ্ৰাণ শইকীয়া, প্ৰদ্যুৎ পল্লৱ শইকীয়া, উপেন তাঁতী, মহাদেৱ প্ৰধান, প্ৰভাত ফুকন, চম্পা কুজুৰ মোৰ সাৰথি অঞ্জনা, বিভিন্ন

সময়ত কিতাপ গোটাই দিয়া পঢ়ি-লেখি সহায় কৰি দিয়া আনমনা — এইসকল ধন্যবাদৰ পাত্ৰ ।

কিতাপখন প্ৰকাশ কৰি উলিযাবলৈ অসম সাহিত্য সভাৰ কাৰ্যনিৰ্বাহকে ১৮ নৱেম্বৰ ২০০০ চনত যি সিদ্ধান্ত ল'লে তাৰ বাবে অসম সাহিত্য সভাক ধন্যবাদ জনাইছোঁ । অসম সাহিত্য সভাৰ বৰ্তমানৰ প্ৰধান সম্পাদক ড বসন্ত কুমাৰ গোস্বামী চাৰৰ এই কিতাপখনৰ প্ৰতি যি উৎসাহজনক ইতিবাচক সঁহাৰি লাভ কৰিলোঁ সিয়ে মোক আৰু কিছু কাম কৰিবলৈ উৎসাহিত কৰিলে । অসম সাহিত্য সভাৰ সহকাৰী সম্পাদক ড এন, গোবিন্দ সিংহলৈও বন্ধুসুলভ প্ৰেৰণাৰ বাবে ধন্যবাদ জ্ঞাপন কৰিছোঁ । বেটুপাতৰ শিল্পী শ্ৰীযুত ভাৰত বড়াদেৱক আন্তৰিক ধন্যবাদ জনাইছোঁ ।

বৰ্তমান অসমৰ বৌদ্ধিক জগতৰ অন্যতম কাণ্ডাৰী শ্ৰীযুত হোমেন বৰগোহাঞি চাৰে অতিব্যস্ততাৰ মাজতো কিতাপখনৰ পাতনি লিখি দিয়াৰ বাবে 'চাহ জনগোষ্ঠীৰ চিন্তা চেতনা' নামৰ গ্ৰন্থখনৰ গুৰুত্ব আৰু সৌষ্ঠৱ বৃদ্ধি কৰিলে । চাৰৰ এই সহযোগে মোক ভৱিষ্যৎ কৰ্মৰ বাবে অনুপ্ৰাণিত কৰিছে ।

আমগুৰি কলেজ তিনিআলি
১২/১২/২০০০

ৰাজেন গগৈ

# অসমীয়া ভাষা-সাহিত্যলৈ চাহ জনগোষ্ঠীৰ অৱদান

❑ ৰাজেন গগৈ

'খুনকে পানী কৰলি, মাটি তাৰকে
বাগান বনালি হামনি হাবি ভাইঙ্গকে।
ভুল গেলি হামনি আপন দেশকে,
সবকুছ সমঝালি আসাম দেশকে।
সোইচ দেখ তহনি আপন দেশকে,
কাঁহা যাব হামনি ইদেশ ছইড়কে।
জাইন লেবা তহনি এই বাতকে
আসাম হামনিকে লাগে, হামনি আসামকে।'

এয়া কেৱল মাত্ৰ ঝুমইৰ গীতৰ কথা নহয়, গীতৰ মাজেদি প্ৰকাশি উঠা এটা বৃহৎ জনগোষ্ঠীৰ হৃদয়ৰ ভাষা। ইয়াতেই জনম লৈ ইয়াৰ সুখ-দুখকে আপোন কৰি ঠেহ-অভিমান আঁতৰ কৰি বৃহৎ অসমীয়া জাতি গঠনৰ বহল সুঁতিত দুযো দুযোকে আঁকোৱালি ল'ব লাগিব। যিদৰে তেওঁলোকে ঝুমইৰ গীতত গাইছে –

'তুমি তৰু আমি লতা
বান্ধিযো ৰাখিব এথা।
যাত দেখি কোথা যাবে
আমাক ছাড়িযেহে।'

এই সংমিশ্ৰণ প্ৰক্ৰিয়াৰ সাকোঁ হ'ব সাহিত্য-সংস্কৃতি আৰু তাৰো সীমা চেৰাই তেজৰ সংমিশ্ৰণৰ দ্বাৰা। অসমত অসমীয়া জাতি বুলি কোনো নিৰ্দিষ্ট জনগোষ্ঠী বা নৃগোষ্ঠীৰ মানুহ নাই। অসমীয়া জাতি হ'ল সুদীৰ্ঘ দিনৰ বিভিন্ন জাতি-উপজাতি জনগোষ্ঠীৰ সংমিশ্ৰণৰ উদাৰ বক্ষত নতুনকৈ গঢ় লোৱা এক সংমিশ্ৰিত গৌৰৱময় সামূহিক জনগাঁথনি। এই বৃহৎ ফুলনিখনত সকলোৱে নিজস্বভাৱে জন্ম লৈ সমূহীয়াভাৱে বিলাইছে সৌৰভ। ইয়াক বেলেগ বেলেগ কৰি ফালি-ছিৰি চালে ফুলনি ডৰাৰ সৌৰভ উপভোগ কৰিব নোৱাৰিম। ঠিক সেইদৰে অসমীয়া ভাষা-সাহিত্যও কোনো বিশেষ

এক নৃগোষ্ঠীৰ ভাষা-সাহিত্য নহয়। অসমীয়া ভাষা সাহিত্যও গঢ় লৈ উঠিছে জাতি গঠনৰ প্ৰক্ৰিয়াৰ আঁৰে আঁৰে। ইয়াতো সোমাই পৰিছে সকলো ক্ষুদ্ৰ ক্ষুদ্ৰ জনগোষ্ঠীৰ বিভিন্ন শব্দ, ভাব-চিন্তা, প্ৰচলিত প্ৰবচন, সাধুকথা, গীত-মাত। এই প্ৰক্ৰিয়াৰদ্বাৰা আমাৰ ভাষা সাহিত্যৰ ভেটিও বহল হৈ পৰিছে। চাহ জনগোষ্ঠীৰপৰা ওলাই অহা সচেতন অসমীয়া লিখক গণেশ চন্দ্ৰ কুৰ্মিয়ে জাতীয় জীৱনৰ সমন্বয়ৰ দিশত বৰ সুন্দৰভাৱে মন্তব্য কৰিছে,

'চাহ জনগোষ্ঠী আজি অসমীয়া জাতীয় জীৱনৰ ঘাই
সুঁতিৰ লগত একাকাৰ। হিয়াৰ আঁহে আঁহে আজি
তেওঁলোক অসমীয়া। অসমীয়া মাত-কথাৰেই তেওঁলোকে
ভাব প্ৰকাশ কৰে, অসমীয়া ভাষাৰ মাধ্যমেৰেই
শিক্ষা-দীক্ষা গ্ৰহণ কৰে আৰু অসমীয়া সংস্কৃতিকো
তেওঁলোকে মনে-প্ৰাণে গ্ৰহণ কৰিছে। খোৱা-বোৱা
পিন্ধন-উৰণ. চলন-ফৰণ আদি সকলোতে তেওঁলোক
অসমীযা হৈ পৰিছে। অসম মৰিলে আমিও মৰিম
আৰু অসম তৰিলে আমিও তৰিম, কথাষাৰ আজি
চাহ মজদুৰৰ প্ৰাণত বিৰাজমান।'

(বিহু-ঝুমইৰ আঁৰৰ সাংস্কৃতিক সমন্বয, চাহ জনগোষ্ঠীৰ লোক সংস্কৃতিত এক ঝলকঃ পৃষ্ঠা ৭৭, গণেশ কুৰ্মি)

সুশীল কুৰ্মিযে বৰ সুন্দৰ উপমাৰ একেষাৰতে এই সম্পৰ্কত মন্তব্য কৰিছে
'যিদৰে বৰ্তমান অসমৰ চাহ শিল্পক বাদ দি অসমৰ
অৰ্থনীতি সম্পূৰ্ণ নহয যিদৰে অসমৰ চাহ জনগোষ্ঠীক
বাদ দি অসমীযা জনগোষ্ঠী সম্পূৰ্ণ নহয।'

(চাহ বাগিচাৰ অসমীযা সম্প্ৰদায ঃ সুশীল কুৰ্মি, পৃষ্ঠা - ৬)

এষাৰ চূড়ান্ত মন্তব্যৰে এই কথাষাৰৰ সাৰমৰ্ম মাৰিব পাৰি যে জনসংখ্যা পিযলত যদি চাহ জনগোষ্ঠীক অসমীযা অৰ্থাৎ অসমীযা ভাষী বুলি ধৰা নহয তেন্তে অসমত নিজকে 'তথাকথিত প্ৰকৃত অসমীযা' বুলি ভবা খিলঞ্জীযা লোকসকল সংখ্যালঘু হ'ব। যেতিযা এই বৃহৎ জনগোষ্ঠীটোৱে কোনো দৰ দাম নকৰাকৈ অসমীযা মাত-কথাৰে নিজৰ হৃদযৰ উত্তাপ, অবৰ্ণনীয অত্যাচাৰৰ যাতনা, অৱহেলাৰ কথা কবলৈ আৰম্ভ কৰিছে —ঠিক একে সময়তে নিজৰ ধমনিত প্ৰবাহিত কৰিছে অসমীযা ভাষা সাহিত্য-সংস্কৃতি। ৰক্ত কণিকাৰ বিন্দুৱে বিন্দুৱে নিজকে ডাঙৰ-দীঘল কৰিছে প্ৰকৃত অসমীযা পৰিচযৰ দাযিত্ববোধেৰে, ইযেই হ'ল চাহ জনগোষ্ঠীটোৰ অসমীযা ভাষা

সাহিত্যৰ বাবে প্ৰথম আৰু প্ৰধান মহত্বম অৱদান। কাৰণ যুগৰ আহ্বান অনুসৰি তেওঁলোকে এতিয়া নিজেই চহাই ল'ব সাহিত্য ক্ষেত্ৰখন নিতে নতুন চিন্তা চৰ্চাৰে। ইতিমধ্যেই তেওঁলোকে ইযাৰ এক সবল আৰম্ভণি কৰিছেই।

পৰম সু-খবৰ যে অনাদৰ, অৱহেলা অলেখ শোষণ নিষ্পেষণৰ মাজতো এই জনগোষ্ঠীটোৰ মাজৰপৰা কেইজনমান চিন্তাশীল লোকৰ জন্ম হৈছে। এই সকলৰ ভিতৰত হাতে-কামে, চিন্তা-চৰ্চাৰ দুৱাৰ মুকলি কৰে --মেঘৰাজ কৰ্মকাৰ আৰু দেউৰাম তাছাই। ১৯২৩ চনত ডিব্ৰুগড় জিলাৰ ৰবৰুৱা অঞ্চলৰ জামিৰা চাহ বাগিচাৰ কাষত মেঘৰাজ কৰ্মকাৰৰ জন্ম হৈছিল। পিতৃৰ নাম বাহাদুৰ কৰ্মকাৰ আৰু মাতৃৰ নাম কুসুম কৰ্মকাৰ। ৰবৰুৱা উচ্চতৰ মাধ্যমিক বিদ্যালয়কে কৰ্মক্ষেত্ৰ হিচাবে লৈ আজীৱন শিক্ষাবিদ, কবি, প্ৰবন্ধকাৰ, চিত্ৰশিল্পী, বক্তা, সাংস্কৃতিক কৰ্মী হিচাবে সেৱা আগবঢ়াই গ'ল। কৰ্মকাৰ আছিল অসম চাহমজদুৰ জনজাতি ছাত্ৰ সন্থাৰ পিতামহ স্বৰূপ। এই সন্থাৰ প্ৰতীক আৰু পতাকা কৰ্মকাৰ ডাঙৰীয়াৰে অৱদান আৰু পতাকা উত্তোলনৰ সময়ত গোৱা গীতটোও কৰ্মকাৰদেৱে লিখা। তেওঁ ১৯৭৫ চনত চাহ মজদুৰ সংঘৰ সাহিত্য সংস্কৃতি পৰিষদৰ প্ৰথম সভাপতি। অসম সাহিত্য সভাৰো অগ্ৰগণীয় কৰ্মী আছিল আৰু কেন্দ্ৰীয় কাৰ্যনিৰ্বাহিক সদস্যৰূপে ১৯৮১-৮২ চনত কাম কৰিছিল। ডিব্ৰুগড জৰ্জ ইন্সটিটিউচনৰ মুখপত্ৰ জ্যোতি নামৰ আলোচনীখনৰ প্ৰথম সম্পাদক আছিল। নাগৰিক, নীলাচল, সোণৰ অসম কাকতৰ নিয়মীযা লেখক আছিল। মেঘৰাজ কৰ্মকাৰৰ উল্লেখযোগ্য সাহিত্য কৰ্ম হ'ল —শালুক বচন, পানকে ভাটি, কৰম একাদশী, সহৰাই, যৌৱনেৰে ভাল-মন্দ, দশভূজা দুৰ্গামাতা, কবিতা পুথি খেলিমেলি। তেওঁক অসম চৰকাৰে ১৯৮৯ চনত চাহ জনগোষ্ঠীৰ প্ৰথম সাহিত্যিক পেঞ্চনাৰ হিচাবে স্বীকৃতি দিযে। ১৯৯৭ চনৰ ৩ নবেম্বৰ তাৰিখে চাহজনগোষ্ঠীৰ চিন্তা চেতনাৰ অগ্ৰগণীয সেনানীজন আমাৰ মাজৰপৰা হেৰাই যায়।

এইখন সমাজৰে আনজন অগ্ৰগণীয় সাহিত্য-সংস্কৃতিৰ কাণ্ডাৰী হ'ল স্বৰ্গীয় দেউৰাম তাছা। যোৰহাট নগৰৰ কিছু দূৰৰ হাতীগড় চাহ বাগিচাৰ কাষত দেউৰাম তাছাৰ জন্ম হৈছিল ১৯৪২ চনত। দেউতাকৰ নাম নৰসিং তাছা আৰু মাকৰ নাম আছিল লীলাৱতী। স্বৰ্গীয় দেউৰাম তাছা আছিল তেজে মঙহে এজন সাহিত্য-সংস্কৃতিৰ গৱেষক আৰু অক্লান্ত কৰ্মী। তাৰ বাবে তাছা ডাঙৰীয়াই ব্যক্তিগত জীৱন আৰু ঘৰুৱা পৰিৱেশ গঢ়ি তুলিছিল সাহিত্য-সংস্কৃতি কেন্দ্ৰ ৰূপে। শিক্ষা বিভাগৰ বিষয়া হৈ ধন টকা-পইচা গোটাই পকীদালান সজাই চিনাকি দিয়াতকৈ গঢ়ি তুলিছিল অসমীয়া ভাষা সাহিত্যৰ এটা ভড়াল। বাতৰি-আলোচনীয়ে ঠাহ খুৱাই ৰাখিছিল নিজৰ কোঠা। নিজ ভাতৃ-ভগ্নীৰে সৈতে ঘৰখনত গঢ়ি তুলিছিল এক বৌদ্ধিক পৰিৱেশ আৰু

এই পৰিৱেশ দেউৰাম তাছাৰ মৃত্যুৰ পিছতো তেখেতৰ সুযোগ্য ভাতৃ শ্রীডিম্বেশ্বৰ তাছা, শ্রীদীনেশ্বৰ তাছা, শ্রীঅভিৰাম তাছা, ভগ্নী শ্রীৰেখা তাছা পুত্র শ্রী কামাখ্যা প্রসাদ তাছাই ৰক্ষা কৰি আহিছে। এইকথা বিশ্বাস কৰিবলৈ টান পাব যে বৰ্তমান যুগত শিক্ষা বিষয়াসকলে নিজৰ জীৱন কালত ৰাজভোগ কৰি যোৱাৰ উপৰি পত্নী পুত্ৰৰ বাবে ৰাখি যায় বেঙ্ক বেলেঞ্চ। কিন্তু তাৰ পৰিবৰ্তে দেউৰাম তাছাই নিজৰ সন্তাৰ্ক সাহিত্য-সংস্কৃতিৰ সাধনাৰ বাবেহে মন নিৰ্মল কৰি ৰাখিছিল, সেয়েহে তেওঁৰ মৃত্যুৰ পিছত পৰিয়ালে উত্তৰাধিকাৰী সূত্ৰে লাভ কৰিছিল কিছু ধাৰ। যি কি নহওঁক দেউৰাম তাছাই হ'ল চাহ জনগোষ্ঠীৰ সাহিত্য-সংস্কৃতিৰ প্ৰণালীবদ্ধ অধ্যয়ন আৰু গৱেষণাৰ প্ৰথম আৰু বৰ্তমানলৈকে শ্ৰেষ্ঠতম ব্যক্তি। তেখেতে অসাধাৰণ কৰ্মোদ্যমৰ বাবে, স্বজনিত অধ্যয়ন আৰু তুলনামূলক কামৰ বাবে এখন বাগিচাৰপৰা আনখন বাগিচালৈ নিজে গৈ বিভিন্ন ব্যক্তিক লগ কৰি সুধি-মেলি তথ্য পাতি যোগাৰ কৰি লিখি উলিয়াইছিল লোক সাহিত্যৰ দলিল। দেউৰাম তাছাৰ উল্লেখযোগ্য পুথিসমূহৰ সম্পৰ্কে যথাস্থানত উল্লেখ কৰা হৈছে।

চাহ জনগোষ্ঠীৰ এই দুই ভাষা-সাহিত্যৰ ৰথীৰ উপৰিও তেওঁলোকৰ সমসাময়িকভাবে আৰু কেইজনমান শিক্ষা-দীক্ষা, চিন্তা চৰ্চাৰে সমাজখনত আগৰণুৱা পিতৃ পুৰুষৰ জন্ম হৈছিল। যি কেইজন অৱশ্যে একেধাৰে সাহিত্য সাধনা কৰা নাছিল। কিন্তু শিক্ষা, সাহিত্য, সংস্কৃতি আদি শব্দবোৰৰ অৰ্থ নিৰক্ষৰ সমাজখনত দিবলৈ অহোপুৰুষাৰ্থ কৰিছিল। এইবোৰ কথাই পৰৱৰ্তী কালত বৃহৎ চাহ-জনগোষ্ঠীয়ে অসমকে নিজৰ দেশ আৰু অসমীয়া ভাষাই তেওঁলোকৰ চিন্তা-চৰ্চা প্ৰকাশৰ পথ বুলি ভাবিবলৈ অনুপ্ৰেৰণা যোগালে। এইসকলৰ ভিতৰত ১৯১১ চনত গোলাঘাটৰ বেঙেনাখোৱাত জন্ম গ্ৰহণ কৰা স্বৰ্গীয় চানুখেৰীয়াৰ নাম লব লাগিব। কিংছলি টি কোম্পানীৰ টিংক্ৰিফৰ স্মিথ চাহ বাগিচাৰ চৰ্দাৰ বুধু খেৰীয়াৰ পুত্ৰই 'মানুহ' হোৱাৰ আশাৰে শিক্ষা-দীক্ষা লৈ গোলাঘাট বেজবৰুৱা চৰকাৰী বিদ্যালয়ৰপৰা দ্বিতীয় বিভাগত মেট্ৰিক পাচ কৰি চাহজনগোষ্ঠীৰপৰা প্ৰথম মেট্ৰিকুলেট হয়। আনহাতে পাক্ স্বাধীনতাৰ কালত প্ৰথম কটনত পঢ়িবলৈ যোৱা ছাত্ৰ। চানুখেৰীয়াদেৱে শিক্ষকৰ, চৰকাৰী চাকৰিয়াল, স্বাধীনতা সংগ্ৰামৰ কৰ্মী, শ্ৰমিক সংগঠক, এ. এল. এ হিচাবে সেৱা আগবঢ়াই ১৯৭৩ চনৰ ৫ জুলাইত এই পিছপৰা সমাজখনক পোহৰ বিলাই মৃত্যু বৰণ কৰে। ১৯২৫ চনৰ ২০ নবেম্বৰ তাৰিখে সন্তোষ কুমাৰ তন্ত্ৰ নামৰ আন এজন অগ্ৰগণীয় লেখকৰ জন্ম হৈছিল মৰাণৰ বাইদঙীয়া গাঁৱত। তন্ত্ৰদেৱে স্নাতক ডিগ্ৰী লৈছিল আৰু ছাত্ৰ অৱস্থাৰপৰা নিজৰপৰা সমাজখনৰ বাবে হাতে-কামে লাগিছিল। বিশেষকৈ চাহমজদুৰ সমাজখন সংগঠিত কৰিবৰ বাবে আগভাগ লৈছিল। তন্ত্ৰদেৱৰ একমাত্ৰ প্ৰকাশিত পুথি 'মুণ্ডাজাতিৰ

চন্দ্ৰ পৰিচয়' (১৯৪৮) আৰু অলেখ লিখনি 'জোনবিৰি', 'অসম বাতৰি', 'সৌমাৰ জ্যোতি', 'সাপ্তাহিক জনমভূমি', 'নাগৰিক', 'নীলাচল', 'অগ্ৰদূত', 'আসাম ট্ৰিবিউন' আদিত লিখিছিল। উল্লেখযোগ্য যে এইজন ব্যক্তিয়েই চাহ জনগোষ্ঠীৰ মাজত প্ৰথমেই কমিউনিষ্ট ভাবাদৰ্শ প্ৰচাৰৰ কামত আগভাগ লৈছিল আৰু বিশিষ্ট বাওপন্থী বুদ্ধিজীৱী কেদাৰনাথ গোস্বামী, খগেন বৰবৰুৱা, বিষ্ণুৰাভাৰ লগত সহযোগ কৰিছিল। ১৯২৯ চনত শিৱসাগৰ জিলাৰ নিমনাগড হাবি গাঁৱত জন্ম গ্ৰহণ কৰা চাইমন সিং হ'ৰ আছিল চাহজনগোষ্ঠীৰ শিক্ষা দিশত শ্ৰেষ্ঠ সংগঠক। যি অসম চাহজনজাতি সন্থাৰো পিতৃ পুৰুষ। তেখেতে শিৱসাগৰ মেম'ৰিয়েল স্কুলৰপৰা শিক্ষা জীৱন আৰম্ভ কৰি যোৰহাট জে বি কলেজৰপৰা ১৯৫৪ চনত স্নাতক ডিগ্ৰী লয় আৰু ১৯৭৯ চনৰ ২৬ জুনৰ মৃত্যুলৈকে শিক্ষা সম্প্ৰসাৰণৰ বাবে অবিৰত সংগ্ৰাম আৰু সেৱা আগবঢ়াই যায়। ১৯৫৪ চনত টেঙা পুখুৰী মধ্য ইংৰাজী বিদ্যালয় স্থাপন কৰে আৰু টেঙা পুখুৰী হাইস্কুল প্ৰতিষ্ঠাৰ দিশতো সহায় কৰে। ১৯৫৭ চনত বেতবাৰী হাইস্কুলৰ প্ৰধান শিক্ষকৰূপে যোগদান কৰি চৰকাৰী কৰণ কৰে। ১৯৫৯ চনত ৰহদৈ পুখুৰী মধ্য ইংৰাজী বিদ্যালয়ৰ প্ৰধান শিক্ষকৰূপে যোগদান কৰি চৰকাৰীকৰণ কৰে। ১৯৬০ চনত চণ্টক হাইস্কুল প্ৰতিষ্ঠা কৰি প্ৰধান শিক্ষকৰূপে থাকি প্ৰাদেশিকী কৰণ কৰে। কিছুদিন তেখেতে বেজবৰুৱা হাইস্কুলতো কাম কৰিছিল। ঢেকিয়াজুলি অঞ্চলৰ চাপৈ চাহ বাগিচাৰ কাষত বসবাস কৰা শিল্পীৰূপে প্ৰতিষ্ঠা হোৱা চেনীৰাম কুৰ্মি, মৰাণৰ দিলবদন দাস আদিৰ নাম বিশেষভাবে উল্লেখ কৰি ক'ব পাৰি যে এই সকলেই সাহিত্য-সংস্কৃতি চৰ্চাৰ বাবে পথ মোকোলাই গৈছিল। আলোচনাৰ সুবিধাৰ্থে আমি ভাষা-সাহিত্যৰ ক্ষেত্ৰখনলৈ আগবঢ়োৱা তেওঁলোকৰ সমূহ অৱদানকে কেইটামান বিভাগত বিভক্ত কৰি লৈছো।

**(১) লোক সাহিত্য ঃ** দুটা বহল ভাগত চাহ জনগোষ্ঠীৰ লোক সাহিত্যক আমি আলোচনা কৰিব পাৰো—(ক) চাহ বাগিচাৰ গীত আৰু বিভিন্ন উৎসৱ-পাৰ্বন আৰু নৃত্যৰ গীত, (খ) কিম্বদন্তী, সাধুকথা, কাহিনী ইত্যাদি।

(ক) চাহ বাগিচাৰ গীত আৰু বিভিন্ন উৎসৱ-পাৰ্বন আৰু নৃত্যৰ গীত ঃ চাহ বাগিচাৰ ঝুমইৰ গীত, কৰম পৰৱৰ গীত, তুচু উৎসৱৰ গীত আদিবোৰ অসমীয়া ভাষা-সাহিত্যৰ লোক সাহিত্যলৈ এক উল্লেখযোগ্য অৱদান। কাৰণ এই গীতসমূহৰ আঁৰত লুকাই আছে জনগোষ্ঠীটোৰ প্ৰাণৰ অমিয়া ভৰা সুৰ; দুখ-যাতনাৰ কৰুণ আৰ্তনাদ, ৰং আৰু ধেমালিৰ প্ৰবাহিত সুঁতি, সমসাময়িক চিত্ৰ; চুবুৰীয়াৰ প্ৰতি থকা দৃষ্টিভংগী আদি। সাহিত্যিক মূল্যৰ দিশৰপৰাও এইবিলাক বৰ মনোমোহা আৰু যুক্তিযুক্ত বিশ্লেষণৰ সমলেৰে সমৃদ্ধ। এই গীতসমূহত অন্তমিল, মিত্ৰাক্ষৰ অমৃত্ৰাক্ষৰ ছন্দ আছে, আছে ৰাগ-সুৰ-তাল আৰু কাবিক্য সৌন্দৰ্য্য।

**ঝুমইৰ গীত**

'বাৰ মাসেৰ বাৰ ফুল
ভাদৰ মাসেৰ কিযাৰে
কিবা দোষে ছাড়ে গেল
অভাগিনীৰ পিযাৰে।'

**কৰম গীত**

দিব দিব কৰম ৰাজা আইনা কাজল
আৰ দিব কৰম ৰাজা টিকলি সিন্দুৰ
আজৰে কৰম ৰাজা ঘৰে দুৱাৰে
কাইলৰে কৰম ৰাজা কাল নদীৰ পাৰে।

এনে ধৰণৰ অজস্ৰ ঝুমইৰ গীত, কৰম গীত চাহ জনগোষ্ঠীৰ মাজত এতিয়াও মৌখিকভাৱে সিঁচৰতি হৈ আছে। তাৰে কিছু গীত গণেশ চন্দ্ৰ কুৰ্মিয়ে 'কৰম পৰব আৰু ঝুমইৰ গীত' আৰু উড়ে গেন্দা ফুল', প্ৰহ্লাদ চন্দ্ৰ তাছাই 'ঝুমইৰ নৃত্য-গীত', দীলেশ্বৰ তাঁতীয়ে 'ঝুমুৰ সংগ্ৰহ', নাৰায়ণ ঘাটোৱাৰ 'ঝুমুৰ গীতৰ মাজেদি বনুৱা জীৱনত এভুমুকি', সুশীল কুৰ্মিয়ে তুচু গীতৰ মাজে মাজে আৰু চাহ মজদুৰ লোক গীত, গৌৰী মাহাতোৱে 'জালাহী বা কপিলা মঙ্গল গীত', হৰেন ৰাজোৱাৰে 'কৰম ৰাইতে ঝুমুৰ গীত' আৰু 'চাহ বাগিচাৰ ভক্তি গীত' নাম দি কিতাপ আকাৰত সংকলন কৰিছে। 'লোক সাহিত্য হিচাপে এইবিলাকৰ সমূহীয়া সংকলন কৰি ইয়াৰ সাহিত্যিক মূল্যায়নৰ প্ৰয়োজন আছে।

(খ) কিম্বদন্তী সাধুকথা, কাহিনী ইত্যাদি : অসমীয়া ভাষা-সাহিত্য তথা জনজীৱনত 'বুঢ়ী আইৰ সাধু'ৱে যিদৰে আমাক ল'ৰালি আৰু কৈশোৰত সাহিত্যৰ আনন্দ দিব পাৰে তেনেদৰে চাহ জনগোষ্ঠীৰ মাজতো অনেক তেনে মনোৰম সাধুকথা, কিম্বদন্তী আদি মুখে মুখে প্ৰচলিত হৈ আহিছে। এই সাধুকথা বা কিম্বদন্তীসমূহত আছে নৈতিক শিক্ষা, মানবীয় প্ৰমূল্য আৰু আনন্দৰ খোৰাক। তাৰে কিছুমান গণেশ চন্দ্ৰ কুৰ্মিয়ে 'চাহ জনজাতিৰ কিম্বদন্তী' আৰু 'ব্ৰহ্মাৰ চকুলো' নামৰ পুথি দুখনত সন্নিবিষ্ট কৰিছে। দেউৰাম তাচাই 'চাহ' বনুৱাৰ মাজত প্ৰচলিত সাধুকথা' নাম দি কেইটামান মূল্যবান সাধুকথা ধৰি ৰাখিছে।

(২) (ক) কাব্য সাহিত্য বা কবিতা :

চৌদিশে মই জয় আৰু জয়
এই জয়ৰ বাবেই আত্মাৰতে উদ্ভাসিত পোহৰ

পোহৰত হিৰণ্ময় হৈ নাচো মই
নাচি নাচি নদী হৈ উজানবপৰা ক্রমশ ঃ
মই গৈ থাকোঁ গৈ থাকো আৰু গৈ থাকোঁ

. . ....... .... ... . ........ . .

... .. .. ... ................ . . .

ময়েতো জন্ম দিছো উর্বৰ মাটিত সোণালী শস্য
জন্ম দিছো সমাজতান্ত্রিক চেতনাত উদ্ভাসিত মাটিত
জ্যোৎস্না ধাৰা
উচ্চাৰিত কবিতাৰ মধুৰ গুঞ্জনত জন্ম দিছো
আশা আৰু প্রেমৰ
(মই মানুহৰ অমল উৎসৱ, সনন্ত তাঁতী)

শোষণ, অত্যাচাৰ, অৱহেলাৰ প্রতিবাদৰ কণ্ঠৰে কাব্য ৰচনা কৰি সনন্ত আৰু সমীৰ তাঁতীয়ে অসমীয়া সাহিত্যৰ ভঁৰাল চহকী কৰি তুলিছে। দুয়োজনে ইতিমধ্যে কবি হিচাপে প্রতিষ্ঠা লাভ কৰি অসমীয়া কাব্য জগতত এক নতুন ধাৰা সংযোজনত আত্মনিয়োগ কৰিছে। সনন্ত আৰু সমীৰ দুয়োজনেই হ'ল বর্তমান অসমীয়া সাহিত্যৰ কাব্য জগতৰ উজ্জ্বল নক্ষত্র। সনন্ত তাঁতীৰ 'মই মানুহৰ অমল উৎসব' এটা বিশিষ্ট কবিতা য'ত সর্বকালৰ মানৱতাৰ জয়গান ফুটি উঠিছে। ঠিক সেইদৰে সমীৰ তাঁতীৰ 'মাংতিয়া চর্দাৰ' —মানৱতাৰ জয়গান গোৱা মানৱ দৰদী কবিতা। সনন্ত তাঁতীৰ ইতিমধ্যে সাতখন কাব্যপুথি প্রকাশিত হৈছে আৰু পাঠক সমাজত বহুলভাৱে সমাদৃত হৈছে। তেওঁৰ কবিতা পুথিকেইখন হৈছে —(১) উজ্জ্বল নক্ষত্রৰ সন্ধানত, (২) মই মানুহৰ অমল উৎসব (৩) নিজৰ বিৰুদ্ধে শেষ প্রস্তাৱ (৪) শব্দত অথবা শব্দহীনতাত (৫) মৃত্যুৰ আগৰ ষ্টপেজত (৬) টোপনিতে কেঁতিয়াবা বাৰিষা আহে (৭) ধোৱা ছাইৰ সপোন। সমীৰ তাঁতীৰ ছয়খন কাব্যপুথি প্রকাশ পাইছে —য'ত 'বিকশি-প্রকাশি' উঠিছে এক সেউজীয়া বিপ্লৱী মন আৰু সেউজীয়া বিজয় উৎসৱৰ আয়োজকৰ ছবি। তেখেতৰ কাব্য পুথিকেইখন হ'ল —(১) সেউজীয়া উৎসব (২) বিষয় ঃ দুর্ভিক্ষ, (৩) এই আন্ধাৰ এই পোহৰৰ তন্ময়তা (৪) শোকাকুল উপত্যকা, (৫) যুদ্ধভূমিৰ কবিতা আৰু (৬) অত্যাচাৰৰ টোকাবহী। এই দুই সহযোদ্ধাৰ উপৰি আৰু বহুকেইজনে কাব্য-চৰ্চাত মনোনিৱেশ কৰিছে, মাথোঁ কবিতা সংকলন আমাৰ হাতত নপৰাৰ বাবে আলোচনাত অন্তর্ভুক্ত কৰিবপৰা নগ'ল। প্রহ্লাদ চন্দ্র তাচাৰ 'শতাব্দীৰ অর্ঘ্য' ধনীৰাম তাঁতীৰ 'এচাটি পোহৰ', হৰিচৰণ কুর্মিৰ 'মাদল' আদি কাব্যগ্রন্থৰূপে প্রকাশ পাইছে। লগতে সুশীল কুর্মি, ৰবিলাল তাঁতী, জগদীশ খাহু, বিজয়ৰবি দাস, পদুমী গাজলু,

বীণাবালা মিস্ত্রী, বিমলা দাস, কুসুম কুর্মি, ৰামধৰ গৌড়, নন্দন্তি চিক্, ভ্রলেশ্বৰ গোৱালা আদিয়েও কবিতা লিখি আছে। এইসকলৰ ভিতৰত আন এজন সম্ভাৱনাময় কবি নৱবাহাদুৰ দজীৰ কবিতাই হৃদয় স্পৰ্শ কৰি যোৱাৰ লগতে আধুনিক কবিতাৰ সম্মোহনী পৰিবেষ্টিত হৈ আছে - 'নাচিবলৈ দিয়া মোক

দুখ ভাগৰৰ অৰণ্য ভাঙি ভাঙি উৎসৱ পাতিবলৈ দিয়া

দিয়া সেউজীয়াৰে গা ধুবলৈ

বিনিময়ত তোমালোকক তেজ-ঘামৰ সতে চিনাকি কৰি দিম'

(ঝুমহৰ ঃ নৱবাহাদুৰ দজী)

(খ) গল্প ঃ চাহজনগোষ্ঠীৰ মাজৰপৰা এতিয়ালৈ গল্প কিতাপ ছপা হৈ ওলোৱা নাই। তথাপি আলোচনী, বাতৰি কাকতৰ যোগেদি কেইজনমান উচ্চমানৰ গল্প লিখি সমাদৰ লাভ কৰিছে অমলকুমাৰ হ'ৰ, ডিম্বেশ্বৰ তাছা, গণেশচন্দ্ৰ কুৰ্মি, মাখনলাল বাঢ়ে আদিয়ে। নতুন লেখকৰ ভিতৰত মিনতি চাওৰা, উপেন তাঁতী, হেমপ্ৰভা তাছা, বিনীতা চাওৰা চুতীয়াৰ নাম উল্লেখ কৰিব পাৰি। ডিম্বেশ্বৰ তাছাৰ 'চলমিনি আসাম যাবি' এটা মনোৰম গল্প য'ত নিজৰ দেশ, স্বজাতি এৰি অহা চিৰন্তন অপ্ৰকাশিত বেদনা এটা প্ৰকাশ পাইছে। মাখনলাল বাঢ়েৰ 'হাজাৰ প্ৰশ্ন' নামৰ গল্পটোও চাহপাত ছিঙিবলৈ যাওঁতেই এগৰাকী মহিলা শ্ৰমিকে সন্তান জন্ম দিবলগীয়া পৰিস্থিতিৰ মাজেদি চাহবাগিচাৰ মেনেজমেণ্ট আৰু মানবীয় সমস্যাক ইমান সুন্দৰভাৱে কম আয়াসতে দাঙি ধৰিছে যে মাত্ৰ এটা গল্পই চাহ উদ্যোগৰ হাজাৰটা দিশ মুকলি কৰি দিছে।

(গ) গীতি সাহিত্য ঃ চাহজনগোষ্ঠী স্বভাৱ শিল্পী। প্ৰায়খিনি ঝুমুৰ গীত নৃত্য কৰিব জনা মানুহে পৰিবেশ পৰিস্থিতি বৰ্ণনা দি গীত পাৰ জানে। কিন্তু লিখিত ৰূপত ৰচনা কৰিব নোৱাৰে। এতিয়ালৈকে ঝুমুৰ গীত, কৰম গীত অথবা ভক্তি গীত ভালেখিনি লিখিত ৰূপত প্ৰকাশ পাইছে আৰু সঙ্কলনো ওলাইছে – সেই বিলাকৰ নাম দিয়া হৈছে। কিন্তু আধুনিক গীতৰ পুথি ওলোৱা নাই। তথাপি ৰাম চাচনী এগৰাকী দৰদী গায়ক আৰু নিজে গীত ৰচনাও কৰিব জানে। ৰবহাপজানৰ দুলাল মানকি এগৰাকী গীতিকাৰ। নাজিৰাৰ কালিপ্ৰসাদ বেন্ডীয়ে ভালেখিনি গীত ৰচনা কৰিছে আৰু এই আটাইকেইজনৰ গীত সমূহ বাতৰি আলোচনীত সিঁচৰতি হৈ আছে।

(ঘ) নাটক বা নাট্য সাহিত্য ঃ নাট্য সাহিত্যৰ দিশত অসমীয়া ভাষা সাহিত্যত বিশেষ উৎসাহ দেখা নাযায়। চাহ জনগোষ্ঠীৰ মাজতো নাট্য সাহিত্য বা নাটক আৰু অভিনয়ৰ দিশত বৰ পিছপৰা। এতিয়ালৈকে কিতাপ আকাৰে কোনো নাটক ছপা হৈ ওলোৱা আমাৰ চকুত পৰা নাই। তাৰ মাজতে মৰাণ, ধুমটাই চাহ বাগিচাত বৰ্তমানে সক্ৰিয়ভাৱে নাট্যচৰ্চা কৰি থকা শ্ৰীপ্ৰেবিয়েল এস. পিৰ নাম উল্লেখ কৰিব পাৰি।

গ্ৰেবিয়েলে লিখা আৰু অনাতাঁৰ কেন্দ্ৰ যোগে প্ৰচাৰ হোৱা নাটকসমূহ হ'ল --(১) আচল সম্পত্তি (২) ৰতন চৰদাৰৰ স্বপ্ন (৩) সূৰুজ দূৰে গেল (৪) টিপচহী (৫) ডাক্তৰ বাবু (৬) হামাঁদেৰ সংসাৰ। গ্ৰেবিয়েলৰ নাটক সমূহত চাহ বাগিচাৰ পিছপৰা সমাজখনত শিক্ষাৰ প্ৰয়োজনীয়তা মাদক দ্ৰব্য বৰ্জন অধিক সন্তান জন্ম আদি মৌলিক সমস্যাসমূহ সফলভাৱে অঙ্কিত হৈছে। চাহ বাগিচাৰ নিৰক্ষৰ সমাজখনে বুজিবপৰা ভাষা আৰু নাটকীয় সংলাপ আৰু পৰিৱেশে বিষয়বস্তুৰ গুৰুত্ব বৃদ্ধি কৰিছে। শ্ৰীগণেশ কুৰ্মি, শ্ৰীঅমলকুমাৰ হ'ৰ শ্ৰীনাৰায়ণ ঘাটোৱাৰে দুই এখন একাঙ্কিকা নাটক লিখি এই দিশত মনোনিৱেশ কৰিছে।

(৬) অসমীয়া ভাষালৈ অহা চাহজনগোষ্ঠীৰ শব্দ সম্ভাৰ : প্ৰায় ডেৰশ বছৰৰো অধিক কাল চাহ উদ্যোগ স্থাপনৰপৰা বৰ্তমানলৈ এই উদ্যোগটোৰ লগত জড়িত অলেখ শব্দই মিলা-মিচা আৰু আদান-প্ৰদান, যোগাযোগ আদিৰ যোগেদি সোমাই অসমীয়া ভাষাক চহকী কৰি তুলিছে। সমাজ আৰু পৰিস্থিতিত হৃদয় আত্মাক বুজিবৰ বাবে যি শব্দ সোমাই আহিছে তাকে অসমীয়া ভাষাই গ্ৰহণ কৰিছে। ই এক গতিশীল ভাষাৰ লক্ষণ। দেউৰাম তাচাই এই চাহ বাগিচাৰ শব্দ সম্ভাৰ সভেদ বিস্তৃতভাৱে 'চাহ বাগিচাৰ শব্দ ভাণ্ডাৰ আৰু খণ্ড বাক্য নামৰ গ্ৰন্থত নিবদ্ধিত কৰিছে। তাৰ উপৰি শেহতীয়াকৈ কিছু শব্দ সংযোজন হৈছে। ই এক সুকীয়া বিষয় আৰু যথেষ্ট প্ৰণালীবদ্ধ অধ্যয়ন আৰু বিশ্লেষণৰ প্ৰয়োজন আছে।

(৩) **গদ্য সাহিত্য বা অনুসন্ধানমূলক আলোচনা :** 'বাতৰি কাকতৰ সম্পাদক হিচাবে মোৰ দহবছৰীয়া অভিজ্ঞতাৰপৰা এই কথা ডাঠি ক'ব পাৰো যে বৰ্তমান অসমত আটাইতকৈ শুদ্ধ অসমীয়া লিখে চাহ মজদুৰ সম্প্ৰদায়ৰ লিখক কেইজনে। প্ৰতিষ্ঠিত অসমীয়া লিখক কেইজনৰ বাহিৰে বাকী প্ৰায়সকল অসমীয়া লিখকৰ লিখা বহুত কটা-কুটা নকৰাকৈ ছপাশাললৈ পঠাব নোৱাৰি। কিন্তু চাহ মজদুৰ লিখক কেইজনৰ লিখাত কলম টোৱাৰৰ দৰকাৰ নপৰে।' —নীলাচল কাকতৰ সম্পাদক হৈ থাকোঁতে হোমেন বৰগোহাঞিদেৱে এই মন্তব্য যথাযথভাৱেই আগবঢ়াইছিল। গদ্য সাহিত্যৰ ভিতৰত চাহ বাগিচাৰ জনজীৱনৰ সাংস্কৃতিক আৰু সামাজিক জীৱনৰ অনুসন্ধানমূলক লিখনিয়েই প্ৰধান। উল্লেখযোগ্য অৰিহণা আগবঢ়োৱা লিখক কেইজনৰ গ্ৰন্থকেইখন হ'ল —গণেশ চন্দ্ৰ কুৰ্মিৰ —'কুৰ্মি ক্ষত্ৰিয় জাতিৰ চমু পৰিচয়', 'চাহ জনগোষ্ঠীৰ লোক-সংস্কৃতিৰ এক ঝলক', দেউৰাম তাচাৰ 'চাহ বাগিচাৰ জাতি-জনজাতি', 'চাহ বাগিচাৰ অসমীয়া শব্দ সম্ভাৰ আৰু খণ্ডবাক্য', 'চাহ বাগিচাৰ পূজা-পৰব', 'চাহ বাগিচাৰ ভাওনি-কহনি', সুশীল কুৰ্মিৰ 'চাহ বাগিচাৰ কথা', 'চাহ বাগিচাৰ জীৱন আৰু সংস্কৃতি', 'চাহ বাগিচাৰ অসমীয়া সম্প্ৰদায়, প্ৰহ্লাদ চন্দ্ৰ তাছাৰ 'চাহ শ্ৰমিক সংস্কৃতিৰ ৰূপৰেখা', চাহ বাগিচাত শিক্ষা',

কৰম পৰব'(সম্পাদনা) 'ঝুমইৰ নৃত্য-গীত', মেঘৰাজ কৰ্মকাৰৰ 'শানুক বচন', 'খেলিমেলি', 'পানকে ভাঁটি,' 'দশভূজা দুৰ্গামাতা', নাৰায়ণ ঘাটোৱাৰৰ 'কনুৱাৰ সাংস্কৃতিক জীৱনত এভুমুকি. মাধৱাৰাম পাটোৱাৰীৰ 'ভাৰতীয় শ্ৰম আন্দোলন', সমীৰ তাঁতীৰ 'ঈশ্বৰ, আবৰ্জনা আৰু পতিতালয়', 'গইন্দা ওৰাঙৰ ডমকচ' আদি। উল্লিখিত গ্ৰন্থখিনিৰ উপৰি বৰ্তমানে সঞ্জয় কুমাৰ তাঁতী, শচীন মাহাতো, জেকব মুণ্ডা, বিশ্বেশ্বৰ বৰাইক, লিখনেশ্বৰ ঘাটোৱাৰ, পৃথিৱী মাঝি, মাখন লাল বাঢ়ৈ আদি লিখকৰ অবদান উল্লেখ কৰিব পাৰি। লগতে তলত উল্লেখ কৰা লিখক কেইজনে এই বৃহৎ চাহজনগোষ্ঠীৰ সাংস্কৃতিক ক্ষেত্ৰখনৰ কিছু কথা বুটলি অনাৰ চেষ্টা কৰিছে -- স্বৰ্গীয় নকুল চন্দ্ৰ ভূঞা( চাহ বাগিচাৰ কনুৱা), গোলাপ খাউণ্ড (চাহ বাগিচাৰ অসমীয়া) ড নগেন শইকীয়া (সেউজীয়া পাতৰ মাজে মাজে) কমলধৰ বুঢ়াগোহাঞিঃ কৰম পূজা আৰু ঝুমুৰ গীত), যতীন্দ্ৰনাথ শৰ্মা (চাহ বাগিচাৰ সাহিত্য আৰু সংস্কৃতি), প্ৰসেনজিৎ চৌধুৰী (অসমৰ চাহ কনুৱা আৰু ঊনৈশ শতিকাৰ বিদ্বৎ সমাজ), ড' অঞ্জন বৰুৱাৰ (বিশ্ববন্দিত চাহ শিল্প), পদ্মনাথ বৰঠাকুৰ (অসমৰ চাহতলী) আদি।

এইসকলৰ উপৰি উদীয়মান লিখক সন্তোষকুমাৰ কৰ্মকাৰে ইতিমধ্যে 'মৌচাক' শিশু আলোচনীৰ যোগেদি আত্মপ্ৰকাশ কৰি গল্প আৰু উপন্যাস ৰচনাত ব্ৰতী হৈছে। প্ৰাণেশ্বৰ লোমগাৰ 'প্ৰতিবন্ধক' নামৰ উপন্যাসখনেই হৈছে চাহ জনগোষ্ঠীৰ লিখকৰ প্ৰথম উপন্যাস।

(৪) সংবাদ সাহিত্য : গণেশ চন্দ্ৰ কুৰ্মিৰ সম্পাদনাত 'মাদল' নামৰ এখন মাহেকীয়া আলোচনী প্ৰকাশ পাইছিল --যিখনে চাহ জনগোষ্ঠীৰ মাজত নতুন লিখক গঢ়াত যথেষ্ট অনুপ্ৰেৰণা যোগাইছিল। তাৰ পিছতে অসম চাহ মজদুৰ সংঘৰ মুখপত্ৰ 'চাহ মজদুৰ' নামৰ কাকতখনৰ নাম ল'ব লাগিব। ঠিক সেইদৰে চাহ জনজাতি ছাত্ৰ সন্থাৰ মুখপত্ৰ 'সেউজীয়া পাত'ৰ নতুন লিখক সৃষ্টিত মূল্যবান অবিহণা আছে। বৰ্তমান বিশ্বেশ্বৰ বৰাইকৰ সম্পাদনাত খুমটাই চাহ বাগিচাৰপৰা 'সেউজপুত্ৰ' নামৰ তিনিমহীয়া আলোচনী এখন ওলাই আছে। অসম চাহ কল্যাণ ন্যাস পুঁজিৰদ্বাৰা মাখনলাল বাঢ়ৈৰ 'জননী' নামৰ এখন পষেকীয়া বাৰ্তালোচনী কেবাবছৰ ধৰি প্ৰকাশ পাই আহিছে। অসম চাহ বাগিচা ভবিষ্যনিধি আৰু বৃত্তনিধি আঁচনি অনুসৰি 'ভবিষ্যনিধি বাৰ্তা' নামৰ এখন মাহেকীয়া আলোচনী গত ১১ বছৰ ধৰি প্ৰকাশ হৈ আছে। এইবিলাকৰ উপৰি বৰ্তমান 'সাপ্তাহিক জনমভূমি', 'আমাৰ অসম', 'দৈনিক জনমভূমি', 'অগ্ৰদূত' আদি কাকতত চাহ বাগিচাৰ শিতানত আৰু আকাশবাণীৰ দুয়োটা কেন্দ্ৰৰ চাহ বাগিচাৰ বাইজৰ 'ৰ প্ৰচাৰিত অনুষ্ঠানত নতুন নতুন লিখক-লিখিকাই আত্মপ্ৰকাশৰ লগতে নিজস্ব চিন্তা-চৰ্চাৰে অসমীয়া ভাষা সাহিত্য তথা সংবাদ সাহিত্যৰ নতুন দিশ উন্মোচন কৰিছে।

(৫) চাহ বাগিচাৰ বিচিত্ৰময় বিষয়বস্তুৱে অসমীয়া ভাষা সাহিত্যৰ বিচিত্ৰময়তা ঃ যি জীৱনে বিষয়বস্তুৰ বাবে প্ৰলোভিত কৰে, সেই জীৱন সঁচাই ধন্য। পশ্চিমীয়া সাহিত্যৰ তুলনাত বিষযবস্তুৰ বৈচিত্ৰ্যৰ ফালৰপৰা অসমীয়া সাহিত্য প্ৰায় নিশকতীয়া বুলিব পাৰি। তাতেই কিন্তু চাহ বাগিচাৰ সমাজখনে বিশেষকৈ শ্ৰমিকৰ জীৱনে অসমীয়া সাহিত্যত বিষযবস্তুৰ বৈচিত্ৰ্যৰ কেইখনমান উল্লেখযোগ্য উপন্যাস ৰচনাৰ বাবে প্ৰলুব্ধ কৰিলে। সেই কেইখন হৈছে —যোগেশ দাসৰ 'ডাৱৰ আৰু নাই', ড' বিৰিঞ্চিকুমাৰ বৰুৱাৰ (ৰাস্না বৰুৱা ছদ্ম নামেৰে) 'সেউজী পাতৰ কাহিনী', ড বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যৰ 'কালৰ হুমুনিয়াহ', উমাকান্ত শৰ্মাৰ 'এজাক মানুহ এখন অৰণ্য' আৰু অৰূপা পটঙ্গীয়া কলিতাৰ 'অয়নান্ত'। বিচিত্ৰময বিষয়বস্তুৱে অসমীয়া সাহিত্যৰ ভঁৰাল চহকী কৰাত অনুপ্ৰেৰণা দিয়াৰ বাবে এই জনগোষ্ঠীৰ আওপকীয়াকৈ হ'লেও নিশ্চয় কিছু অৰিহণা আছে।

ওপৰত উল্লেখ কৰা লেখক-লেখিকা সকলৰ উপৰি ভালেখিনি প্ৰবীণ লেখক-লেখিকাৰ প্ৰবন্ধ, গল্প, কবিতা বাতৰি আলোচনীত ওলাইছে, আনহাতে কিতাপ আকাৰে প্ৰকাশ নোহোৱাত আৰু কিছুমানে লিখিবলৈ এৰি দিয়াত নাম বাদ পৰি গৈছে। আনহাতে বৰ্তমানে ভালেখিনি উদীয়মান লেখক-লেখিকাই এই পিছপৰা সমাজখনৰ কথা প্ৰকাশ কৰিবলৈ হাতত কলম তুলি লৈছে। সেইসকলৰ ভিতৰত ৰূপালী গোৱালা, ৰামধৰ গৌড, আত্মাৰাম কুমাৰ, কামাখ্যা প্ৰসাদ তাছা, সত্যনাথ হেম্বৰা, পৱনসিং ঘাটোৱাৰ, নকুল চাওৰা, কামেশ্বৰ গাজলু আদিৰ নাম উল্লেখ কৰিব পাৰি। এইসকলে সাহিত্য চিন্তা-চৰ্চাৰ সম্ভাৱনীয়তাৰ দুৱাৰ মুকলি কৰিছে। ই আমাৰ বাবে আশাৰ সম্পদ।



# সূচীপত্ৰ

# চাহ জনগোষ্ঠীৰ মাজত প্ৰচলিত লোক বিশ্বাস

(১) 'মাটি দেখবে মাজে খাল, বেটি দেখবে মায় ভাল' - অৰ্থাৎ দ মাটিত পানীৰ জেৰ থাকে আৰু খেতি ভাল হয় ঠিক সেইদৰে মাক ভাল হ'লে জীয়েক ভাল হ'বই বুলি ধাৰণা কৰে।

(২) 'ভাল কৃষি গেল মাঝে লৈল্যা বাট, ভাল নাৰী নষ্ট গেল নিতে যায় হাট'-- খেতিৰ পথাৰৰ মাজেদি অথবা বাৰীৰ মাজেদি বাট ললে সেই খেতি নষ্ট হয়, ঠিক সেইদৰে যি নাৰীয়ে সদায় বজাৰ-হাট বেহায় সেই নাৰীৰ ঘৰত মন নবহি নষ্ট হয়।

(৩) 'বিহা কৰিব একে সুন্দৰী স্মৰণ কৰিব কেৱল হৰি'। এগৰাকী নাৰীকহে বিয়া কৰাব লাগে যিদৰে পবিত্ৰ হয় এক হৰি স্মৰণ কৰি।

(৪) 'শাকপাত দিন বাচে সেই ঘৰত লক্ষ্মী আছে'।

(৫) যাত্ৰাকালত পিছফালৰপৰা মাকে নাম কাঢ়ি মাতিলে মঙ্গলজনক বুলি ভবা হয়। সেয়ে পুতেক-জীয়েকৰ যাত্ৰাকালত মাকে কিছুদূৰ পিছে পিছে আহি মাত লগায়।

(৬) গৰ্ভৱতী তিৰোতাই সপোনত সাপ দেখিলে পুত্ৰ সন্তান লাভ কৰে বুলি বিশ্বাস কৰে।

(৭) 'ধীৰ পানী পাথৰ কাটে' —অৰ্থাৎ লাহেকৈ বৈ যোৱা পানীয়ে শিলকো ক্ষয় নিয়াব পাৰে।

(৮) 'ঘৰে নাই ভূজি ভাং তাৰ বেটাৰ নাম দুৰ্গাৰাম।

(৯) 'মন যে চঙ্গাত কঠৌতি যে গংগা'—অৰ্থাৎ মন যদি পবিত্ৰ হয় শুকান কাঠতো গংগা পোৱা যায়।

(১০) 'পৰকে দেখি কৰি হায়, যেউ বহি সেউ যায়।

(১১) 'অঘণ পুসে ফুলল গাল, সেই বহৰিয়াক্ অহি হাল।

(১২) মুণ্ডাসকলৰ সমাজত ফেঁচা, হদু, মেকুৰী আদিয়ে অনবৰত মাতি থাকিলে আৰু কুকুৰে ঘৰৰ ভেটী আঁচুৰি থাকিলে অমঙ্গল হয় বুলি বিশ্বাস কৰে।

(১৩) অতিপাত বৰষুণ বিজুলী-গাজনি-ঢেৰেকণি আদিৰ উদ্ভৱ হলে মাইকী মানুহে ঘৰৰ দুৱাৰ মুখত খুটা এটাত ধৰি আঁউজি থাকিলে হাবাই হেনো মাইকী মানুহৰ লগত যুঁজ দিব নোৱাৰে বুলি কৈ শান্তৰূপ ধাৰণ কৰে।

# শালুক বচন

মেঘৰাজ কৰ্মকাৰে শালুক বচনক "সুগন্ধযুক্ত পদুমফুলৰ দৰে সদোপদেশযুক্ত উত্তম বচন বুলিছে। এই শালুক বচনসমূহ জীৱনৰ ধ্যান-ধাৰণা সাৰ্বজনীন সত্যৰ ভেটিত চাহজন গোষ্ঠীৰ মাজত প্ৰচলিত 'প্ৰবাদ বাক্য'। জ্ঞান বুদ্ধিৰ সম্যক পৰিচয়। শালুক বচনৰ মাজতে শালুক বচনৰ অৰ্থ এনেদৰে আত্ম প্ৰকাশ কৰিছে—

শালুক গুণ, দেইকে ধিয়াল, তিন মাথাসে লেবে গিয়ান
ৰাইত তৰ হতেই বিহান, যে বুঝে সে বাড়া সিয়ান্।।

অৰ্থাৎ ধ্যানদি শালুক বচন শুনা, তিনিমূৰীয়াৰপৰা জ্ঞান ল'বা। তেতিয়া অজ্ঞানৰ নিশাৰ পৰিসমাপ্তি ঘটি জ্ঞানৰ প্ৰভাত হ'ব। বুজাজন বৰ সিয়ান।

## শালুক বচন

(১) অকৰ বাতে যে চলবে
নৰকে ডুইবকে মৰবে।
(২) অকৰ গাতে নেদো ইতত
শাদী লাগে ঝট্ পট্
(৩) অকৰ বিনে নাই গতি
অহে লাগে সবাক পতি
(৪) অটল যে নিজৰ মতে
বাধা নাই তাৰ কোন পথে
(৫) অধিক মাছে বগলি কাণা
অধিক ধনে ধনীক ধান্দা
(৬) একলাৰ সংসাৰ
সহেনা দুখেৰ ভাৰ
(৭) কইনাক চালে চলে
চিমটিও নাই মৰে
সবাক সুখী ৰাখা টান
কাঁহোন কাঁহো পড়তেই টান
(৯) সাদা সীধা বহবে
ভাল বাত সোচবে
(১০) মাটি দেখবে মাজ খাল
বেটি দেখবে মায় ভাল।

# ভাঙনী কহনী অথবা সাথৰ

| সাথৰ | উত্তৰ |
|---|---|
| ১) এক থাল সুপাড়ী<br>গুণতে নাৰে বেপাৰী | তৰা |
| ২) একটা ঘড়া | বুঢ়া আঙুলি |

জনম কালেই বুড়া

৩) একটা মাড়লীৰ দুটা চাল — কলপাত
না বান্ধকে আছে সৰ্বতি কাল

৪) একটা গাছে অনেক পাতা ফল — বছৰ
ধৰে বাৰটা পাকলে হয় একটা

৫) একটা ৰচী একশ গাই — জাল
একটা খুটাই বান্ধা যায়

৬) একটা জন্তুৰ পেটে দাঁত দেখতে আইল — চেপা
হামাকে নিয়ে গেল তোমাকে

৭) উড়ে আইচে পণ্ডিত তুমি গায়ে গড়তে চাও — মচ্ছড়(মহ)
তানা নানা গীত গাহিয়ে থাপড় কেনে খাও।

৮) ছোটই পিন্ধে — বাঁহ
বড়ই লেংটা

৯) মামাৰ ছাগ — ঢাক/ঢোল
ছুইলেই গগায়

১০) যাবেত যাবে মকে লেলেই চাল ছাহিৰ — (ছাঁ)

## চাহ জনগোষ্ঠীৰ মাজত প্ৰচলিত খণ্ডবাক্য

১) অধিক পীৰিতি অধিক জ্বালা
অল্প পীৰিতি গলাৰ মালা

২) উদখাতে খুদ নাই
সাদী কৰতে লংকা যায়

৩) এৰে বৈষ্টম কেৰে
কানে ঝুলছে পৈতা ছিড়া
মুৰগী খাতে মৰে

৪) কাৰ কপাল কে খায়

ৰাজাৰ বেটাও

বনে যায

৫) হাতী খাই যত ছাগে তত

৬) হাসেৰ ওপৰ শিয়াল ৰাজা

৭) হাড কুটে দালান বানা

৮) নেউল বাজায শিংগা

পুঠি মাছে গীত কৰে

নাচছে বাউীৰ ঝিংগা

৯) উডে আসে পডবে বনি

তবে তৰ পালক শুনি

১০) কপালে নাই যি

টকটকালে হবে কি

# চাহ বাগিচাৰ বিভিন্ন উৎসৱ পূজা-পাৰ্বণৰ গীত

## ঝুমইৰ বন্দনা গীত অথবা জলমাৰীয়া গীত

(১)

জয জয দাস ৰাইজ

জয জয নাৰাযণ

জয জয দেবী সৰস্বতী হে নাগৰ হৰি

জয জয বলি বাৰম্বাৰ।

(২)

আখডা বন্দনা কৰি

সৰস্বতী মাই গৌ

তবেৰে বন্দনা বেজনাৰি

মদনে ঝুমইৰ লাগল ভাবি

(৩)

আচ মাগ সৰস্বতী
কণ্ঠে দে মা বৰ গো
তোমাৰ চৰণে ধৰি
খেলিব ঝুমইৰ গো

(৪)

প্ৰথমে বন্দনা কৰি গণেশ দেবতা সখি
গৌৰীৰ নন্দন
ব্ৰহ্মা, বিষ্ণু, মহেশ্বৰ সবল বন্দনা সখি
গৌৰীৰ নন্দন
মাতা বন্দি, পিতা বন্দি, বন্দি গুৰুজন সখি
গৌৰীৰ নন্দন
পূৰব, পশ্চিম বন্দি উত্তৰ দক্ষিণ সখি
গৌৰীৰ নন্দন

## গালোৱালী গীত

শুন 'গ' মজদুৰ ভাই, লিখা পঢ়া চাড়না ভাই
চল হামৰা পঢ়িতে যাব
মজদুৰ ভাই কিতাপ দিলে চৰকাৰে বিনাই
লিখা পঢ়া শিখে যাৰা, গাড়ী ঘোড়া চড়ে
লিখা পঢ়াই মানুকে বাঢ়াই
মজদুৰ ভাই
দেশ স্বাধীন ভেল পঞ্চাশ বছৰ বিতে গেল
দেশ হামৰা ৰহিছে আন্ধাৰে
চাহাব বাবু সবাই বলে
পচ হৰা মনে কৰে

তবেই ইশ্বৰ দেখা পাবে
মজদুৰ ভাই
বাপুজীৰ এই বাণী, লিখে পঢে হও জ্ঞানী
তবে'ত স্বাধীন ফল পাবে
মজদুৰ ভাই সবে মিলে পঢিতে যায।

## ঝিঙাফুলীয়া গীত

(১)

চিৰিছ গাছেৰ নিছে নিছে চাহ গাছে গাছে গহাই
কত ৰঙে ধনি তুলিছে পাত গ হাই
লাল ৰঙেৰ সাড়ি ধনিৰ মেহেন্দি ৰঙৰ পাড়ি
মাথায টুকুৰি নিযে চলইছে বাগান গ হাই।

(২)

চাহ জনজাতিৰ লকে
চাহ বাগানেৰ মাঝে মাঝে
হাড ভাঙা কাম কৰি চাৰা জীৱনে
এ মজদুৰ তৰ কথা জানে কজনে
ধূপ কি বৰষুণ কাম কৰি চাৰাখন
কাম কৰি কি পালি তৰ জীৱনে
এ মজদুৰ তৰ কথা জানে কজনে।

## ভিনচৰীয়া গীত

কাতিখানে ফুটে হৰ দিযে ঝিঙা ফুলা
কাতিখানে ফুটে লাল চালুক ফুল ধিৰে গমকে
আধাৰাতি ফুটে হৰদিৰে ঝিঙা ফুল
ভিনশৰে ফুটে লাল চালুক ফুল ধিৰে গমকে
কনাডৰে গাথৰ হৰ দিৰে ঝিঙা ফুল

বনাডৰে গাথব হৰ দিৰে ঝিঙা ফুল
নেডৰে গাথব লাল চালুক ফুল ধিৰে গমকে।

## বৈঠকখানা গীত

গত নিশি কোথা ছিলে
প্রভাতে শ্যাম দেখা দিলে
যাওঁতে বন্ধু যাওঁতে চলে কুঞ্জৰ বাহিৰে
প্রভাতে নাগৰ আসি
ৰাইৰ পাসেতে বসি
কত কৰেণ গো মিনতি
একবাৰ মৰে চাই গ ৰাই কমলিনী
একবাৰ মৰে হৰ গ ৰাই গুণমণি
যদি আমি অন্য জানি
ফণী আনে দাও গ তুমি
ফণীৰ মুখে হস্ত দিব এখনি
একবাৰ মৰে চাও গ ৰাই কমলিনী
ব্রজ পতি কৰেণ স্তুতি
ৰাধাৰ নিকটে বসি
মৰে একবাৰ চাও গ ৰাই গুণমণি।

## ৰং গীত

(১)

নীতি কৰ্মই মগন থাক
কু-কৰ্ম দূৰে ফেক
গ-মাৰি হাই হাই
এখন কৰিলে দিন সুখে
সুখে সুখে যাবেহে।

(২)

একটি সাধের বেটি হামার
দেখতে সুন্দর হাই হাই
লিখাই পঢ়াই শাদী দিলে 'গ'
জামাই অতই সন্দুর
কাম করে বেটি জামাই
বনাই সুখের ঘর হাই হাই
মিলে জুলে সবার সঙ্গে
ঘর করে ইশ্বর।

## খেমতা গীত

(১)

চান্দ সুরজ অদল বদল
নিমাই চান্দের কান্ধে মাদল
কত রঙ্গে নিমাই বাজাছে
মাদল গ' কত রঙ্গে।

(২)

হাইরে হাইরে হাইরে হাই
নাদেখিলে প্ৰাণ যায
কি মহনি দিলি বন্ধু আমাকে
পাস্থরাতে নারি তুমাকে।

## করম জাবা জাগরণ গীত

জাবা মাই জাবা, কিযা কিযা জাযা
জাবা জাগল' মাই এক পাতা সেইরে
হৰিণা বাড়া চৰি চৰি যাইৰে
হৰিণা মাৰাই গেল, চুৰাৰা জীয়াই গেল,
সাৰাহাৰা হাইট, গেলই কাজৰালি পানীযা
গঙ্গাৰে গঙ্গ ভাইযা তেৰি ৰে মেৰি

ছৰিয়া লেই ভয়া পাহাড়া পাস্‌ৰে।
পাহাড়াঁহি হ্যায় হ্যায় শাঠি মুনীষৰে
শাঠি মুনীষকে শই বহুৰাণী এক বহুৰাণী
কাণীকোছ মাই ঘৈলা ভৰি পানী।
ঘৈলাসে উঠে গেলাই গহমন' সাপৰে
ছাড়ো ছাড়ো গহমন হামাৰি হ পথৰে
বাটা ছাড়িয়ে বহিনি কিয়া ফলা ফাবৰে
পাই পবে ভাইৰে কৰমা গঁসাইৰে।
যাহু যাহু ককা গসাঁই দেহু পাণীসাৰ
ভৰ ভযা জীপ লাখ বৰিষৰে।

(ভাবাৰ্থ ঃ জাবাবোৰ গজ্জি উঠিছে। চৰিফুৰা হৰিণ মৰা পৰিছে। অসহায় তৃষ্ণাতুৰে পানী নোপোৱা হৈছে। সৰ্পই বাট ভেটি ধৰিছে। চাৰিওফালে অন্যায় অধৰ্মই দেখা দিছে। কৰম দেবতাই কৃপা নকৰিলে উপায় নাই।)

## টুসু গীত

চল টুসু চল খেলতে যাব
ৰাণী গঞ্জেৰ বটতলা
খেলতে খেলতে দেখে আসব
কয়লা খাদেৰ জলতলা।।

হলুদ বনেৰ টুসু তুমি
হলুদ কেন মাখনা
শাশুৰী ননদেৰ ঘৰে
হলুদ মাখা সাজে না।।

শাক তুলেছে লতা পাতা
মাছ ধৰেছে গেতাঁৰে,
ননদ ভৌজাই দেখা দেখি
কাৰ কেমন খপাৰে।।

মা' গ' হামি ফুল পাতাৰ
ফুলকে হামি কি দিব,
বাজাৰ যাব পইচা পাব
ফুলকে ফুলান তেল দিব।।

আলধানেৰ পাতলা চিড়া
গামছা বান্ধা দহি গ',
খাবাৰ বেলাই মনে পড়ে
হামাৰ প্ৰাণেৰ সখী গ'।।

ৰং —তৰা থাক ল' বসে
উৰা জাহাজ উড়ছে ল দেশে দেশে
তৰা থাক ল' বসে।।

## কাঠী নাচ গীত

কাঠী কাঠী বীৰবল কাঠী
কাঠী নাচ চলেৰে
শুন বাচা নিমাইৰে
চখে কাণে লাগে গেলে
মৰণ সমান ৰে।।

কাঠী নাচ খেলতে গেলি
কুডাই পালি মালাৰে,
হামাৰ ঘৰে চেনা নাই
কি কৰব মালাৰে।।

অ'ৰে কানু
বাজাও বেণু
চলগ' যাইৰে
বেণু নাবাজাইলে
ধেনু যাইতে
নাহি চাইৰে।।

অ' ৰে কানু
অ' ভাই বেণুৰ সুৰে
সব ধেনু ঘুৰে
ঘূৰি ঘূৰি যাইবে
ধৱলী শ্যামলী
গাইয়া গোৱালী
হাম্বা হাম্বা ডাকেবে
অ' ৰে কানু।।

## ঘেৰা গীত

ঘেৰা গীতৰ 'ঘেৰা' হ'ল এক প্ৰকাৰৰ বাদ্যযন্ত্ৰ আৰু গীতবোৰ হ'ল গীতেই। ঘেৰা গীত সাধাৰণতে ৰাতি বুঢ়া-বুঢ়ী মানুহে গোৱা দেখা যায়। এই গীতবোৰ দুখপূৰ্ণ হৃদয় বিদাৰক তথা আধ্যাত্মিক তথ্যৰে পৰিপুষ্ট।

বাৰহ বাছাৰা পিযা পৰলে বেজাৰ হ
কেহ নাহি কৰই আতা জগ হ ৰামজী ৰামজী
আধা পাহাৰা ৰাতি বিনিয়া দলালী ৰামজী
ভিনাচ'ৰে দমা টুটি গেলাই হ ৰাম
মাই ই কান্দ হ্যায জনমে জনমে ৰাম।
বাহিনী কান্দবে ছবে মাস অ' ৰামজী ৰামজী
তিৰিযা যে কান্দবে ডেৰ পাহাৰা ৰাতি
তাকৰ গাছে দেখই পৰ পুত্ৰ হ ৰাম।
চাৰি জাৱানা মিলি পালঙ্ক উটাৱাই ৰামজী ৰামজী
লৈযে গেলাই যমুনা কিনাৰা হ ৰাম
চান্দানা কাঠা কাটি চাৰাৱা বাঁচলাই ৰামজী
ঘিউ ধুনে দেলাই অগ্নি মুখ হ
আইগ লাগাই চাৰেবে স্বাৰগ উঠে ধুৱা ৰামজী
অহে তাৰি যাইবাই স্বাৰগা হ ৰামজী।

## ভমকইচ গীত

তৰ মন বসি গেল
মৰ মন বসি গেল
সজনী ৰে,
চলে আইলি আসাম।
বাবু বলে কিযা কিযা
চৰ্দাৰি বলে এদিগে আৱো
চাহাব বলে মা-বাপ কচম,
চাল ভূজা খাই ৰাখলি পৰাণ
সজনী ৰে,
চলে আইলি আসাম।।

দেখতে গান্ধী কৰে খেল
পাহীয়ামে কুদায় গাড়ী ৰেল
কনঠানে পানী, কনঠানে তেল
কনঠানে ইঞ্জিন, কমঠানে কয়লা
আৰ, কনঠানে পাতালেৰ তেল
কি যে বিজ্ঞান কাৰ খেল
দেখতে গান্ধী কৰে খেল।।

চুল্হা ঠিনেক বুচি হাড়ি
মকে নজৰ লাগে কিৰে,
মকে নজৰ লাগে,
এক দনা দিতেক যদি
ঘড়াকে দৌড়াতি, হায়ৰে
ঘড়াকে দৌড়াতি।।

## সঁহৰাই গীত

(১) অহিৰে,
খোজ খোজতে আইলি
পুছ পুছতে আইলি
ফালনাকা ঘৰ কত্তি দূৰ,
ফালনাকা আঙ্গনামে তুলসীকা পিণ্ডহো
ওপৰেত উড়ে হাঁসা বাজাৰে।।

(গৃহস্থৰ চোতালত উপস্থিত হৈ গোৱা আৰম্ভণি গীত। ঘৰ বিচাৰৰ কথা কোৱা হৈছে)

(২) অহিৰে,
ক'ন শিংগে লেবে বৰদা তেল সিন্দুৰ গ'
ক'ন শিংগে লেৱে দুব ধানৰে
দুন শিংগে লেবে বৰদা তেল সিন্দুৰ গ'
কপালেত লেবে দুব ধানৰে।

(কোনটো শিঙত তেল, সেন্দুৰ, দুবৰি বন আৰু ধান লোৱাৰ কথা সোধাত দুয়োটা শিঙতে তেল, সেন্দুৰ আৰু কপালত ধান-দুবৰি লোৱাৰ কথা ক'লে)

## সাদী গীত

হলদি হলদি পুৰা
পাটনা বাইগিৰি চন্দনাবে
কেনে তৰা হলদি চড়াই,
সীতা মায়ে তৰা হলধি চড়াই
সীতা ৰাম তৰ 'সংগতি গ'।

'বাট গ' চান্দেৰ ধনী
দৰা কচা হলুদ
কনশালী বাটে ছিল
দৰা কচা হলুদ।

কন্যা ঘৰেৰ হলুদ তেল
মা মহ মহ কৰে,
বৰ ঘৰেৰ হলুদ তেল
মা ফাগুন্দা বাসায়। □□

## প্ৰথম অধ্যায়

কিম্বদন্তী

# চাওঁতালী কিম্বদন্তীত পৃথিৱীৰ জন্ম কাহিনী

আদি যুগত পৃথিৱীত গিৰি-গুহা, গছ-বিৰিখ, নৈ-নিজৰা, জীৱ-জন্তু অথবা মুনিহ-তিৰোতা একোৱেই নাছিল। সেই প্ৰাচীনতম্ যুগত বিধাতাৰ অনুপম সৃষ্টিৰ এই বিনন্দীয়া পৃথিৱীখনত কেৱল মাত্ৰ পানীহে আছিল। পাৰাপাৰহীন পানীৰে আগুৰা পৃথিৱীৰ ক'ৰবাত দিগন্ত বিফপা নীল আকাশে চুমা-চুমি কৰিছিল, ক'ৰবাত বিশাল বিৰাট সাগৰৰ ঢৌবোৰৰ মাজত খেদাখেদি, ঠেলা-ঠেলি অথবা আলিঙ্গন চলিছিল আৰু আন ক'ৰবাত পৰ্বত প্ৰমাণ ঢৌৰ তৰ্জন-গৰ্জন চলিছিল।

পৃথিৱীৰ জলৰাশিৰ তৰ্জন-গৰ্জন আৰু তাণ্ডৱ-নৃত্য দেখি সৰ্বশক্তিমান ঠাকুৰ জীও অথবা ঠাকুৰ বাবাই প্ৰমাদ গণিলে। তেওঁৰেই সৃষ্টিৰ পৃথিৱীৰ এনে তাণ্ডৱ নৃত্য আৰু দানৱীয় ৰেহৰূপ দেখি ঠাকুৰ বাবা অতিকে চিন্তিত হৈ পৰিল। কি কৰা যায়? কি কৰিলেনো এই ধৰণীখন সুন্দৰ আৰু জাকত-জিলিকা হ'ব তাৰ চিন্তাত তেওঁ নিমগ্ন হ'ল।

অনেক চিন্তা-চৰ্চাৰ পিছত ঠাকুৰ বাবাই পানীত জীযাই থাকিব পৰা জীৱৰ সৃষ্টি কৰিলে। সিবিলাকৰ ভিতৰত ঘঁৰিয়াল, কাছ আৰু কেকোঁৰা প্ৰধান আছিল। ইযাৰ পিছত ঠাকুৰ বাবাই সাগৰ তলিৰ মাটি এচিকটা লৈ মানবাকৃতিৰ দুটি প্ৰতিমূৰ্তি গঢ়িলে। কিন্তু প্ৰতিমূৰ্তি দুটাত প্ৰাণদান কৰাৰ প্ৰাক্ মুহূৰ্ততে অপ্ৰত্যাশিতভাৱে সূৰ্য দেশৰপৰা এটি জলন্ত ঘোঁৰা আহি মাটিৰ মূৰ্তি দুটা প্ৰচণ্ড শক্তিৰে গুৰিযাই ভাঙি চূৰ্ণ-বিচূৰ্ণ কৰে। এনেকৈয়ে সূৰ্য দেৱতাৰ ৰোষত পৰি ঠাকুৰ বাবাই পৃথিৱীত মুনিহ-তিৰোতাৰ সৃষ্টি কৰিব পৰা নাছিল।

ঠাকুৰ জীউৱে পুনৰাই চিন্তা কৰিবলৈ ধৰিলে। মানুহ সৃষ্টি কৰাৰ আগতে মাটি গছ-গছনি আৰু চৰাই স্ৰজন কৰিবলৈ পাঙিলে। মাটি আৰু গছ-গছনিৰ অবিহনে মানুহ আৰু চৰাই-চিৰিকতিবোৰ ক'ত থাকিবনো?

এইদৰে ভাবি গুণি ঠাকুৰ জীউযে ঘঁৰিযাল আৰু এটা বিৰাটাকাৰ শাল মাছক সাগৰ তলিৰপৰা মাটি আনিবলৈ নিৰ্দেশ দিয়ে। এই জীৱবোৰে আনি দিয়া মাটিৰে ঠাকুৰ জীউৱে সাগৰৰ পৰিভাগত পৃথিৱী সৃষ্টিৰ কামত নিমগ্ন হ'ল। কিন্তু যিমানবাৰ ঠাকুৰে মাটিৰ স্থাপন কৰিলে সিমানবাৰেই সাগৰ-সদৃশ প্ৰকাণ্ড ঢৌ আহি মাটি অংশ উটুৱাই লৈ যায়। ঠাকুৰ সমস্যাৰ সাগৰত পৰিল।

বৰণ জগতৰ আন জীৱবিলাককো ঠাকুৰ জীউয়ে মাটি আনিবলৈ নিৰ্দেশ

দিয়ে। এইবাৰ কোনোৱে ফলৱতী নোহোৱাত অৱশেষত ঠাকুৰে কেঁচু এটাক মাটি আনিবলৈ নির্দেশ দিয়ে। সেইমতে কেঁচুৱে সাগৰতলিত এসোপামান মাটি খাই সাগৰৰ ওপৰলৈ আহে। ঠাকুৰৰ পৰামর্শ মতে এটা বিশালা কৃতিৰ কাছৰ পিঠিত কেঁচুৱে অনা মাটি স্থাপন কৰা হয়। লাখ লাখ কাছ আৰু কেঁচুৰ পৰিশ্রমৰ ফলত আমাৰ ধুনীয়া ধৰণী সৃষ্টি হয়। তাৰ পিছত ঠাকুৰে ওখ চাপৰ আৰু ডাল পাতেৰে ভৰা গছৰ সৃষ্টি কৰে। সর্বশেষত কিছুমান ডাঙৰ ডাঙৰ ডেউকাৰ চৰাই সৃজন কৰে।

পৃথিৱী সৃষ্টি হোৱাৰ পিছত ঠাকুৰ বাবাই পক্ষীকুলক গছৰ ওপৰত বাঁহ সাজিবলৈ দিয়া নির্দেশ শিৰোধার্য কৰি চৰাইবোৰে ওখ বৃক্ষৰ ওপৰত বাঁহ সাজে। কিছুদিনৰ পিছত দুটা কণী লৈ মাতৃ চৰাইজনী উমনিত বহে। এই কণী দুটাৰপৰাই সময়ত হাঁহি মুখৰ চালে চকু ৰোৱা এহাল সুন্দৰ ল'ৰা-ছোৱালীৰ জন্ম হয়। চৰাইৰ পোৱালি নহৈ মানৱ হোৱা বাবে চৰাই হালে ভয়ত বিতত হৈ পাখি ধপধপাই উৰামাৰি ঠাকুৰ বাবাৰ ওচৰ পালেগৈ।

সিহঁতে ক'লে হে ঠাকুৰ! তুমি আমাৰ লগত আঁহা আৰু চোৱাঁহি কি অথন্তৰ হৈছে। চৰাইৰ পোৱালি চৰাই নহৈ মানৱ আকাৰৰ যমজ শিশু জন্ম হৈছে। ভয়ত আমাৰ প্ৰাণ যোৱাৰ উপক্রম হৈছে।

চৰাই হালৰ কথা শুনি মিচিকীয়া হাঁহি মাৰি ঠাকুৰে ক'লে —'হয় মই সকলো জানো, মোৰ আঁচনি মতেই তোমালোকে ল'ৰা-ছোৱালীৰ জন্ম দিছা। সময়ত সিহঁত হলেই মুনিহ-তিৰোতা হ'ব আৰু তাহাঁতৰপৰাই পৃথিৱীত মানৱ জাতিৰ সৃষ্টি হ'বগৈ।'

ল'ৰা-ছোৱালী হাল ক্রমে ডাঙৰ হৈ আহিল আৰু পিলচু হাৰাম আৰু পিলচু অর্থাৎ আদি মানৱ আৰু আদি নাৰী হিচাপে জনাজাত হৈ পৰিল। তেওঁলোকৰ লাজ সম্পর্কে কোনো জ্ঞান নাছিল আৰু লজ্জা নিবাৰণৰ বাবে কোনো কাপোৰ-কানিও নাছিল। বংশ-বৃদ্ধিৰ প্ৰতি সিহঁতৰ অজ্ঞতা দেখি ঠাকুৰ জীউ প্রথমতে বিবুধিত পৰিছিল। পিছত ঠাকুৰে ৰাগীয়াল পানীয় অর্থাৎ মদ তৈয়াৰ কৰি সিহঁতক খাবলৈ দিয়ে। তেতিয়াহে নাৰী-পুৰুষৰ মিলনৰ আকাংক্ষা সিহঁতৰ মাজত জাগৃত হয়। সিহঁতে গছৰ বাকলি পিন্ধি নৰ-নাৰী হিচাপে বাস কৰিবলৈ ধৰিলে।

এই আদি মানৱ পিলচু হাৰাম আৰু পিলচু বুঢ়ীৰ সন্তানসকলেই কালত চাওঁতাল নামে জনাজাত হৈ পৰিল।



# হৰ হন্‌ক ঃ বা মানৱ জাতিৰ জন্ম কাহিনী

পৃথিৱীৰ উৎপত্তি কিদৰে হ'ল আৰু পৃথিৱীৰ আদিতম মানৱ-দম্পত্তিৰ সৃষ্টি কেনেকৈনো হ'ল এই সম্পৰ্কে মানৱ কুলৰ সকলো জনগোষ্ঠীৰ লোকেই চিন্তা-চৰ্চা কৰি আহিছে। নৃতাত্ত্বিক পণ্ডিতসকলৰ মতে ভাৰতবৰ্ষত বসবাস কৰা প্ৰাচীনতম জনগোষ্ঠীয়েই হ'ল মুণ্ডাসকল। অষ্টিক অথবা কোল বংশোদ্ভৱ মুণ্ডাসকল ভাৰতৰ বিভিন্ন প্ৰান্তত যুগ যুগ ধৰি বসবাস কৰি আহিছে। অন্যান্য জনগোষ্ঠীৰ দৰে মুণ্ডাসকলেও পৃথিৱীৰ জন্ম তথা আদি মানৱ যুগলৰ বিষয়ে চিন্তা-চৰ্চা কৰিছিল আৰু তাৰেই ফলশ্ৰুতি হিচাপে উপজা দুটি কল্প কাহিনীৰ অৱতাৰণা কৰা হ'ল ঃ

(১)

পৃথিৱী জন্মগ্ৰহণ কৰাৰ প্ৰাৰম্ভিক কালছোৱাত ইযাৰ উপৰি ভাগ জলমগ্ন হৈ আছিল। সেয়ে গছ-গছনি গজিব পৰা নাছিল। জীৱকুলবো সৃষ্টি হোৱা নাছিল। মাটিৰ অবৰ্তমানত তৰু-তৃণহীন পৃথিৱীখনত থৈ থৈ জলৰাশিৰ প্ৰকাণ্ড প্ৰকাণ্ড ঢৌ আৰু উৰ্মিমালাৰ বাহিৰে দৃশ্যমান আন একোৱেই নাছিল।

পৃথিৱীৰ সৃষ্টিকৰ্তা জগদীশ্বৰ চিংবংগাই পৃথিৱীখন সজাই-পৰাই তুলিবলৈ ইচ্ছা প্ৰকাশ কৰে। এই উদ্দেশ্যেৰে সৰ্বপ্ৰথমে তেওঁ জীৱৰ সৃজন কৰিবলৈ মন মেলে। প্ৰথমতে তেওঁ জলচৰ জীৱ যেনে কাছ বা কছুৱা, কেঁকোৰা বা কাৰাকম আৰু জোক বা লেনদাদৰ সৃষ্টি কৰে। পাৰাপাৰহীন পানীৰ মাজত বিচৰণ কৰি ফুৰা এই তিনিবিধ জীৱ দেখি সৃষ্টিকৰ্তাই বিমল আনন্দ উপভোগ কৰে। অধিক জীৱজন্তু সৃষ্টিৰ বাবে প্ৰয়োজন হৈ পৰা মাটিনো ক'ৰ পৰা অনা যায় সেই বিষয়ে ঈশ্বৰে চিন্তা-চৰ্চা কৰিবলৈ ধৰে। অনেক চিন্তা ভাৱনাৰ পিছত চিংবংগাই এটি উপায় বিচাৰি পায়। সেইমতে তেওঁ কাছ, কেঁকোৰা আৰু জোকক সাগৰ তলিৰপৰা অকণমান মাটি তুলি আনিবলৈ নিৰ্দেশ দিয়ে। শতচেষ্টা কৰিও কাছ আৰু কেঁকোৰাই মাটি আনিব নোৱাৰিলে। কিন্তু সামান্য জোঁকটোৱে তাৰ আকোৰগোজ আৰু নেৰানেপেৰাৰ চেষ্টাৰ বলত সমুদ্ৰৰ অতল তলিৰপৰা অনা মাটিখিনি সাগৰৰ ঢৌৱে বাৰে বাৰে উটুৱাই লৈ গৈছিল যদিও 'জেদি' জোঁকটোৱে পৰাজয় স্বীকাৰ নকৰিলে। অনেক চেষ্টাৰ পিছত সি এধানিমান মাটি আনি তাৰ প্ৰভু চিংবংগাৰ হাতত অৰ্পণ কৰেহি। এইৰূপ মাটিৰ সহায়তে শক্তিৰ অফুৰন্ত উৎস প্ৰভু চিংবংগাই এই ধুনীয়া ধৰণী অৰ্থাৎ 'অটে দিচুম' খনৰ সৃজন কৰিলে। এই ধৰিত্ৰীৰ ওপৰতে ঈশ্বৰে নানা তৰহৰ গছ-বন আৰু মনোমুগ্ধকৰ লতা-গুল্মৰ জন্ম

দিয়ে। গছ-গছনিয়ে পৃথিবীৰ শোভা বঢ়াই ইয়াক বিনন্দীয়া কৰি তোলে।

সৃষ্টিৰ আনন্দত মতলীয়া হৈ চিংবংগাই এইবাৰ এহাল হোৰ অৰ্থাৎ ৰাজহাঁহৰ সৃষ্টি কৰে। ওখ গছৰ ডালৰ ওপৰত চৰাইহালে নিজৰ বাবে বাঁহ সাজে। কিছুদিনৰ পিছত মাইকী ৰাজহাঁহজনীয়ে এজোৰ কণী পাৰে। কিছুদিন ধৰি উমনি দিয়াৰ পিছত তাইৰ কণী ফুটি ল'ৰা-ছোৱালীৰ জন্ম হয়। এই শিশুদ্বয়কে মুণ্ডাসকলে 'হুৰ হুৰু' অথবা মানৱৰ প্ৰথম সন্তানৰূপে অভিহিত কৰে।

পৃথিবীৰ প্ৰথম মানৱযুগলে সৃষ্টি তত্ত্বৰ প্ৰতি একোকে জনা নাছিল। সেয়ে চিংবংগাই নিজেই সিহঁতক ইলি অৰ্থাৎ মদ তৈয়াৰ কৰিবলৈ প্ৰয়োজন হোৱা গছৰ শিপা আৰু পাতবোৰৰ লগত পৰিচয় কৰাই দিয়ে। মদ তৈয়াৰ কৰিবলৈ প্ৰয়োজন হোৱা গছৰ শিপা আৰু পাতবোৰৰ লগত পৰিচয় কৰাই দিয়ে। মদ তৈয়াৰ কৰা প্ৰণালীৰ বিষয়েও চিংবংগাই সিহঁতহালক সম্যক জ্ঞান দিয়ে। ইয়াৰ ফলত হুৰ হুৰুই চাউলৰপৰা 'ইলি' তৈয়াৰ কৰি সেৱন কৰে। মদ্যপান কৰাৰ পিছতহে সিহঁতৰ অন্তৰত জাগতিক আশা-আকাংক্ষা জাগৰিত হয়। তেহে সিহঁত পতি-পত্নী হিচাপে বাস কৰিবলৈ লয় আৰু সৃষ্টি কৰ্মত লিপ্ত হয়।

পৃথিবীৰ সৰ্বপ্ৰথম মানৱ-দম্পতিয়ে তিনিজন পুত্ৰ সন্তানৰ জন্ম দিয়ে। তেওঁলোকৰ নাম আছিল যথাক্ৰমে মুণ্ডা, নান্‌কা আৰু ৰ'ৰা। পিতৃ-মাতৃৰ বিয়োগৰ পিছত মুণ্ডা, নান্‌কা আৰু ৰ'ৰাই পৃথিবীৰ ওপৰিভাগত থকা পাহাৰ-পৰ্বত আৰু সমতলভূমিত পৃথিবীৰ শেষবিন্দু বিচাৰি উলিয়াব নোৱাৰিলে। যি কি নহওক এইদৰে অনাই-বনাই ঘূৰি ফুৰোঁতে সিহঁতে পৃথিবীৰ বিভিন্ন চুক-কোণ আবিষ্কাৰ কৰে আৰু অৱশেষত তিনিওজনে পৃথিবীৰ তিনিকোণত বসতি-স্থাপন কৰে।

আমি বাসকৰা অটে দিচুম অৰ্থাৎ ধুনীয়া পৃথিবীৰ আৰু মানৱ-জাতিৰ আদি পুৰুষ-নাৰী অৰ্থাৎ হুৰ হুৰুৰ সৃষ্টি সম্বন্ধে থকা এই জনবিশ্বাসটি মুণ্ডা জনজাতিৰ মাজত আজিও প্ৰচলিত হৈ আছে। মানৱ কুলৰ সৰ্বপ্ৰথম পুৰুষজনক মুণ্ডাসকলে টটা হাৰম (উলঙ্গ পুৰুষ) আৰু নাৰীগৰাকীক টটা বুঢ়ী (উলঙ্গ নাৰী) নামেৰে নামকৰণ কৰিছিল।

মুণ্ডাৰ এই জনবিশ্বাসৰ লগতে তেওঁলোকৰ আদি কালচোৱাৰ প্ৰব্ৰজন আৰু বংশবৃদ্ধি সম্পৰ্কেও লোক প্ৰবাদ থকা দেখা যায়।

টটা হাৰামৰ জন্মভূমি আজমগড়ৰপৰাই তেওঁৰ বংশধৰসকলে পৃথিবীৰ মুৰ বা শেষ বিন্দু বিচাৰি যাত্ৰাৰম্ভ কৰিছিল। 'একাশি পিৰি আৰু তিৰাশি বেদিৰে' (৮১ টা পাহাৰ আৰু ৮৩ টা সমতলভূমি) পৰিবেষ্টিত ভূখণ্ডত তেওঁলোকে প্ৰথমতে অনাই-বনাই ঘূৰি ফুৰিছিল। এনেকৈ ঘূৰি ফুৰোঁতে তেওঁলোকে ক্ৰমান্বয়ে কালাঞ্জৰগড়, গড় চিতিৰ, গড় নাগাড়ৰাড়, গড় ধাড়ৰাড়, গড় পালি, গড় লখনাউৰ, গড় নন্দন, গড়

ৰিজগড় আদিৰ পিছত অৱশেষত ৰুইদাস গডত বসতি স্থাপন কৰে। এনেকৈ বিভিন্ন গড় অথবা নগৰ স্থাপন কৰি মুণ্ডাসকলে ইতিহাসৰ অনেক কাল অতিবাহিত কৰে। কিন্তু ৰুইদাস গডত তেওঁলোকে নিৰ্বিঘ্নে কালাতিপাত কৰিব নোৱাৰিলে। কিযনো ইযাত থকা কালছোৱাতে খেৰবাড ফৈদৰ ৰজা মাধ' সিঙৰ লগত তেওঁলোকৰ সংঘৰ্ষৰ সূত্ৰপাত হয। সন্মুখ সমৰত মাধ সিং পৰাভূত হয। কিন্তু ধূৰ্ত মাধ সিঙে ইয়াৰ প্ৰতিশোধ লোৱাৰ উদ্দেশ্যে এদিন অন্ধকাৰ ৰাতিৰ সুযোগ গ্ৰহণ কৰি ইলি সেৱন কৰি নাচ গানত মতলীয়া হৈ থকা মুণ্ডাসকলক আক্ৰমণ কৰে। এই অতৰ্কিতে আক্ৰমণত মুণ্ডাসকল ছেদেলি-ভেদেলি হৈ যায। তেওঁলোকৰ বহু বীৰ যোদ্ধা ৰণত পৰে। অৱশেষত উপায়হীন হৈ ল'ৰা-তিৰোতাসকলকো লগত লৈ মুণ্ডাসকল তাৰ পৰা পলায়ন কৰে। ৰণহুঙ্কাৰ দি মাধ' সিঙে, তেওঁলোকক শিশুপাল খেদা দিযেই থাকিল। সেয়ে প্ৰাণ ৰক্ষাৰ্থে মুণ্ডাসকলে আন কোনো উপায নেপাই দক্ষিণৰ ফালে পলাযন কৰে। এনেকৈ গৈ গৈ তেওঁলোকে বুৰমোঘাট অতিক্ৰম কৰি উমেদন্দা পায। অটব্য অৰণ্যৰে ভৰপুৰ এই ঠাইডোখৰ তেওঁলোকে ঝাৰখণ্ড নামেৰে নামকৰণ কৰিছিল। মুণ্ডাভাষাত ঝাৰ শব্দৰ অৰ্থ হ'ল গছ-বন আৰু ঝাৰখণ্ড মানে হ'ল হাবিৰে ভৰা দেশ। উমেদন্দাতো তেওঁলোকে শান্তিৰে থাকিব নোৱাৰিলে। কিযনো দীৰ্ঘশৰীৰধাৰী বক্ৰকেশী ওৰাওঁসকলে চিক্‌মিকিযা তৰোৱালেৰে ওফৰা জেঙৰ দৰে ক'ৰবাৰপৰা আহি মুণ্ডাসকলৰ লগত থৈযা-নথৈয়া ৰণ লাগে। দীৰ্ঘদিনীযা দুৰ্বাদিল যুদ্ধ লগাৰ পিছত উভয় জাতিয়েই ছোটনাগপুৰ মালভূমিকে নিজৰ বাসভূমি হিচাপে গ্ৰহণ কৰে। মুণ্ডাসকলে পিছু হুহকি গৈ ৰাঁচীত অৱস্থান কৰে আৰু সেই পুৰণি যুগৰপৰাই ৰাঁচীতে ৰাজধানী পাতি মুণ্ডাসকলে প্ৰায ১৭ শ বছৰ ধৰি ৰাজ্য শাসন কৰিছিল।

ঝাৰখণ্ড অথবা ছোটনাগপুৰত মুণ্ডাসকলে নিৰ্বিঘ্নে যুগ যুগ ধৰি বসবাস কৰিব পাৰিব, সেইকথা প্ৰথম প্ৰব্ৰজনৰ সময়তে জটাধাৰী মুণ্ডা মঙ্গলতিয়ে মঙ্গল চাই ঘোষণা কৰিছিল। কোনো নৰ-মনিষ্য নথকা পাণ্ডৱবৰ্জিত এই ঠাইত উপস্থিত হৈ ৰক্ত মাংস লোলুপ হিংস্ৰ জীৱ-জন্তু, জযাল প্ৰাকৃতিক পৰিবেশৰ মুখামুখি হৈ মুণ্ডাসকলে প্ৰথমতে প্ৰমাদ গণিছিল। সেয়ে পাহান(পূজাৰী)সকলে দপ্‌দপীয়া একুৰা পবিত্ৰ জুই জ্বলাইছিল। অগ্নি দেৱতাই খাণ্ডৱ দাহ কৰাদি এফালৰপৰা ডাঠ হাবিবোৰ পুৰি গৈছিল। সাত দিন সাত ৰাতি যাবৎ জ্বলা জুইৰ পকা অঙঠাৰ ওপৰেদি সিহঁতে মন্ত্ৰপূত এটি কুকুৰা চৰাই মেলি দিছিল। কুকুৰাটি নিৰ্বিঘ্নে সাতদিন সাত ৰাতি জুইৰ ওপৰেদি পৰিভ্ৰমণ কৰা বিস্তীৰ্ণ ভূখণ্ডই তেওঁলোকৰ বসবাসৰ উপযুক্ত স্থান হ'ব বুলি মুণ্ডা পুৰোহিতসকলে থিৰাং কৰে। পুত্ৰ-পৌত্ৰাদিক্ৰমে ইয়াতে নিষ্কণ্টক হৈ বাস কৰিব বুলি দিয়া সিদ্ধান্ত সঁচা প্ৰমাণিত হয়। কিয়নো ইতিহাসে ঢুকি নোপোৱা সেই তাহানিকালৰেপৰাই মুণ্ডাসকলে আজিও এই ছোটনাগপুৰৰ ভূমিখণ্ডতে সুখে-দুখে বসবাস কৰি আহিছে।

(মুণ্ডা জনজাতিৰ উৎপত্তি সম্পৰ্কে অন্য এটা প্ৰবাদ প্ৰচলিত আছে। উক্ত প্ৰবাদটি সম্যক ৰূপত বৰ্ণনা কৰা হ'ল)

দূৰ অতীতত মানব জাতিয়ে(হুৰ হুনক') সৃষ্টিকৰ্তা চিংবংগা ভগবানক নমনা হৈ পৰিছিল। ভগবানৰ প্ৰতি পিঠি দি ধৰ্ম-কৰ্ম পাহৰি মানুহ অধৰ্মত ৰত হৈছিল। পাপৰ ভাৰত পৃথিৱীখনেই কঁপি উঠিছিল। এনে পৰিস্থিতিত চিংবংগাই কৌৱা ভাণ্ডাৰী আৰু লিপি চুচাৰি (কাউৰী আৰু কুলি) চৰাইক নিজৰ দূত ৰূপে পৃথিৱীলৈ পঠাই মানুহক সতৰ্ক কৰাইছিল। কিন্তু অধাৰ্মিক মানুহবোৰে ঈশ্বৰৰ সৰ্তক বাণীলৈ কৰ্ণপাত নকৰিলে। তেওঁলোক অপকৰ্মত আগতকৈয়ো বেছিহে লিপ্ত হৈ পৰে।

ঈশ্বৰক উলংঘা কৰা আৰু পাপ-কৰ্ম মতি থকা মানুহৰ প্ৰতি চিংবংগাই শাস্তিমূলক ব্যৱস্থা হিচাপে মানুহক ধ্বংস কৰিবলৈ আকাশৰপৰা জুই বৰষিবলৈ ধৰে। সাতদিন সাত ৰাতি জুইৰ বৰষুণ হোৱাত পৃথিৱীৰপৰা মানুহ প্ৰায় একেবাৰেই নিচিহ্ন হৈ পৰিছিল। কিন্তু চিংবংগাৰ এজনী সৰু ভনীয়েক আছিল। মানুহৰ প্ৰতি তাইৰ অন্তৰত অনুকম্পা জাগি উঠে। পৃথিৱীৰপৰা যাতে মানুহ সমূলঞ্চে নাইকিয়া হৈ নেযায় তাৰ বাবে ভনীয়েক চিংবংগা মিচিয়ে হুৰক অৰ্থাৎ মানব জাতিৰ এজন পুৰুষ আৰু এজনী মহিলা এখন বিলৰ(জভি) মাজত লুকুৱাই ৰাখে। বাৰ মাইল দীঘল আৰু বাৰ মাইল বহল এই বিলৰ মাজলৈ সোমাই যাবৰ বাবে দহখন পিতনিৰে ভৰা দুৱাৰ আছিল। এনে পিতনিৰে ভৰা দুৱাৰেদি বিলৰ ভিতৰলৈ সোমাই যোৱা অতি কঠিন আছিল। গতিকে চিংবংগা মিচিয়ে দুজন মানুহ বিলৰ ভিতৰৰ গৰ্ভৰ মাজত লুকুৱাই ৰাখিবলৈ সক্ষম হৈছিল। কিন্তু চিংবংগাৰ মনত সন্দেহ উপজিল। কিজানিবা ক'ৰবাত মানুহ নমৰাকৈ থাকি গ'ল এনে সন্দেহৰ বশবৰ্তীহৈ চিংবংগাই পুনৰ তেওঁৰ কটকী কৌৱা ভাণ্ডাৰী আৰু লিপি চোচাৰি নামৰ চৰাই হালক মৰ্ত্যলৈ পঠায়। সমগ্ৰ পৃথিৱীৰ দশোদিশ চলাথ কৰি পৰ্যবেক্ষণ কৰিও কটকীহয়ে ক'তো মানুহ বিচাৰি নেপালে। চিংবংগা মিচিৰ সাৱধানতাৰ বাবে বিলৰ ভিতৰত থকা মানুহ দুজন সিহঁতৰ দৃষ্টিগোচৰ নহ'ল। কিন্তু মহা ধূৰ্ত কাক পক্ষীয়ে মানুহ দুজনে ব্যৱহাৰ কৰি পেলাই দিয়া দুটা দনা(ইনা) অৰ্থাৎ পানীয় বস্তু খাবলৈ তৈয়াৰ কৰা পাতৰ কাপ সদৃশ পাত্ৰ বিলৰ মাজত পৰি থকা দেখিলে। সন্দেহবশতঃ তাৰে এটি দনা কাউৰীটোৱে তাৰ ঠোঁটত চেপি লৈ গ'ল আৰু চিং বংগাক দনাটো দিয়েগৈ। সেইটো দেখিয়েই পৃথিৱীত যে মানুহ এতিয়াও জীয়াই আছে চিংবংগাই বুজিব পাৰিলে। খঙাল চিংবংগাই মানুহ নামধাৰী জীৱবিধৰ পূৰ্লিয়ে পোখাই নিঃশেষ কৰিবৰ বাবে হাতত অস্ত্ৰ ধাৰণ কৰি স্বৰ্গৰপৰা পৃথিৱীলৈ নামি আহে।

চিংবংগাই পোনে পোনে জভিলৈ যায় আৰু তাৰ গৰাকী নাগে ইৰা নামৰ দেৱীক সোধপোচ কৰে। নাগে ইৰাই অতি বিনীত ভাৱে চিংবংগাক জনালে যে পৃথিৱীত থকা সকলো মানুহ অগ্নি বৃষ্টিত মৰি শেষ হ'ল। মানুহৰ অৱশিষ্ট আৰু পৃথিৱীত পাবলৈ নাই। মানুহ নাথাকিলে পাতৰ দনাটো কিদৰে জাভিলৈ আহিল বুলি

প্ৰশ্ন কৰাত নাগে ইৰা বৰ শলঠেকত পৰে। তেতিয়া তেওঁ প্ৰকৃত সত্য কথা চিংবংগাক জনায় যে তেওঁৰ ভনীয়েক চিংবংগা মিচিয়ে দয়া পৰবশ হৈ এহাল মানুহ তেওঁৰ তত্বাৱধানত থকা বিলৰ ভিতৰত লুকুৱাই ৰাখিছে আৰু সেই হাল নৰ-মনিষ এতিয়াও জীৱিত অবস্থাত আছে।

এই বাতৰি পাই চিংবেংগাৰ অতিপাত খং উঠে আৰু তৎক্ষণাত চিংবেংগা মিচিক তেওঁৰ ওচৰত হাজিৰ হ'বলৈ নিৰ্দেশ দিয়ে। চিংবেংগা মিচি অতি ভয়ে ভয়ে ককায়েকৰ ওচৰলৈ আহে। তাই ককায়েকৰ খঙাল স্বভাৱৰ মাজতো যে ক্ষমা আৰু পৰোপকাৰী ভাব এটা লুকাই থাকে সেই কথা বাৰুকৈয়ে জানিছিল। সেয়ে কৰুণাৰ সাগৰ চিংবেংগাক এহাল মানুহৰ প্ৰাণ ৰক্ষাৰ বাবে তাই কৰযোৰে প্ৰাৰ্থনা জনায়। খঙাল চিংবেংগা ভনীয়েকৰ প্ৰাৰ্থনাত পমি যায় আৰু দয়াকৰি মানুহ হালৰ প্ৰাণ দান দিয়ে।

চিংবেংগা মিচিৰ কৃপা দৃষ্টিৰ ফলত জীয়াই থকা একমাত্ৰ মানৱ দম্পতি হালৰ নাম হ'ল লাটকুম হাৰম আৰু লাটকুম বুঢ়ীয়া। সম্পৰ্কত এওঁলোক ককায়েক-ভনীয়েৰ আছিল। কিন্তু মানৱ কুলৰ বংশ বৃদ্ধিৰ তাগিদাত চিংবংগা মিচিয়ে সিহঁতহালৰ বিয় পাতি দিয়ে। এওঁলোকৰ সতি-সন্ততিসকলেই মুণ্ডা জাতি হিচাপে জনাজাত হৈ পৰিল

মুণ্ডা জাতিৰ সৃষ্টিৰ মূল এয়ে বুলি কিছুমান মুণ্ডা লোকে আজিও বিশ্বাস কৰে।

# অহংকাৰী বোৱাৰী [সাধু]

এজনী বুঢ়ীৰ দুজন পুতেক আছিল। দুয়োজনেই বিয়া কৰাইছিল। ডাঙৰজনে ধনীঘৰৰ ছোৱালী বিয়া কৰি আনিছিল। ধনীঘৰৰ বুলিয়েই বৰ অহংকাৰী আছিল। দিনৰ দিনটো একো কাম-বন নকৰি শুই-বহি কটায়। ঘৰ-দুৱাৰৰ কাম কৰক ছাৰি কুটা এগছকো দুডোখৰ নকৰে। বুঢ়ী শাহুৱেকেও ধনী ঘৰৰ বুলি তাইক খুব আদৰ-সাদৰ কৰে। ইফালে সৰু বোৱাৰীজনীৰ মাক-দেউতাক আছিল টোকোনা। এবেলা খালে সিবেলালৈ টনাটনি হয়। তাই বাপেক-মাককলৈ গৌৰব কৰিব ক'ত? সেয়েহে তাই পুৱা বিছনাৰপৰা উঠিয়েই গোবৰ পানী ছটিওৱাৰপৰা ঝাড-ঝাপটা কৰালৈকে, কাঁহী-বাটী ধোৱাৰপৰা পানী-দুনি আনি ভাত-পানী ৰন্ধালৈকে ঘৰৰ যিমানবিলাক কাম সকলো কৰিবলগা হয়। ইমান কৰাৰ পিছতো ৰবজনীয়ে হেন হে, তেন হে, ফলনা হে বুলি

সকজনীৰ খুঁত ধৰি ফুৰে। নীৰৱে সকবোৱাৰীয়ে সহ্য কৰি যায়, একো উত্তৰ নকৰে।

এদিনৰ কথা। বহুদিন বাপেক-মাকৰ ঘৰলৈ নোযোৱাৰ কাৰণে সক বোৱাৰীৰ যোৱাৰ খুবেই ইচ্ছা হ'ল। বৰজনীয়ে টোকোনা বুলি হাঁহিলেও তাই জানো মাক-বাপেকক এৰিব পাৰে। কওঁ নকওঁ কৰি শাহু আইৰ আগত ঘৰলৈ যোৱাৰ কথাটো উলিয়ালে। এই কথা শুনিয়েই বৰজনী বোৱাৰীয়ে ক'লে —'পোৰামুখী! তই গ'লে ঘৰৰ কামবিলাক কোনে কৰিব? তোৰ বাপেৰে ঘৰ-দুৱাৰ ঝাড়ু কৰি যাব নেকি? ভালে ভালে কৈছো—তই ঘৰলৈ যোৱা বন্ধ কৰ।' সকজনীয়ে তাকে শুনি ক'লে —'নহয় বাইদেউ- মই আজি যাম, কালিলৈ থাকিম আৰু পৰহিলৈ আহিম।' বৰজনীয়ে ইয়াকে শুনি গালি-গালাজ পাৰিলে যদিও বুঢ়ীয়ে অনিচ্ছা সত্ত্বেও তাইক যাবলৈ দি সোনকালে ঘূৰিবলৈ ক'লে।

সক বোৱাৰী গ'ল। যাওঁতে এডৰা কপাহ বাৰীৰ কিনাৰেদি যাওঁতে কপাহে মাত লগালে 'মা তই কোন? যাবি কলৈ'। তাই নিজৰ চিনাকি দি মাকৰ ঘৰলৈ অহাৰ কথা কলে। এই কথা কোবাত কপাহ গছে ক'লে —'মা ঘৰলৈ যাবি, যেতিয়া আমাৰ গুৰিৰ হাবি কেইটা অলপ কষ্ট কৰি চাফা কৰি দি থৈ যা'। তায়ো তাকে কৰিলে। কিছুদূৰ যোৱাৰ পিছত চুলা( চৌকা) এটাৰ কাষ পাওঁতে চুলায়ো মাত লগালে 'মা তই কোন আৰু যাবি কলৈ?' তাই এইবাৰো নিজৰ চিনাকি দি মাকৰ ঘৰলৈ অহাৰ কথা ক'লে —তেতিয়া চুলায়ে ক'লে —'মা ঘৰলৈ যাবি যেতিয়া মোৰ খাৰ কিটা উলিয়াই দি থৈ যা'। তাই খাৰ কিটা উলিয়াই দি পুনৰ যাব ধৰিলে। এইবাৰ তাই এজাক গৰু পালে। গৰুৰে ক'লে —'মা এইপিনে গৈছ যেতিয়া আমাৰ গোবৰখিনি পেলাই থৈ যা-তোৰ ধৰ্ম হ'ব'। তাই গোবৰখিনি পেলাই ঠাই টুকুৰা ঝাড়ু-ঝাপটা কৰি চাফা কৰি থৈ যাবলৈ ধৰিলে।

এইদৰে গৈ তাই এখন নদীৰ পাৰত ডিমৰু গছ এডাল পালে। ডিমৰু গছজোপা 'লেদ' (বেঁকা হৈ) হৈ পানীত ডুবি আছিল। তাইক দেখি মাত লগালে —'মা এইপিনে গৈছ যেতিয়া মোক পোনাই থৈ যা। পানীত ডুবি থাকি বৰ কষ্ট পাই আছোঁ।' এই কথা শুনি ডিমৰু গছজোপা পোনাই দি তাই যাব ধৰিলে। এইদৰে ম'হ, ঘোঁড়া, হাতী যেয়ে যি ক'লে সকলোকে পালন কৰি তাই এসময়ত ঘৰ ওলাল গৈ। কিন্তু যি ঠাইত তাইৰ মাক-বাপেকৰ সৰু জুপুৰীটো আছিল সেই ঠাইত এটা 'মস্ত ডাঙৰ' ঘৰ দেখা পালে। তাই নিজৰ চকুকে বিশ্বাস কৰিব নোৱাৰি 'কি হ'ল' ক'ত আহিলো এই কথা ভাবি ভাবি সেইখিনিতে 'ভাকুৱাই' (ভেবা লগা) থাকিল। জীয়েকে তেনেদৰে বাটত বৈ থকা দেখি মাক-বাপেক আহি তাইক মৰম-চেনেহ কৰি ঘৰলৈ মাতি নি কুশল বাতৰি ললে। বাপেক-মাকে তেতিয়ালৈকে তেওঁলোকৰ জুপুৰী ঘৰটো 'বিৰাট ডাঙৰ' হোৱাটো তৰ্কিবই পৰা নাছিল—জীয়েকৰ কথাতহে চাবিওফালে চাই

বস্ত্র-বাহানিৰে উভৈনদী হৈ পৰা দেখি বুঢ়া-বুঢ়ীৰ আনন্দ চাই কোনে?

এদিন থাকিয়েই তাই আহিবলৈ ওলাল। মাক-বাপেকে আৰু কেইদিনমান থাকিবলৈ তাইক বৰ জোৰ কৰিলে; তাই কিন্তু শাহুৱেকৰ হুকুমৰ কথা কৈ কোনোমতে নাথাকিল। বাটত আহি থাকোতে ম'হ, হাতী, গৰু, ঘোঁৰা সকলোৱে ক'ব ধৰিলে — 'তোৰ উপকাৰৰ কথা আমি পাহৰা নাই। আমিনো তোক কি দিম? ম'হ-হাতী-গৰু-ঘোঁৰা কিছু আমাৰ মাজৰপৰা বাচি থৈছো; লৈ যা কামত আহিব আৰু আমাকো ঋণমুক্ত কৰ'। তাই এই কথা শুনি হাতী-ঘোঁৰা আদি লৈ আহিব ধৰিলে। বাটত ডিমৰু গছৰ ওচৰ পাওঁতে দেখিলে —গোটেই গছ জোপাৰ ডালে-পাতে টকা লাগি আছে। গছ জোপাই কলে --' মা তোৰ যিমান খুচী সিমান টকা লৈ যা। তোৰ উপকাৰৰ কথা মই কেতিয়াও নাপাহৰো'। লগত অহা হাতী-ঘোঁৰাৰ পিঠিত কিছু টকা তুলি তাই ঘৰমুৱা হ'ব। আহোতে দেখিলে —চুলাৰ কাষত নানা ৰকমৰ ৰুটি-মিঠাই-পুড়ি-হালোৱা আদি বিধে বিধে বনাই থোৱা আছে। তাঁইক আহিব ধৰা দেখি চুলাটোৱে কলে—'তোৰ উপকাৰৰ ধাৰ সুজিবলৈ এইবোৰ ৰুটি-পিঠা বনাই থৈছো মা। তই যিমান পাৰ খাব আৰু বাকীবোৰ ঘৰলৈ লৈ যা।' এই কথা শুনি তাই পাৰেমানে খালে আৰু বাকীবোৰ হাতী-ঘোঁৰাৰ পিঠিত বোজাই দি ঘৰমুৱা হ'ল। বাটত কপাহ ডৰাত দেখিলে প্ৰতিজোপা গছত বিধে বিধে শাৰী-ধুতি লাগি আছে। তাইক অহা দেখি কপাহে ক'লে —'মা তই কৰা উপকাৰৰ কথা আমি পাহৰা নাই। তোৰ ইচ্ছামতে আমাৰ এই কাপোৰ কানিবিলাক লৈ গৈ ঋণমুক্ত কৰ'। এই কথা শুনি তাই যিমান পাৰে সিমান কাপোৰ-কানি হাতী-ঘোঁৰাৰ পিঠিত বোজাই দি ঘৰলৈ আহিব ধৰিলে।

ছাগলী বাগাল (ৰখীয়া) এটাই বুঢ়ীৰ ঘৰৰ ওচৰত ছাগলী চৰাই আছিল। বোৱাৰীয়েকে ইমানবোৰ হাতী-ঘোঁৰাত ধন-সোণ, কাপোৰ-কানি বোজাই কৰি আহিব ধৰা দেখি বুঢ়ীক মাতিব ধৰিলে —'অ' আইতা, অ' আইতা সৰু বোৱাৰীক চাবলৈ ওলাচোন; বাপৰে বাপ বহুত ধন, সোণ-হাতী-ঘোঁৰা আনিছে।' বুঢ়ীয়ে ভিতৰৰপৰাই মাত লগালে —'ধুৰ বেটা-টোকোনাৰ ঘৰত খাবলৈকে নাই; ধন সোণ পাব ক'ত? তই মিছা-মিছিকৈ তামাচা কৰিছ কিয়?' বাগালে মিছা কোৱা নাই বুলি বুঢ়ীক আকৌ চিঞৰিব ধৰাত এইবাৰ বুঢ়ী সঁচাকৈয়ে ওলাই আৰু দেখে যে হয় —একেবাৰে সত্য কথা। বোৱাৰী আহি চোতাল পোৱা মাত্ৰকে বুঢ়ীয়ে হাত-মুখ ধুবলৈ গৰম পানী যতনাই দি মিঠা মাতেৰে নানান সোধ-পোচ কৰি জা-জলপানৰ দিহা কৰি মৰম কৰিব ধৰিলে।

এইবোৰ দেখি শুনি বৰজনী বোৱাৰীৰ গা বেজবেজাই গ'ল। টোকোনাৰ

জীয়েকৰ এনে ফুটনি সহ্য কৰে কোনে? তায়ো পিছদিনা বাপেকৰ ঘৰলৈ যোৱাৰ কথা বুঢ়ীক জনালে। বুঢ়ীয়ে ভাবিলে 'খাবলৈ নোহোৱা টোকোনাৰ জীয়েকে যদি ইমানসোপা বস্তু আনিব পাৰিলে এয়ো তাইৰ দুগুণ আনিহে এৰিব' —এই ভাবি বুঢ়ীয়ে তৎক্ষণাৎ সন্মতি দিলে।

বৰ বোৱাৰী গ'ল। যাওঁতে বাটত কপাহ গছ কেইজোপাই তাইক সিহঁতৰ গুৰিৰ হাবিকিটা গুচাবলৈ কোৱাত তাই জেংজেঙাই উঠি কলে —'মোৰ বাপ, মা, শহুৰ-শাহুৰ ঘৰতেই কাম কৰা নাই তইঁতনো কোন?' এই বুলি খঙত ডাল এটা ভাঙি থৈ গুচি গ'ল। তাইক দেখি চুলাটোৱেও খাৰখিনি উলিয়াই থৈ যাবলৈ কোৱাত তাই খঙেৰে কলে —'মোৰ ঘৰত চাকৰ-বাকৰে এই কাম কৰে। এনে নীচ কথা আগলৈ নকবি' বুলি খঙত এচপৰা মাটি দলিয়াই থৈ গুচি গ'ল। এইদৰে ডিমৰু গছ, গৰু-হাতী-ঘোৰা-ম'হ যেয়ে সহায় কৰি যাবলৈ ক'লে চৱকে গোষ্ঠী পৰ্য্যন্ত উদ্ধাৰ কৰি গালি-গালাজ পাৰি মাক-বাপেকৰ ঘৰ ওলালগৈ। কিন্তু যি ঠাইত 'মস্ত বড' ঘৰ আছিল সেই ঠাইত সৰু জুপুৰী এটা দেখি ক'ত আহিলো 'কি কৰিলো' ৰাস্তাই ভুল হ'ল নে কি? এনে ভাবি ৰৈ থাকিল। এনেকৈ ৰৈ থকা দেখি মাক-বাপেকে তাইক চিনি পায় 'কি চাবলৈ তই আহিলি ঐ' বুলি কান্দি-কাটি ঘৰলৈ নিলে। ঘৰত খাবলৈ একো নথকা দেখি মাকে তিনি দিনৰ পানী পঁইতা ভাত অলপ দি হুকহুকাই কান্দিবলৈ ধৰিলে। মনৰ দুখত ৰাতিটো কটাই পিছদিনাখনেই নোখোৱা-নোবোৱাকৈ তাই ঘৰলৈ উলটিল।

এইদৰে শুদা পেটে খোজকাঢ়ি আহোঁতে ভোকে-পিয়াহে ভাগৰি পৰি জ্ঞান যাওঁ যাওঁ হ'ল। বাটত ৰৈ থকা ঘোঁড়াজাকক পিঠিত তুলি আনিবলৈ কাওবাও কৰিলে। সিহঁতে তোলা দূৰৰ কথা দুই-তিনি লাঠ মাৰি বগৰাই দিলে। কোনোমতে তাই উঠি আহি ঘৰমুৱা হ'ল। গৰুজাক ৰৈ থকা দেখি সহায খোজাত সিহঁতেও আহি খুচি-মেলি তাইক ঘূণীযা কৰি পেলালে। গাৰ বিষত বহু সময় লেবেজান হৈ পৰি কোনো ৰকমে পুনৰ আহিবলৈ ধৰিলে। বাটত লগ পোৱা ম'হ-হাতীয়েও থেকেচি তাইক আধা মৰা কৰি পঠালে। ডিমৰু গছত টকা লাগি থকা দেখি ছিঙিবলৈ লওঁতেই ডালবিলাকে চাৰিওফালৰপৰা চটণ চটণ কৰি কোবাবলৈ ধৰিলে। তাইৰ গা ফাটি চিৰাচিৰ হৈ তেজ ওলাবলৈ ধৰিলে। কাপোৰ-কানি ফাটি টুকুৰাটুকুৰ হ'ল। কোনোমতে জীউটো লৈ তাই আস্তে আস্তে আহি থাকোতে চুলাৰ কাষতে কটি-পিঠা-মিঠাই আদি খাবলৈ হাত মেলোতেই চুলাৰপৰা আধাপোৰা খৰিবোৰে উৰাই-ঘূৰাই, অথালিয়ে পথালিয়ে যেনিয়ে-তেনিয়ে কোবাবলৈ ধৰিলে। তাইৰ গোটেই গা পুৰি ছাল-বাকলি এৰাই গ'ল। বহু

সময় তাই মূৰ্চ্ছা হৈ থাকিল। জ্ঞান অহাত তাই এখোজ-দুখোজকৈ আহিব ধৰিলে। বাটত পুনৰ কপাহ গছত কাপোৰ দেখি আনিবলৈ যাওঁতেই ডালবোৰে আকৌ তাইক কোবাই আধামৰা কৰিলে। ঘাবোৰৰপৰা টোপাটোপে তেজ ওলোৱাত তাই একেবাৰে দুৰ্ব্বল হৈ পৰিল। কোনোমতে জীৱটো লৈ কঁপি কঁপি থৰক-বৰক কৰি ঘৰমুৱা হ'ল। ঘাবোৰৰপৰা গেলা-পচা গোন্ধ ওলোৱাত মাখিবোৰেও ভেনভেনাবলৈ ধৰিলে।

ছাগলী বাগালটোৱে বুঢ়ীৰ বোৱাৰীযেকৰ এনে অবস্থা দেখি বুঢ়ীক খুব জোৰে মাতিবলৈ ধৰিলে। বুঢ়ীযে ওলাই আহি বোৱাৰীযেকৰ তেনে অৱস্থা দেখিযেই মূৰ্চ্ছা গ'ল। সৰুজনী বোৱাৰী ওলাই আহি পানী-দুনি খুৱাই মেলি কোনোমতে চেতনা ঘূৰালে। বৰজনী বোৱাৰীক ধুৱাই-পখলাই নতুন কাপোৰ-কানি পিন্ধাই দি নানান আলপৈচান ধৰি, দৰব, পানী কৰি কিছুদিনৰ পিছত সম্পূৰ্ণ সুস্থ কৰি তুলিলে। ফুটনি কৰাৰ ফল হাতে হাতে পাই তাই সৰুজনীক আপোন ভনীৰ দৰে মৰম কৰি মিলিজুলি থাকিল।



পৰিচয়মূলক প্ৰবন্ধ

দ্বিতীয় অধ্যায়

# চাহ বাগিচাৰ জাতি-জনজাতি

❑ দেউৰাম তাছা

*সম্পাদকীয় টোকা ঃ*

*[অসমৰ চাহ বাগিচাৰ চাহ জনজাতিসকলৰ মাজত বহুতো জাতি-জনজাতিৰ লোক আছে । এইসকল লোকক চাহ বাগিচাত কাম কৰিবৰ বাবে ভাৰতৰ বিভিন্ন প্ৰদেশৰপৰা বেলেগ বেলেগ সময়ত অসমলৈ অনা হৈছিল । ভিন্ ভিন্ অঞ্চলৰপৰা অহা বাবেই এইসকল লোকৰ প্ৰত্যেক জন-জাতিৰে সুকীয়া ৰীতি-নীতি আৰু সামাজিক বিচাৰ আছে । পৰস্পৰৰ মাজত ভাষা-কৃষ্টি-সংস্কৃতিৰ ক্ষেত্ৰত যথেষ্ট মিল-অমিলো পৰিলক্ষিত হয় । এনে হোৱা সত্বেও অসমৰ চাহ বাগিচাত কাম কৰাৰ সূত্ৰে আৰু একেলগে সুদীৰ্ঘ দিন বাস কৰাৰ বাবে এখন অভিন্ন চাহ জনগোষ্ঠীয় সমাজ অসমত গঢ়ি উঠিছে ।*

*'চাহ বাগিচাৰ জাতি-জনজাতি' পুথিত দেউৰাম তাছাই আৰু 'চাহ বাগিচাৰ জীৱন আৰু সংস্কৃতি' পুথিত শ্ৰীসুশীল কুৰ্মীয়ে ছয়সত্তৰটাকৈ বিভিন্ন জাতি-জনজাতিৰ পৰিচয় দাঙি ধৰিছে । চাহ জনগোষ্ঠীৰ অগ্ৰণী লেখক স্বৰ্গীয় দেউৰাম তাছাৰ পুথিখনৰ আলমত ইয়াত বিভিন্ন জাতি-জনজাতিৰ একোটি চমু পৰিচয় দাঙি ধৰিবলৈ প্ৰয়াস কৰা হৈছে। ]*

১। মুণ্ডা ঃ মুণ্ডাসকলক ভাৰতৰ আদিম অধিবাসী বুলি কোৱা হয় । অসমৰ চাহ বাগিচালৈ অহা মুণ্ডাসকল ঘাইকৈ ছোটনাগপুৰ, জব্বলপুৰ, সাইবাচা, চিলিগড়, নাগপুৰ, সম্বলপুৰ, ডুমকা, ৰাঁচী, মেদিনীপুৰ, ময়ুৰভঞ্জ আদি ঠাই সমূহৰপৰাই আহিছিল বুলি কয় । মুণ্ডাসকলৰ মাজত খাড়িয়া, উৰাং, মাহলি, ভূমিজ, মানকি, ভূইনহাৰ, নাগবংশী, কংকপট, খাংহাৰ, ৰীৰহৰ, হো বা লাবকা, কোল আদি খেলৰ মানুহ পোৱা যায় । এওঁলোকৰ মাজত বিভিন্ন 'কিল্লি' বা গোত্ৰও আছে । যেনে ঃ পূৰ্তি, তম্ন, হাউ, চাংগা আইন্দ, বাৰ্লা, ভেংৰা, হেম্ৰম, তিৰু, চম্ৰ, হৰ, কান্দুলনা, কেৰাইক, হেমলাহেঁচ, বাবা, ৰীৰুৱা, মূৰা, বান্দা, চিত্ৰা, সিংকু, লাগুৰী, ইত্যাদি । এই গোত্ৰসমূহ আকৌ কিছুমান সৰু-সুৰা শাখা-প্ৰশাখাত বিভক্ত ।

২। সাওঁতাল ঃ অসমৰ চাহ মজদুৰ জনগোষ্ঠী হিচাপে পৰিচিত হৈ পৰা সাওঁতাল গোষ্ঠীৰ লোকসকল ঘাইকৈ পুৰুলিয়া, মেদিনীপুৰ, বাকুঁড়া, বীৰভূম, সাওঁতাল, পৰগণা, হাজাৰিবাগ, মানভূম, সিংভূম, সাইবাচা, ছোটনাগপুৰ, ডুমকা, পালামৌ,

ময়ূৰভঞ্জ আদি বিভিন্ন ঠাইসমূহৰ পৰাই আহিছিল । এওঁলোকৰ ভিতৰত মূৰ্মু, চৰেন, হাসদাঅ, টুডু, কিচ্কু, মাড্ডি বা মাৰান্ডি, **বেচৰা**, **হেমৰম**, **টুড়ে**, বাচ্কে আদি বাৰটা ফৈদ আছে ।

৩। **উৰাং ঃ** বঙ্গ, বিহাৰ, মধ্য প্ৰদেশৰ ভিতৰুৱা অঞ্চলৰ বিশেষকৈ চাইবাচা, তেতৰি মাল্টি, লেন্দ্ৰি, গহপুৰ চাৰচাদেৰ, কাব্ৰা, ৰাঁচী, ছোটনাগপুৰ আদি ঠাইৰ পৰা উৰাং জনগোষ্ঠীৰ লোকসকল অসমলৈ অসমলৈ আহিছিল । এওঁলোকৰ প্ৰধান ফৈদ পাঁচটা হৈছে বেৰ্গা, খাল্কা, খাড়িয়া, খেন্দ্ৰ আৰু মুণ্ডা । এওঁলোকৰ গোত্ৰবিলাক এনে ধৰণৰ ঃ মিনজি, বাসুৱাৰ, লাকৰা, তিৰ্কী, কছুৱা, তপ্ন, ধানুৱাৰ, কেৰ্কেটা, মাৰুতি, কাৱা, খালখ, কুজুৰ বাকলা ইত্যাদি ।

৪। **চাঁওৰা ঃ** চাঁওৰা জাতিৰ লোকসকল উৰিষ্যা, বিহাৰ, মধ্যপ্ৰদেশ, তামিলনাড়ু, আদিৰ অন্তৰ্গত পেল্লোকেমেন্দি অৰাইচিং, মৰিচিং, অনিদিংছা, পুতুৰ, আৰাচোং, প্ৰতা, গাঁইতা আদি ঠাই সমূহৰপৰা আহিছিল । এইজনগোষ্ঠীৰ মাজত কেইবাটাও ফৈদ আছে । ইয়াৰ ভিতৰত কিণ্ডাল চাঁওৰা, চবৰ চাঁওৰা, মনে চাঁওৰা, আচীত চাঁওৰা, কাম চাওঁৰা, কাম চাঁওৰা আদিয়েই প্ৰধান ।

৫। **ভূঁইয়া ঃ** ভূমি কৰ্মৰ লগত এওঁলোকৰ অধিক সম্বন্ধ ঘটিছিল বাবেই এওঁলোকক ভূঁইয়া নামে জনা যায় । এই জাতিৰ লোকসকল পাটনা, হাজৰীবাগ, ভগলপুৰ, গয়া, মুংগেৰ, ৰাঁচী, পালামৌ, দালটেনগঞ্জ আদি ঠাইসমূহৰ পৰাই আহিছিল । এওঁলোকৰ মাজত মাংৰিয়া, মাঘায়া, অঘৰীয়া, দাড়ুৱাৰ, মুছৰ, গজলীয়া বিচুৱাৰ আদি সাতটা ফৈদ আছে । এওঁলোকৰ গোত্ৰবিলাক হৈছে - ঋষি বা ঋষিয়াছন বালক, মোচ, ছিড়ৰা, নাগ, বাঘ, গাধায়া, পালমু আদি ।

৬। **পাহাড়ীয়া ঃ** ৰাঁচী, সাঁওতাল পৰগণা, ডুমকা, জাড়ি, কালদিগড়া, চামৰালাড়ু, চোটনাগপুৰ আদি ঠাইসমূহৰপৰা পাহাড়ীয়া জনগোষ্ঠীৰ লোকসকল অহা বুলি জনা যায় । এওঁলোকৰ ডাঙৰ ভাগটো হৈছে মাল-পাহাড়ীয়া ।

৭। **মাল পাহাড়ীয়া ঃ** পাহাড়ীয়া অঞ্চলৰ মালভূমি সমূহত বসবাস কৰিছিল বাবেই এই জনজাতি মাল-পাহাড়ীয়া নামে জনজাত হ'ল বুলি কোৱা হয় । এই জাতিৰ লোকসকলৰ আদি বাসস্থান আছিল বিহাৰ, উৰিষ্যা, মধ্য প্ৰদেশ, সাঁওতাল পৰগণা আদিৰ বিভিন্ন পাহাৰী অঞ্চল ।

৮। **পৰজা ঃ** এই জনগোষ্ঠীৰ লোকসকল উৰিষ্যা, বিহাৰ, মাদ্ৰাজ, মধ্যভাৰতৰ

জয়পুৰ, কালাণ্ডি, ময়ুৰভঞ্জ, কৰাপুট, আদিৰপৰা অহা বুলি কয় । এওঁবিলাকৰ মাজত জানি পৰজা, জুৰীয়া পৰজা, বাৰিজুৰীয়া পৰজা, গাদাৰা পৰজা, পানীংগা পৰজা, পেংগ পৰজা, কোন্দ পৰজা, গাণ্ডা পৰজা, আদি অনেক ফৈদ আছে । মাদ্ৰাজৰ পৰজাসকল মেলেক্কা, পাবাসাকা, মেৰিয়াক্কা, পুচক্কা, মাৰাক্কা, হিক্কা, হৈহকা কুলেচকাংগা, খৈকাংগা আদি বিভিন্ন ভাগত বিভক্ত । পৰজাৰ ভিতৰত যিসকলে যুদ্ধ বিগ্ৰহত অংশ লৈছিল তেওঁলোকৰ বংশধৰসকলে পাইক পৰজা বুলি পৰিচয় দিয়ে ।

পুৰণি কালত জমীদাৰ বা আন ধনী মানুহৰ ঘৰত কাম-বন কৰি জীৱিকা-নিৰ্বাহ কৰা বাবে এওঁলোক 'প্ৰজা' বা ৰায়ত হিচাবে পৰিচিত হ'ল ।

৯। গৌড় : গৌড় জাতৰ মানুহবিলাক বিলাসপুৰ, ৰায়পুৰ, ভূপাল, জব্বলপুৰ, ৰিমা আদি ঠাইসমূহৰপৰা অহা । আদিম অৱস্থাত মধ্য ভাৰতৰ গণ্ডোৱানা নামে ঠাইৰ অধিবাসী আছিল বাবেই এওঁলোক গণ্ড, গড় বা গৌড় নামে পৰিচিত হ'ল বুলি জনা যায় । খেনোৱে অৱশ্যে গণ্ডকী নদীৰ পাৰত বাস কৰিছিল বুলিয়েই গঁড় বা গৌড় হ'ল বুলিও কয় ।

এওঁবিলাকৰ ফৈদ ২৫ টা । যেনে : মাৰকাম, বঘেলটুৰী বা খচক, চৌহান, ছেদহহা, কৌৰাম, ডুইকা জগত, কৌমৰা, পাইলা-মাতৰা, কতলাম, সলাম পুৰডুৰী, পদ্ৰাম, পুৰাম, লেবকা, নভোৰতন, কুংজাম, খুবসাম, শ্যাম, লেবতা, পদাম, মাংৰা, তাৰম, মাড়ই , টেকাম, নেতাম, সুপ্ৰাম, কৰিয়াম ।

গোত্ৰত ৫ টা । যেনে : (১) চাৰ দেবেৰ নেতাম (২) সাত দেবেৰ মাড়ই (৩) পাঁচ দেবেৰ পুৰভৰী (৪) তিনদেবেৰ মাৰকাম (৫) ছয় দেবেৰ ছেদহহা ।

১০। কন্ধ : উৰিষ্যাৰ বিভিন্ন সক-বৰ ঠাইসমূহ যেনে : ব্ৰালাটিৰ, বৰহমপুৰ, উদৰগিৰি, ৰচনুকুণ্ডা, পিকবড়ি বৰিমুণ্ডা, কামাগুড়া, কুডুগুড়া, টিজবালি, বড়দাইনী, দশপলা, অনুগুল আদি পাহাৰীয়া অঞ্চলৰপৰাই এই জাতিগোষ্ঠী অসমলৈ আহিছে । এওঁলোক খাইকৈ জিমদাৰ কন্ধ, জানি কন্ধ, নাভৰীয়া কন্ধ, হলদিয়া কন্ধ আদি ভাগত বিভক্ত । জমিদাৰসকল হেনো ১৮-২০ খন বীচি বা গাঁৱৰ ৰজা আছিল বাবেই প্ৰধান হিচাপেও জনাজাত হয় ।

১১। বাইগা : মধ্যপ্ৰদেশ, বিলাসপুৰ আদি ঠাইসমূহৰপৰা বাইগাসকলৰ আমদানী হৈছিল । এওঁলোকৰ মাজত টঁকীয়া বাইগা, ধৰীয়া বাইগা, পাটনীয়া

বাইগা, ভাঁইনঠী, দেবাড়ীয়ান বাইগা, চৰজমীয়া বাইগা আদি ধৰণৰ ভাগ আছে । ইয়াৰ ভিতৰত চৰজমীয়াসকল উচ্চ আৰু ঢঁড়ীয়াসকল নিম্ন বুলি পৰিগণিত ।

১২। **খাড়িয়া ঃ** খাড়ীয়া জনগোষ্ঠীৰ আদি বাসস্থান আছিল উৰিষ্যাৰ বিভিন্ন পাহাৰী অঞ্চল আৰু মানভূম, ছোটনাগপুৰ আদি ঠাইসমূহ । এওঁবিলাক দুধ খাড়িয়া, ধোলক বা ঢেলকী খাড়িয়া, মুণ্ডা খাড়িয়া, কল খাড়িয়া , এৰেঙ্গা খাড়িয়া, পুৰাণ খাড়িয়া আদি কেইবাটাও খেলত বিভক্ত । সেইদৰে বিভিন্ন গোত্ৰ বা কিলি আছে । যেনে ঃ মুৰা (কাছ) ডুং ডুং (এবিধ মাছ ) সুৰেন (পাথৰ) চমাদ (পহু) মৈল (ধূলি) আইন্দ (মাছ), ডুং ডুং, (এবিধ মাছ), চাবলিহা, (ফল), চৰা, (এবিধ চৰাই ), তপ্ন (এবিধ চৰাই ) ইত্যাদি ।

১৩। **কোল ঃ** কোল জাতিৰ লোকসকল মধ্য প্ৰদেশ, মধ্য ভাৰত, বিহাৰ, বিমা, ৰেবা আদি ঠাইৰ পৰা আমদানী হৈছিল । মূলত ঃ এওঁলোক মুণ্ডা জাতিৰ পৰাই সৃষ্টি হৈছিল বাবে । 'কোল মুণ্ডা' বুলিও জনা যায় । অৱশ্যে ইয়াৰ মত পাৰ্থক্য আছে । এওঁলোকৰ মাজত 'ঠাকুৰীয়া', মামচি, 'ৰাউতীয়া', 'কোলকামাৰ' আদি ধৰণৰ ভাগ আছে । ইয়াৰ ভিতৰত ঠাকুৰীয়াসকলক উচ্চ আৰু কোলকামাৰসকলক নিম্ন বুলি ধৰে ।

১৪। **ভীল ঃ** এই জাতিৰ লোকসমষ্টিও চাহ বাগিচাত আছে । যদিও যথেষ্ট বুলি ক'ব নোৱাৰি । 'ভীল' শব্দৰ অৰ্থ ধেনু । এওঁলোক সেয়েহে 'তীৰ ধেনু' চলোৱাত পাৰ্গত । সাহসত অদ্বিতীয় । ৰাজস্থান, মধ্যপ্ৰদেশ, মহাৰাষ্ট্ৰ, ৰাজপুতনা আদিৰ বিভিন্ন পাহাৰীয়া অঞ্চলসমূহত এই জাতিৰ পূৰ্বজসকলৰ বাসস্থান ।

এই জাতিৰ মাজত 'উজলে' ভীল আৰু মৈলে ভীল নামৰ দুটা ফৈদ আছে । 'ককৰা', বীঢ়হৰ আদি জাতি -গোষ্ঠীসমূহ ভীল জাতিৰেই আন আন ঠাল-ঠেঙুলি বুলি বহুতে কয় ।

১৫। **সৱৰ ঃ** চাওঁৰাসকলকেই সৱৰ জাতিৰ আদিম গোষ্ঠী বুলি জনা যায় । চাওঁৰা প্ৰধান পাহাৰীয়া অঞ্চলৰপৰা যি জনগোষ্ঠী পৃথক হৈ আজি ভৈয়ামত বাস কৰা হিন্দুৰ দয়-দস্তুৰ মানি চলিলে তেওঁলোকেই সৱৰ নাম পালে বুলি কয় । এওঁলোকক 'চাৱা' বা সধা বুলিও জনা যায় । বহুতে 'কৰাৰী' বুলিও পৰিচয় দিয়ে ।

উৰিষ্যা, মধ্যপ্ৰদেশ, ছোটনাগপুৰ আদিৰ অন্তৰ্গত জটনী, চৰটিকা, দথৰা

গাঁথ, বৰ বাৰণা, ছোট বাৰণা, ফেওগড়, নোৱাগড়, মেদিনীপুৰ আদি সক-ৰৰ ঠাইসমূহেই আছিল এওলোকৰ বাসস্থান ।

১৬। **ককৰা :** কড়া-কুলি বা ককৰা জাতিৰ মানুহবিলাক পালমৌ, দালটেনগঞ্জ, মধ্যপ্ৰদেশ আদিৰ পাহাৰীয়া অঞ্চলৰ বুলি কয় । এওঁলোক 'চাৰগাঠ' (পানজ্জা আলু) 'কাঠটঙ্গী' (বাঢ়েটোকা চৰাই ), 'সনপৰী', 'এৰে' আদিক নিজৰ গোত্ৰ বুলি কয় ।

১৭। **গৰাইত :** এই জনগোষ্ঠীৰ পূৰ্ব পুৰুষসকল ৰাঁচী, মধ্যপ্ৰদেশ, বিহাৰ আৰু উৰিষ্যাত আছে বুলি কয় । এওঁবিলাকৰ মাজত বড়, তিকী, খাড় তিকী, কাচুৱা, কাৱা, ইন্দ্ৰ আৰু মাহলী গৰাইত, আদি বিভিন্ন 'কিলি বা খৈদ আছে । 'ইন্দ্ৰ' বা মাছ গোত্ৰীয়সকল সবাতকৈ উচ্চ, কাছ বা কাছুৱা কিছু নিম্ন আৰু মাইনি গৰাইতসকলক সৰ্বনিম্ন বুলি গণ্য কৰে ।

সমাজৰ মূৰব্বী শাসক আৰু পূজা-পৰ্বত পুৰোহিতৰ কাৰ্য কৰাজনক কাৰটা বুলি কোৱা হয় ।

১৮। **ভূমিজ :** ৰাঁচি, সিংভূম, মানভূম, চাইবাচা, শেখৰভূম, পকল্যা নাগপুৰ, ডুমকা, গাংপুৰ আদি ঠাইসমূহেই ভূমিজ গোষ্ঠীৰ আদি ঠাই বুলি জনা যায় ।

এওঁবিলাক 'মুণ্ডা ভূমিজ' আৰু ৰবাহী ভূমিজ' আদি ভাগত বিভক্ত । পুৰণি চামৰ ভূমিজ (পুৰুষ) সকলে নামৰ পাছত 'সিং' যুক্ত কৰিছিল । বৰ্তমান এই গোষ্ঠীয় লোকৰ সৰহ সংখ্যকেই 'গুৰু মুখ' হৈ উচ্চ হিন্দুৰ আদৰ্শত চলে ।

১৯। **ঘাটোৱাল :** এই জাতি গোষ্ঠীৰ লোকসকল বীৰ ভূম, ৰায়পুৰ, নোৱাগড়, হাজাৰীবাগ, বাঁকুড়া, ৰৰসত, মেদিনীপুৰ, ছোটনাগপুৰ, ডুমকা, পকল্যা, ঝাইলদা, সাইবাচা আদি ঠাই সমূহৰ পৰাই আহিছিল বুলি কয় । এওঁলোকৰ ভিতৰত ৰায় বা টিকইট, ঘাটোৱাৰ, সিং ঘাটোৱাৰ, শুকুৰ ঘাটোৱাৰ, ভূঞা ঘাটোৱাৰ আদি ভাগ আছে । ইয়াৰ ভিতৰত ৰায় ঘাটোৱাৰ সকলেই শ্ৰেষ্ঠ বুলি কয় ।

এই বংশীয় লোকসকলে নাগ, কাছ, ধুন্দলী হস্তী বা গণেশক নিজৰ গোত্ৰ বুলি কয় ।

২০। **তন্তা :** এই জাতিৰ লোকসকল নাগপুৰ, পকল্যা, ডুমকা হাজাৰিবাগ, ছোটনাগপুৰ আদি ঠাইসমূহৰ পৰা অহা বুলি জনা যায় । এওঁলোকৰ মাজত

ভক্তা গনজু ভক্তা, নয়া, চৰয়া আদি কেইবাটাও ফৈদ আছে । এওঁলোকে নিজকে 'পূজৰ' বুলিও কয় । আদিম কালত সকলো দেৱ-দেৱী, ভূত-প্ৰেত, ডাকিনী-যোগিনী আদিক ভক্তি বা পূজা সেৱা কৰিছিল বাবেই এওঁলোক হেনো ভক্তা বা পূজৰ হিচাপে জনাজাত হ'ল ।

এওঁলোকৰ বিভিন্ন গোত্ৰ বা কিলিও আছে । যেনে ঃ হাকিযান, টেংগৰীয়া, নাগবংশী, সূৰুজবাঁসী, খেচিয়াৰ, ধনকে, চিলকৈৰ, বালি-হাৰিয়ান, কলু খোৱাৰ (কুলি চৰাই) ইত্যাদি ।

**২১। গন্জু ঃ** হাজাৰিবাগ, ৰাঁচী, ছোটনাগপুৰ, পৰুল্যা, বাঁকুড়া আদি ঠাই সমূহেই গন্জু জাতিৰ আদি বাসস্থান বুলি জনা যায় । এওঁলোকৰ মাজত 'খেৰুৱাৰ', দেবালবন আদি ভাগ আছে ।

নাগ, শালমাছ, কাছ আৰু চুয়া নামক এবিধ চৰাইক এওঁলোকে নিজৰ গোত্ৰ বুলি কয় ।

**২২। বৰাইক ঃ** বিহাৰ মধ্যভাৰত, উত্তৰ প্ৰদেশ আদিৰ অন্তৰ্গত ৰাঁচী, শিল্লী, সিংভূম, সাইবাচা, ছোটনাগপুৰ, হাজাৰিবাগ আদি ঠাই সমূহেই আছিল বৰাইক জনগোষ্ঠীৰ আদি বাসস্থান ।

'বৰাইক' নামটো 'বৰাক'ৰ পৰা সৃষ্টি । 'বৰাক'ৰ অৰ্থ এওঁলোকৰ ভাষাত যোদ্ধা বা সৈনিক । সেয়ে যোদ্ধা প্ৰসিদ্ধ জাতি হিচাপে এওঁলোকে নিজকে 'বৰাইক' বুলি পৰিচয় দিয়ে । ক্ষত্ৰিয়, বৌতিয়া, কাৰজি চাহাব আদি কৰি এওঁলোকৰ মাজত কিছুমান ভাগ আছে । এই গোষ্ঠীৰ বহুতো লোকক 'বৰাইক' চাহাব বুলিও কোৱা হয় ।

পলিহা, মহানন্দী, হস্তী, হৰিণ, বাঘ, বাটা আদিক এওঁলোকে নিজৰ গোত্ৰ বুলি পৰিচয় দিয়ে ।

**২৩। চিক্ ঃ** 'চিকন' (ধুনীয়া)ৰ পৰাই চিক্ জাতিৰ নামকৰণ হৈছে বুলি এওঁলোকে কয় । নিজৰ বৃত্তি অনুযায়ী ৰৰ ধুনীয়া বা 'চিকন'কৈ কাপোৰ ব'ব জানিছিল । নিজে বনাই লোৱা এই কাপোৰ-কানি আন জাতৰ লগত প্ৰয়োজনীয় বস্তুৰ বিনিময়ত দিয়া-লোৱা কৰিয়েই জীৱিকা নিৰ্বাহ কৰিছিল বুলি কয় । কিছুলোকে খৰি-খেৰ আদিৰ কাৰবাৰ কৰিও চলিছিল বুলি জনা যায় ।

এই জাতিৰ মাজত চিক্ বৰাইক (কাঠৰ কাৰবাৰী), চিকোৱা গাড়া (ডফলা বাজনীয়া), চিকোৱা (ছাগলী বাগাল) চিক চৌহান (ৰজা বা জমিদাৰ শ্ৰেণী), চিকু কোঁৱৰ (বিষয়া) আদি কেইবাটাও ফৈদ আছে ।

বাঁচী, সিংহভূম, সাইবাচা, গাংপুৰ, ছোটনাগপুৰ আদি ঠাই সমূহেই এওঁলোকৰ পূৰ্বৰ ঠাই বুলি জনা যায় ।

২৪। **কাঁৱৰ** ঃ জাছপুৰ, উদয়পুৰ, সুৰগুজা আদিৰ অন্তৰ্গত কটকেল, ঝাইলেবনেসা, ঝেবাদী, বুলুংগা আদি সৰু সৰু ঠাই সমূহৰ পৰা এই কাঁৱৰ লোকসকল অসমলৈ আহিছিল ।

এওঁলোকৰ মাজত কাঁৱৰ, চাটি কাঁৱৰ, পাইখৰা কাঁৱৰ, বাঠিয়া কাঁৱৰ আৰু দুধ কাঁৱৰ নামৰ কেইবাটাও ভাগ আছে । দুধ কাঁৱৰ সকলে নিজকে শ্ৰেষ্ঠ বুলি কয় । সেইদৰে 'ঘাঁট বা ঘন্টি' (ঘণ্টা) গোত্ৰীয় সকলকো শ্ৰেষ্ঠ বুলি ধৰে । সামাজিক কাম-কাজ, আচাৰ-বিচাৰ আদিৰ আঁত ধৰাৰ বাবে এজন 'গঁৱঠীয়া বাচি লয় ।

এওঁলোকে নিজকে কৌৰৱ কুলৰ বুলিও পৰিচয় দিয়ে ।

২৫। **বাউৰী** ঃ বাঁকুড়া, বধমান, আচানচোল, মেদিনীপুৰ, শেখৰভূম, ৰাঁচী আদি ঠাই সমূহেই বাউৰী জাতিৰ পূৰ্বৰ ঠাই বুলি জনা যায় । এই জাতিৰ মাজত গৰবীয়া, ভুইলা, ভুঁই, ঝিটা বা ঝাঁইটা, মূলা, ধুলা, মালা আদি কেইবাটাও ভাগ আছে । এওঁলোকৰ সমমৰ্যাদাৰ আন এটা জাতিক উৰিষ্যাত 'খদাল' বুলি কয় ।

এওঁলোকে 'কায়স্থ বগ'ক (হঁটাগুৰি) বা বগা বগলীক নিজৰ গোত্ৰ বুলি ভাবে । এনে বগলী এওঁলোকে নামাৰেও আৰু নাখায়ো । কুকুৰক এওঁলোকে 'ঠাকুৰ' বুলি গণ্য কৰে ।

২৬। **খদাল** ঃ উৰিষ্যাৰ গঞ্জাম, বাণপুৰ আদি ঠাইৰ পৰা অহা খদালসকল বাণীদাস, বণিক দাস, দাস আৰু খদাল হিচাপে পৰিচিত । এওঁলোকৰ ভিতৰত ৭ টা ফৈদ আছে বুলি কয় ।

২৭। **কুম্হাৰ** ঃ কুমাৰ বা কুম্হাৰ জাতিৰ প্ৰধান বৃত্তি আছিল মাটিৰ কলহ, হাঁড়ি, চৰু, মলা, ধূনাদানী, বাচন-বৰ্ত্তন আদি বিভিন্ন ধৰণৰ সা-সঁজুলি বনোৱা । এই জাতিৰ পিতৃ-পুৰুষ ব্ৰাহ্মণৰ ঔৰসত কিন্তু শুদ্ৰানীৰ গৰ্ভত জন্মিছিল বুলি এওঁলোকে কয় । শালিবাহন নামৰ কোনো এক আদিম পুৰুষ এওঁলোকৰ আদিম ৰজা আছিল বুলিও কয় ।

এই জাতিৰ লোকসকল পুৰুল্যা, সুৰগুজিয়া ভুমকা, ৰাঁচী, হাজাৰিবাগ আদি ঠাই সমূহৰ পৰা আহিছিল । অঞ্চল আৰু ঠাই বিশেষে এওঁলোকে 'কুম্ভাৰ' বা 'কুম্ভকাৰ' হিচাপেও পৰিচয় দিয়ে ।

'ইৰা' নামৰ কুম্হাৰ শ্ৰেণীৰ আন এটা জাতিও চাহ্ বাগিচা অঞ্চলত আছে । অৱশ্যে সংখ্যাও কম ।

২৮। **কেওঁট :** কেওঁট জনগোষ্ঠীৰ লোকসকল কৈৱৰ্ত্ত হিচাপেও পৰিচিত । মূলতঃ এওঁলোক 'নাৱাৰ' বা নাৱৰীয়া । অতীতৰ বৃত্তি আছিল নাও বা জাহাজ লৈ নৈ বা সাগৰত মাছ মৰা আৰু ইয়াৰ বেহা-বেপাৰ কৰা ।

এইলোকসকল উৰিষ্যা, বিহাৰ, বঙ্গ আদিৰ বিভিন্ন সৰু-বৰ ঠাই সমূহ যেনে ঃ চিল্কাৰ পাৰৰ নাংগলচৰ, পথাৰা, কোলপুৰ, চাবিলিয়া, ৰম্ভা, বড়পুল, পাৰকুদি, ৰচকুদি, খোলাসুৰ, যোধপুৰ, ৰাঁচী, ছোটনাগপুৰ, হাজাৰিবাগ আদিৰপৰাই আহিছিল ।

এওঁলোকৰ মাজত (বিশেষকৈ উৰিষ্যা দেশীয়সকলৰ মাজত) ৰাঁড়ী কেওঁট বা চিমলি কেওঁট, খটীয়া কেওঁৰা বা খয়চীয়া কেওঁট, কন্ধৰা কেওঁট আদি বিভিন্ন ফৈদ আছে ।

গোত্ৰৰ ভিতৰত নাগ, পাণ, ধন্দুলী, সন্দা বা কটা আদিয়েই প্ৰধান ।

২৯। **কনখেৰ :** এই গোষ্ঠীৰ লোকসকল উৰিষ্যাৰ সম্বলপুৰ, গঞ্জাম আদি ঠাইৰ পৰা অহা বুলি কয় ।

৩০। **কৈৰী :** এই জনগোষ্ঠীৰ পূৰ্ব পুৰুষসকল উত্তৰ প্ৰদেশ, বিহাৰ, বঙ্গ, উৰিষ্যা আদি ভিন ভিন ৰাজ্যৰপৰা অহা বুলি জনা যায় ।

বিভিন্ন ৰাজ্যত এওঁলোকৰ পৰিচয়ো ভিন্ ভিন্ বুলি কয় । বিহাৰ আৰু উত্তৰ প্ৰদেশৰপৰা অহাসকলে কৈৰী বা কোয়েৰী, মেহ্তা ভগত, বাৰ্মা, কাছুৱাই, সিং, চৌধৰী আদি উপাধি লেখে । বংগৰ চুড়ীসকল আৰু উৰিষ্যাৰ সাহ্ সকলক এওঁলোকে নিজৰ বংশধৰ বুলি ভাবে । এওঁলোক মূলতঃ বৈশ্য বৰ্ণৰ । ৰাজ্য অনুপাতে ভাষাও বেলেগ ।

৩১। **কাঁহাৰ :** এই জাতিৰ লোকসকল বিহাৰ, উত্তৰ প্ৰদেশৰ বিভিন্ন ঠাইৰপৰা অহা বুলি জনা যায় । এওঁবিলাকৰ মাজত কেইবাটাও ফৈদ আছে বুলিও জনা যায় । ইয়াৰ ভিতৰত 'ভোলী' কাঁহাৰ ফৈদৰ লোক সকলে পূৰ্বৰ ঠাইত পালকী বা দোলাৰ জৰিয়তে মানুহক অলৈ-তলৈ নিয়া, বিয়া বাৰুৰ উপলক্ষে বিবাহ যাত্ৰী কঢ়িওৱা আদি কৰ্মও কৰিছিল । সেয়েহে এওঁলোকৰ আন এটা নাম 'চৌ-দুলী' বুলিও জনা যায় ।

৩২। **কাঁসাৰি :** এই জাতি গোষ্ঠীৰ লোকসকল ৰাঁচী, পৰুল্যা, ছোটনাগপুৰ,হাজাৰিবাগ আদি ঠাই সমূহৰ পৰা আহিছিল বুলি জনা যায় ।

এওঁলোকক কাঁস্‌াৰা বা কাংসাৰি বুলিও কোৱা হয় ।

৩৩। কয়া ঃ উৰিষ্যা, মধ্যভাৰত, গদালপুৰ আৰু গোদাবৰী অঞ্চলৰ বিভিন্ন পাহাৰীয়া অঞ্চলসমূহেই কয়া জাতিৰ আদিম বাসস্থান আছিল বুলি জনা যায় । এই গোষ্ঠীৰ লোক ধেনু-কাঁড় চলোৱাত অতি পাৰ্গত ।

৩৪। ৰাজোৱাৰ ঃ ৰাঁচী, পালাম, অৰমানজি, নাৱাগড়, ৰামগড়, মানভুম, বকচিদি, সাওঁতাল, পৰাগণা, পুৰুলিয়া আদি ঠাই সমূহেই ৰাজোৱাৰ জাতিৰ পূৰ্ব ঠাই বুলি জনা যায় । এওঁলোকৰ মাজত নাগবংশী ৰাজোৱাৰ, আংগোৱা ৰাজোৱাৰ আদি কেইবাটাও ভাগ আছে । নাগবংশী ৰাজোৱাৰ সকলে নিজকে জমিদাৰ শ্ৰেণীৰ বুলি কয় । নাগ, কাছ, ৰাজহাঁহ আদিক এওঁলোকে নিজৰ গোত্ৰ বুলি চিনাকি দিব বিচাৰে ।

৩৫। তুৰি ঃ এই জনগোষ্ঠীৰ লোকক 'মিৰ্ধা' নামেৰেও জনা যায় । এওঁলোকৰ মাজত মংগৰীয়া তুৰি, গিধৰীয়া তুৰি, ডুমকীয়া তুৰি, গজলীয়া তুৰি, মৰচীয়া তুৰি, হাজাৰিবাগীয়া তুৰি আদি বিভিন্ন নামেৰেও অভিহিত হৈছে । উৰিষ্যা, বংগ আদিৰপৰা উদ্ভূতসকলে 'তুৰি' আৰু বিহাৰৰ ছোটনাগপুৰ, হাজাৰিবাগ আদি ঠাইৰ উদ্ভূতসকলে 'মিৰ্ধা' হিচাপে পৰিচয় দিয়ে ।

এওঁলোকৰ কিছুমানে কাছ, ধুন্দুলী আদিক নিজৰ গোত্ৰ বুলি কয় ।

৩৬। চুঁড়ি ঃ এই জাতিৰ লোকসকল বংগ, বিহাৰ, উৰিষ্যা আদি ঠাইৰপৰা অহা বুলি কয় । এওঁলোকে নিজকে চুঁড়ি বুলি কয় যদিও চুণ্ডী, মণ্ডল, চাহু, কালুৱাৰ আদি নামেৰেও পৰিচয় দিয়ে ।

৩৭। বাগ্‌তি ঃ এই জাতৰ লোকসকল বংগ, বিহাৰ আদিৰ পৰা অহা । এওঁলোকে তেত্‌লা, কেওঁটীয়া, দাস, খৈৰা, মাল, ৰায় আদি বিভিন্ন ফৈদত বিভক্ত ।

নিজৰ গোত্ৰক তেওঁলোকে শালমাছ, কাছ, কাঁইথা বা ধুন্দুলী, কাঁইচ বা লালবগ আদি কয় ।

৩৮। মোদী ঃ এই জনগোষ্ঠীৰ লোকসকল ডুমকা, পুৰুল্যা, মেদিনীপুৰ, হাজাৰিবাগ আদি ঠাই সমূহৰপৰা আহিছিল ।

হাজাৰিয়া মোদী, ডুমকীয়া মোদী, পাটমূৰা মোদী আৰু চাঁকা মোদী আদি কেইবাটাও খেল আছে । চাঁকাসকলে নিজকে শ্ৰেষ্ঠ বুলি কয় । ৰাজগোত্ৰীয় মোদী , জলমোদীৰ দৰে আন আন প্ৰশাখাত আছে বুলি কয় ।

৩৯। চৰাঁগ ঃ ৰাঁচি আৰু পুৰুল্যাৰ পৰা এই জাতৰ লোক গোষ্ঠীসমূহ আহিছিল

বুলি জনা যায় । পূৰ্বৰ ঠাইত বিভিন্ন শ্ৰেণীৰ জমিদাৰৰ তলত এওঁলোকে খেতি খামাৰ কৰি জীৱিকা নিৰ্বাহ কৰিছিল বুলিও জনা যায় ।

৪০। **হাজাম** ঃ বংগদেশত চন্দ্ৰ বৈদ্য, শীল, চন্দ, বিহাৰত ঠাকুৰ, শৰ্মা, পঞ্জাৱত ৰাজা, মাৰোৱাৰত নিয়োগী, উৰিষ্যাত ভণ্ডাৰী আদি উপাধি লেখা লোকসকলেই হাজাম বা নাৱা গোষ্ঠীৰ বুলি জনা যায় ।

এই গোষ্ঠীৰ মাজত 'অৱধিয়া' আৰু 'কনৌজিয়া' নামৰ দুটা প্ৰধান ভাগ আছে ।

চাহ বাগিচালৈ অহা হাজাম গোষ্ঠীৰ এই লোকসকল ঘাইকৈ হাজাৰিবাগ, মুংগেৰ, চাপ্ৰা, আৰে, বলিয়াৰ, সুৰগুজিয়া আৰু মজঃফৰপুৰ আদি ঠাইসমূহৰপৰাই আহিছিল বুলি জনা যায় ।

৪১। **হালুৱাই** ঃ এই জাতৰ লোকসকলে নিজকে বৈশ্য বৰ্ণৰ বুলি কয় । বিহাৰ, উত্তৰপ্ৰদেশ, উৰিষ্যা আদি ৰাজ্যৰ জনকপুৰ, জব্বলপুৰ, গাজীপুৰ, কটক, পাটনা আদি ঠাইসমূহেই হালুৱাই জাতৰ আদিম ঠাই আছিল বুলি জনা যায় । এই জাতৰ বনুৱা চাহ বাগিচা অঞ্চলত খুবেই কম ।

এওঁলোকৰ ভিতৰত মযায়া, মদেশী, কনৌজিয়া আদি ভাগ আছে ।

এই গোষ্ঠীৰ সমতুল্য আন দুটা জাতি গোষ্ঠীও চাহ বাগিচাত আছে । জাতি দুটা হ'ল উৰিষ্যাৰ পৰা অহা 'গুৰিআ' আৰু বংগদেশৰপৰা অহা 'ময়ৰা' সকল ।

এই জাতৰ সমকক্ষ নহ'লেও 'খয়ৰা' নামৰ আন এটা জাতিও চাহ বাগিচা অঞ্চলত আছে । এই জাতি গোষ্ঠীৰ লোকসকল বংগৰপৰা অহা বুলি জনা যায় ।

'নুনীয়া' নামৰ বনুৱা গোষ্ঠীৰ আন এটা জাতিও চাহ বাগিচা সমূহত অলপ অচৰপ আছে ।

৪২। **ৰজক** ঃ সৰ্বসাধাৰণ লোকে এওঁলোকক 'ধুবি' বুলি কয় যদিও এওঁলোকে নিজকে 'ৰজক' বুলিহে পৰিচয় দিয়ে । কিছুমে ঝাড়ুৱা শুক্লবৈদ্য আদিৰেও চিনাকি দিয়ে ।

এই জনগোষ্ঠীৰ লোকসকল বংগ, বিহাৰ, উত্তৰ প্ৰদেশ আদি বিভিন্ন সৰু-বৰ ঠাইসমূহৰ পৰাই অহা বুলি জনা যায় ।

৪৩। **দুচাদ** ঃ এই জাতিৰ লোকসকল মধ্যভাৰত, বিহাৰ, চিত্তৰান আদি ঠাইৰপৰা অহা । এওঁলোকে কনৌজিয়া, পাচুৱান, কুৰনা, ডাঁৰি মগায়া, পঞ্চুৱাৰ, চিৰটা

আদি কেইবাটাও ভাগত বিভক্ত । বহুতে কয় 'দুচাদ' জাতিটো চামাৰ জাতিৰপৰা ফাটি আহি এটা স্বাতান্ত্রিক জাতি হিচাবে প্রতিষ্ঠা লাভ কৰিছে ।

৪৪। তংলা : এই জাতিৰ লোকসকল উৰিষ্যাৰ আন্দুল, ধেংকানল আদি ঠাই সমূহৰ পৰা অহা । এওঁলোকৰ মাজত বেহৰা, বণ্ডটীয়া, কাণ্ডী তংলা, চামল তংলা আদি কেইবাটাও ভাগ আছে । এওঁলোকে নিজকে নাগ গোত্রীয় বুলি চিনাকি দিয়ে ।

৪৫। পাছি : পাছি জাতৰ পূৰ্বৰ ঠাই আছিল বিহাৰ আৰু উত্তৰ প্ৰদেশ । আন জাতৰ তুলনাত চাহ বাগিচা অঞ্চলত এওঁলোকৰ সংখ্যা যথেষ্ট কম ।

এওঁলোকে নিজকে পাছি বা চৌধুৰী বুলি চিনাকি দিয়ে । আন জাতৰ দৰে এওঁলোকৰ কোনো সৰু-বৰ ভাগ নাই । তীৰ্থস্থান 'কাশীধাম'ক এওঁলোকে নিজৰ গোত্ৰ বুলি কয় । এওঁলোকৰ ভাষা ভোজপুৰী ।

৪৬। তেলী : এই গোষ্ঠীৰ লোকসকল বিহাৰ আৰু উত্তৰ প্ৰদেশৰ পৰা অহা বুলি কয় । পূৰ্বৰ ভাষা আছিল হিন্দী আৰু ভোজপুৰী ।

এওঁলোক বিহাউত কনৌজিয়া, পাথ, বাংগালী, বোৰীয়া, হৰদিয়াল আৰু মযয়া আদি কেইবাটাও ভাগত বিভক্ত । এওঁলোকৰ মাজতো নাগ, কচ্ছপ আদি গোত্ৰৰ লোক আছে । তেল পেৰা তেলৰ ব্যৱসায় কৰা বাবেই এওঁলোক 'তেলীয়া বা তেলি' হিচাপে জানজাত হয় । ভাৰতৰ যি যি ঠাইত খোৱা তেলৰ প্ৰয়োজন অধিক সেই ঠাই সমূহত এই জাতিৰ অস্তিত্ব আছে বুলি কোৱা হয় ।

৪৭। বণিয়া : বাণিজ্য বা বেপাৰ কৰা বৃত্তিয়াল জাতিৰ বংশধৰ সকলেই বণিয়া বুলি পৰিচয় দিয়ে । পুৰুলিয়া, মেদিনীপুৰ, ডুমকা, হাজাৰিবাগ, মজঃফৰপুৰ আদি ঠাই সমূহৰ পৰাই সেই গোষ্ঠীয় লোকসমূহ বাগানলৈ আহিছে । এওঁলোক বৈশ্য বৰ্ণৰ ।

গন্ধ বণিয়া, সোণাৰ বণিয়া, শাক বণিয়া, চাঁন্দ বণিয়া, কেশৰী বণিয়া, আগৰ বণিয়া, কালুৱাৰ বণিয়া আদি কৰি কেবাটাও ফৈদ আছে । দেচুৱাল বণিয়া আৰু পুটলী বণিয়াক নিম্ন মৰ্যাদাৰ বুলি ধৰে । এওঁলোকৰ ধৰম-কৰম, দয়-দস্তৰ সমূহত আদিম প্ৰভাৱ থাকটোৱেও মূল কাৰণ বুলি কয় ।

৪৮। ভাট : ভাট, ভট্ট বা নাট -ভাট গোষ্ঠীৰ লোকসকল অসমৰ চাহ বাগিচাবোৰত আছে যদিও বৰ বেছি বুলি ক'ব নোৱাৰি । এওঁলোকে নিজকে ক্ষত্ৰিয়ৰ বংশধৰ বুলি কয় । এই গোষ্ঠীৰ মাজত ভাব্ ছোৱাজা, ব্ৰাহ্মণ, ভট্ট,

দাজউনবি, গজভীম, মগকেলিয়া, গন্ধৰ্ব, মহাপাত্ৰ, ৰায় আৰু ৰাজভট্ট আদি কৰি ৯ টা ভাগ আছে ।

এই গোষ্ঠীৰ লোকসকল বিহাৰ, উত্তৰ প্ৰদেশ আৰু উৰিষ্যাৰ পৰা আহিছিল বুলি জনা যায় ।

৪৯। **চাষা :** কৰণ বা কায়স্থ কুলেই চাষা বা ওচা জাতিৰ মূল গোষ্ঠী বুলি কোৱা হয় । চাষাৰ অৰ্থ খেতিয়ক । যিসকলে কৃষিৰ ওপৰত নিৰ্ভৰ কৰি বিভিন্ন খেতি-বাতিকেই জীৱিকা-নিৰ্বাহৰ প্ৰধান উপায় হিচাপে বাছি ল'লে তেওঁলোকেই সিং, চৌধুৰী, সাউ, কৰণ কায়স্থ, তাছা, (চষা), কুৰখীয়া, মুদলী আদিৰে পৰিচয় দিয়ে ।

যিসকলে ৰজা-মহাৰজাৰ লগত দৰবাৰত থাকি যুদ্ধ-বিগ্ৰহ আদি পৰিচালনা কৰিছিল, যুদ্ধত অংশ গ্ৰহণ কৰিছিল তেওঁলোকক প্ৰধান, খণ্ডাইত, পাইক, বেনটিকা, মালুৱা আদি নামেৰে জনা যায় ।

এই গোষ্ঠীৰ লোকসকল উৰিষ্যাৰ নাকীটনা, গড়, ৰাণীগড় ঝাৰেদী, গোবিন্দপুৰ, পাৰকুড, পঞ্চপাড়া, পুৰী, ধেংকানল আদি ঠাই সমূহৰ পৰা আহিছিল বুলি কয় ।

৫০। **ৰাজপুত :** এই গোষ্ঠীৰ লোকসকল ঘাইকৈ বিহাৰ, মজঃফৰপুৰ, বংগ, জয়পুৰ, ৰাঁচী, ঝাঁকুড়া, মেদিনীপুৰ, পুৰুল্যা, চাইবাসা আদি বিভিন্ন ঠাইৰপৰা অহা বুলি কয় । অঞ্চলভেদে এওঁলোকে ৰাঠুৰ, গহ্ৰওৱাল, পাৰমাৰ, চৌহান ফৈদৰ বুলিও পৰিচয় দিয়ে । ক্ষত্ৰী, সিংহ, ৰাজ, ৰাণা, চৌহান, সূৰ্যবংশী, ৰাজপুত আদি বিভিন্ন উপাধিও লেখে । এওঁ বিলাকৰ ভিতৰত ৰাঠুৰ মেৱাৰ, কাশ্যপ মেৱাৰ, নাগ আদি গোত্ৰ আছে বুলি কয় ।

৫১। **গউড় :** এই জাতিৰ লোকসকল উৰিষ্যাৰ পৰা আহিছিল । এওঁলোকৰ মাজত বচিয়া গউড়, কাণ্ডিয়া গউড়, বিদ্যা গউড়, আৰু কানুঘণ্টীয়া গউড় নামৰ প্ৰধান চাৰিটা ফৈদ আছে । যাদৱ , পোপাল, পাড়িৰা আদিয়েই গউড় জাতিৰ আন আন উপাধি ।

৫২। **গুৱালা :** এই জনগোষ্ঠীৰ লোকসকল পুৰুল্যা, মেদিনীপুৰ, সাইবাচা, ৰাঁচী, ডুমৰীয়া আদি ঠাই সমূহৰ পৰা আহিছিল । আদি ঠাইত প্ৰধান বৃত্তি আছিল গো-পালন । ইয়াৰ লগতে তেওঁলোকে গাখীৰ, দৈ, ঘিউ, মাখন আদিৰো কাৰবাৰ কৰিছিল ।

এওঁবিলাকৰ ভিতৰত কৃষ্ণ গোৱালা, নন্দ গোৱালা, দধি গোৱালা,

চাওনীয়া গোৱালা আদি কিছুমান ফৈদ আছে ।

দুধি নাগ, কালী নাগ, ভঁইচা, শালমাছ আদিক এওঁলোকে নিজৰ গোত্ৰ বুলি কয় ।

৫৩। বাঢ়ে ঃ উৰিষ্যাৰপৰা অহা 'বঢ়েই' বা 'বাঢ়ে' আৰু বিহাৰৰ পৰা অহা 'মিস্ত্ৰী' গোষ্ঠীৰ লোকসকল মূলতঃ এক ৰাজ্যভেদে নাম বেলেগ বুলি জনা যায় ।

এই গোষ্ঠীৰ মাজত 'বিহাত', 'সংগত', 'বাঢ়ি' আৰু 'পান বাঢ়ে' আদি কেবাটাও ফৈদ আছে । গোত্ৰৰ ভিতৰত কাছ, বাঘ, নাগ, হাতী আদিয়েই প্ৰধান ।

৫৪। প্ৰধান ঃ উৰিষ্যাৰ পৰা অহা এই গোষ্ঠীৰ লোকসকলৰ বংশজসকলে সেই ঠাইৰ বিভিন্ন পূজা থান আৰু পূজা মন্দিৰৰ পুৰোহিত শ্ৰেণীৰ প্ৰধান আলধৰা বা সহায়ক আছিল বাবেই এওঁলোক 'প্ৰধান' বুলি পৰিচিত । অৱশ্যে 'কোণ্ড প্ৰধান' সকলৰ লগত এওঁলোকে সংশ্ৰৱ নাৰাখে । নাগ, বৰাহ আদিক গোত্ৰ বুলি কয় ।

৫৫। মহান্তি ঃ এই গোষ্ঠীৰ লোকসকল উৰিষ্যাৰ পৰা অহা । পূৰ্বৰ ঠাইত এই বংশীয় (গোষ্ঠী) লোকে ৰজা-জমিদাৰৰ বিভিন্ন কাম-কাজৰ হিচাপ ৰখা, দ'ল-দেৱালয়, মঠ-মন্দিৰ আদিৰ উন্নয়নৰ কাম-কাজত দৃষ্টি ৰখা, আৰু পূজাৰী বা পুৰোহিত শ্ৰেণীৰ সহায়ক হিচাপে থাকি বিভিন্ন কাম আদি কৰিছিল ।সেয়ে পূৰ্বৰ প্ৰভাৱ থকা হেতু এওঁলোকে নিজ হাতে হাল-কোৰ বাই খেত-খামাৰ কৰাতকৈ অন্য মানুহ লগাইহে কৃষি-কাৰ্য্য চলায় ।

এওঁলোকে নিজকে বাঘ গোত্ৰীয় বুলি কয় ।

৫৬। মাহলি ঃ বংগ, বিহাৰ, উৰিষ্যা আদি ৰাজ্যৰ ৰাঁচী, বাঘ মুড়, চিলি, ঝেলদা, পাওকুম, মানভূম, ডুমকা আদি ঠাই সমূহেই 'মাহলি' গোষ্ঠীয়সকলৰ পূৰ্বৰ ঠাই বুলি জনা যায় । গোত্ৰ আৰু ঠাইৰ নামানুসৰিও তেওঁলোকৰ ফৈদবোৰ গঠিত বুলি কয় । এইমতে এওঁলোক 'কানটিয়াৰ' বাঘমুড়ীয়া, জুমৰকুদৰীয়া, নাগপুৰীয়া, পাতকুমিয়া আদি ভাগত বিভক্ত ।

৫৭। কুৰ্মি ঃ উত্তৰ প্ৰদেশ, বিহাৰ, বংগ, উৰিষ্যা, উত্তৰভাৰত, দক্ষিণ ভাৰত আদিৰ বিভিন্ন ঠাইসমূহ যেনে ঃ ভাগলপুৰ, মেদিনীপুৰ, মুংগেৰ, মিৰ্জাপুৰ, কানপুৰ, পুৰুল্যা, বাঁকুড়া, দিনাজপুৰ, নোৱাখালি, কেওঁজৰ, ময়ুৰভঞ্জ,

ছোটনাগপুৰ, মানভূম, দেবাস, হাজাৰিবাগ, চাওঁতাল, পৰগনা, বৰদা, নাগপুৰ, গাই কোঁৱৰ, গোৱালিয়ৰ আদি ঠাইত কুৰ্মিসকলৰ বিভিন্ন গোষ্ঠীয়ে বিভিন্ন ৰীতি-নীতি, আচাৰ-বিচাৰেৰে প্ৰসিদ্ধি লাভ কৰি আছে ।

এওঁলোকক উত্তৰ ভাৰতত কুৰ্মি, মহাৰাষ্ট্ৰ, মাৰাঠা, কুনবী, মাদ্ৰাজত নাইডু, মহীশূৰ অন্ধ্ৰত কাপু বা ৰেড্ডী, ভক্কালিয়ৰ, বোম্বাইত পট্টিদাৰ, গুজৰাটত পেটেল বা পাতিল বুলি কয় । এইদৰে বিভিন্ন ঠাইত এই গোষ্ঠীক বঘেল, চণ্ডেল, পাওৱাৰ, চৈথৱাৰ, জয় চৌৱাৰ, বয়চৌৱাৰ, কাঠিয়াৰ, বিঝৱাৰ, পাটনৌৱাৰ, গংগান্সৰী, কপৌজিয়া, খাৰেবিন্দু, পাতাবিহা, বৰদিয়া আদি নামেৰেই জনা যায় ।

অসমৰ চাহ বাগিচালৈ অহা এই গোষ্ঠীৰ লোকসকলে সাধাৰণতে কুৰ্মি, মাহাত, মাহাতু, মেহ্তা, সিং, চৌধুৰী আদি বুলিয়েই পৰিচয় দিয়ে ।

**৫৮। পানিকা ঃ** এই জনগোষ্ঠীৰ লোকসকল মধ্যপ্ৰদেশ, ৰিমা, চিৰবিদা, সুৰগুজা, বিলাসপুৰ আদি ঠাইৰপৰা আহিছিল ।

এই গোষ্ঠীৰ লোকসকল কবিৰাহা, শক্তাহা, মাড়লা, ভক্তাহা, চুৰগুজীয়া আদি কেবাটাও ফৈদত বিভক্ত । ইয়াৰ উপৰি পাড়ুৱাৰ (ভঁইচ) চাঁওৰা, মাৰায়া, দ্বাৰকা, চুঁটি, পাৰেৱা, গালখোৰ, সোনোৱানি, ধনগুৰ, কঠী আদি গোত্ৰীয় বিভাগো আছে ।

**৫৯। পাতৰ ঃ** মেদিনীপুৰ, সাইবাচা, পুৰুলিয়া, বাঁকুড়া, খড়্গপুৰ আদি ঠাই সমূহেই পাতৰ গোষ্ঠীৰ পূৰ্বৰ ঠাই বুলি কয় । মূলতঃ এওঁলোক তুণ্ডুৰায় শ্ৰেণীৰেই বংশধৰ ।

**৬০। তাঁতী ঃ** তাঁতীসকল কাপোৰ বনোৱা এটা বৃত্তিয়াল জাতি । অতীজ কালত এওঁলোকক তন্তী, তন্তীপাল বা তন্তবায় বোলা হৈছিল । সমগ্ৰ ভাৰতত এই জাতিৰ বিভিন্ন শাখা-প্ৰশাখা থাকিলেও বিশেষকৈ বংগ, বিহাৰ আৰু উৰিষ্যাৰ পৰাই এওঁলোক অসমলৈ আহিছে ।

এই গোষ্ঠীৰ লোকসকলে সাধাৰণতে তাঁতী বুলিয়েই পৰিচয় দিয়ে যদিও, কিছুৱে আনুষংগিক অতীজ কৰ্মক ভিত্তি কৰি, কিছুৱে গোত্ৰক ভিত্তি কৰি আৰু কিছুৱে অতীজ বংশক ভিত্তি কৰিহে নিজৰ পৰিচয়ো দিয়ে । যেনে ঃ যিসকলৰ গোত্ৰ 'মহা নন্দীয়া' তেওঁলোকে 'নন্দ', যিসকলৰ গোত্ৰ 'সোন' তেওঁলোকে 'সোনা' বা 'সনাতন' যিসকলৰ দীপ বা বত্তি তেওঁলোকে 'দীপ' বা 'কুলদীপ', ছাতু বা কাঠফুলা গোত্ৰীয় সকলে 'ছত্ৰী' বা 'ছত্ৰীয়া', নাগ

গোত্ৰীয়সকলে 'নাগ', খেত-খামাৰ কৰি জীৱিকা চলাওঁতা সকলে 'চাচনী', জগদলা বংশীয়সকলে 'দল' বা 'দলে'. গোষ্ঠীগত বিষয়বাব থোৱা সকলে 'পাত্ৰ', পাত্ৰ আৰু 'নায়ক' আৰু মূৰবী গোত্ৰীয়সকলে 'কবকবীয়া' বুলি নিজৰ পৰিচয় আদি দিয়ে ।

ইয়াৰ উপৰি এওঁলোকৰ কিছুমানে হৰপাল, মল্লিক, সাঁৰাচী, বিভাৰ বা বাবিক, ঢাণ্ডি বা তঁউয়া, বাগ, দাস, জাল আদি উপাধিও ব্যৱহাৰ কৰে । 'গেড়া তাঁতী বুলি সম্বলপুৰৰ পৰা অহা আন এটা প্ৰশাখাও আছে ।

ফৈদ ভিত্তিক কৰ্ম সম্পাদন কৰাৰ বাবে এই গোষ্ঠীৰ মাজত 'পান' বা পান তাঁতী, দশফলীয়া তাঁতী, ফুলবৰীয়া তাঁতী, বজনীয়া তাঁতী, ঘুমচৰীয়া তাঁতী, বৌদিয়া তাঁতী আদিৰো অস্তিত্ব আছে বুলি জনা যায় ।

৬১। **হাৰি :** এই গোষ্ঠীৰ লোকসকল ঘাইকৈ উৰিষ্যা আৰু বংগ দেশৰ পৰাই অহা । এওঁলোক দাস, ৰায়, হাজিৰা, চহিদ, ফুলমালী আৰু হাৰি বুলিয়েই পৰিচয় দিয়ে । পূৰ্বৰ ঠাইত উচ্চ কুলজ আৰু ধনী-মানী, জমিদাৰ আদিৰ বাবী ঘৰত বিভিন্ন ধৰণৰ কাম-বন কৰি পোহপাল গৈছিল । ঘোঁৰা শিকোতা, ঘোঁৰাৰ ভাল-বেয়া গুণ বিচাৰ কৰা আৰু ঘোঁৰা বিষয়ৰ সকলো কামতে সংশ্ৰৱ ৰখা, এওঁলোকৰ আন এটা প্ৰধান কৰ্ম আছিল বুলি জনা যায় ।

৬২। **চামাৰ :** জব্বলপুৰ, ৰায়পুৰ, ধানবাদ, বিমা, পুৰুল্যা আদি ঠাইসমূহৰ পৰাই চামাৰ জাতিৰ লোকসকল অসমলৈ আহিছে । এটা জাতিৰ পুৰণি নাম চাঁৱৰ, চামাৰ বা চৰ্মকাৰ । এওঁলোক পূৰ্বৰ ঠাই সমূহত চামৰাৰ ব্যৱসায় কৰা এটা বৃত্তিয়াল জাতিৰ বংশধৰ ।

এই জনগোষ্ঠীৰ মাজত ধুচীয়া, দোহাৰ, দেচুৱাবা, কনৌজিয়া, পন্‌জৰীতোড়, ছেত্ৰী আদি কেবাটাও শাখা আছে বুলি জনা যায় ।

এই গোষ্ঠীয়সকলে নিজকে সূৰ্যবংশীয় বুলি কয় আৰু সূৰ্যক মানে । সূৰ্যৰ আন এটা নাম ৰবি । এতেকে ৰবিৰ ভক্ত হোৱা বাবেই এওঁলোকৰ আন এটা নাম 'ৰবিদাস ।'

এওঁলোকৰ পূৰ্বৰ ভাষা ভোজপুৰী ।

৬৩। **ঘাঁসী :** এই গোষ্ঠীৰ লোকসকল পাটনা, ছোটনাগপুৰ, হাজাৰিবাগ, সম্বলপুৰ, কালাহাণ্ডি, ডুমকা, ৰাঁচী, নোবাগড়, ঢেংকানল আদি ঠাইসমূহৰ পৰাই আহিছিল বুলি জনা যায় ।

গোষ্ঠীগত প্ৰথা অনুসৰি এওঁলোক নাইক, তুমড়ীয়া নাইক, বজনিয়া

নাইক, ঘাঁসী নাইক আদি কিছুমান খেলত বিভক্ত । ইয়াৰ ভিতৰত নাইক বোৰেই মান ধৰমত ডাঙৰ । এওঁলোকে নাগ, বাঘ, ঝিংগা, ধুন্দুলী, সোনা, শালমাছ আদিক নিজৰ গোত্র বুলি কয় ।

৬৪। ডোম : বংগ আৰু উৰিষ্যাৰ পৰাই এই গোষ্ঠীৰ লোকসমূহ অসমলৈ আহিছে । নিম্ন হিন্দু বুলি পৰিগণিত হোৱা জনগোষ্ঠীৰ লোকসকলকো পূৰ্বৰ ঠাইৰ ৰজা-মহাৰজা-জমিদাৰ-মহাজন আদিয়ে বংশানুক্রমিক হিচাপে 'দাস' কৰি ৰাখিছিল ।

এওঁলোকৰ মাজত নাগ বাঁ কালিন্দ্রী, চিখইৰা, বাচফৰ বা বাল্মিকী আদি বিভিন্ন ভাগ আছে । এই গোষ্ঠীৰ লোকে ষাঁড়, গৰু , শালমাছ, কাছ, ধুন্দুলী, নাগসৰ্প আদিক নিজৰ গোত্র বুলি ভাবে । বংগ আৰু উৰিষ্যাৰ পৰা অহা ডগুচী নামৰ লোক গোষ্ঠীৰ সকলো আচাৰ-বিচাৰ ডোম গোষ্ঠীৰ লগত মিলে । 'পাইদী' সকলকো এই গোষ্ঠীৰ সমকক্ষ আন এটা জাতি বুলি গণ্য কৰা হয় ।

৬৫। কমাৰ : কমাৰসকল কৰ্মকাৰ, লাহোৰ বা লহৰা নামেও জনাজাত । দা-কটাৰী, নাঙলৰ ফাল, কাঁচি আৰু বিভিন্ন ধৰণৰ অস্ত্র-শস্ত্র আদি বনোৱা এটা বৃত্তিয়াল জাতি । পূৰ্বৰ ঠাই সমূহত লোহা ঢালাইৰ কাম আদিতো এই জাতিৰ পটুতা আছিল বুলি জনা যায় । পুৰুল্যা ঝাইলদা, বাঘমুড়, ডুমকা, লোহাৰ দাগী, হাজাৰিবাগ, ৰাঁচী, নাগপুৰ আদি সৰু-বৰ ঠাই সমূহেই কমাৰ জাতিৰ আদি বাসস্থান বুলি জনা যায় ।

৬৬। পাইক : পাইকসকলক সাধাৰণভাৱে সৈনিক শ্রেণীৰ লোক বুলি কোৱা হয় । অতীজ ঠাইত এওঁলোকৰ পূৰ্ব পুৰুষসকলে হেনো পুৰুষানুক্রমেই সেনাবাহিনীত যোগদান কৰিছিল । এওঁলোকৰ আন এটা নাম 'দেহুৰী ।'

এওঁলোকৰ ভিতৰত খণ্ডাইত পাইক, বাৰটিকা পাইক, সুদ পাইক, দৰা পাইক, ৰনা পাইক আদি বহুতো ভাগ উপভাগ আছে ।

এই গোষ্ঠীৰ লোকসকল উৰিষ্যা, বিহাৰ আদিৰ পৰা অহা ।

৬৭। দেচুৱা : দেচুৱা জাতৰ লোকসকলেও নিজকে পাইক বুলি পৰিচয় দিয়ে । অৱশ্যে এওঁলোকৰ পূৰ্বজসকলে যুদ্ধ ক্ষেত্রত গৈ যুদ্ধ কৰিবলগীয়া হোৱা নাছিল । ৰাজ-দৰবাৰত থাকি ৰজা আৰু বিষয়াসকলৰ গা-ৰখীয়া হিচাপে থকাটোহে আচল বৃত্তি আছিল ।

এই জাতিৰ লোকৰ সংখ্যা, চাহ বাগিচা অঞ্চলত আন জাতৰ তুলনাত কম যেন দেখা যায় । এওঁলোক উৰিষ্যাৰ পৰা অহা বুলি কয় । দেচুৱাৰ প্রতীক ঢাল বুলি কয় ।

৬৮। বেদীয়া : এই জাতৰ লোকসকল হাজাৰিবাগৰ, ৰামগড়, বাঁচীৰ চৰয়া, অবমাঝি আদি ঠাইৰ পৰা আহিছিল বুলি জনা যায় । এওঁলোকে কুৰ্মি বুলি পৰিচয় দিয়ে যদিও কুৰ্মিৰ সমান মৰ্যাদাৰ নহয় বুলিও কয় । এওঁলোকৰ মাজত চিলিমাশি, গোলৱাৰ আৰু টামাৰিয়া নামৰ তিনিটা ঠাল আছে । চিনাকি দিওঁতে বেদিয়া, বেদিয়া কুৰ্মি, বেদিয়া মাহ্তু বা ছোট কুৰ্মি বুলিয়েই কয় । গোত্ৰৰ ভিতৰত ঘৰচুয়া, চৰালি, ফেঁচা, বিহা, কাছ, বাম, পানী আদিয়েই প্ৰধান । 'ঘৰচুয়া' সকলৰ কেইবাটাও উপগোত্ৰ আছে । যেনে : মাটিচুয়া, কাঠচুৰা, বগাচুয়া, কলাচুয়া ইত্যাদি ।

৬৯। জাতাপদৰা : এই জাতিৰ লোকসকল গঞ্জামৰপৰা অহা বুলি কয় । এওঁলোক মূলতঃ তেলেগু ভাষী । চাহ বাগিচাত থকা 'চুঁড়ী' আৰু 'পাণ্ডৰ' সকলেও জাতাপ বা জাতাপদৰা গোষ্ঠীৰ ভিতৰুৱা বুলি কয় ।

৭০। তেলেগু : দক্ষিণ ভাৰতৰ অন্ধ্ৰ, মাদ্ৰাজ আদিৰ ভিজিগাপাট্টম, নেলোৰ, ৰেলেৰী, চিনুৰবেল্লী, মান্দছকটা, পাৰলাকিউড়ী, দাংলামুখ, তেকল পাটনামু, পাগলাটিপক আদি ঠাই সমূহেই তেলেংগা বা তেলেগু জাতিৰ পূৰ্বৰ ঠাই আছিল বুলি জনা যায় ।

এই জাতিটোৰ মাজত বহুতো ভাগ-বিভাগ আছে বুলি তেওঁলোকে কয় । যেনে : কাপল্লু, মাইত, কল্লো, গাজলল্লু, বাপলল্লু, চাইলল্লু (কাপৰাড়ু), চাকলল্লু, মাংলড়ু, বেলল্লো, কাউচাল্লু, মইলল্লু, কুমৰড়ু, গল্লুড়ু, এলমড়ু, অপ্ৰল্লু, বেড়কল্লো, নাইনড়ু, কলিওল্লো, মাইল-মাইটল্লু, এইটলল্লো, দৰালল্লু ইত্যাদি ।

এওঁবিলাকৰ গোত্ৰ আদি এনে ধৰণৰ যেনে : কৌলড়ু (মুৰ্গী), টোটল্লু (টুকুৰী), বেগুল্লু (গাড়ী), চিত্তো (গছ) ইত্যাদি ।

৭১। পাটোৰা : পাটোৱা জাতিটোক দক্ষিণ ভৈয়ামৰ জনজাতি বিলাকৰ অন্যতম বুলি ধৰে । পাট বা চিল্কৰ কাম কৰা, বিশেষকৈ পাট উৎপাদন আৰু পাটৰ কাপোৰ বোৱা, এই দুটাই 'পটোৱা' জাতিৰ পূৰ্বজসকলৰ প্ৰধান কৰ্ম আছিল বুলি জনা যায় । সেয়েহে এই জাতিৰ লোকক বহুতে 'পাট তাঁতি' বা 'পত্ৰ তাঁতি' বুলিও কয় ।

এই জাতিৰ মাজত কেইবাটাও শাখা আছে বুলি জনা যায় । ইয়াৰ ভিতৰত বেৰাৰ তাঁতি, পটহৰ, লোহহৰা, গোঁসাই, তাঁতৰা, ছাউদান, চৌধুৰী আৰু পাটোৰাৰীয়েই প্ৰধান । এই সম্প্ৰদায়ৰ লোকসকলে 'মাগাহী' নামৰ ভাষা কয় ।

ভাৰতলৈ আৰ্য্যসকলৰ আগমনৰ বহু পূৰ্বেই হয়তো বা নৱ-পৰ্মীয় যুগৰ পৰাই ক্ৰমে ক্ৰমে এক মানৱ গোষ্ঠী ভাৰতবৰ্ষত প্ৰৱেশ কৰিছিল । সমগ্ৰ ভাৰতবৰ্ষত এওঁলোকৰ প্ৰব্ৰজন ঘটিলেও, বিশেষকৈ মধ্য-পূৱ ভাৰতবৰ্ষত এওঁলোকে স্থায়ীভাৱে বসবাস কৰিবলৈ লৈছিল ।

এই মানৱ গোষ্ঠী সম্পৰ্কে আমি ইতিহাসত প্ৰোটো-অষ্ট্ৰলয়ড্ বা আদি অষ্ট্ৰিক মানৱগোষ্ঠী হিচাবে পাওঁ । এওঁলোক বিভক্ত আছিল তিনিটা শ্ৰেণীত ক্ৰমে কোল-মুণ্ডা, খাচি আৰু নিকোবৰী । এই কোল-মুণ্ডা গোষ্ঠীৰ মানৱ গোষ্ঠীয়েই আজি ভাৰতবৰ্ষত চাওঁতাল, মুণ্ডা, ভূমিজ, খেৰীয়া শবৰ, বীৰহড়, গদব, জুয়াং, মালপাহাড়ী আদি উপজাতি হিচাপে পৰিচয় লাভ কৰিছে ।

এওঁলোকৰ পিছতেই ভাৰতলৈ আহিছিল দ্ৰাবিডীয়ান মানৱ গোষ্ঠী । তেওঁলোক আছিল চাৰি শ্ৰেণীত বিভক্ত - ক্ৰমে তেলেগু, কানাড়ী, মালায়ালী আৰু তামিল বা দ্ৰাবিড় । নৃ-তত্ত্ব বিদসকলৰ মতে ভাৰতীয় জনসৌধৰ প্ৰথমটো স্তৰ অৱশ্যে নেগ্ৰিটো মানৱ গোষ্ঠী । সময়ৰ সোঁতত এই মানৱ গোষ্ঠী বহুযুগ আগতেই বিলীন হৈ যোৱাৰ কথা আমি ইতিহাসত পঢ়িবলৈ পাওঁ ।

সময়ৰ সোঁতত আদি-অষ্ট্ৰিক, দ্ৰাবিডীয় আৰু নেগ্ৰিটো মানৱ গোষ্ঠীৰ ৰক্ত সংমিশ্ৰন ঘটে । এই ৰক্ত সংমিশ্ৰনৰ মাজেদিয়েই দ্ৰাবিডীয় মানৱ গোষ্ঠীৰ বংশধৰসকল আজি ভাৰতবৰ্ষত ওৰাং, গোড়, কুৰ্মি, কুনবী, কনু আদি নানা জাতিত বিভক্ত হয় আৰু পৰিচয় লাভ কৰে ।

আৰ্য্যসকলৰ আগমনৰ লগে লগে উন্নত আৰু নতুন আৰ্য্য সভ্যতাই গঙ্গা অৱবাহিকাত তেওঁলোকৰ সমাজ-সংস্কৃতিৰ পাতনি মেলে । যাৰ ফলত এই অষ্ট্ৰিক-দ্ৰাবিডীয-নেগ্ৰিটো মানৱ গোষ্ঠীৰ ওপৰত নতুনকৈ অহা নৰ্ডিক বা আৰ্য্যসকলৰ প্ৰভাৱ বাককৈয়ে পৰিবলৈ আৰম্ভ কৰে আৰু কোনো কোনো ক্ষেত্ৰত আৰ্য্যসকলৰ আক্ৰমণৰ ফলস্বৰূপে বহু সময়ত উপৰোক্ত মানৱ গোষ্ঠীৰ লোকসকল আৰ্য্যসকলৰ প্ৰভাৱৰ ওচৰত হাৰ মানিবলৈ বাধ্য হয় ।

আৰ্য্যসকলৰ আগমনৰ লগে লগে বেদ-পুৰাণ আদিৰ ৰচনা পৰ্ব আৰম্ভ হয় । এই বেদ-পুৰাণ সমূহত আৰ্য্যসকলে, এই মানৱ গোষ্ঠীৰ লোকসকলক নিজতকৈ নিকৃষ্ট বুলি পৰিচয় দাঙি ধৰি, নিষাদ, দাস, দস্যু আদি নামেৰে নামকৰণ কৰিছিল ।

এইখিনিতে আমি কেইটামান কথা উল্লেখ কৰা ভাল হ'ব । আৰ্য্যসকল আছিল নৰ্ডিক মানৱ গোষ্ঠী । তেওঁলোকৰ সভ্যতা, সমাজ-সংস্কৃতি ভাৰতৰ আন

আন গোষ্ঠীতকৈ উন্নত আছিল যদিও, তেওঁলোকে ভাৰতৰ এই আদিম অষ্ট্ৰিক দ্ৰাবিড়ীয়-নেগ্ৰিটো মানৱ গোষ্ঠীবপৰা যথেষ্ট নতুন কথা গ্ৰহণ কৰিছিল। উদাহৰণ স্বৰূপে আৰ্য্যসকলৰ প্ৰধান জীৱিকা আছিল পশুপালন। আৰ্য্যসকলে ভাৰতৰ এই অষ্ট্ৰিক আৰু দ্ৰাবিড়ীয়সকলৰ সংস্পৰ্শলৈ অহাৰ পিচত উপৰোক্ত মানৱ গোষ্ঠীসকলৰ জীৱন-জীৱিকা, ভাষা-সংস্কৃতি, সমাজ-সভ্যতা আদিবো প্ৰভাৱ আৰ্য্যসকলৰ ওপৰত পৰিছিল।

উদাহৰণ স্বৰূপে অষ্ট্ৰিকসকলৰ পৰাই আৰ্য্যসকলে নাঙলৰ ব্যৱহাৰ আৰু খেতি কৰাৰ পদ্ধতি গ্ৰহণ কৰিছিল। অষ্ট্ৰিকসকলে শস্য ৰোপণ পদ্ধতি অবলম্বন কৰিছিল। ধান, কল, বেঙেনা, পাণ, হালধি, ডালিম আদি শব্দ অষ্ট্ৰিক ভাষাৰ শব্দ আৰ্য্য ভাষাসমূহলৈ অহাৰ পৰাই অনুমান হয় যে অষ্ট্ৰিকসকলৰ পৰাই আৰ্য্যসকলে এইবোৰ খেতি কৰাৰ পদ্ধতি আহৰণ কৰিছিল। সেইদৰে কপাহ, কম্বল, ভেড়া আদিও অষ্ট্ৰিক ভাষাৰপৰাই অহা। কাৰণ অষ্ট্ৰিকসকলেই কাপোৰ, মাটিৰ পাত্ৰ আদিৰ ব্যৱহাৰ জানিছিল। অষ্ট্ৰিকসকল মূলতঃ আছিল কৃষিজীৱী। তাৰে কিছুসংখ্যক আছিল অৰণ্যাচাৰী। উদাহৰণ স্বৰূপে, নিষাদ, ভীল, কোল শ্ৰেণীৰ শবৰ মুণ্ডা, গদব, হো, চাওঁতাল ইত্যাদি। কাৰণ বান, ধনু আদি অষ্ট্ৰিক ভাষাৰপৰা অহা শব্দ। সেইদৰে, অষ্ট্ৰিক ভাষাৰ পৰা অহা হাতী, কাউৰী, কপৌ, গণ্ডাৰ (গঁড়) আদি শব্দৰপৰা ক'ব পাৰি যে চিকাৰৰ মাজেৰে অষ্ট্ৰিকসকলে পশু মাংস ভক্ষণ কৰি ক্ষুধা নিবাৰণ কৰিছিল। সেইদৰে অষ্ট্ৰিকভাষী আদি-অষ্ট্ৰেলিয়সকলে মানুহৰ একাধিক জীৱনত বিশ্বাসী আছিল। আজিও মুণ্ডা, চাওঁতাল, খেৰোয়াসকলৰ হিন্দু-খৃষ্টীয়ান সকলোৰে মাজত এই বিশ্বাস থকাৰ কথা জনা যায়।

আনকি অষ্ট্ৰিকসকলে ব্যৱহাৰ কৰা বহু শব্দ আজিও অষ্ট্ৰিকসকলৰ বিভিন্ন জাতি-গোষ্ঠীৰ মাজত প্ৰচলিত। যেনে - এককুৰি, দুকুৰি, চাৰিকুৰি বা পন মানে ৮০ সংখ্যা। কুৰি মানৱ দেহৰ ২০ আঙুলিৰ সৈতে সম্পৰ্ক থকা। এইদৰে গণ্ডা-পাঁচ গণ্ডাত এককুৰি।

সেইদৰে আজিও অষ্ট্ৰিক গোষ্ঠীভুক্ত বহু জাতিয়ে ব্যৱহাৰ কৰে নিম্ন লিখিত অষ্ট্ৰিকমূলীয় শব্দসমূহ যেনে - খাখাৰ, খাখাৰ, কানি (ছিঙা কাপোৰ), ঠাং (উৰু), ঠেং পাগল, বাঁসিভাত, ছাঁচ (ঘৰ চালৰ পানী পৰা ঠাই), ছোক্ৰা (লৰাছালি), ছোট, পেট, ঝাড়, ঝোপ, চলা, কবাত, দাও, বাইগন, গড়, লাউ ইত্যাদি। আনকি গঙ্গা আৰু বঙ্গও। সেইদৰে কপোতাক্ষ আৰু দামোদৰ নদী-

কোল কৰ দাক্ আৰু দাম দাক্ অষ্ট্ৰিক ভাষাৰ শব্দৰূপৰ অহা ।

সেইদৰে সভ্যতা-সংস্কৃতিৰ ক্ষেত্ৰত চিলাই বিহীন কাপোৰ-ধুতি, চাদৰ, ওৰণিৰ ব্যৱহাৰ, পিচ ভাগ খোলা থকা পাদুকাৰ ব্যৱহাৰ, গ্ৰামকেন্দ্ৰিক সভ্যতা ব' মুণ্ডা ভূমিজসকলৰ গ্ৰাম সংঘৰ গঠন-অষ্ট্ৰিকসকলৰ দান ।

আনহাতে দ্ৰাবিড়ীয়সকলৰ নৱ-প্ৰস্তৰ যুগত নগৰ সভ্যতাৰ সৃষ্টি; সোণ-ৰূপ, তামৰ গাড়, পোৰামাটি আদি খনিজ বস্তুৰ ব্যৱহাৰ; ভাৰতীয় সভ্যতাত দ্ৰাবিড়ীয়সকলৰ অবদান ।

'খাদ্য আৰু বিবাহ'- এই দুই বিষয়ৰ ওপৰত ভিত্তি কৰি নানা নিধ-নিষেধৰ মাজেৰে আৰ্য্য-পূৰ্ব ভাৰতবৰ্ষত বৰ্তি থকা সমাজ ব্যৱস্থাৰ ওপৰত আঘাত হানি পিতৃ-প্ৰধান আৰ্যসমাজ শতাব্দীৰ পিছত শতাব্দীজুৰি সমাজখন তেওঁলোকৰ স্বাৰ্থত গঢ়ি তুলিবলৈ আৰম্ভ কৰে । যাৰ ফলত আৰ্য্যসকলে বৰ্ণ-বিন্যাসৰ মাজেৰে ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য আৰু শূদ্ৰ- এই চাৰিবৰ্ণৰ মাজেদি সমগ্ৰ ভাৰতবৰ্ষৰ মানৱ গোষ্ঠীৰ সমাজ ব্যৱস্থাক ভাগ কৰিবলৈ আৰম্ভ কৰে । যাৰ ফলস্বৰূপে বৃত্তি অনুসৰি বৰ্ণ বিভাজন প্ৰথা ভাৰতবৰ্ষৰ মানৱ বুৰঞ্জীত আৰম্ভ হয় । অনুলোম আৰু প্ৰতিলোম বিবাহৰ ফলত যি বংশধৰৰ সৃষ্টি হ'ল - তেওঁলোককো আকৌ শূদ্ৰ বৰ্ণলৈ অধঃপতিত কৰা হৈছিল । সেইদৰে শূদ্ৰসকলৰ মাজতো আকৌ উত্তম সংকৰ, মধ্যম সংকৰ আৰু অধম সংকৰ আদি জাতি বিভাজন ঘটোৱা হ'ল । বৃহদ্ধৰ্ম পুৰাণত এই সম্পৰ্কে উল্লেখ আছে এনেদৰে - উত্তম সংকৰ হিচাবে কৰন, তাঁতী, নাপিত, কৰ্মকাৰ, চাষী ইত্যাদি; মধ্যম সংকৰ হিচাপে ৰজক, আহীৰ, গোৱাল, তেলী, গুড়ি, শাবক ইত্যাদি আৰু অধম সংকৰ হিচাবে বাউৰী, চমাৰ, ডোম ইত্যাদি ।

উপৰোক্ত বৰ্ণনাৰ পৰা আমি আজি এটা কথাত নিশ্চিত হ'ব পাৰোঁ যে অসমৰ চাহবাগিচাসমূহলৈ এই নিম্নস্তৰৰ শোষিত-নিষ্পেষিত জাতি-জনজাতিসকলক বনুৱা হিচাবে চালান কৰি অনা হৈছিল । কাৰণ তেওঁলোক সদায় সমাজৰ নিম্নস্তৰৰ আছিল, আনকি যোৱা শতিকাতো শোষণ-বঞ্চনাৰে নিপীড়িত আছিল । ইংৰাজ আগমনৰ লগে লগে ভাৰতীয় পুৰণিকলীয়া সামন্ত ব্যৱস্থাৰ পৰিবৰ্তন ঘটিবলৈ আৰম্ভ কৰে - আৰু তাৰ ঠাইত পুঁজিবাদী সমাজ ব্যৱস্থাই ঠাই লোৱাৰ ফলত এই লোকসকল আৰু অধিকভাৱে নিপীড়িত হ'বলৈ আৰম্ভ কৰে । এক কথাত জীয়াই থকাৰ তাড়নাত এক দাসত্বৰ বান্ধোনৰ পৰা আন এক 'দাস' হিচাপে অসমৰ চাহবাগিচা সমূহলৈ 'চালানী বনুৱা' হিচাবে ৰূপান্তৰ ঘটিছে ।

আজিও অসমত এওঁলোকৰ পৰিচয় কি ?

স্বাধীন ভাৰতৰ আৰ্থ-সামাজিক ব্যৱস্থাই আজি এওঁলোকক কোনো ভাৱেই সকাহ দিবপৰা নাই । আৰ্থ-সামাজিক ভাবে অনগ্ৰসৰ এই জাতি-গোষ্ঠীসমূহক আজি ভাৰতবৰ্ষৰ চৰকাৰী ব্যৱস্থায়ো নিপীড়িত গোষ্ঠী হিচাবে কোনো স্বীকৃতি দিয়া নাই । এই একেই জাতিগোষ্ঠীসমূহৰ কিছুমানক ভাৰতৰ অন্যান্য প্ৰদেশত অনুসূচিত জাতি বা জনজাতি হিচাবে সা-সুবিধা প্ৰদান কৰিলেও, অসমত এওঁলোকক এই সুবিধাসমূহৰ পৰা বঞ্চিত কৰা হৈছে । এই জনগোষ্ঠীৰ বিভিন্ন সংগঠনে দাবী জনাই অহা সত্ত্বেও অসম চৰকাৰে কোনো গুৰুত্ব প্ৰদান নকৰাটো এই জনগোষ্ঠীৰ বাবেই দুৰ্ভাগ্যজনক । ❑

# তৃতীয় অধ্যায়

চাহ জনগোষ্ঠীৰ ভাষা

# অসমৰ চাহ জনগোষ্ঠীৰ মাজত প্ৰচলিত ভাষাঃ এটি পৰ্যালোচনা

সঞ্জয় কুমাৰ তাঁতী

অসমত ইংৰাজসকলে ঊনৈশ শতিকাৰ মাজভাগৰপৰা চাহ খেতি আৰম্ভ কৰাৰ লগে লগে ১৮৪০ চনৰপৰা দুই-তিনিটা দশকৰ ভিতৰতে অসমত চাহ শিল্পই দ্ৰুতহাৰে বিকাশ লাভ কৰিবলৈ আৰম্ভ কৰে । সেই সময়ছোৱাত নানা আৰ্থ-সামাজিক কাৰণত অসমৰ স্থানীয় মানুহে চাহ শিল্পত প্ৰয়োজন অনুসাৰে চাহ বনুবাৰ কাম কৰাৰপৰা বিৰত থকাৰ ফলস্বৰূপে ইংৰাজ চাহ মালিকসকলে ভাৰতৰ বিভিন্ন দুৰ্দশা পীড়িত অঞ্চলসমূহৰপৰা নানা ষড়যন্ত্ৰ, ফুচুলনি, ঠগ-প্ৰবঞ্চনা, জোৰ-জুলুমৰ মাজেৰে চৰকাৰীভাৱে প্ৰস্তুত কৰা আইন-কানুনৰ জৰিয়তে দলে দলে চুক্তিবদ্ধ বনুৱা চালান কৰাৰ ব্যৱস্থা হাতত লয় । যোৱা শতিকাৰ ষষ্ঠ দশকৰ পৰা আৰম্ভ কৰি এই শতিকাৰ ষষ্ঠ দশকলৈ প্ৰায় এশ বছৰ এই ব্যৱস্থা অব্যাহত থকাৰ ফলত ভাৰতৰ বিভিন্ন প্ৰান্তৰ ভিন্ন নৃ-গোষ্ঠীভুক্ত তথা ভিন্ন ভাষিক জনসমাজৰ লোকসকল অসমৰ ভৌগোলিক ভূ-খণ্ডত, বিশেষকৈ ব্ৰহ্মপুত্ৰ আৰু বৰাক উপত্যকাৰ চাহ-বাগিচাসমূহত - প্ৰথম পৰ্যায়ত চুক্তিবদ্ধ বছৰ অনুপাতে অস্থায়ীভাৱে বসবাস কৰিলেও, নানা আৰ্থ-সামাজিক আৰু ৰাজনৈতিক কাৰণত সমসাময়িকভাৱে নিগাজীকৈ অসমত বসবাস কৰিবলৈ লয় । ভাৰতৰ বিভিন্ন ঠাইৰপৰা আহি অসমৰ মাটিত স্থায়ীভাৱে বৈ যোৱা এই চুক্তিবদ্ধ বনুৱাসকল তথা তেওঁলোকৰ বংশধৰসকলেই আজি অসমত চাহ জনগোষ্ঠী সম্প্ৰদায় হিচাপে পৰিচয় লাভ কৰিছে । সমাজ বিজ্ঞানৰ দৃষ্টিত আজিৰ অসমত এওঁলোকৰ আত্ম পৰিচয় যি ধৰণেই কৰা নহওক কিয়, অসমৰ জনসংখ্যাৰ এক তৃতীয়াংশ দখল কৰি থকা এই লোকসকল আজি বৃহত্তৰ অসমীয়া জাতি সত্তাৰ (Nationality) এক এৰাব নোৱাৰা অঙ্গ হৈ পৰিছে ।

আমি এই আলোচনাত এই লোকসকলৰ ভাষা সম্পৰ্কে আলোচনা কৰিম। অসমৰ চাহ জনগোষ্ঠীৰ লোকসকলৰ কিছুমান লোক দ্বি-ভাষিক আৰু কিছুমান ত্ৰি-ভাষিক । এই সম্পৰ্কে আলোচনা কৰিবলৈ যাওঁতে এই জনগোষ্ঠীৰ

লোকসকলৰ নৃ-গোষ্ঠী সম্পৰ্কীয় বিষয় ; তেওঁলোকৰ অতীতৰ বাসস্থান, আৰু সেই সেই অঞ্চলসমূহত প্ৰচলিত ভাষা (Language), উপ-ভাষা (dialect) সম্পৰ্কে আলোচনা কৰাটো প্ৰয়োজন ।

ভাৰতৰ জনসৌধৰ প্ৰথমটো স্তৰ হৈছে নেগ্ৰিটো জনসমষ্টি । তাৰ পিছৰ স্তৰ হৈছে আদি অষ্ট্ৰেলিয়সকল । বহুকেইজন বিশিষ্ট নৃ-তত্ত্ববিদে এই সম্পৰ্কে আমাক সন্ধান দিয়ে যে ভাৰতীয় জনসৌধৰ ভিতৰত মধ্য ভাৰতৰ কোল, ভীল, কৰোৱা, খেৰাৰ, মুণ্ডা, ভূমিজ, চাওতাল, শবৰ, মালপাহাড়ী; আনকি দক্ষিণ ভাৰতৰ চেৰো, কুৰব আদি লোকসকলেই এই আদি-অষ্ট্ৰেলিয় গোষ্ঠীৰ লোক; যিসকল লোকক ভিন্ ভিন্ সময়ত ভিন্ ভিন্ নামেৰে, যেনে-নিষাদ, অসুৰ আদি নামেৰে আৰ্যগ্ৰন্থ সমূহত বৰ্ণনা কৰা হৈছে । সেইদৰে ভাষাতত্ত্বৰ ফালৰপৰাও এওঁলোক অষ্ট্ৰিক ভাষাৰ কোল-মুণ্ডা শাখাৰ অন্তৰ্গত । ভাৰতৰ জনসৌধৰ আন এক বৃহৎ নৃ-গোষ্ঠী-দ্ৰাবিড়ীয় ভাষীসকলৰ ভিতৰত ওৰাং, গোঁড় আদি জাতিসমূহো আছে। ওপৰোক্ত তথ্যসমূহ যদি আমি মানি লওঁ, তেনেহলে অসমলৈ চালান কৰি অনা চাহ জনগোষ্ঠীৰ লোকসকলৰ মাজত অষ্ট্ৰিক আৰু দ্ৰাবিড়ীয় ভাষী নৃ-গোষ্ঠীৰ লোকসকল আছে । এই সম্পৰ্কে বহুকেইজন বিশিষ্ট নৃ-তত্ত্ববিদ আৰু সমাজ বিজ্ঞানীয়ে চাহ জনগোষ্ঠীৰ চাহ বনুৱাসকলৰ মাজেৰে অসমলৈ অষ্ট্ৰিক আৰু দ্ৰাবিড়ীয় ভাষী, আনকি তেওঁলোকৰ কোনো কোনোৰ সৈতে নেগ্ৰিটো ৰক্ত মিশ্ৰিত জনধাৰাৰো আগমন ঘটিছে বুলি মত প্ৰকাশ কৰিছে ।

অসমৰ চাহ বাগিচালৈ অনা বনুৱাসকলৰ মাজত কমপক্ষেও এশৰো অধিক জাতি-জনজাতি থকাৰ তথ্য পোৱা যায় - যিসকল ভাষিক গোষ্ঠীৰ ফালৰপৰা মূলতঃ অষ্ট্ৰিক আৰু দ্ৰাবিড়ীয় ভাষী নৃ-গোষ্ঠী । মুণ্ডা, চাওতাল, ভূমিজসকল যেনেকৈ কোল-মুণ্ডা ভাষী; সেইদৰে গোঁড় ওৰাংসকল দ্ৰাবিড়ীয় গোঁড়ে, ওৰাং বা কুৰুখভাষী। এই দুই প্ৰধান নৃ-গোষ্ঠীভুক্ত তথা ভাষীৰ বাহিৰেও তেওঁলোকৰ সৈতে আন আন নৃ-গোষ্ঠী, বিশেষকৈ প্ৰাক্-আৰ্য্যসকলৰ সৈতে ৰক্ত মিশ্ৰণ ঘটা আন আন ভাষা-ভাষী লোকৰো আগমন ঘটিছে অসমৰ চাহ বাগিচাসমূহলৈ ।

অসমৰ চাহ বাগিচালৈ উপৰোক্ত লোকসকলৰ আগমন ঘটিছে অসমৰ চাহ বাগিচাসমূহলৈ । অসমৰ চাহ বাগিচালৈ উপৰোক্ত লোকসকলৰ আগমন ঘটিছিল নিম্নলিখিত অঞ্চলসমূহৰ পৰা, য'ত আছিল ভিন্ন ভাষা-উপভাষাৰ প্ৰচলন।

চাহ জনগোষ্ঠীৰ লোকসকল আহিছিল মূলতঃ বঙালী ভাষা প্ৰধান পশ্চিমবঙ্গৰ (বৰ্তমানৰ) পুৰুলিয়া, বাঁকুড়া, মেদিনীপুৰ, বৰাভূম; হিন্দী, ভোজপুৰী আৰু মাগহি ভাষা প্ৰধান বিহাৰ প্ৰদেশৰ ৰাচী, গোৰখপুৰ, হাজাৰিবাগ, সিংভূম;

উৰিয়া ভাষা প্ৰধান উৰিষ্যাৰ বিলাসপুৰ, চাইবাসা, ডোমকা, জগদলপুৰ, সম্বলপুৰ, কালাহাণ্ডি, গঞ্জাম, ময়ুৰভঞ্জ; হিন্দী আৰু মাগহি প্ৰধান উত্তৰ প্ৰদেশৰ আউধ, ডেল্টনগঞ্জ; হিন্দী আৰু বিভিন্ন কথ্য ভাষা প্ৰধান মধ্য প্ৰদেশৰ ৰায়পুৰ, ৰামপুৰহাট, জব্বলপুৰ, জোখপুৰ, চণ্ডিসগড়, তেলেগু ভাষা প্ৰধান অন্ধ্ৰপ্ৰদেশৰ ভিজিয়া নগৰম এনকাপল্লি, তামিলভাষা প্ৰধান তেতিয়াৰ মাদ্ৰাজ প্ৰেচিডেন্সি আৰু মাৰাঠী-তেলেগু প্ৰধান নাচিক আদি অঞ্চলৰপৰা ।

উপৰোক্ত বৰ্ণনাৰপৰা এটা কথা স্পষ্ট হৈ পৰে যে চাহ জনগোষ্ঠীৰ লোকসকলৰ মাজত ভাৰতৰ বিভিন্ন জাতিসমূহৰ জাতীয় ভাষা - যেনে বঙালী, উৰিয়া, তেলেগু, তামিল আদি ভাষাৰ বাহিৰেও বিভিন্ন নৃ-গোষ্ঠীগত নিজা ভাষা-কোৱা, সেয়া লিখিত মান্য ভাষাই হওক - মুণ্ডাৰী, চাওতালী, ভূমিজ, খেৰীয়া, শবৰ, কুৰ্ক, ওৰাং, গোড় কুৰুখ আদি অনা-আৰ্য্য ভাষা কোৱা ভিন্ন জাতিৰ লোক-চুক্তিবদ্ধ চালানী বনুৱা হিচাপে অসমলৈ আগমণ ঘটিছিল । অসমত যেনেকৈ যোৱাটো শতিকাৰ মাজভাগতহে আধুনিক অসমীয়া জাতীয় ভাষাৰ বিকাশ ঘটে আৰু বৰ্তমানেও যেনেকৈ ইয়াৰ ভিন্ন উপভাষা (Dialect) আছে, সেইদৰে উপৰোক্ত আধুনিক জাতীয় ভাষাসমূহৰ ক্ষেত্ৰতো সেই অঞ্চলত আঞ্চলিক উপভাষা আছিল - আনকি এতিয়াও অসমৰ দৰে সেই অঞ্চলসমূহত প্ৰত্যেক আধুনিক জাতীয় ভাষাৰ একাধিক উপভাষা আছে । চাহ জনগোষ্ঠীৰ লোকসকলক যেনে বিভিন্ন উপভাষা প্ৰচলিত অঞ্চলসমূহৰপৰা চালান কৰি অনাৰ হেতু তেওঁলোকৰ মাজতো নানা উপভাষা কোৱা মানুহৰ অসমলৈ আগমণ ঘটিছে । ভিন্ন আধুনিক জাতীয় ভাষা বা একে ভাষাৰেই ভিন্ন আঞ্চলিক উপভাষা (Dialect) কোৱা চাহ বনুৱাৰ উপৰি অনা-আৰ্য্য ভাষা কোৱা চাওতাল, ওৰাং, মুণ্ডা আদি নৃ-গোষ্ঠীগত ভাষা কোৱা চাহ বনুৱাৰ একেলগে অসমলৈ আগমণ ঘটে আৰু একেই চাহ শিল্পৰ বৃত্তিত ওচৰা ওচৰিকৈ বসবাস কৰিবলৈ লয় । এইক্ষেত্ৰত তেওঁলোকৰ মাজত তেওঁলোকৰ নিজ নিজ ঠাইৰ আঞ্চলিক উপভাষা সমূহৰ প্ৰভাৱ 'মাতৃভাষা' হিচাপে থাকি যায় । এইক্ষেত্ৰত আমি 'মাতৃভাষা'ৰ সংজ্ঞা হিচাপে নিবন্ধৰ মাকৰ পৰা ল'ৰা-ছোৱালীয়ে জন্মৰ পৰা শুনি শিকা ভাষাৰ কথাকেই কৈছোঁ - যাক তেওঁলোকে নিজৰ মাজত দৈনন্দিন ঘৰুৱা কাম-কাজৰ বাবে ব্যৱহাৰ কৰে ।

এজন মানুহৰ গোষ্ঠীগত ভাষা হিচাপে 'মাতৃভাষা' এটা থাকিব পাৰে । আন আন ভাষী-উপভাষী বা নৃ-গোষ্ঠীৰ সৈতে যোগাযোগৰ বাবে এক 'যোগাযোগৰ ভাষা' (Lingua Franca) থাকিব পাৰে আৰু ভৌগোলিক সীমাৰেখা বা ৰাজ্য বা ৰাষ্ট্ৰৰ অন্তৰ্গত আৰু এটা আধুনিক জাতি হিচাপে এটা 'জাতীয় ভাষা' থাকিব

পাৰে । এনে বিশ্লেষণত অসমৰ চাহ জনগোষ্ঠীৰ লোকসকল কোনো কোনো ক্ষেত্ৰত 'ত্ৰিভাষিক' (Trilingual) ।

চাহ জনগোষ্ঠীৰ লোকসকলে প্ৰথমে শিকা বা কোৱা ভাষা হৈছে তেওঁলোকৰ 'মাতৃভাষা' । অসমলৈ অহা চাওতাল, মুণ্ডা, ওৰাং, নৃ-গোষ্ঠীভাষী লোকসকলৰ বাহিৰেও আধুনিক জাতীয় ভাষা থকা ভৌগোলিক পৰিসীমাৰপৰা চালান কৰি অনা তথা আধুনিক জাতি হিচাপে বিকাশ লাভ কৰা, যেনে-উৰিষ্যা, তামিল, তেলেগুভাষীসকলে তেওঁলোকৰ ঘৰুৱা দৈনন্দিন জীৱনত তেওঁলোকৰ মাতৃভাষা ব্যৱহাৰ কৰে ।

দ্বিতীয় পৰ্য্যায়ত তেওঁলোকৰ ভাষা হৈছে 'যোগাযোগৰ ভাষা'ৰ ব্যৱহাৰ। চাওতালী, মুণ্ডাৰী, ওৰাং, খেড়ীয়া আৰু আধুনিক জাতীয় ভাষা- উড়িয়া, তামিল, তেলেগুসকলৰ বাহিৰেও, বৃহত্তৰ ছোটনাগপুৰ অঞ্চলৰপৰা চালান কৰি অনা বনুৱাসকলে কেইবাটাও উপভাষা ব্যৱহাৰ কৰে । এই উপভাষাসমূহক মাতৃভাষা হিচাপে ব্যৱহাৰ কৰা বনুৱাৰ সংখ্যা অসমৰ চাহ বাগিচাসমূহত বেছি হোৱা বাবে অসমৰ চাহ জনগোষ্ঠীৰ লোকসকলে এই উপভাষা সমূহকেই তেওঁলোকৰ মাজৰ যোগাযোগ আৰু দৈনন্দিন ঘৰুৱা ভাষা হিচাপে ব্যৱহাৰ কৰি আহিছে ।

অসমৰ চাহ জনগোষ্ঠীৰ মাজত প্ৰচলিত এই উপভাষা কেইটা হৈছে - চাদনী/চাদ্ৰী/সাধনী বা নাগপুৰীয়া, পাঁচ পৰগনীয়া, তামাড়িয়া, খুৰটা আৰু কুৰ্মালি। এই উপভাষাসমূহক নিজৰ মাতৃভাষা তথা দৈনন্দিন জীৱনত ব্যৱহাৰ কৰা ভাষা হিচাপে চালানী বনুৱাসকলে মুখে মুখেই অসমৰ বুকুলৈ লৈ আহিছিল আৰু একে অঞ্চলৰপৰা অহা স্ব-গোষ্ঠীয় লোকৰ সৈতে যোগাযোগৰ বাবে এই উপভাষাসমূহৰ ব্যৱহাৰ কৰি আহিছে । এই উপভাষাসমূহৰ সৃষ্টি তেওঁলোকৰ আদি বাসস্থানৰ অঞ্চলসমূহত কেনেদৰে সৃষ্টি হ'ল - সেই সম্পৰ্কেও আলোচনা কৰা প্ৰয়োজন।

১৯৭১ চনৰ লোক গণনামতে ভাৰতৰ অষ্ট্ৰিক আৰু দ্ৰাবিড়ভাষী আদিবাসী (Aboriginal) লোকৰ সংখ্যা প্ৰায় ৩ কোটি ৮০ লাখ । বৰ্তমানে এই সংখ্যা আৰু বহুগুণে বেছি । এই লোকসকলৰ ভিতৰত চাওতাল, মুণ্ডা, খেৰোৱাৰ, ভূমিজ, লোহাৰ, মহালি, পাহাড়ীয়া, মাল পাহাড়ীয়া, বেদিয়া, গৌড়, চেৰো, চিক্ বৰাইক, কৰোৱা, কোৰা, কিষাণ, কিনঝিয়া, অসুৰ, গোৰাইট্ বিৰজিয়া, বীৰহড়, বাইগা, খন্দ আদি লোকসকলে বৃহত্তৰ ছোটনাগপুৰ অঞ্চলত মুণ্ডাৰী, চাওতালী, হো, ওৰাং, ভূমিজ আৰু খেড়িয়া ভাষাক মাতৃভাষা হিচাপে ব্যৱহাৰ কৰে ।[১] তাৰ বাহিৰেও সেই বৃহত্তৰ ছোটনাগপুৰ অঞ্চলত আন আন ভাষী-উপভাষী লোক আছে । তেওঁলোকে ছোটনাগপুৰৰ উত্তৰ আৰু পুব দিশত প্ৰচলিত আৰ্য্যভাষাৰ অন্তৰ্গত ভোজপুৰী, মাগহী মৈথিলী আৰু আধুনিক বঙালী ভাষাৰ অন্তৰ্গত

ভোজপুৰী, মাগহী মৈথিলী আৰু আধুনিক বঙালী ভাষাৰ নানা উপভাষা ব্যৱহাৰ কৰে ।

পুৰণিকালৰপৰাই এই আদিবাসী-ভূমিপুত্ৰ অধ্যুষিত অঞ্চলসমূহলৈ সামন্তবাদৰ গৰাহত পৰি ভাৰতৰ আন আন অঞ্চলসমূহৰপৰা, বিশেষকৈ উত্তৰ ভাৰতৰ অনা-আদিবাসী আৰু ভোজপুৰী, মাগহী, মৈথিলী ভাষা কোৱা ব্যৱসায়ী, খেতিয়ক আদি আৰু বঙ্গৰ বিভিন্ন অঞ্চলৰপৰা খেতিযক, ক্ষুদ্ৰ ব্যৱসাযী, বৃত্তিধাৰী আদিৰ প্ৰব্ৰজন ঘটে, যাৰ ফলত সমগ্ৰ ছোটনাগপুৰ অঞ্চলটোতে আদিবাসীসকলৰ সৈতে এই অনা-আদিবাসীসকলৰ 'এচিমিলেছন'ৰ প্ৰক্ৰিযা আৰম্ভ হয় । সামাজিক যোগাযোগৰ মাজেৰে পৰস্পৰে পৰস্পৰৰ ভাষা-সংস্কৃতি গ্ৰহণ কৰিবলৈ লয় আৰু তেনে প্ৰক্ৰিয়াৰ মাজেৰে তেওঁলোকৰ মাজত যোগাযোগৰ ভাষা'ৰ বিভিন্ন আঞ্চলিক ৰূপৰ জন্ম হয় ''। এই যোগাযোগৰ ভাষাসমূহেই সময়ৰ সোঁতত সেই অঞ্চলসমূহলৈ অহাৰ পিছত আধুনিক যুগত এই পাৰ্ব্বত্য আৰু সমভূমি অঞ্চলসমূহলৈ ভাৰতৰ বিভিন্ন ঠাইৰপৰা বিভিন্ন ভাষা-উপভাষা কোৱা লোকজনৰ প্ৰব্ৰজন থৰতকীয়া হোৱাৰ ফলত এই উপভাষা সমূহ সমগ্ৰ ছোটনাগপুৰ অঞ্চলতে যোগাযোগৰ ভাষা (Lingua Franca) হিচাপে পৰিচয় লাভ কৰে ।

আজিৰ অসমৰ চাহ জনগোষ্ঠীয়ে দৈনন্দিন জীৱনত ব্যৱহাৰ কৰি অহা এই উপভাষাসমূহ মূলত ঃ সেই অঞ্চলৰ যোগাযোগৰ ভাষাসমূহৰ ৰূপান্তৰ মাথোন। যি সমূহৰ ৰূপ ভোজপুৰী, মাগহী, মৈথিলী, উৰিয়া, বঙালী আৰু শেহতীয়াভাৱে হিন্দী আদি ভাষা-উপভাষাৰে সৈতে আদিবাসীসকলৰ মুণ্ডাৰী, ওৰাং, ভূমিজ, খাড়িযা আদি ভাষাৰ সংমিশ্ৰিত ৰূপ । উত্তৰ-পূৰ্বাঞ্চলৰ নাগালেণ্ডত সৃষ্টি হোৱা 'নাগামিজ'ৰ দৰেই এই অঞ্চলসমূহত চাদ্ৰী বা নাগপুৰীয়া, পাঁচপৰগণীয়া, তামাড়িয়া, খোৰঠা আৰু কুৰ্মালি আদি উপভাষাৰ সৃষ্টি হয় আৰু যিহেতু এই অঞ্চলসমূহৰপৰাই অসমৰ চাহ জনগোষ্ঠীৰ লোকসকলক চুক্তিবদ্ধ কৰি অসমলৈ অনা হৈছিল, তেওঁলোকে এই উপভাষাসমূহক তেওঁলোকৰ সৈতে অসমৰ মাটিলৈ তেওঁলোকৰ মাতৃভাষা অৰ্থাৎ মুখৰ কথ্য ভাষা হিচাপে লৈ আহিছিল ।

এই উপভাষাসমূহৰ সম্পৰ্কে আলোচনা নকৰিলে অসমৰ চাহ জনগোষ্ঠীৰ ভাষা সম্পৰ্কে একে আষাৰে এই সম্পৰ্কে সংজ্ঞা নিৰূপণ কৰা কঠিন। উপৰোক্ত উপভাষাসমূহৰ প্ৰচলন আৰু ব্যৱহাৰ আজিও অসমৰ চাহ জনগোষ্ঠীৰ মাজত বিদ্যমান ।

অসমৰ চাহ জনগোষ্ঠীৰ মাজত প্ৰচলিত উপভাষা কেইটা হ'ল মাদনী/চাদ্ৰী/সাধনী বা নাগপুৰীয়া, পাঁচ পৰগণীয়া, তামাড়িয়া, খোৰঠা আৰু কুৰ্মালি। উপৰোক্ত উপভাষা কেইটাৰ বাহিৰেও মুৰগুজীয়া, ডোমালি, গঁড়ালি,

গলবাৰী আদি উপভাষাও আছে আৰু এই ভাষা গোটসমূহক একেলগে কোনো কোনোৱে 'নাগভাষা' নামেৰেও নামাকৰণ কৰিছে। ছোটনাগপুৰ অঞ্চলত নাগসকলৰ আবিৰ্ভাৱ হৈছিল খ্ৰীষ্টিয় প্ৰথম শতাব্দীত । তেওঁলোকৰ শাসনকেন্দ্ৰিক আৰু বৈবাহিক বন্ধন ঘটিছিল পাঞ্চেত, কেওঁনঝাৰ, মুৰগুজা, যশপুৰ, গাংগপুৰ, বোনাই., বামদা, বাঁকুড়া আৰু মেদিনীপুৰৰ কোনো কোনো আদিবাসী ৰাজবংশৰ সৈতে । গতিকেই এই বিস্তৃত এলকাত তেওঁলোকৰ ভাষাগত প্ৰভাৱো সিঁচৰতি হৈ পৰিছিল।

চাদ্ৰী বা নাগপুৰীয়া হ'ল ছোটনাগপুৰৰ মাটিৰ ভাষা । ৰাচীক কেন্দ্ৰ কৰি হাজাৰিবাগ, পুৰুলিয়াৰ কিছু অংশ, চাঁইবাসা, আনকি মেদিনীপুৰৰ পশ্চিমাংস জুৰি এই উপভাষাৰ প্ৰচলন আছে । চাৰ গ্ৰিয়াৰচনে লিঙ্গুইষ্টিক চাৰ্ভে কৰাৰ সময়ত 'চাদৰী' নামেৰে একাধিক উপভাষাৰ সন্ধান পাইছিল। চাৰ গ্ৰিয়াৰচনৰ বক্তব্য আছিল - যেতিয়া কোনো আদিবাসী অনা-আদিবাসীৰ সৈতে ভাৱ বিনিময়ৰ বাবে ইন্দো-ইউৰোপীয় ভাষাৰ ব্যৱহাৰ কৰিবলৈ বাধ্য হৈছিল-যি 'চাদৰী' নামেৰে পৰিচিত। সেয়ে তেখেতৰ ৰিপোৰ্টত এই ভাষা সম্পৰ্কে বৰ্ণনা কৰিছিল । এনেদৰে-

The main Aryan language of the feudatory State of Bamra, which lies to the west of Keonjha state is Driya, most of the aboriginals speak Munda language, but some of them use a corrupt Aryan language, which is locally known as Sadri, or more correctly Sadri-kol, as is in the case of Sadri-korwa,sub-dialect of chhatisgarhi The word 'Sadri' is used when an aboriginal tribe abandons his own language and takes to an Aryan one, (Page-159 Vol-V Part-II of Linguistic Survey in India) "

এই চাদৰী/চাদ্ৰী/সাদৰী/সাদানী/সাধনী শব্দটো সম্পৰ্কে ভিন্ন মত থাকিলেও, বিভিন্ন তথ্যৰপৰা জনা যায় যে চাওঁতাল, মুণ্ডা, খাড়িয়াসকলে স্ব-গোষ্ঠীভুক্ত আদিবাসীসকলৰ বাহিৰে যিসকলে তেওঁলোকৰ অঞ্চললৈ অত্যাচাৰী শোষক হিচাপে আহিছিল, তেওঁলোকক 'দিকু' (৭) আৰু যিসকল তেওঁলোকৰ সৈতে সহযোগী হৈ বন্ধুত্বৰে বসবাস কৰিবলৈ (not as exploiters but to become an integral part of the agrarian economy of the region) আহিছিল, যেনে-কুৰ্ম্মী, গোৱাল্লা, কৈৱীসকল, তেওঁলোকক চাদান বুলি অভিহিত কৰিছিল । (৮) সেয়ে, 'চাদান'সকলৰ সৈতে হোৱা যোগাযোগৰ ভাষাকেই অৰ্থাৎ চাদানসকলৰ ভাষাকেই চাদৰী/চাদনী বা চাদ্ৰী ভাষা নামেৰে নামাকৰণ কৰা হৈছিল। আন এক মত অনুসৰি 'সদৰ' শব্দৰপৰা 'সাদৰী' নামৰ উৎপত্তি অৰ্থাৎ সদৰ চহৰৰ হাট-বজাৰত ব্যৱহৃত ভাষাই হৈছে 'সাদৰী' । (৯) সেই মত অনুসৰি

ৰাচী সদৰ চহৰৰ হাট-বজাৰত আদিবাসী অনা-আদিমবাসীৰ যোগাযোগৰ ভাষাই 'সাদৰী' । অৱশ্যে আমাৰ ধাৰণাৰে প্ৰথম মতটোৱেই শুদ্ধ বুলি ধাৰণা হয় ।

যি নহওক, অসমৰ অসমীয়া ভাষাৰ দৰে, ছোটনাগপুৰ অঞ্চলত মিছনাৰীসকলৰ প্ৰচেষ্টাতেই চাদ্ৰী ভাষাই যথেষ্ট বিকাশ লাভ কৰিছিল । ৰেভাৰেণ্ড শান্তি নাওৰঙ্গীয়ে এই ভাষাৰ এখন শুদ্ধ ব্যাকৰণ প্ৰণয়ন কৰিছিল । তাৰ বাহিৰেও ড শ্ৰৱণ কুমাৰগোস্বামীয়ে তেওঁৰ গৱেষণা পুস্তক 'নাগপুৰী ভাষা' আৰু যোগেন্দ্ৰ নাথ তেৱাৰীয়ে 'নাগপুৰী ভাষা কা সংক্ষিপ্ত পৰিচয, নামৰ গ্ৰন্থ দুখনৰ মাজেৰে এই ভাষাটোৰ যথেষ্ট বিকাশ লাভ হয় আৰু এই ভাষাত যথেষ্ট পৰিমাণৰ কিতাপ-পত্ৰাদি ৰচিত হয় । ৰেভাৰেণ্ড হিটলিয়ে ১৮৯৬ চনত Notes on Gaori Dialect of Lhardanga নামৰ কিতাপখন প্ৰকাশ কৰাৰ পাছত এই 'চাদৰী' ভাষাৰ প্ৰাথমিক বৈশিষ্ট্যসমূহ বেছি স্পষ্ট হয় । বৰ্তমানে ৰাঁচী বিশ্ববিদ্যালয়ৰ তত্বাৱধানত অৱশ্যেই এই ভাষাই যথেষ্ট বিকাশ লাভ কৰিছে । এই চাদ্ৰী ভাষাৰ সৈতে অৱশ্যেই মুণ্ডাৰী ভাষাৰ যথেষ্ট মিল থকা দেখা যায় । তাৰ বাহিৰেও চাদ্ৰী ভাষাৰ সৈতে বঙালী, মাগহী আৰু উৰিয়াৰ সাদৃশ্য লক্ষণীয় । এই নাগপুৰীয়া বা চাদ্ৰীৰ ভাষাৰ লিপি অৱশ্যেই দেৱ নাগৰী ।

মেদিনীপুৰ জিলাৰ দক্ষিণ আৰু উত্তৰ সীমান্ত বাদ দি হলদি আৰু ৰসুলপুৰ নদীৰ মধ্যৱৰ্তী অঞ্চলকে ভিতৰ কৰি পশ্চিম বিহাৰৰ সীমাৰপৰা পূবৰ ভাগীৰথী নদী পৰ্যন্ত এনে ধৰণৰ ভাষাৰ স্ৰোত প্ৰবাহিত । বিশিষ্ট ভাষাবিদ আচাৰ্য্য সুনীতি কুমাৰ চট্টোপাধ্যায়ে এই ভাষাৰ নাম দিছিল সূক্ষক ভাষা । তেখেতৰ মতে প্ৰাচীন সূক্ষ্ম দেশ, য'ত পালি সাহিত্যত সুবভ অঙ্গ. সেয়াই পিছত সবংত পৰিণত হৈছে। [১৩]

আন এটা বিষয় হ'ল - আদিম যুগৰপৰাই পূৰ্ব মাগধী আৰু ইয়াৰপৰা সৃষ্ট বিভিন্ন উপভাষা সৃষ্টিৰ মূলতে চেৰো আৰু কুৰ্ম্মী বা মাহতসকলৰ অৱদান উল্লেখনীয় । এই নাগপুৰীয়া বা চাদ্ৰী ভাষাত চেৰোসকলৰ 'নুন', 'চিকা', 'বাঁশ' আদি আৰু কুৰ্ম্মীসকলৰ মাগহী ভাষাৰ সাদৃশ্যও পৰিলক্ষিত হয় ।

এই চাদ্ৰীত নানা আদিবাসী নৃ-গোষ্ঠীৰ ভাষাৰ সংমিশ্ৰণ ঘটাৰ ফলত অঞ্চল বিশেষে নৃ-গোষ্ঠী ৰূপত ইয়াৰ নাম ভিন্ন হোৱাৰ পৰিলক্ষিত হয় । যেনে ঃ চাদ্ৰী-কোল, চাদ্ৰী-কৰোৱা ইত্যাদি ।

তাৰ বাহিৰেও মধ্যযুগত এই অঞ্চলত ব্ৰজবুলি নামেৰে আন এটি কৃত্ৰিম ভাষাই গঢ় লৈ উঠে - যাৰ নাম ব্ৰজ বুলি চাদ্ৰী । কঠিন শব্দসমূহক সুৰ দি সহজ কৰি লৈ প্ৰাকৃত ছন্দক মোটামুটিভাৱে অনুসৰণৰ মাজেৰে ৰাধা-কৃষ্ণ বিষয়ক সংগীত প্ৰকাশ কৰাৰ চেষ্টা কৰা হৈছে এই কৃত্ৰিম উপভাষাৰ মাজেৰে ।

শ্রীশ্রীচৈতন্য দেৱৰ ঝাৰিখণ্ড আগমণৰ পিছত ছোটনাগপুৰৰ বিস্তৃত অঞ্চলত বৈষ্ণৱ ধৰ্মৰ প্ৰচাৰ বৈ গৈছিল আৰু গোবিন্দ দাস আদি কবিসকলে এই ব্ৰজবুলি চাদ্ৰী ভাষাৰেই কাব্য ৰচনা কৰিছিল । তেনে এটি ভাদৰীয়া ঝুমৰ'ৰ গীতৰ বৰ্ণনা গীতটোৰ মাজেৰে প্ৰকাশ পাইছে -

কঁহা সিৰজিল শিকাৰক বাঁশ
কঁহা উপজল কৰমক ডাহৰ
পূৰবে সিৰজিল শিকাৰক বাঁশ
পশ্চিমে উপজল কৰমক ডাহৰ ।

ছোটনাগপুৰৰ বিভিন্ন অঞ্চল আৰু অসমৰ চাহ জনগোষ্ঠীৰ মাজত প্ৰচলিত চাদ্ৰী বা নাগপুৰীয়া ভাষাৰ ৰূপটো এনেধৰণৰ -

'বীৰসা মুণ্ডা চালকাদ গেৰামে ইংৰাজী ১৮৭৫ সাল জনাম ৰাহাঁয় । বাপেকৰ নাম সুগানা মুণ্ডা । মায়কেৰ নাম কাৰমি । বীৰসা মানে চাৰ ভাই বাহীন ৰাহাঁয় । উকাৰ বাপ গৰীব ৰাহে । বীৰসা উকৰি মুশিকেৰ ঘাৰে আয ৰাহে। পাডহা লিখা শিখেক উকাৰ বাহুত মন ৰাহাঁয় । বীৰসা মিশন স্কুলমে পাডহাত ৰাহে । উ চাইবাসামে স্কুল পাড়াহেক সামায় সাহেব মানে আদিবাসী মানকে গাৰিয়াত ৰাহাঁত ।'

অসমত চাহ জনগোষ্ঠীৰ মাজত প্ৰচলিত আন এটি উপভাষা (dialect) হ'ল পাঁচ পৰগণীয়া । ছোটনাগপুৰৰ প্ৰাচীন মানভূম, সিংভূম অঞ্চলৰ বাহিৰেও ৰাঁচী জিলাৰ পূৰ্বাঞ্চল, পূৰণি বঙ্গৰ সীমান্তবৰ্তী সিল্লী, বুণ্ডু, তামাড, ধাৰেন্দা আৰু ৰাহে - এই পাঁচ পৰগণাত ভাষা-সংস্কৃতিৰ এটি স্বতন্ত্ৰৰূপ পূৰণি কালৰপৰাই গঢ় লৈ উঠিছে । এই অঞ্চলৰ উপভাষাৰ নামেই পাঁচ পৰগণীয়া অৰ্থাৎ উপৰোক্ত পাঁচ পৰগণাৰ ভাষা ।[11] সিল্লীৰ ঝুমৰ'ৰ গীত আদিম কালৰপৰাই প্ৰসিদ্ধ । এই পাঁচ পৰগণীয়া ভাষাৰ ৰূপটো বঙালীৰ সৈতে পূব- মাগহীৰ সংমিশ্ৰণৰ ফল। চাদ্ৰী বা নাগপুৰীয়াত যেনেকৈ হিন্দুস্থানী পূব মাগহীৰ প্ৰভাৱ বেছি, সেইদৰে পাঁচ পৰগণীয়াত বাংলাৰ আঞ্চলিক উপভাষাৰ প্ৰভাৱ বেছি ।

ওপৰত চাদ্ৰী ভাষাত বৰ্ণিত কথাখিনি পাঁচ পৰগণীয়া উপভাষাত ৰূপটো হ'ব এনেধৰণৰ -

'বীৰসা মুণ্ডা চালকাদ গেৰামে ইংৰাজী ১৮৭৫ সালে জন্মি ৰহে । বাপেৰ নাম সুগানা মুণ্ডা । মায়েৰ নাম কৰমি । বীৰসাৰা চাৰ ভাই-বহিন ৰহে । উয়াৰ বাপ গৰীব ৰহে । বীৰসা উয়াৰ মশিৰ ঘৰে আসি ৰহে । উয়াৰ বাপ গৰীব ৰহে। পঢ়া-লিখা শিখতে উয়াৰ বহুত মন ৰহে । বীৰসা মিশন স্কুলে পঢ়তে ৰহে । উচাইবাসাই স্কুলে পঢ়াৰ সময় চাহেবৰা আদিবাসীদেৰকে গাইল দিতে ৰহে।"

শ্ৰীবৰজু ৰাম দাস আছিল এই পাঁচ পৰগণাৰ ঝুম'ৰ গীতৰ মহাকবি । ১৭২০ খ্ৰীষ্টাব্দত তেওঁৰদ্বাৰা ৰচিত নিম্নলিখিত ঝুমৰ গীতৰ ভাষা পাঁচ পৰাগণাৰ ভাষা । তলৰ ঝুম'ৰ গীতটোৰপৰা এই ভাষাৰ ৰূপটো সম্পৰ্কে জানিবপৰা যায়।

সৰোবৰে জল নাই পদ্ম ফুটে নিতি
সেই ফুল সংসাৰ মাঝাৰে বসতি
সাধু বলন তাৰনীতি
বৰজুৰাম দাস ভনে কৰিয়ে ভকতি
তুমাৰি চৰণে সদায় থাকে মতি
সাধু বলন তাৰ স্থিতি ।

নাইবা, আন এটি বৰজুৰাম দাস ৰচিত জুম'ৰ গীত -

দুতি গেলাহুঁ গো যমুনা পানি ভৰে
ভেটলি মুহ' যদুবৰে,
গাগৰি ভৰি দেল গজমতি হাৰনেল
আঁচল ধৰিয়া ঝিকামাৰে ।

অসমত বসবাস কৰা সৰহভাগ চাহ জনগোষ্ঠীৰ লোকেই এই উপভাষাটো তেওঁলোকৰ দৈনন্দিন জীৱনত ব্যৱহাৰ কৰে । এই উপভাষাটোৰ ব্যৱহাৰ চাহ জনগোষ্ঠীৰ লোকসকলৰ মাজত আটাইতকৈ বেছি । আমি সংগ্ৰহ কৰা তথ্য অনুসৰি এই উপভাষাটোৰ ব্যৱহাৰ দৰং জিলাৰ প্ৰায়বোৰ অঞ্চলকে ভিতৰ কৰি শোণিতপুৰ জিলাৰ বিভিন্ন অঞ্চল, বোকাখাত, যোৰহাট আদি অঞ্চলসমূহত ব্যৱহাৰ হোৱা দেখা যায় ।

এই পাঁচ পৰগণীয়া উপভাষাৰেই আন এটা ঠাচ্ হ'ল তামাড়িয়া অৰ্থাৎ পাঁচ পৰগণাৰ অন্তৰ্গত তামাড় পৰগণাৰ ভাষা । তামাড়িয়া ঠাচৰ এই উপভাষাৰ উদাহৰণ এটি এনেভাৱে দিব পাৰি শস্য ৰোপণৰ গান এটিৰে -

কদোয় ফুটলোক ফুল
হেঁ ভাই কদোয় ফুটলোক ফুল
আলোক চাবোন লানলোক বৰ্ষণ
খেতে ভৰলোক পানি
কা চাঁড় কা দোন
দেখায় পানীয়ে পানী সভে ঠিন ।

খোৰটা উপভাষাৰ জন্ম চাওতাল পৰগণাৰ চাওতালী আৰু বাংলা ভাষা প্ৰচলিত অঞ্চলসমূহত । খোৰটা ঝুম'ৰৰ পদ কবি ভোলানাথ উদ্যোগভূষণ ৰচিত

ভগৱত বন্দনা গীতত ইয়াৰ ঠাচ্ আৰু ৰূপ এনে ধৰণৰ -

দশভূজা ধৰিণী মইয়া করুণা মূৰতি
দাহিনে লক্ষ্মী শোভে বামে সৰস্বতী
মেজৰে কাৰ্তিক শোভে মুস আল গণপতি
অসুৰাকে প্ৰাণ লেলহ্ বৰছি মাৰি ছাতি ।[১১]

এই খোৰটা ভাষাৰে সৈতে সিংভূম অঞ্চলত উৰিয়া ভাষাৰ নানা ধৰণৰ ঠাচ্ আৰু ৰূপৰ সংমিশ্ৰণ ঘটাও পৰিলক্ষিত হয় ।

ছোটনাগপুৰৰ বিভিন্ন অঞ্চলত কুৰ্মিসকলৰ ভোজপুৰী আৰু মাগহিৰ সৈতে আদিবাসীসকলৰ নানা উপভাষা মিশ্ৰিত হৈছে - যাক কুৰ্মালি ভাষা বুলি কোৱা হয় । চাওঁতালসকলৰ সৈতে কুৰ্মি আৰু আহিৰ অথবা গোৱালাসকলৰ সম্পৰ্ক বহু পুৰণি । আনকি চাওতাল পৰগণাত চাওঁতালসকলৰ সৈতে কুৰ্মি গোৱালাসকলৰ ভাষা-সংস্কৃতিৰ যথেষ্ট আদান-প্ৰদান ঘটাৰ কথাও সমাজ বিজ্ঞানীসকলে তথ্য সহকাৰে দাঙি ধৰিছে '[১৩]'। এনে এক সংমিশ্ৰণ প্ৰক্ৰিয়াৰ মাজেৰে গঢ লৈ উঠিছে কুৰ্মালি উপভাষা । কুৰ্মালি ভাষাৰ অহিৰা গীত এটিৰ ৰূপ এই ধৰণৰ -

তহপাৰে গঙ্গা এহ পাৰে যমুনা
মঝ ধেনু গেযাৰে চৰায়ত
গঙ্গা-যমুনা নদী ভৰল
মঝ গেইযা ৰহল ঠেকায়

গায়নি চৰযে হৰি শিৰি বৃন্দাবনে হো
মহিষীণি চৰয়ে গঙ্গা পাৰ যো ইযোৰে
মহিষীণি চৰযে গঙ্গা পাৰ

কোন শিঙে দেবো তেল সিন্দুৰা
কোন পিঠে দেবো ধুৰি ধান ।

এই কুৰ্মালি ভাষা সম্পৰ্কে সজল বসুৱে উল্লেখ কৰিছে এনেদৰে

As a language, Kurmali has its own traditional precedence, and has nothing to do with Magahi as a source Though due to migration pattern and geographical divisions, Kurmali has been mixed up with Hindi, Oriya and Bengali, sometimes creating new dialect as Manbhumi, but the language's originality and tradition could hardly be negated As a spoken language, Kurmali has been in use in extended are as covering Manbhum, Ranchi, Hazaribag, Palamau, Singhbhum, Saraikella, Keonjhar, Mayurbhanj, Bamra, Surguja etc The Language still has its pre-vedic remnants '[১৪]

উপৰোক্ত আলোচনাৰপৰা আমি এটা কথাত স্পষ্ট হ'ব পাৰো যে অসমৰ চাহ জনগোষ্ঠীৰ লোকসকলৰ অতীত বাসস্থান তথা ভাষিক পৰিমণ্ডল ভিন্ন হোৱা বাবে, তেওঁলোকৰ দৈনন্দিন জীৱনত ব্যৱহৃত মাতৃভাষা ভিন্ন । কোনো ক্ষুদ্ৰ দলৰ মাজত আকৌ পাঁচ পৰগণীয়া বা আন কোনো কোনো সকলৰ মাজত খোৰটা বা কুৰ্মালি ব্যৱহৃত হয় ।

এনে এক ভিন্ন উপভাষাৰ সন্ধিক্ষণত অসমত অসমৰ চাহ জনগোষ্ঠীৰ মাজত পুনৰ এক সংমিশ্ৰিত ভাষাৰ বিকাশ ঘটিছে - য'ত অসমীয়া জাতীয় ভাষাৰ শব্দ মিশ্ৰিত হৈছে । আন কথাত চাহ জনগোষ্ঠীৰ উপৰোক্ত উপভাষাসমূহ মিশ্ৰিত হৈ অসমৰ চাহ জনগোষ্ঠীৰ মাজত পুনৰ এক নতুন ৰূপত এটি'সংযোগী ভাষা' বা lingua franca ৰ জন্ম হৈছে আৰু এই নতুন সংযোগী ভাষাৰ কথা ৰূপটোৱে অসমীয়া জাতীয় ভাষাৰ সৈতে সংযোগ গঢ়ি তুলিছে । চাদ্ৰী, পাঁচ পৰগণীয়া, খোৰটা আৰু কুৰ্মালি উপভাষাৰ উমৈহতীয়া নতুন ৰূপটোৱেই আজিৰ অসমত চাহ জনগোষ্ঠীৰ কথা ভাষাৰূপে স্বীকৃতি লাভ কৰিছে । এনে নতুন কথ্যভাষাৰ ৰূপটোৱেই ইতিমধ্যে সমগ্ৰ অসমতে চাহ জনগোষ্ঠীৰ সংযোগী ভাষা হৈ পৰিছে। এই নতুন কথা ভাষাটোৰ সন্দৰ্ভত যথেষ্ট গৱেষণাৰ থল আছে বুলি আমি ধাৰণা কৰোঁ ।

**সহায়ক গ্ৰন্থপঞ্জী আৰু গ্ৰন্থটীকা ঃ**


(১) ব্যাঙ্গালীৰ ইতিহাস, আদিপৰ্ব - ড নীহাৰৰঞ্জন ৰায় (১৯৯৩), পৃঃ ৩১

(২) "জাতীয় ভাষা বুলিলে আমি যি সাৰ্বজনীন আৰু সৰ্বব্যাপক ভাষা ৰূপ পাওঁ যি সুষম ভাষাৰূপত শিক্ষা, প্ৰশাসন, ব্যৱসায়িক লেনদেন, সংস্কৃতি,সাহিত্য চৰ্চা আৰু ৰাজনীতি এই সকলোবোৰ কাম হয়, তেনে ভাষাৰূপকেই জাতীয় ভাষা বোলা হয়' । ই আধুনিক যুগৰ সৃষ্টি । ড ধ্ৰুৱজ্যোতি বৰাৰ 'অ' মোৰ - সুৰীয়া মাত - জাতীয় ভাষা হিচাপে অসমীয়া ভাষাৰ বিকাশ' গ্ৰন্থ (১৯৯৪ পৃঃ ৮)

(৩) ছত্ৰাক, শাৰদীয় সংখ্যা (১৩৮৩ বঙ্গাব্দ) (পুৰুলিয়া)ত প্ৰকাশিত মহাবীৰ নন্দীৰ 'আদিবাসী লোকসাহিত্য ও প্ৰসঙ্গত ' শীৰ্ষক প্ৰবন্ধ । পৃঃ ১০২

(৪) Jharkhand Movement - Ethnicity and Culture of Silence by Sajal Basu P 20

(৫) প্ৰসঙ্গ দক্ষিণ-পশ্চিম বাংলা - জাঁকেশ নায়ক (১৯৮৮), পৃঃ ৭৬

(৬) সাদৰি পাড়হা - শ্ৰীকালিপদ সৰদাৰ (১৯৯৫), পৃঃ ৩

(৭) সাঁওতাল গণ সংগ্ৰামেৰ ইতিহাস - ধীৰেন্দ্ৰ নাথ বাস্কে (১৯৭৬), পৃঃ ৩

(৮) Swami Sahajanand and the Peasants of Jharkhand- Edited by Walter Hauser (1998) P 352

(৯) সাদৰি পাড়হা শ্ৰীকালিপদ সৰদাৰ, পৃঃ ৩

(১০) ঐ, পৃঃ ৮

(১১) ছত্ৰাক, শাৰদীয় সংখ্যা (১৩৮৩ বঙ্গাব্দ)ত প্ৰকাশিত জ্যোতিলাল মহাদানীৰ 'ছোটনাগপুৰেৰ মহাকবি শ্ৰীবিনন্দ সিং' শীৰ্ষক প্ৰবন্ধ । (১৯৭৬), পৃঃ ১০৮

(১২) ছত্ৰাক, শাৰদীয় সংখ্যা (১৩৮৩ বঙ্গাব্দ) সূত্ৰ নং (৩), পৃঃ ১০৬

(১৩) ঐ, পৃঃ ১০৬

(১৪) সাদৰি পাড়হা - কালিপদ সৰদাৰ, পৃঃ ৯, ঝুমুৰ আলোচনা আৰু সংগ্ৰহ সনৎ কুমাৰ মিত্ৰ সম্পাদিত গ্ৰন্থৰ (১৯৯৮) ধীৰেন্দ্ৰ নাথ বাস্কেৰ 'ঝুমুৰ ঃ সাঁওতালি ঝুমৰ কি' শীৰ্ষক প্ৰবন্ধ। পৃঃ ১৪৬

(১৫) Jharkhand Movement - Ethnicity and Culture of Silence by Sajal Basu, P 24

## চতুৰ্থ অধ্যায়

**সাংস্কৃতিক পৰিচয়মূলক**

# চাহ বাগিচাৰ পূজা-পৰব

**(স্বৰ্গীয় দেউৰাম তাছাৰ সম্পাদিত অসম সাহিত্য সভাৰ দ্বাৰা প্ৰকাশিত কিতাপৰ সম্পাদিত ৰূপত লিখা হৈছে ।)**

**কৰম পৰব ঃ**

ভাদ মাহৰ শুক্লা একাদশী তিথিত কৰম পূজা পালন কৰা হয় । 'ঝাৰা ধৰা' এই পূজাৰ প্ৰধান অংগ । পূজাৰ তিনি, পাঁচ বা সাত দিনৰ আগতে মহিলাসকলে নদীৰ ঘাটত গা-পা ধুই ধূপ-ধূনা জ্বলাই পুষ্প আৰতি কৰে আৰু নতুন পাচিত বালি ভৰায় । উপবাসে যোৱা মহিলা বা কৰমতীসকলে বালিৰ পাচিত ধান-বাজৰা, বুট-মগু, সৰিয়হ আদি সিঁচ দিয়ে । পূজাৰ দিনালৈ সিঁচ দিয়া বস্তুৰ গঁজালি উঠে । 'ঝাৰা' ধৰাৰ পাছৰেপৰা কোনো হাই- হাল্লা, কাজিয়া পেচাল যাতে নহয় তালৈ চকু ৰাখে । নদীৰ পৰা ঝাৰা আনি যাৰ ঘৰত ৰখা হয় তাত সন্ধিয়া ধূপ-ধূনা, চাকি-বন্তি, জ্বলাই ঝুমুই গীত গায় । ইয়ে ঝাৰা জাগৰণ । পূজাৰ বাবে যি জোপা গছৰ ডাল আনে সেই জোপা গছৰ তললৈ দুদিনৰ আগত গৈ ঝুমুৰ নৃত্য গীতৰে জাননী দি আহে ।

পূজাৰ দিনা কৰমতীসকলে চোতালত কৰম বেদী স্থাপন কৰে । সন্ধিয়া পৰত গছৰ ডাল পুতি ধূপ ধূনা জ্বলাই ফল-ফুলেৰে আৰতি কৰি ঝাৰাখিনি ভেটিত অৰ্পন কৰে । তাৰ পিছত বেদীৰ কাষত বহি পুৰোহিত স্বৰূপ 'কহনী' বুঢ়াই কৰম পূজাৰ কাহিনী শুনাই । 'কহনী' বঢ়াই কৈ থকা কাহিনীৰ মাজে মাজে কৰমতীসকলে কৰম বেদীত ফল-ফুল, কটি-পিঠা আৰু গাখীৰ আদি আগবঢ়াই থাকে । মাজে মাজে 'কহনী' বুঢ়াই কৰমতীসকলক প্ৰশ্ন কৰে 'কৰম' ধইৰকে কি পাইলি ?' কৰমতীসকলে নিজৰ মনো কামনা অনুসৰি উত্তৰ দিয়ে 'শিৱা মতন বেটা পাইলি/কৃষ্ণ মতন স্বামী পাইলি/ ৰাধা মতন সতীন পাইলি ইত্যাদি । কাহিনী কোৱা শেষ হ'লে 'কহনী' বুঢ়াক মাননী দি বিদায় দিয়ে । ইয়াৰ পিছতে ওৰেটো নিশা ঝুমুই নৃত্য-গীত চলে । গীতৰ তালে তালে ডেকা-গাভৰু, জীয়ৰী-বোৱাৰী, বুঢ়া-বুঢ়ী বৃত্তকাৰে ঘূৰি ঘূৰি নাচে ।

পিছদিনা বেলি উঠা লগে লগে 'কবমডাল' উভালি বীতি অনুসবি নদীত বিসর্জন দিয়ে ।

**ফাকুৱা পবৱ ঃ**

ফাগুণ মাহৰ পূৰ্ণিমা তিথিত পালন কৰা দৌলযাত্ৰা উৎসৱক চাহ জনজাতি সমাজে ফাকুৱা পবৱ বোলে । এই উৎসৱতে চাহ বাগিচাৰ মানুহ আনন্দত মতলীয়া হৈ পৰে । পূৰ্ণিমা মাহৰ জোন দেখিলেহে হোলিব বং লগাই পবৱ আবম্ভ কৰে । এই উৎসৱত 'হোলিকা দাহ' পতাৰ নিয়মো আছে । এখন মুকলি ঠাইত শিমলু গছৰ ডাল বা পুলি পুতি বেদী স্থাপন কৰে । বেদী থকা গছত পিঠা-কটি আঁবি দিয়ে । কাঠ খৰিবে মেজি সাজি ওবেটো বাতি নৃত্য-গীত কৰে । বাতিপুৱাৰ লগে লগে ধূপ-ধূনা জ্বলাই বাদ্যযন্ত্ৰ বজাই বেদীৰ চৌকাষ তিনি-পাঁচ বা সাত বাব ঘূৰি মুখিয়ালজনে মেজিত জুই দিয়াব লগে লগে হৰি ধ্বনি দিয়ে । মেজিব জুই লগাব লগে লগে পিঠা-পনাবোৰ খায় আৰু শিমলু জোপা উভালি দুটুকুৰা কৰে । সকলোৱে গা-পা ধুই ইষ্ট দেৱতাব নামত মেজিব জুইত পানী ঢালে । তাব পিছত হয় ৰঙৰ খেল ।

ঘৰে ঘৰে দল বান্ধি নৃত্য-গীত কৰি বং খেলি আনন্দ কৰে ।

**পুষ পবৱ আৰু টুচু পূজা ঃ**

ভোগালী বিহু অনুষ্ঠিত হোৱাব দিনাই অসমব চাহ মজদুব সম্প্ৰদায়েও গোষ্ঠী অনুযায়ী এভাগে এই দিনটোক শুভ মকৰ সংক্ৰান্তি, পিঠা পবৱ আৰু অন্য এভাগে 'টুচু' পবৱ হিচাবে পালন কৰে । পবৱব দিনা সকলোৱেই পিঠা-পনা ভাজি ন ধানব চিৰা, মুৰি, আঁখৈ, দৈ আৰু আলু, কচু আদি যোগাব কবি আত্মীয়-স্বজন, মিতিৰ-কুটুম্বৰ লগত প্ৰাতঃস্নানব অন্তত নিজ নিজ ঘৰুৱা স্থানত উপাচাৰ আগবঢ়াই ভোজন পৰ্ব সমাধা কৰে । প্ৰাতঃস্নানব অবিহনে পবজনমত কুকুৰ, গাহৰি ৰূপে জন্ম হয় বুলি লোকবিশ্বাস চলি আহিছে ।

আনহাতে টুচু, পূজাক উপলক্ষ্য কবি এমাহ ধৰি বাত্ৰি জাগৰণৰ অৰ্চনা কাবি অহা আন একাংশ মজদুৰ বাইজে বিহুৰ উৰুকাব দিনাই পূৰ্ণ জাগৰণ কৰি পিছদিনা অৰ্থাৎ বিহুৰ দিনা টুছু ভাঁচান পৰ্বৰ আয়োজন কৰে । যুগ যুগ ধৰি এই টুচু পূজাব প্ৰচলন হৈ অহা বাবে ভক্তবৃন্দ প্ৰজাই টুচু দেৱীক শিৱৰ জীয়েক

মনসাৰ ভনীয়েক কালী, দুৰ্গা, সীতা, সাবিত্ৰী আদিৰ ৰূপত কল্পনা কৰাৰ প্ৰয়াস কৰিছে যদিও কোনো শাস্ত্ৰ পুৰাণত এনে দেৱীৰ উল্লেখ নথকাত টুচু দেৱীক অলৌকিক বুলি ধৰিব নোৱাৰি । টুচু পূজাৰ প্ৰচলনৰ বিষয়েও কেইটামান ভিন্ন মত পোৱা যায় । ইয়াৰ ভিতৰত 'পাচেতে' দেশৰ ৰজাৰ জীয়েক ভাদু'ৱে প্ৰজাৰ মঙ্গলৰ বাবে নিজকে বলি দিছিল বাবে টুচু পূজা প্ৰচলিত হ'ল বুলি ক'ব খোজে । আন এটা সূত্ৰমতে 'কাশী' পুৰৰ মহাৰজা কৰেছে টুচু পূজা গীতৰ আধাৰ লৈ কাশীপুৰৰ ৰজাই এই পূজাৰ প্ৰচলনৰ কৰিছিল বুলি ক'বলৈ প্ৰয়াস কৰে ।

আন এক সূত্ৰমতে টুচু পূজাৰ অন্তৰ্নিহিত অৰ্থ আৰম্ভ হ'ল দিল্লীৰ বাদছাহৰ বোষৰ পৰা নৈষদ ৰাজ্য, ৰজাৰ দুহিতা ৰুক্মিণী ওৰফে টুচু দেৱী আৰু তেওঁৰ পাণিপ্ৰাৰ্থী সীতাৰামৰ মৃত্যুৰ 'কাহিনী জৰিত আছে । য'ত মহাসতী ৰূপে টুচু দেৱীয়ে নিজৰ কৰ্ত্তব্য নিষ্ঠা, ত্যাগ আৰু সতীত্ব গুণৰাশিৰে জনমানসত টুচু দেৱী ৰূপে প্ৰতিষ্ঠিত হ'ল ।

টুচু ফুৰাওঁতে গাঁও বা অঞ্চলটোৰ ওচৰতে পোৱা নামী দামী সন্মানীয় ব্যক্তিসকলৰ চোতালতেই প্ৰথমে মূৰ্তি টুচুক স্থিৰ কৰি দান দক্ষিণা আদি আদায় কৰা হয় । গৃহস্থৰ শক্তি অনুযায়ী ভক্তি কৰি সেৱা আগবঢ়ায় ।

টুচু পূজাৰ আয়োজক গৃহস্থ ঘৰৰ মূল মানুহ গৰাকীয়েই 'টুচুৰ মা' হিচাবে পৰিচিত হয় । পূজাৰ সকলো যা-যোগাৰ, হিচাব-নিকাচ 'টুচুৰ মা'ৰ ওপৰতে ন্যস্ত থাকে । জন বিশ্বাস আছে যে এই পূজা সুকলমে পাৰ হ'লে খৰ-খহ, বেমাৰ-আজাৰ আদি নহয় ।

**গৰয়া পূজা বা সঁহৰাই পৰব :**

সঁহৰাই পৰবৰ মূল উদ্দেশ্য গো- সেৱা । কাতি মাহৰ অমাৱস্যাৰ পাছত ন-জোন ওলোৱা দিনা এই পূজা অনুষ্ঠিত হয় । কিছুৱে পাঁচ বা সাত দিনত এই আয়োজন কৰে । এই পূজাত গৰুবোৰক গা-পা ধুৱাই তেল-হালধি ঘঁহি কটি-পিঠা আদি খুৱাই গোহালিত মহাদেৱ, বাঘ, ধৰম দেৱতা, গ্ৰাম দেৱতা, বন দেৱতা, পঞ্চদেৱতাৰ নামত থাপনা পাতি মুৰ্গী আদি বলি দি গো-জাতিৰ উন্নতি কামনা কৰা হয় । পূজাৰ অন্তত ন পথাৰে গৰু বান্ধি কটা ঘাঁহ খুওৱা হয় । ন বস্ত্ৰ পৰিধান কৰা গৃহস্থই ব্ৰতে-উপবাসে থাকি গো-সেৱাৰ লগতে

নাঙল, যুৱলি, মৈ আদি কৃষি সঁজুলি সমূহ ধুই মেলি তেল- সেন্দুৰ আদিৰে ফোঁট দি 'চুমান আৰতি' কৰে । পূজা অনুষ্ঠিত হোৱা তিনি, পাঁচ, সাত বা ততোধিক দিনৰ আগৰপৰাই পূজাৰ আয়োজকসকলে তেওঁলোকৰ নিজৰ গোহালিৰ উপৰি চুবুৰীয়াৰ গোহালিত ঢোল-মাদলেৰে গো- জাগৰণ গীত গাই ফুৰে । বহুতে ইয়াক ৰাঁধনা পৰৱৰ গীত বা কপিলা মঙ্গল গীত বুলিও কয় ।

গৰয়া পূজাৰ মূল উৎসৰ সম্পৰ্কে দুটা কাহিনী আছে এটা শ্ৰীকৃষ্ণৰ গোবৰ্ধন ধাৰণ আখ্যানটো, আন টো হ'ল গৰুবোৰৰ দুখ-দুৰ্গতি আতঁৰাবলৈ দেৱা-দি দেৱ মহাদেৱৰ ওচৰত কৰা প্ৰাৰ্থনা ।

**গ্ৰাম পূজা ঃ**

চাহ জনগোষ্ঠী সমাজখনে গ্ৰাম পূজা ব্যক্তিগত আৰু সামাজিক দুই ভাগে পালন কৰে । এই সমাজত এটা ধাৰণা আছে যে গাঁও বা বাগিচাত থকা প্ৰতিখন 'ঘৰ গৃহস্থীত' সুখ-দুখৰ, নীতি-নিয়মৰ আঁত ধৰিবলৈ আৰু গৃহস্থক সকলো প্ৰকাৰে সহায় কৰিবলৈ একোজনকৈ অলৌকিক অধীশ্বৰ থাকে । এই দেৱতা সন্তুষ্ট হ'লেই ঘৰখন অপায় অমঙ্গলৰ পৰা ৰক্ষা পৰে । বহাগৰ পৰা শাওণ মাহৰ ভিতৰত এই পূজা ঘৰৰ চাৰিবেৰৰ বাহিৰত পতা হয় । আহাৰ মাহত বেছিকৈ এই পূজা পতা হয় বাবে 'আষাঢ়ীয়া' পূজা বুলিও কয় । সামূহিক ভাৱে পূজা পাতিবলৈ এখনকৈ 'দেওথান' বা 'দেওঘৰ' থাকে ।

**ফুচপুণী মা'ৰ পূজা ঃ**

মহ, ডাঁহ, পকৰা আদিৰ অত্যাচাৰৰ পৰা ৰেহাই পাবলৈ এইবোৰ প্ৰাণীৰ দেৱী ফুছপুণী মাৰ পূজা আয়োজন কৰে । বিশেষকৈ ওড়িছী হৰিজনীয়াসকলে পুহ মাহ বা আঘোণ মাহৰ সংক্ৰান্তিৰ আগদিনা এই পূজা পাতে । ধূপ-ধূনা সহ চাকি-বন্তি আগ কৰি গৃহস্থ-গৃহস্থণী দুয়োৰে গোটেই দিনটো উপবাসে থাকি সন্ধিয়াৰ আগে আগে এই পূজা সমাপন কৰে । পূজাৰ উপলক্ষে উপস্থিত চুবুৰীয়াৰ হাতে হাতে আধা ভগা কেৰাহীত তেল-সেন্দুৰ আদি ফোট দি তুঁহ গুৰি আৰু জুইৰ আঙঠা ভৰাই চোতালেলৈ উলিয়াই দিয়ে । এনে সময়তে গৃহস্থণীয়ে ঘৰৰ চুকে-কোণে থকা জাল আদি ঝাক কৰি আনি ভূৰচীত দিয়ে । ঘৰে ঘৰে গীত গাই এই ভূৰচী লৈ ফুৰাই আৰু প্ৰতিঘৰে ঝাক মাৰি পোৱা মকৰা জাল ভূৰচীত পেলায় । দলটোক পিঠা-পনা খাবলৈ দিয়ে ।

**বড় পাহাড়ী পূজা ঃ**

বড় পাহাড়ী পূজা প্ৰতি তিনিবছৰৰ ব্যৱধানত মাঘ আৰু ফাগুন মাহত অনুষ্ঠিত হয় । ই পুৰুষ প্ৰধান । পূজাৰ বাবে পাহাৰৰ ওখ ঠাই প্ৰশস্ত যদিও অসমৰ বাগিচা অঞ্চলত এনে সুবিধা নথকাত হাবি-বননিয়ে ঢকা উই হাফলত পূজা পাতে । ব্ৰতে উপবাসে থকা পূজাৰীজনে স্নান কৰি নতুন বস্ত্ৰ পৰিধান কৰাৰ অন্তত বেদীত 'ঘট-বাৰি' স্থাপন কৰি বাঘ, ধৰম আৰু মহাদেৱৰ নামত ভাগে ভাগে দ্ৰব্যসমূহ উচৰ্গা কৰে ।

**বীৰ পূজা ঃ**

বীৰ পূজাৰ মূল উপাস্য দেৱতা হ'ল পৱন বীৰ বা বায়ু বীৰ বুলি কোৱা হয় । ভূঁইয়া সকলৰ মাজত এই পূজা প্ৰচলিত । পৱন বীৰ, তুলসীবীৰ, দুলালবীৰ, হনুমান বীৰ, বালকবীৰ, দধিবীৰ আৰু ডাকবীৰ আদি সাতবীৰক এই বংশীয় লোকসকলে নিজৰ উপৰি পুৰুষ বুলি ভাবে । বীৰ পূজাৰ মূল থানক 'মাড়াই' বুলি কোৱা হয় । এই মাড়াইত দেৱতাসকলক ভাগে ভাগে স্থাপন কৰি পূজা অৰ্পণ কৰা হয় । কালীমাৰ বাবে ক'লা পাঠা, দুৰ্গাৰ বাবে বগা পাঠা বলি কটা হয় । কমলা দাদিৰ নামত চাউল গুৰি, গুৰ বা চেনি, ঘিউ, গাখীৰ, লং,দালচেনী আদিৰে বনোৱা পাঁচ পোৱা মিঠাই উচৰ্গা কৰা হয় । গ্ৰাম দেৱতাৰ নামত - ৰঙা মুৰ্গী, ঠাকুৰ পূজাৰ বাবে আমবলি ৰঙৰ হাঁহ, সদাশিৱৰ নামত - এযোৰ বগা পাৰ উড়ান দিয়া হয় । দধিবীৰৰ নামত - গাখীৰ ঢলা হয় । ঘৰৰ ইষ্ট দেৱতাৰ নামত - মদ আৰু পাণৰ 'বিড়া'। বীৰ দেৱতাৰ নামত - এটা সক আৰু আনটো ডাঙৰ দুটা গাহৰি উচৰ্গা কৰা হয় ।

থানত সাতবীৰক থিত লগাবলৈ তিনিটা খাগুা পোতা হয় । কালী দেৱীৰ নামত ৰঙা কাপোৰ, পৱনবীৰকে ধৰি সাত বীৰৰ নামত বগা কাপোৰ আৰু তুলসীবীৰৰ নামত ক'লা কাপোৰ ।

**চাউল পূজা ঃ**

চাউল পূজাৰ জৰিয়তে প্ৰকৃতি বন্দনা উৎস চ'ত মাহৰ পঞ্চমী বা নৱমী তিথিত অনুষ্ঠিত হয় । প্ৰকৃতিৰ বুকুত নতুনকৈ আম-কঠাল, মাছ-পুঠি, শাক-পাচলি আদি প্ৰাদুৰ্ভাৱ হোৱাৰ লগে লগে ঘৰে ঘৰে ৯ বিধ তৰকাৰী সৈতে

খোৱা-বোৱা উৎসৱক 'ন খোৱা উৎসৱ' বুলিও ক'ব পাৰি । প্ৰথম দিনা ন খোৱা উৎসৱ আৰু দ্বিতীয় দিনা ফুল-পুষ্পৰে সজাই লোৱা হয় ।

মুণ্ডা, খাৰিয়া আদিয়ে এনে উৎসৱক 'বেওচাৱলী বুলিও কয় । সোণাৰু গছ ফুলিবৰ সময়ত এই পূজা কৰে । ৯ বিধ নতুন ফল ভক্ষণ কৰে ।

**কড়াল বাগ্‌দেই পূজা ঃ**

হিন্দু ধৰ্মত বিশ্বাসী চাহ জনগোষ্ঠীসকলৰ মাজত কুড়াল বাগ্‌দেই (খাণ্ডাই শনি) এগৰাকী দেৱীক ফাগুন মাহত পূজা কৰে । পূজা নৈ বা বিলৰ কাষৰ মুকলি ঠাইত অনুষ্ঠিত হয় । ই পুৰুষ প্ৰধান । 'খানদানী' সাতঘৰ মানুহৰ সিধাৰে এই পূজা পতা নিয়ম । পূজাত ক'লা পাঠা বলি দিয়া হয় । পূজাৰ শেষত তাতে ৰন্ধা-বঢ়া কৰি খায় । দেৱী সন্তুষ্ট হ'লে অপায়-অমঙ্গল আঁতৰ হয় বুলি লোক বিশ্বাস । দেৱী সন্তুষ্ট হ'লে ৰাতি আহি ঘৰত চৰাই-চিৰিকতি আদি ৰূপে ভক্তক মাত লগায় ।

**সূৰ্যাহী পূজা ঃ**

এই পূজা বাৰ আৰু পাঁচ বছৰৰ ব্যৱধানত বহাগ আৰু জেঠ মাহত আয়োজন কৰে । বহুতে ইয়াক উষা পূজা বুলিও কয় । সূৰ্য উদয়ৰ লগে লগে স্নান আদি কৰি মূল পূজা ভাগ সমাপন কৰাটো নিয়ম । কিছুমানে হাবিত গৈও পূজা পাতে । পূজাত হাঁহ, ছাগলী আদি বলি দিয়া হয় । কোনো কাৰণতে পূজাৰ প্ৰসাদ ঘৰৰ ভিতৰলৈ নানে । নতুন ঘট এটাত যাৱতীয় নীতি-নিয়ম সহকাৰে পানী ভৰাই বেদীত স্থাপন কৰিবলৈ আনোতে চোতালৰ মূৰৰ পৰাই আঁঠু কাঢ়ি অহাটো নিয়ম ।

এই পূজাৰ পৃষ্ঠপোষকতা কৰাসকলে হাত,মুখ, গা-পা, ধোৱাৰ অন্তত সূৰ্যৰ ফালে মুখ কৰি প্ৰণাম কৰাটো চিৰন্তন প্ৰথা ।

**দুৰ্গা পূজা ঃ**

চাহ বাগিচাৰ মজদুৰ সকলেও দুৰ্গা দেৱীক এক শক্তিৰ প্ৰতীক বুলি কল্পনা কৰি ভক্তিৰ দৃষ্টিৰে চাবলৈ বিচাৰে । ব্যক্তিগত আৰু সামূহিক দুয়োধৰণে অনুষ্ঠিত হয় । দেৱী দৰ্শনৰ সময়ত সকলোৱে নতুন বস্ত্ৰ পৰিধান কৰে । ধনী-দুখীয়া সকলোৱে পূজাৰ উপলক্ষে মদ-মাংস ভক্ষণ কৰাটো নিয়ম । গোঁসানী সেৱা কৰোঁতে পোৱা ফুল-পুষ্পৰ নিৰ্মালিক ব্যক্তিগত পূজা থানত অথবা ধন-

টকা বাকচত ৰাখে । কোনোৱে ঘৰৰ চালত গুজি থয় । কোনোৱে আকৌ কুঁৱা বা পুখুৰীৰ পানীত বিসৰ্জন দিয়ে । পৱিত্ৰ বস্তু অপৱিত্ৰ স্থানত নপৰিবলৈকে এনে কৰে ।

**মনসা পূজা :**

ভাদ মাহৰ শেষৰ দিনা এই পূজা সাধাৰণতে অনুষ্ঠিত হয় । কোনোৱে শাওণ মাহৰ নাগ পঞ্চমীতো এই পূজা পাতে । বাদ্য বাজনাৰ তালে তালে মনসা মঙ্গল, পদ্ম পুৰাণ আদি পুথি সমূহ পাঠ কৰি পূজা থানত পূজা কৰে । পদুমফুল এই পূজাত অতি প্ৰয়োজনীয় । মনসা দেৱীৰ প্ৰতিমূৰ্তি স্থাপন কৰি অথবা 'ঘট বাৰি'ৰ দ্বাৰায়ো পূজা হয় । বাউৰী, গোৱালা, তুৰী, খৈৰা, কুৰ্মি, ভূমিজ, হাজাম, পাতৰ আদি লোকে এই পূজা পাতে ।

**কালীপূজা আৰু দেৱালী উৎসৱ :**

কালীপূজা বাগিচা অঞ্চলত ব্যক্তিগত আৰু সামূহিক দুয়ো ধৰণেই পালিত হয় । ব্যক্তিগত পূজাত (ঘৰুৱা থানত) ঘট-বাৰি স্থাপন কৰি মতা আমবলি হাঁহ নাইবা ক'লা পঠা বলি দিয়া হয় । পূজাৰ শুভা-শুভ 'ঝপা'ৰ দ্বাৰায়েই নিৰ্ণয় কৰা হয় । সামূহিক পূজা ভাগ 'শাস্ত্ৰাচাৰ' নিয়মে পালিত হ'লেও ইয়াত বাজহুৱাভাৱে স্বীকৃত এজন 'পাণ্ডাই' দেওধনী উঠি শুভা-শুভ বতৰা দিয়ে । সন্ধিয়াহে মূৰ্তি স্থাপন কৰি পূজা আৰম্ভ কৰে ।

দেৱালী উৎসৱত চাকি-বন্তি প্ৰজ্বলিত কৰিলেও প্ৰথম চাকিটো কেঁচা মাটিৰ হ'ব লাগে বুলি বিশ্বাস আৰু প্ৰথম চাকিটো ঘৰৰ ভিতৰত স্থাপন কৰে । এই প্ৰথম চাকিটো কেনেবাকৈ ডাইনীৰ হাতত পৰিলে গৃহস্থৰ সৰ্বনাশ ঘটাব পাৰে বুলি বিশ্বাস ।

**মংলা পূজা :**

চাহ বাগিচাৰ হাড়ি, ঘাচি, দন্দাসী আদি সম্প্ৰদায়ৰ মাজত 'মংলা' পূজাৰ প্ৰচলন আছে । এই পূজা চ'ত মাহৰ পূৰ্ণিমা তিথিৰ আগৰ মঙ্গলবাৰ অনুষ্ঠিত হয় সেয়ে কিছুৱে ইয়াক 'মংগল চণ্ডী' পূজা বুলি কয় । এই পূজাৰ বাবে চাৰিমুখীয়া কলহত 'বাৰি' (পানী) তুলি আনি বেদীত স্থাপন কৰা হয় । কলহৰ মুখত ভীম কলৰ ডিল এটা স্থাপন কৰি পাঁচটা খৰিকাৰে পাঁচটা কলফুল গাঁথি গুজি দিয়া হয় । পূজাৰ বাবে ক্ষীৰ-ভাত, (পায়স) আখৈ, গুৰেৰে কৰা 'মুৰা' চাউল গুৰি, গুৰ পানীত বনোৱা 'বেচালী' নামৰ প্ৰসাদেই অতীব প্ৰয়োজন ।

❖❖

# ঝুমইৰ উৎপত্তি আৰু ঝুমই নৃত্যৰ ইতিকথা

❑ প্ৰহ্লাদ চন্দ্ৰ তাছা

**ঝুমইৰ ঃ**

'ঝুমইৰ' শব্দটোৰ উৎপত্তি সম্পৰ্কে নাইবা ইয়াৰ সংজ্ঞা সম্পৰ্কে আজিলৈকে কোনো ধৰণৰ নিৰ্ভৰযোগ্য তথ্য-পাতি নাইবা গ্ৰন্থ আমাৰ দৃষ্টিগোচৰ হোৱা নাই । সেয়েহে 'ঝুমইৰ' শব্দটোৰ উৎপত্তি কেনেকৈ আৰু ক'ৰ পৰা হ'ল তাক একে আষাৰতে কৈ দিব নোৱাৰি । এই সম্পৰ্কে লেখকসকলৰ মতামত একে নহয় । ঝুমইৰ নৃত্য-গীত মূলতঃ কৃষিজীৱীসকলৰহে অৱদান । অসমত চাহ শিল্পৰ পাতনি মেলাৰ সময়ত ভাৰতৰ বিভিন্ন প্ৰান্তৰপৰা অহা এক বৃহৎ সংখ্যক কৃষিজীৱী লোক অসমৰ চাহ শিল্পত নিয়োজিত হৈছিল । তেওঁলোকৰ মাজত বেলেগ বেলেগ উপ-ভাষা বা দোৱান থাকিলেও ঘাইকৈ হিন্দীমূলীয় আৰু বাংলা মূলীয় ভাষাৰ মাধ্যমেৰে তেওঁলোকে নিজৰ মাজত ভাব বিনিময় কৰিছিল। স্বাভাৱিকতে চাহ বাগিচাত প্ৰচলিত কথিত ভাষাত হিন্দী আৰু বাংলামূলীয় বহু শব্দৰ প্ৰয়োগ ঘটিল । সেয়েহে ঝুমইৰ গীতত এই দুয়োটা ভাষাৰ শব্দৰ প্ৰয়োগ তুলনামূলকভাৱে অধিক ।

হিন্দী ভাষাত 'ঝুম' শব্দৰ অৰ্থ হৈছে লৰচৰ কৰা বা অংগ সঞ্চালন কৰা কাৰ্য । এইদৰে 'ঝুমনা' বা 'ঝুমকৰ' মানে আনন্দ উদ্বেলিত হৈ শৰীৰৰ অংগ-প্ৰত্যংগ সঞ্চালন কৰা অৰ্থাৎ নৃত্য কৰা । 'ঝুম ঝুমকৰ' নচা কাৰণেই বোধকৰো এই নৃত্যক ঝুমইৰ নৃত্য আৰু এই উপলক্ষে গোৱা গীতক ঝুমইৰ গীত বুলি কোৱা হয় । এই দৃষ্টিকোণেৰে চালে 'ঝুম' শব্দৰ পৰাই 'ঝুমৰ' বা 'ঝুমুৰ' আৰু পিছলৈ 'ঝুমইৰ' শব্দৰ উৎপত্তি হৈছে বুলি অনুমান কৰিব পাৰি । বিহুগীত গাব আৰু নাচিব পৰা ডেকাজনক বুজাবলৈ যিদৰে 'বিহু'ৰ লগত 'ৱা' প্ৰত্যয় যোগ কৰি 'বিহুৱা' শব্দৰ সৃষ্টি কৰা হৈছে ; সেইদৰে 'ঝুমইৰ' শব্দৰ লগত 'ঈয়া' প্ৰত্যয় যোগ হৈ 'ঝুমইৰীয়া' শব্দৰ সৃষ্টি হৈছে । এই শব্দটোৱে ঝুমইৰ নৃত্য-গীতত পাৰ্গত ডেকাজনকহে বুজায় । চাহ জনগোষ্ঠীৰ মাজত মুখ বাগৰি অহা এটি সংজ্ঞাৰ মতে 'ঝুম' শব্দৰ অৰ্থ জুমপাতি বা দল বান্ধি থকা আৰু 'মই'ৰ শব্দৰ অৰ্থ শাৰী পাতি ঘূৰি থকা । এনেদৰে 'ঝুম' অৰ্থাৎ জুম পাতি হাতে হাতে ধৰা-ধৰিকৈ 'মইৰ' কৰি নচা নাচ বিশেষেই হৈছে ঝুমইৰ নৃত্য আৰু ইয়াৰ লগত গোৱা গীতসমূহ হৈছে ঝুমইৰ গীত ।

গীতং বাদ্যং তথা নৃত্যং এবং সংগীতম উচ্যতে অর্থাৎ গীত, বাদ্য আৰু নৃত্যৰ সমাৱেশেই হৈছে সংগীত । 'নট' ধাতুৰ পৰা 'নাট' শব্দৰ সৃষ্টি হৈছে । এই শব্দৰ অৰ্থ হৈছে 'নাচ' বা নৃত্য । কিছুমানে ভবামতে 'নাট' শব্দ 'নাটক'ৰ পৰা ওলোৱা নাই অথবা 'নাট্য' শব্দৰপৰাও এই শব্দৰ উৎপত্তি হোৱা নাই । নাট শব্দৰ গুৰি হৈছে বৈদিক 'নৰ্ত্ত' । এই 'নৰ্ত্ত' শব্দৰ পৰই 'নট্ট' হৈছে আৰু এই 'নট্ট' শব্দটো পৰৱৰ্ত্তী কালত 'নাট' হৈ পৰিল । সি যি কি নহওক নৃত্যৰ অৰ্থ হৈছে শৰীৰৰ অংগ-প্ৰত্যংগ সঞ্চালন কৰা বা নচা ।

আদিম কালৰে পৰা পৃথিৱীৰ বিভিন্ন দেশৰ ভিন্ ভিন্ জনগোষ্ঠীৰ মাজত নানা তৰহৰ নৃত্য প্ৰচলিত হৈ আহিছে । পৃথিৱীৰ আদিম জনগোষ্ঠীসমূহৰ নৃত্যত তেওঁলোকৰ পূৰ্ব পুৰুষসকলৰ জীৱনধাৰাৰ প্ৰতিফলন ঘটা দেখা যায় । আদিম যুগত মানুহে পশু চিকাৰ কৰিবলৈ দলবদ্ধভাৱে গৈছিল আৰু হাবিত খেদি খেদি পশুবোৰ বধ কৰিছিল । যেতিয়া পশুটো মাটিত বাগৰি ছটফটাই থাকে তেতিয়া মানুহবোৰে পশুটোৰ চাৰিওফালে বেঢ়ি উকিয়াই-জপিয়াই মনৰ আনন্দ প্ৰকাশ কৰিছিল । পশুটোৰ মাংস ভগাই মেলি খাই উঠি মনৰ সন্তুষ্টি প্ৰকাশ কৰিবৰ বাবে চিকাৰ ধৰা কৰ্মকে পুনৰাভিনয় কৰি মুখেৰে কিছুমান লয়যুক্ত শব্দ উচ্চাৰণ কৰিছিল আৰু লগে লগে হাত-ভৰি জোকাৰি দেহ সঞ্চালন কৰিছিল । ছন্দময় শব্দৰ উচ্চাৰণেই পিছলৈ 'গীত' আৰু দেহৰ সঞ্চালনে 'নৃত্য' নাম পালে । এইদৰেই আদিম মানৱ জাতিৰ মাজত নৃত্য-গীতৰ সৃষ্টি হ'ল বুলি ঠাৱৰ কৰিব পাৰি ।

এই কথা স্বীকাৰ কৰিবই লাগিব যে ঝুমইৰ নৃত্য-গীত আদিবাসীসকলৰ অৱদান । আদিম অৱস্থাত তেওঁলোকেও দলবদ্ধ হৈ চিকাৰ কৰিছিল, প্ৰতিদ্বন্দ্বী শত্ৰুৰ লগত আত্মৰক্ষাৰ বাবে যুঁজিছিল । পুৰুষ, নাৰী উভয়েই চিকাৰত লিপ্ত হৈছিল । দলপতিৰ নিৰ্দেশ মতে চিকাৰ নাইবা শত্ৰুক আক্ৰমণ কৰিবলৈ বুকু ফিন্দাই আগবাঢ়ি গৈছিল আৰু আত্মৰক্ষাৰ কাৰণে মূৰ দোঁৱাই পিছু হোঁহকি আহিছিল । কেতিয়াবা আকৌ চিকাৰ বা শত্ৰুক ঘেৰাও কৰিবলৈ আগবাঢ়োতে হাতত ধৰা-ধৰি কৰি সোঁৱে-বাৱে গতি কৰিছিল । যুদ্ধত জয়লাভ কৰি বা চিকাৰ মাৰি আনি একুৰা জুইৰ চাৰিওফালে বহি দিনটোৰ ঘটনাৱলী আলোচনা কৰিছিল আৰু এনে কথা আলোচনা কৰোঁতে স্বাভাৱিকতে অংগী-ভংগী দেখুৱাই দিনটোৰ কাৰ্যাৱলী পুনৰাবৃত্তি কৰিছিল আৰু তাক কৰিবলৈ যাওঁতে তেওঁলোকে মুখেৰে কিছুমান অনুকাৰ শব্দ উচ্চাৰণ কৰিছিল । সেই কাৰণেই বোধহয় আজি কালিৰ বইসকাই খেমতাসুৰীয়া ঝুমইৰ গীত গাওঁতে 'তাৰে নাৰে নাৰে নাৰে' আদি অনুকাৰ শব্দ তাল মিলাবলৈ ব্যৱহাৰ কৰে । কাঠে কাঠে বা শিলে শিলে টুকুৰিয়াই বাদ্যৰ

অভাৱ পূৰণ কৰিছিল । তেওঁলোকে জন্তুৰ ছালবিলাক ৰ'দত শুকুৱাইছিল । এদিন হঠাৎ এজনে মনৰ আনন্দত কোবাবলৈ ধৰিলে । তেওঁলোকে দেখিলে যে সেই শুকান ছালৰ মাতটো নাচৰ তাল আৰু গীতৰ লহৰৰ লগত বেছ খাপ খোৱা । তেতিয়া তেওঁলোকে গছৰ লেহুৰা ডাল কাটি ডলাৰ বাওৰ দৰে ঘূৰণীয়াকৈ বান্ধি তাতে শুকান ছালখন বান্ধি বজাবলৈ ধৰিলে । এনে বাদ্যকেই তেওঁলোকে পিছলৈ ৰণবাদ্য ৰূপেও ব্যৱহাৰ কৰিবলৈ ধৰিলে । চিকাৰীজীৱী মানুহবিলাক কালক্ৰমত পশু পালক হ'ল আৰু তাৰ পিছত কৃষিজীৱী ৰূপে জীৱন নিৰ্বাহ কৰিবলৈ ধৰিলে। জন্তু পুহিবলৈ আৰু খেতি কৰিবলৈ লোৱাৰে পৰা তেওঁলোকৰ মাজত থকা কিছুমান আদিম প্ৰবৃত্তি লোপ পালেও তেওঁলোকৰ লোকাচাৰ, লোক-নৃত্য আৰু লোকগীতসমূহত আদিমতাৰ পৰশ থাকি গ'ল । কালক্ৰমত ৰণ নৃত্যৰ অনুশীলনেই শৃংগাৰ নৃত্যৰ ৰূপ পৰিগ্ৰহ কৰিলে । অপায-অমংগলৰপৰা হাত সাৰিবলৈ, কৃষি দেৱতাক আৰু ধৰিত্ৰীদেৱীক তুষ্ট কৰাৰ উদ্দেশ্যৰে তেওঁলোকে বিভিন্ন তৰহৰ পূজা পৰব উদ্‌যাপন কৰিবলৈ ধৰিলে । এনে ধৰণৰ পূজা-পৰ্ববিলাকত অন্তৰৰ আবেগ-অনুভূতিবোৰ সুৰীয়া মাতেৰে নিগৰি ওলাবলৈ ধৰিলে। গীতৰ লহৰে লহৰে, বাদ্যৰ তালে তালে দেহ হালিব-জালিব ধৰিলে । শৰীৰ ৰোমাঞ্চিত হ'ল, প্ৰাণ চঞ্চল হ'ল, মন আনন্দ উদ্বেলিত হৈ পৰিল । এইদৰেই ক্ৰমইৰ নৃত্য গীতৰ সৃষ্টি হ'ল ।

প্ৰকৃতিৰ বুকুৰ নানা বৰণীয়া গছবোৰ, গীতৰ কাকলি মেলি আকাশ বতাহ মুখৰিত কৰা বিবিধফুলীয়া চৰাইবোৰ, নীলৰ চপৰা যেন পৰ্বতবোৰ, ৰূপৰ সুঁতি, জান, জুৰি, নৈ এইবোৰৰ সমষ্টিয়েই হৈছে জন ঐতিহ্যৰ জীৱন স্পন্দন । ছোটনাগপুৰ অঞ্চলত বাস কৰা আদিবাসীসকলৰ নৃত্য-গীতত প্ৰকৃতিৰ বৰ্ণাঢ্যৰূপ প্ৰতিফলিত হোৱা দেখা যায় । তেওঁলোকৰ মাজত নিজস্ব, এক শ্ৰেণীৰ প্ৰকৃতি নৃত্যও আছে । কৰম পূজাকো আমি প্ৰকৃতি পূজা নাইবা বৃক্ষ পূজাৰ নিদৰ্শন বুলি নিশ্চয় ক'ব পাৰোঁ, কাৰণ দেৱতাৰ প্ৰতীক ৰূপে চিকো মৰলীয়া গছক পূজা কৰাৰ জৰিয়তে দৰাচলতে প্ৰকৃতিৰেই আৰাধনা কৰা হয় । বৃক্ষ পূজা দ্ৰাবিড় সভ্যতাৰ নিদৰ্শন হ'লেও পিছলৈ ই আৰ্যসকলৰ মাজতো সমাদৃত হয় । আৰ্যসকলৰ মাজত প্ৰচলিত তুলসী পূজাও বৃক্ষ পূজাৰ নিদৰ্শন ।

মূলত ঃ প্ৰায়বোৰ লোক উৎসৱৰ গুৰিবস্তু হৈছে প্ৰকৃতিৰ মাতৃমুখী সৃষ্টিস্পৃহা । প্ৰাচীন মানৱ সম্পূৰ্ণ ৰূপে নিৰ্ভৰশীল হ'ব লগা হৈছিল কৃষিৰ ওপৰত। দেৱতাক নৃত্য-গীতেৰে তুষ্ট কৰিব নোৱাৰিলে শক্তিৰ বৃদ্ধি সাধন সম্ভৱপৰ নহয় । এই ব্যাখ্যা ৰুথ বেনেদিথ নামৰ এগৰাকী নৃতত্ত্ববিদৰ তেওঁৰ মতে পৃথিৱী নাৰী জীৱনৰ অভিব্যক্তি । নাৰী আৰু পৃথিৱীৰ জন্মদায়িনী শক্তি একেটা সৃষ্টি-

স্পৃহাৰে ৰূপান্তৰ মাধোন । এই প্ৰসংগত বিশ্ববিশ্ৰুত দাৰ্শনিক বাট্ৰাণ্ড ৰাছেলৰ এষাৰ কথা প্ৰণিধানযোগ্য । তেওঁৰ মতে " It was thought that by promoting human fertility, the fertility of the soil could be encouraged "

প্ৰখ্যাত কবি সাহিত্যিক হেম বৰুৱাদেৱে এঠাইত লিখিছে - 'কৰম' বোলা এবিধ গছৰ ডাল এটা কাটি অনা হয় । এই ডালটো নৃত্যৰ মজিয়াত অতি সমাৰোহেৰে ৰোপণ কৰা হয় । ইয়াকে কেন্দ্ৰ কৰি নৃত্য-গীতৰ উৎসৱ অনুষ্ঠিত হয় । এনেদৰেই কোল সম্প্ৰদায়ৰ মাজত নৃত্য-গীতৰ আঁচনি প্ৰস্তুত কৰা হয় । মজহৰ বোলা আন এটা সম্প্ৰদায়ৰ মাজতো এনে নৃত্যৰ প্ৰচলন আছে । এওঁলোকৰ মাজত বছৰত দুবাৰকৈ এই নৃত্য অনুষ্ঠিত হয় । এবাৰ বৰ্ষা যেতিয়া আহে, তেতিয়া । আনবাৰ বৰ্ষা যেতিয়া মেলানি মাগে, সেই সময়ত । ছোটনাগপুৰ অঞ্চলৰ আন আদিবাসী সমাজত এই নৃত্য বছৰত এবাৰহে অনুষ্ঠিত হয় । সেয়ে বৰ্ষাৰ সোঁ মাজত । ইংৰাজীৰ আগষ্ট মাহত । পথাৰত তেওঁলোকৰ শ্ৰমৰ বীজ পোখা মেলে । সৃষ্টিৰ এই আনন্দক তেওঁলোকে নৃত্য-গীতেৰে মুখৰ কৰি তোলে। আমাৰ বিহু নৃত্যৰ দৰেই এই নৃত্যসমূহো ঘাইকৈ প্ৰতীকধৰ্মী বস্তু ।

ভাৰতীয় শাস্ত্ৰীয় নৃত্য পৰম্পৰা অতি পুৰণি, কিন্তু তাতোকৈ পুৰণি ভাৰতীয় লোক নৃত্য পৰম্পৰা । সঁচা কথা ক'বলৈ গ'লে লোক নৃত্যই হৈছে শাস্ত্ৰীয় নৃত্যৰ জননী । যিদৰে কথিত ভাষাৰপৰাই লিখিত ভাষাৰ উদ্ভৱ হৈছে, লোক গাঁথাৰ পৰা কথা সাহিত্যৰ বিকাশ ঘটিছে, সেইদৰে লোক নৃত্যৰপৰাই শাস্ত্ৰীয় নৃত্য বিকশিত হৈছে । আন কথাত ক'বলৈ গ'লে শাস্ত্ৰীয় নৃত্য হৈছে লোক-নৃত্যৰ পৰিমাৰ্জিত ৰূপ আৰু কিছুমান ধৰা-বন্ধা নিয়ম প্ৰণালীৰ মাজত আবদ্ধ, কিন্তু লোক-নৃত্য এইবোৰৰপৰা সম্পূৰ্ণ মুক্ত আৰু প্ৰকৃতিৰ নিবিড় সান্নিধ্যত ইয়াৰ বিকাশ ঘটিছে । অধিকাংশ লোক-নৃত্য জনগোষ্ঠী বিশেষৰ জাতীয় জীৱনৰ অংগ স্বৰূপ আৰু এনে ধৰণৰ লোক-নৃত্যই একোখন প্ৰদেশ বা জনগোষ্ঠীৰ সাংস্কৃতিক পৰিচয় দাঙি ধৰাৰ লগতে জাতীয় ঐক্য-সংহতি ৰক্ষা কৰি আহিছে । লোক-নৃত্যত জনগোষ্ঠী বিশেষৰ জাতীয় জীৱন প্ৰতিবিম্বিত হোৱা দেখা যায় । জনগোষ্ঠী বিশেষৰ কাম-কাজ, পূজা-পাৰ্বণ আৰু মানবীয় প্ৰবৃত্তিৰ আভাস তেওঁলোকৰ মাজত প্ৰচলিত বিভিন্ন লোক-নৃত্যৰপৰা পোৱা যায় ।

বিশাল ভাৰতবৰ্ষত অনেক জাতি-উপজাতি বাস কৰে । তেওঁলোকৰ মাজত সুকীয়া সুকীয়া লোক-নৃত্যৰ পৰম্পৰা চলি আছে । প্ৰত্যেকটো লোক নৃত্যৰে স্বকীয় বৈশিষ্ট্য আৰু চিত্তাকৰ্ষক সৌন্দৰ্য্য আছে । ভাৰতীয় লোক-নৃত্যসমূহক আমি বিষয়বস্তু অনুসৰি পাঁচ ভাগত ভগাব পাৰোঁ । এই ভাগকেইটা হৈছে

(১) উদ্দাম প্ৰকাশক (২) সংস্কাৰ সম্পৰ্কীয় (৩) ধাৰ্মিক (৪) সামৰিক আৰু (৫) উৎসৱ সম্পৰ্কীয় ।

**উদ্দাম প্ৰকাশক নৃত্য ঃ** এই নৃত্য মানুহৰ কাম-কাজৰ ওপৰত আধাৰিত। ইয়াৰ বেছিভাগেই কৃষিকাৰ্যৰ লগত জড়িত । অসমৰ তিনিওটা বিহু, তামিলনাডুৰ পুংগল, পঞ্জাবৰ বৈশাখী আদিত পৰিৱেশন কৰা নৃত্যসমূহ কৃষি সম্পৰ্কীয় । জম্মু-কাশ্মীৰৰ 'কুদ' নৃত্য শস্য চপোৱাৰ সময়ত মনৰ আনন্দ প্ৰকাশ কৰিবলৈ পৰিৱেশন কৰা হয়। বিহাৰৰ ছোটনাগপুৰ অঞ্চলত অসমৰ চাহ জনজাতিৰ মাজত প্ৰচলিত কৰম পূজা উপলক্ষে নচা ঝুমইৰ নৃত্যও কৃষি সম্পৰ্কীয় লোক-নৃত্য ।

অসমৰ অন্যতম জনজাতি বড়োসকলৰ 'কৈজামাপনই' নৃত্যত হাবিত খৰি লোৱা কাৰ্য নতুবা গছৰ তলত থকা ৰঙা পৰুৱা আঁতৰোৱাৰ কাৰ্য দেখুওৱা হয়। মধ্য ভাৰতৰ গড় জনজাতি আৰু মিডোসকলৰ মাজত প্ৰচলিত দুডাল বাঁহৰ ওপৰত খোপনি পুতি নচা নৃত্য উদ্দাম প্ৰকাশক নৃত্য । ঠিক সেইদৰে গুজৰাটৰ 'তিপ্পনী' নৃত্যত নাৰীসকলৰ কলাত্মক সৃষ্টি আৰু মহাৰাষ্ট্ৰৰ 'মছুৱা' নৃত্যত মাছমৰীয়াসকলৰ উদ্দাম তথা সাহসী জীৱনৰ প্ৰতিচ্ছবি দেখিবলৈ পোৱা যায় ।

**সংস্কাৰ নৃত্য ঃ** ভাৰতীয় জন জীৱনত সংস্কাৰমূলক নানা কাজ-কৰ্মৰ এক বিশেষ স্থান আছে । জন্ম, মুণ্ডন, শুদ্ধি, কৰ্ণ-ছেদন, বিবাহ, অন্ত্যেষ্টিক্ৰিয়া আদি সংস্কাৰমূলক কাৰ্য কৰাৰ সময়ত ভাৰতৰ বহু জাতি-জনজাতিৰ মাজত সংস্কাৰ নৃত্য পৰিৱেশন কৰা হয় । উত্তৰ বিহাৰত সন্তান জন্ম হোৱা উপলক্ষে 'নটুৱা' নামৰ এক বিশেষ নাচ নচা হয় । অসমৰ চাহ জনজাতিৰ মাজতো এনে নটুৱা নাচৰ প্ৰচলন আছে । মধ্য ভাৰতৰ মেৰিয়া জনজাতিৰ বিবাহ উপলক্ষে মূৰত ম'হৰ শিং বান্ধি নচাৰ প্ৰথা আছে । অসমৰ চাহ জনজাতিৰ কেতবোৰ সম্প্ৰদায়ৰ মাজতো এনে প্ৰথা বিদ্যমান । অসমৰ বড়ো জনজাতিৰ বিবাহ উপলক্ষে কইনাৰ ঘৰত গাভৰু ছোৱালীবিলাকে গীত গাই গাই এক প্ৰকাৰ নৃত্য কৰে । এই নৃত্যক 'হীবজানী' নৃত্য বুলি কোৱা হয় ।

**ধাৰ্মিক নৃত্য ঃ** ভাৰতীয় জনজীৱনত ধৰ্মৰ এক সুকীয়া স্থান আছে। বিভিন্ন ধৰ্ম আৰু বিভিন্ন ধৰ্মীয় পন্থাৰ অনুগামীলোকৰ মিলন ভূমি হৈছে আমাৰ ভাৰতবৰ্ষ। সেয়েহে ভাৰতবৰ্ষত বহু ধাৰ্মিক নৃত্য প্ৰচলিত হৈ আছে । এনে ধৰ্মীয় নৃত্যক আকৌ দুটা উপ-শ্ৰেণীত ভগাব পাৰি , যেনে - (১) দেৱতাৰ পূজা-অৰ্চনাৰ লগত সম্পৰ্ক থকা আৰু (২) তন্ত্ৰ-মন্ত্ৰ আৰু অলৌকিক চমৎকাৰ প্ৰদৰ্শন কৰাৰ লগত সম্পৰ্ক থকা ।

ভাৰতীয় জন মানসত 'ৰাস নৃত্য' পবিত্ৰ ধৰ্মীয় নৃত্য ৰূপে সমাদৃত । গুজৰাটৰ 'গৰবা' নৃত্য মাতৃ-শক্তিক আৰাধনা কৰিবলৈ কৰা হয় । অসমৰ সত্ৰীয়া

নৃত্যকো ধৰ্মীয় নৃত্যৰ আখ্যা দিব পাৰি । মণিপুৰৰ 'লাইহাৰাওবা' নৃত্য মূলতঃ অসমৰ বিহু নৃত্যৰ দৰেই উৰ্বৰতা সম্পৰ্কীয় নৃত্য । উৰিষ্যাৰ 'চৈয়া নৃত্য' শিৱ-পাৰ্বতীৰ বন্দনা নৃত্য ।

তন্ত্ৰ-মন্ত্ৰ আৰু অলৌকিক চমৎকাৰ সম্পৰ্কীয় নৃত্য-ৰূপে অসমৰ 'দেওধনী' নৃত্য, ৰাজস্থানৰ 'তেৰা-তালী' নৃত্য আদিলৈ আঙুলিয়াব পাৰি । মধ্য প্ৰদেশৰ কিছুমান হাবিতলীয়া গাৱঁত বাস কৰা জনজাতিৰ মাজতো এনে তৰহৰ নৃত্যৰ প্ৰচলন দেখা যায় ।

**সামৰিক নৃত্য ঃ** আদিম কালৰেপৰা মানুহে প্ৰজনন, উদৰ পালন আৰু আত্মৰক্ষা নাইবা জাতি ৰক্ষাৰ বাবে যুদ্ধ কৰি মানৱ সভ্যতাৰ দীঘলীয়া বাট গৰকি আহিছে । মণিপুৰৰ উখৰুল অঞ্চলৰ তাংখুল নগা আৰু নগালেণ্ডৰ বিভিন্ন নগা জনজাতিৰ মাজত অস্ত্ৰ-শস্ত্ৰ লৈ সামৰিক নৃত্য কৰাৰ নিয়ম প্ৰচলিত হৈ আহিছে। অৰুণাচল প্ৰদেশৰ বিভিন্ন জনজাতিৰ মাজতো সামৰিক নৃত্যৰ প্ৰচলন আছে । কেৰালা ৰাজ্যত মহাভাৰতৰ যুদ্ধৰ ওপৰত আধাৰিত 'বেলকিলী' নামৰ এটি সামৰিক নৃত্যৰ প্ৰচলন আছে ।

**উৎসৱ নৃত্য ঃ** ভাৰতত যিমানবোৰ উৎসৱ আছে বোধকৰো পৃথিৱীৰ আন কোনো দেশতে নাই । বিভিন্নজাতি, উপ-জাতি, ভিন ভিন্ ধৰ্মাৱলম্বী, বহু ভাষা ভাষীৰ দেশ ভাৰতবৰ্ষত উৎসৱৰ প্ৰয়োজন হোৱাটো স্বাভাৱিক কথা । এনে উৎসৱৰ সৰহভাগৰে শস্য চপোৱাৰ আনন্দৰ লগত সম্পৰ্ক আছে ।

বসন্তোৎসৱৰ সময়ত বিহাৰত 'কামৰা জাদুৰা' নৃত্য পৰিৱেশন কৰা হয় । অসমকে ধৰি উত্তৰ পূৰ্বাঞ্চলৰ বিভিন্ন ঠাইত উৎসৱ নৃত্যৰ প্ৰচলন আছে । পশ্চিমবংগৰ চড়ক উৎসৱত হাতত ধূপদানি লৈ এজন পুৰুষে এক বিশেষ ধৰণৰ নৃত্য কৰে, যাক গম্ভীৰ নৃত্য বুলি কোৱা হয় । উত্তৰ প্ৰদেশত দীপান্বিতা উপলক্ষে 'সৈনা' নৃত্য পৰিৱেশন কৰা হয় । ইও উৎসৱ নৃত্যৰ অন্য এক উদাহৰণ । ৰাজস্থানত হোলী (ফাকুৱা) আৰু দীৱালী (দীপান্বিতা) উৎসৱত নাৰীসকলে 'ঘেৰ ঘুমৰ' নৃত্য পৰিৱেশন কৰে । হিমাচল প্ৰদেশত দশহাৰা, দীপান্বিতা আদি উৎসৱত মন্দিৰৰ প্ৰাংগণত 'খাৰ' নৃত্য কৰা হয় । পঞ্জাবত বৈশাখী উপলক্ষ্যে নচা ভাংৰা নৃত্য এক বিখ্যাত লোক নৃত্য ।

লোক-নৃত্যৰ মূলতঃ তিনিটা বৈশিষ্ট্য আমাৰ চকুত পৰে । প্ৰথমে অংগ সঞ্চালনৰ কথাকে আলোচনা কৰিব পাৰি । কিছুমান নৃত্য বহি বহি কৰা হয়, কিছুমান থিয় হৈ হাতৰ বিভিন্ন ভংগী প্ৰদৰ্শন কৰি কৰা হয়, কিছুমান নৃত্য মণ্ডলাকাৰে কৰা হয় । আকৌ কিছুমান নৃত্য একক ভাৱে পৰিৱেশন কৰা হয় আৰু কিছুমান দলীয় ভাৱে পৰিৱেশন কৰা হয় । দ্বিতীয় বৈশিষ্ট্য হৈছে গীত

আৰু বাদ্যৰ সংযোজন যাৰ বিহনে লোক-নৃত্য পৰিবেশন কৰাৰ কথা ভাবিবই নোৱাৰি । তৃতীয় কথা হৈছে নৰ্তক-নৰ্তকীসকলে পৰিধান কৰা বিভিন্ন সাজ-পোছাক আৰু অংগসজ্জা । বেলেগ বেলেগ ধৰণৰ লোক-নৃত্যত ব্যৱহৃত ভিন্ ভিন্ ধৰণৰ সাজ-পোছাক আৰু অংগসজ্জাই লোক-নৃত্য বিশেষৰ পৰম্পৰাগত বৈশিষ্ট্য ৰক্ষা কৰি আহিছে ।

বিশ্বৰ বিভিন্ন দেশৰ মানুহৰ মাজত নাচোনৰ গিৰিপনিৰে উৰ্বৰা পৃথিৱীক শস্য সম্ভৱা কৰাৰ জনবিশ্বাসৰ ওপৰত ভিত্তি কৰি সৃষ্টি হৈছে অনেক লোক নৃত্য-গীত, লোক-কলা আৰু লোক-সাহিত্য । কৰম পৰব মূলতঃ কৃষি উৎসৱ আৰু এই উৎসৱ উপলক্ষে পৰিবেশিত ঝুমইৰ নৃত্যৰ লগতো পৃথিৱীক শস্য সম্ভৱা কৰাৰ জন বিশ্বাস জড়িত হৈ আছে । এই সন্দৰ্ভত লব্ধ প্ৰতিষ্ঠ সাহিত্যিক হেম বৰুৱাদেৱৰ এষাৰ উক্তি প্ৰণিধানযোগ্য 'প্ৰাচীন কৃষিজীৱী সমাজত খেতিৰ লগত যাদু পদ্ধতিৰ সম্বন্ধ অতি ওচৰ আছিল । উপাসনা, অৰ্চনা আদিৰে দেৱতাক তুষ্ট কৰিব নোৱাৰিলে খেতি নদন-বদন নহয় । এই সমাজ মানসে লোকগীত আৰু নৃত্যৰ যেনেকৈ জন্ম দিছিল তেনেকৈ কৃষি বৃদ্ধিৰ অৰ্থে যাদু-মন্ত্ৰৰো জন্ম দিছিল। কিছুমান সামাজিক আচাৰ-বিচাৰৰো উদয় হৈছিল । . . সমাজতত্ত্বৰ কোনো কোনো পণ্ডিতে ইয়াক Prophylatic magic আখ্যা দিছে । কোনো কোনোৱে ইয়াক Productive agragain magic বুলিছে । ইয়াক কেন্দ্ৰ কৰি কিছুমান উৎসৱ পদ্ধতিৰো জন্ম হৈছে । এইবোৰৰ জৰিযতে পথাৰ আৰু মানুহ উভযৰে উৎপাদিকা শক্তি বৃদ্ধি কৰিবলৈ যত্ন কৰা হয় । পথাৰৰ উৎপাদিকা শক্তিয়ে শইচ দিয়ে । মানুহৰ উৎপাদিকা শক্তিয়ে সন্তান দিয়ে - পথাৰত শ্ৰমৰ শক্তি বৃদ্ধি কৰাৰ উদ্দেশ্যে ।"

তেখেতে অন্য এঠাইত উল্লেখ কৰিছে - 'পথাৰৰ উৎপাদিকা শক্তি বৃদ্ধি পাব লাগিব - নহ'লে শস্য উৎপাদন হোৱাটো অসম্ভৱ কথা । পৃথিৱীৰ উৎপাদিকা শক্তি কেৱল অৰ্চনা-উপাসনাৰ জৰিয়তেই নহয়, নৃত্য-গীতৰ সমাৰোহ উৎসৱৰ জৰিয়তেও বৃদ্ধি কৰিব পাৰি । এয়ে আছিল আদিম কৃষি সমাজৰ সৰল, সহজ ধাৰণা । এইপিনৰ পৰা চাবলৈ গ'লে আমাৰ ব'হাগ বিহু উৎসৱো ঋতু উৎসৱহে। নৃত্য-গীতৰ মাধ্যমেৰে ঋতুমতী প্ৰকৃতিৰ সৃষ্টি স্পৃহাৰ ওলগ জনোৱা হয । এনে নৃত্য গীতৰ উৎসৱ ছোটনাগপুৰ অঞ্চলৰ কইৰী, মুণ্ডা, কৌল ইত্যাদি সমাজতো থকাৰ প্ৰমাণ আছে ।"

চাহ জনগোষ্ঠীয়ে পালন কৰা কৰম পৰবত কৰম দেৱতাৰ প্ৰতীক ৰূপে গ্ৰহণ কৰা কৰম (চিকামৰলীযা) গছৰ ডাল পুতি তাৰ চাৰিওফালে ঝুমইৰ নৃত্য কৰাৰ অন্তৰ্নিহিত উদ্দেশ্য হৈছে সন্তান কামনা কৰা আৰু পথাৰৰ উৎপাদিকা শক্তি

বৃদ্ধি কৰা । কৰম পৰবৰ শেষৰ দিনা কছনী বুঢ়াই কৰা প্ৰশ্নৰ সমিধানত কৰমতীসকলে এই কামনাকে ব্যক্ত কৰে । গীত আৰু নৃত্যৰ জৰিয়তে পথাৰৰ উৎপাদিকা শক্তি বৃদ্ধি কৰাৰ জনবিশ্বাস আজিৰ নহয়, ই আবহমান কালৰে পৰা মানুহৰ মাজত প্ৰচলিত হৈ আছে । সেয়েহে এনে তৰহৰ গীত আৰু নৃত্যত মানুহৰ জৈবিক কামনা-বাসনাৰ ইংগিত পোৱা যায় । কৃষিৰ লগত সম্পৰ্ক থকা সৰহভাগ নৃত্য-গীত কামোদ্দীপক হোৱাটো তেনেই স্বাভাৱিক কথা । আমাৰ বিহু আৰু ঝুমইৰ এই শ্ৰেণীৰেই নৃত্য-গীত ।

বাদ্যযন্ত্ৰৰ তাল আৰু গীতৰ লয় অনুসৰি নৃত্য কৰোঁতে দ্ৰুত বা মন্থৰভাৱে অংগ সঞ্চালন কৰা হয় । মূল ঝুমইৰ নৃত্য কৰোঁতে সাধাৰণতে আঠ খোজ আগা-পিছাকৈ সমভাৱে হোঁহকা-পিছলা কৰি ক্ৰমান্বয়ে সোঁফালে যায় আৰু এনেকৈ চাৰিখোজ গৈ পুনৰ আগৰ ঠাই পায়হি। বাদ্যযন্ত্ৰৰ তালে তালে আৰু ঝুমইৰ গীতৰ সুৰে সুৰে ইয়াক পুনৰাবৃত্তি কৰি থকা হয় । অৱশ্যে সকলো শ্ৰেণীৰ ঝুমইৰৰ ক্ষেত্ৰতে 'খোজ' শব্দই সম্পূৰ্ণ পদক্ষেপ (Step)ৰ কথা নুবুজায় । ই ভৰিৰ বিশেষ ধৰণৰ সঞ্চালনৰ কথাকে সূচায় ।

**খেমতা নৃত্য ঃ** আন ঝুমইৰ নৃত্যতকৈ খেমতা ঝুমইৰ নৃত্য কিছু সুকীয়া। ইয়াৰ নিজস্ব বৈশিষ্ট্য আছে । এই নৃত্য কৰোঁতে দুখোজ আগলৈ আৰু দুখোজ পিছলৈ অহা-যোৱা কৰা হয় । মূঠতে হালি-জালি এবাৰ থিয় হৈ নচা আৰু এবাৰ বহি নচা ভংগিমাৰে এই নৃত্য কৰা হয় । ই মূল ঝুমইৰ নৃত্যৰ দৰে লাসাময় নহয় বৰঞ্চ সৰ্বশৰীৰ উত্তেজিত কৰা বিধৰ নৃত্য ।

**ভিনসৰীয়া নৃত্য ঃ** ওৰে নিশা বিভিন্ন ভংগিমাৰে, গীত বাদ্যৰ তালে তালে নাচি নাচি ৰইসকা আৰু পেলনীসকল ক্লান্ত হৈ পৰে । সেই সময়ত পুব আকাশত ধলফাট দিয়ে । তেতিয়া সকলোৱে ক্লান্ত-শ্ৰান্ত হৈ ধীৰ গতিৰে ভিনসৰীয়া নৃত্য কৰে । তেতিয়া ভিনসৰীয়া গীতৰ লয় কমি আহে : মৃদংগৰ সুৰে সূৰ্য উঠাৰ বাতৰি দিয়ে । এই নৃত্যৰ পৰিৱেশন প্ৰণালী সম্পূৰ্ণ সুকীয়া । এই নৃত্য কৰোঁতে প্ৰথমে একে ঠাইতে চাৰিখোজ পদ সঞ্চালন কৰা হয় । তাৰ পিছত দুখোজ আগবাঢ়ি স্থান পৰিবৰ্তন কৰি পুনৰ আগৰ ঠাইত দুখোজ পদ সঞ্চালন কৰা হয়।

**বৈঠকখানী নৃত্য ঃ** জলসা বা মহফিল জাতীয় অনুষ্ঠানত পৰিৱেশন কৰা নৃত্যকে বৈঠকখানী নৃত্য বোলা হয় । সাধাৰণতে বয়সস্থ লোকসকলেহে ইয়াত অংশ গ্ৰহণ কৰি দেহতত্ত্বমূলক গীত গায় আৰু গীতৰ সুৰে সুৰে আৰু বাদ্য যন্ত্ৰৰ তালে তালে বহি বহি এক প্ৰকাৰ নৃত্য কৰে । এই বিশেষ ধৰণৰ নৃত্যকে বৈঠকখানী নৃত্য বুলি কোৱা হয় ।

ঝুমইৰ নৃত্য-গীতৰ বিষয়ে আলোচনা কৰিবলৈ যাওঁতে এই কথা উল্লেখ

কৰা নিশ্চয় অপ্ৰাসংগিক নহ'ব যে অসমৰ কেতবোৰ সাংস্কৃতিক অনুষ্ঠান, ভ্ৰাম্যমাণ নাট্যদল আৰু বোলছবি পৰিচালকে চাহ জনগোষ্ঠীৰ অতিকে আপোন ঝুমইৰ নৃত্য গীতক বিকৃতভাৱে পৰিৱেশন কৰি বৃহৎ অসমীয়া সংস্কৃতিৰ অংশীদাৰ চাহ জনগোষ্ঠীৰ সংস্কৃতিক এক প্ৰকাৰ উপলুঙা কৰিবলৈ প্ৰয়াস কৰে। এনে অপ-প্ৰয়াসক সকলোৱে একমুখে নিন্দা কৰা উচিত আৰু প্ৰকৃত ঝুমইৰ নৃত্য-গীতৰ প্ৰতি যথোচিত সন্মান জনাই আমাৰ ঐক্য আৰু সংহতিৰ এনাজৰীডাল দৃঢ়ৰ পৰা দৃঢ়তৰ কৰা উচিত। কেৱল চাহ জনগোষ্ঠীৰেই নহয় যিকোনো জনগোষ্ঠীৰ নৃত্য গীতক যাতে এনেদৰে বিকৃতভাৱে পৰিৱেশন কৰি জনগোষ্ঠী বিশেষৰ সংস্কৃতিক হেয় প্ৰতিপন্ন কৰিবলৈ যাতে কোনেও অপ-প্ৰয়াস নকৰে তাৰ বাবে সমূহ অসমবাসী বিশেষকৈ সাংস্কৃতিক অনুষ্ঠান, নাট্যদল আৰু বোলছবিৰ সৈতে জড়িত ব্যক্তিসকল অধিক সজাগ হৈ এই ক্ষেত্ৰত সক্ৰিয় ভূমিকা গ্ৰহণ কৰিব লাগিব। ❑

# অসমৰ চাহ জনগোষ্ঠীৰ ঝুম'ৰ গীত ঃ ইয়াৰ উৎপত্তি, বিকাশ আৰু শ্ৰেণী বিভাজন

❑ সঞ্জয় কুমাৰ তাঁতী

১৮২৩ চনত অসমত চাহগছ আবিষ্কাৰ হোৱাৰ পিচত ইংৰাজসকলৰ উদ্যোগতেই অসমত চাহ শিল্পই বিস্তাৰ লাভ কৰে। নানা আৰ্থসামাজিক কাৰণত, অসমৰ চাহ বাগিচাত কাম কৰিবলৈ বনুৱাৰ অভাৱ হোৱাত সাম্ৰাজ্যবাদী ইংৰাজ চৰকাৰ আৰু চাহ মালিকসকলে ভাৰতৰ দুৰ্দশা পীড়িত বিভিন্ন অঞ্চলৰপৰা বনুৱা চালান কৰাৰ ব্যৱস্থা হাতত লয় আৰু নানা ছল চক্ৰান্ত, ফুচুলনিৰ মাজেৰে এচাম লোকক অসমলৈ লৈ আহে। ঊনৈশ শতিকাৰ মাজভাগৰপৰা কুৰি শতিকাৰ পঞ্চাশ দশকলৈ চালান কৰি অনা বনুৱা আৰু তেওঁলোকৰ বংশধৰসকলেই আজি অসমত চাহ জনগোষ্ঠী হিচাবে পৰিচিত।

এই চাহজনগোষ্ঠীৰ মাজত পৰম্পৰাগতভাবে প্ৰচলিত ঝুম'ৰ গীত -আজি অসমৰ এটি লেখত ল'বলগীয়া লোক সঙ্গীত ধাৰা। যিসকল লোকক, চালানী বনুৱা হিচাবে অসমলৈ অনা হৈছিল- তেওঁলোকেই এই পৰম্পৰাগত ঝুম'ৰ গীতক নিজৰ সাংস্কৃতিক উপাদান হিচাবে নিজ নিজ ঠাইৰপৰা বুকুত বান্ধি অসমলৈ লৈ আহিছিল, আৰু চাহগছৰ পুলিৰ দৰেই যত্ন সহকাৰে অসমৰ মাটিত তাৰ পুলি পোখা গজাই তুলি অসমৰ জনজীৱনত ইয়াৰ বিকাশ ঘটাইছিল। ইংৰাজ ৰাজত্বৰ সাম্ৰাজ্যবাদী শাসন, তথা দেশীয় জমিদাৰ মহাজনৰ সামন্তবাদী শোষণত জৰ্জৰিত হৈ অসমৰ মাটিলৈ অহা চাহজনগোষ্ঠীৰ লোকসকলে আজিও তেওঁলোকৰ অতীত সাংস্কৃতিক পৰম্পৰাৰ মাজেৰে, অতীতৰ পৰম্পৰাগত ঝুম'ৰ গীতৰ ৰীতি আৰু শৈলীৰ প্ৰবাহমান ধাৰাটোক অসমৰ মাটিত বিকশাই তোলাত সক্ষম হৈছে। সেয়ে ঝুম'ৰ গীত আৰু নৃত্য আজি অসমৰ চাহজনগোষ্ঠীৰ এক লেখত ল'বলগীয়া লোক-সঙ্গীত আৰু লোকনৃত্য --যাৰ মাজেৰে তেওঁলোকে তেওঁলোকৰ অতীত জীৱনৰ বস্তুবাদী ধাৰাটোক চাহ গছৰ দৰেই ৰোপন কৰি, অসমৰ মাটিত নতুন নতুন বিষয় বস্তুৰে নিত-নতুন ঝুম'ৰ গীতৰ সৃষ্টি কৰিছে। অতীত জীৱনৰ বিষয়বস্তুৰ (contents) পৰম্পৰাগত ধাৰাটোৰ লৈতে, অসমত পোৱা অভিজ্ঞতা, সুখ-দুখ, বিৰহ বেদনা আদিৰ প্ৰতিফলন ঘটিছে অসমত সৃষ্টি হোৱা ঝুম'ৰ গীতসমূহত। অৱশ্যেই এই ক্ষেত্ৰত ঝুম'ৰ গীতৰ সুৰ, পৰিৱেশনৰ শৈলী, শ্ৰেণী, সময় বা এই গীতসমূহৰ তাৎপৰ্য্য একেই আছে, মাথোঁ কিছুমান নতুন নতুন অভিজ্ঞতাৰ

মাহেৰ নতুন নতুন বিষয় বস্তুৰ সংযোজনহে ঘটিছে।

লোক সংস্কৃতি সম্পৰ্কে বিখ্যাত গবেষক ডঃ মযহাৰুল ইছলামে (ঢাকা) তেওঁৰ 'ফোকলোৰ পৰিচিতি' নামৰ গ্ৰন্থত বৰ্ণনা কৰিছে এনেদৰে —'লোক সংস্কৃতি জীবন্ত মানুহৰেই সৃষ্টি, যি মানুহে একেই প্ৰবৃত্তি, একেই ভৌতিক বা আধা-ভৌতিক বিশ্বাস, দুখ আৰু আনন্দত বিতাৰিত হৈ যুগ যুগ ধৰি দেশ-দেশান্তৰত বসবাস কৰিছে। অৱশ্যে ব্যক্তি বা জনগণৰ সৃষ্টি হ'লেও সময়ৰ সোঁতত যেতিয়া সেই সৃষ্টি এক বিশাল জনসমাজৰ সামগ্ৰীত পৰিণত হয়, তেতিয়াই সেয়া Folklore হয়। এইবোৰ সাধাৰণতে মুখে মুখেহ জন্ম লাভ কৰে আৰু মুখে মুখেই পূৰ্ব পুৰুষৰপৰা পৰবৰ্ত্তী পুৰুষলৈ গুচি যায়, পালিত পালিত হয় আৰু জীয়াই থাকে। মুখে মুখেই এইবোৰ এখনৰ দেশৰপৰা অন্য দেশলৈ আৰু এখন সমাজৰপৰা অন্য এখন সমাজলৈ পৰিভ্ৰমন কৰে। ধীৰে ধীৰে এই বস্তু বা শিল্প এক বিশেষ মানৱ গোষ্ঠীৰ সম্পত্তিত পৰিণত হয় আৰু সময়ৰ সোঁতত দেশ-দেশান্তৰলৈ পৰিভ্ৰমন কৰে।'

সেইদৰে অসমৰ চাহজনগোষ্ঠীৰ ঝুমৰ গীত সম্পৰ্কে আন দুগৰাকী গবেষকৰ বক্তব্য প্ৰণিধানযোগ্য। বিশিষ্ট গবেষক ডঃ পশুপতি প্ৰসাদ মাহাতই বৰ্ণনা কৰিছে এনেদৰে --'Jhumur is the tune of which gives much pleasure to all the ethnic groups of the garden labourers The male and female dancers accompanied with Dhol and Mandal present in every fair and festival a most coloruful social cohensiveness in the social cluster of the migrants'[2]

তাৰোপৰি বিশিষ্ট গৱেষক বীণাপানী মাহাতোৱে ঝুমৰ গীত সম্পৰ্কে মন্তব্য কৰিছে এনেদৰে 'Like the Ragini of Haryana Tappa of Punjab, Mand of Rajasthan, Dogri of Jammu and Kashmir, Chaiti and Hajri of Uttar Pradesh, Sambalpuri of Orissa, Bihu of Assam, and Bhatiali of Bengal, Jhumur of Jharkhand is eqaually important as an outstanding tune of a cultural region'

সেয়ে ঝুমৰ আজি অসমৰ এক বিশেষ লোক সঙ্গীত। এই ঝুমৰ গীতৰ জন্ম সম্পৰ্কে আলোচনা কৰাৰ আগতে আমি ঝুমৰ গীতৰ ভৌগলিক পৰিসীমা সম্পৰ্কে জনা দৰকাৰ। এই সম্পৰ্কে পৰ্যাবেক্ষণ কৰিলে দেখিবলৈ পোৱা যাব যে সমগ্ৰ ভাৰতবৰ্ষৰ, বিশেষকৈ মধ্য পূব ভাৰতৰ এফালে বীৰভূমৰ বৃহৎ অংশ পুৰুলিয়া-বাঁকুড়া-মেদিনীপুৰ; উৰিষ্যাৰ বিস্তীৰ্ণ অঞ্চলকে ভিতৰ কৰি বৰ্ত্তমান বিহাৰৰ সিংভূম, ৰাচী, হাজাৰিবাগ, গিৰিধি, ধানবাদ, চাওঁতাল পৰগণা, মধ্য প্ৰদেশৰ বিলাসপুৰ, সুন্দৰগড়, ছত্ৰিশগড, ৰায়পুৰ প্ৰভৃতি অঞ্চললৈকে ইয়াৰ বিস্তৃতি। বহুতৰ মতে, ভোজপুৰ, ভাগলপুৰ হৈ মিথিলা পৰ্যন্ত —এই সঙ্গীত ধাৰা বিস্তৃত হৈ আছে—অৱশ্যেই এই অঞ্চলসমূহত

এই সঙ্গীত ধাৰাৰ কিছু কিছু ৰূপান্তৰ ঘটা আমাৰ চকুত পৰে। এই বিশাল অঞ্চলজুৰি ঝুম'ৰ গীতৰ প্ৰভাৱ আৰু প্ৰচলন থাকিলেও, ইয়াৰ কেন্দ্ৰীয় পৰিবৃত্ত হিচাবে অৱশ্যেই পুৰণি মানভূম জিলাৰ পুৰুলিয়া, ৰাঁচী, সিংভূম —এই ত্ৰিভুজাকৃতিৰ অঞ্চলকহে মূলত ঃ চিনাক্ত কৰিব পৰা যায়।

শেহতীয়াভাৱে এই অঞ্চলসমূহৰপৰা আৰ্থ-সামাজিক কাৰণত বৃহৎ সংখ্যক মানুহৰ প্ৰব্ৰজনৰ ফলত উত্তৰবঙ্গৰ চাহ বাগিচা অঞ্চল, বঙ্গদেশৰ সুন্দৰবন আৰু সেইদৰে সমগ্ৰ অসমৰ চাহ অধ্যুষিত অঞ্চলত ঝুম'ৰৰ প্ৰভাৱ আৰু প্ৰচলন বিদ্যমান। আনকি ত্ৰিপুৰা, বৰ্ত্তমান বাংলাদেশৰ চিলেট, অসমৰ কাছাৰলৈকে ইয়াৰ প্ৰভাৱ সুস্পষ্ট। এনে এক বহু প্ৰচাৰিত আৰু পৰিব্যাপ্ত লোক সঙ্গীতক অসমত 'ঝুম'ৰ' নামেৰে জনা যায়। অসমৰ চাহজনগোষ্ঠীৰ লোকসকল ভাৰতৰ বিভিন্ন অঞ্চল, বিশেষকৈ বিহাৰ(হিন্দী, সাদানী, খৰটা, কুৰ্মালি ভাষা প্ৰচলিত অঞ্চল), পশ্চিমবঙ্গ(বাংলা, খৰটা, কুৰ্মালি ভাষা প্ৰচলিত অঞ্চল), উৰিষ্যা (উৰিয়া, খৰটা), মধ্য প্ৰদেশ (হিন্দী, পাঁচ পৰগনীয়া) আদি অঞ্চলসমূহৰপৰা অসমলৈ অহা বাবে আৰু ঠাই বিশেষে ইয়াৰ পৰম্পৰাগত উচ্চাৰণ বা ধ্বনি ভিন্ন হোৱা বাবে, অসমৰ চাহ জনগোষ্ঠী অধ্যুষিত ভিন্ ভিন্ অঞ্চলত ইয়াৰ নামৰ উচ্চাৰণ ঝুম'ৰ/ঝুমই আদি হোৱা পৰিলক্ষিত হৈছে। আমি এই প্ৰবন্ধত ইয়াৰ ধ্বনিগত উচ্চাৰণ - 'ঝুম'ৰ --হিচাবে ব্যৱহাৰ কৰিম।

## ঝুম'ৰৰ উৎপত্তি ঃ

লোক সংস্কৃতিৰ বিশিষ্ট গৱেষক ড সুকুমাৰ সেনৰ মতে ঝুম'ৰ/ঝুমুৰ নামৰ উৎপত্তি মহাকবি কালিদাসৰ 'জম্ভালিকা' শ্ৰেণীৰ নাট্যগীতৰ পৰা।' এই নাট্যগীতিৰ এটি ধাৰা 'ঝুমুৰ' নামে পৰিচিত আছিল।' স্বামী প্ৰজ্ঞানানন্দই তেখেতৰ 'নাট্য সংগীতৰ ৰূপায়ণ (২য় সংস্কৰণ, ১৯৯৪, পৃ ২১-২২) ত এই নাট্য গীত সম্পৰ্কে উল্লেখ কৰি কৈছে যে-- ক্লাচিকেল যুগৰ ( খ্ৰী পৃ ৬০০-৬৫০) দ্বিপাদিকা, জম্ভালিকা, চৰ্চৰী বা চৰ্চৰিকা, ষটপদী আদি গীতৰ ৰূপসমূহ পৰবৰ্ত্তী কালত দোহা, ঝুমুৰ, চাঁচৰ, ছপ্পয় প্ৰভৃতি আঞ্চলিক গীতৰূপে ৰূপান্তৰিত হয়। পাচলৈ এইসমূহেই মধ্যপূৰ্ব ভাৰতত কৃষ্ণ কীৰ্ত্তন, যাত্ৰা, পাঁচালী, কবিগান, ৰামায়নগান আদিলৈ ৰূপান্তৰিত হয়। লোক সংস্কৃতিৰ বিশিষ্ট গৱেষক ডঃ বিনয় ঘোষে তেখেতৰ Cultural Profile of Purulia (1961, PP 8-9) ঝুম'ৰ সম্পৰ্কে উল্লেখ কৰিছে এনেদৰে -'Jhumur possibly derived from the word Jhombodha is as old as Krisha Kirtana (15th Century AD) and in Vaishnab padavali we have -- ঝুমুৰ গাহিছে শ্যাম বাঁশি বাজাইয়া'। অমূল্য চৰণ বিদ্যাভূষণে তেখেতৰ 'ভাৰত সংস্কৃতিৰ উৎসধাৰা' গ্ৰন্থ ত

(কলিকতা ১৩৭২ বঙ্গাব্দ, পৃঃ -- ৭৫২) উল্লেখ কৰিছে যে কৃষ্ণলীলাৰ গান গোৱাৰ সময়ত সৰু সৰু কিশোৰ বালকে ভৰিত নুপুৰ বান্ধি নচাৰ সময়ত 'ঝুমুৰ ঝুমুৰ' সুমধুৰ শব্দৰ সৃষ্টি হোৱা বাবে পৰৱৰ্তী কালত এই গানৰ নাম ঝুমুৰ। ঝাড়খণ্ডৰ কবি তাৰাশঙ্কৰে লেখেতৰ বিখ্যাত উপন্যাস 'কবি'ত এটি তেনে 'ঝুমুৰ দলৰ' কাহিনী বৰ্ণনা কৰিছে। তাৰাশঙ্কৰে তেনে কথা বৰ্ণনা কৰিলেও বাস্তৱত সেই অঞ্চলত (মধ্য পূৱ ভাৰতত) ঐতিহ্য তেনে দল আছিল নে নাই, সেই সম্পৰ্কে যথেষ্ট সন্দেহৰ অৱকাশ আছে। আনহাতে সেই অঞ্চলত বাস্তৱ তেনে দল আছিল যদিও ডঃ বিনয় মাহাতই মত প্ৰকাশ কৰিছে যে সেই সমূহ প্ৰকৃত ঝুমৰ গীত নহয়, বৰঞ্চ 'কবিওৱালাৰ' গানহে।

ঝুমৰৰ ইতিহাস অনুসন্ধান কৰিলে আৰু জনা যায় যে ঝুমৰৰ ইতিহাস অতি প্ৰাচীন। 'সঙ্গীত দামোদৰ', 'আইন-ই আকবৰী' আদি গ্ৰন্থতো ঝুমৰৰ উল্লেখ থকাৰ কথা জনা যায়। উল্লেখ থাকিলেও অৱশ্যে এই গানৰ ৰূপ কি আকৃতিৰ আছিল, ইয়াক কেনেদৰে পৰিৱেশন কৰা হৈছিল বা আজিৰ ঝুমৰ গীতৰ ৰূপ বা গোৱা ৰীতিৰ সৈতে কিবা সাদৃশ্য আছে নেকি এই সম্পৰ্কে কোনো তথ্য পোৱা নাযায়।'

১৯৯৯ চনত 'অসমৰ চাহ জনগোষ্ঠীৰ শিপাৰ সন্ধানত' পুৰুলিয়ালৈ যাওঁতে এই প্ৰবন্ধৰ লেখকেও লোক সংস্কৃতিৰ বিশিষ্ট গৱেষক পুৰুলিয়াৰ 'ছত্ৰাক' আলোচনীৰ সম্পাদক অধ্যক্ষ শ্ৰীসুবোধ বসুৰায়ক এই সম্পৰ্কে মতামত বিচৰাত তেখেতেও ঝুমৰ/ঝুমুৰৰ উৎপত্তি, নাম আদি সম্পৰ্কে ইতিহাস সম্বলিত বিশেষ প্ৰামাণ্য তথ্য দিয়াৰপৰা বিৰত থাকি কৈছিল যে 'পদাৱলী ঝুমুৰ'ৰ এটি ধাৰা পুৰুলিয়া --মানভূম অঞ্চলত বহুলভাৱে প্ৰচাৰিত আৰু প্ৰসাৰিত আৰু ঝাৰিখণ্ড বা ঝাড়খণ্ড অঞ্চলত স্থানীয় ভূমি পুত্ৰসকলৰ আঞ্চলিক গীতৰ সুৰৰ সংমিশ্ৰণত উচ্চাঙ্গ-কীৰ্ত্তনৰ মাজেৰে 'পদাৱলী ঝুমুৰ'ৰ সৃষ্টি হৈছিল। তেখেতৰ মতে বৈষ্ণৱ ধৰ্ম প্ৰচাৰৰ বাবে ষোড়শ শতিকাত গোকুলানন্দই 'পদাৱলী ঝুমুৰ'ৰ প্ৰবৰ্ত্তন ঘটাইছিল।

যি নহওক, ডঃ সুকুমাৰ সেনে উল্লেখ কৰা 'জম্ভালিকা' নাট্যগীতৰ সংস্কৃত 'জম্ভালিকা' শব্দৰপৰাই যদি ঝুমুৰ/ঝুমৰ গীতৰ উদ্ভৱ হৈছে, তেনেহলে সংস্কৃত ভাষাৰপৰা যি ভাষাসমূহৰ জন্ম হৈছে, যেনে —বাংলা, অসমীয়া, উৰিয়া, হিন্দী, গুজৰাটী, মাৰাঠী, মৈথিলী, ৰাজস্থানী আদি ভাষাত আৰু সেই ভাষাসমূহ প্ৰচলিত থকা অঞ্চলসমূহত ঝুমৰৰ প্ৰচলন থকাটো অৱশ্যেই স্বাভাৱিক আছিল; কিন্তু নাই। আনহাতে বৰ্ত্তমান সময়ত অসমৰ চাহ জনগোষ্ঠীকে ভিতৰ কৰি মধ্য পূব ভাৰতত যিসকল মানুহ আজি এই ঝুমৰ গীতৰ ধাৰক আৰু বাহক, তেওঁলোকৰ সৈতে সংস্কৃত ভাষা অথবা আৰ্য-সংস্কৃতিৰ কোনো যোগাযোগেই নাই।[11] এই ঝুমৰ গীত অসমৰ চাহজনগোষ্ঠীৰ(দ্ৰাবিড়ীয়ান বংশোৎভূতসকলক বাদ দি) তথা মধ্য পূব ভাৰতৰ কুৰ্মি, ভূমিজ, কামাৰ, কুমাৰ, হাড়ি, ডোম, মুণ্ডা আদি জাতি-গোষ্ঠীৰ মাজতহে বহুলভাৱে

প্ৰচাৰিত আৰু সীমাবদ্ধ বুলিব পাৰি। আনসকলৰ মাজত ইয়াৰ প্ৰচলন নাই। তেনে হোৱাহেঁতেন পাঞ্জাবী, কাশ্মীৰী, অসমীয়া অথবা ৰাজস্থানী ভাষীসকলৰ মাজতো ইযাৰ প্ৰচলন থাকিলেহেঁতেন। সেইদৰে ডঃ বিনয় ঘোষৰ 'ঝম্বোধ' শব্দৰপৰা ঝুম'ৰৰ উৎপত্তি -এই উক্তি সম্পৰ্কেও একেই মতামত বা সিদ্ধান্তত উপনীত হ'ব পাৰি। আনহাতে ডঃ আশুতোষ ভট্টাচাৰ্য্য আৰু ডঃ বিনয় ঘোষে উল্লেখ কৰাৰ দৰে অষ্ট্ৰিক গোষ্ঠীভুক্ত চাওঁতালসকলৰ সংগীতৰপৰাই যদি ঝুম'ৰৰ উৎপত্তি, তেনেহ'লে চাওঁতালসকলৰ মাজত ইযাৰ যথেষ্ট প্ৰচলন অৱশ্যম্ভাৱী আছিল। কিন্তু, চাওঁতালসকলৰ মাজত ঝুম'ৰৰ সলনি পাতাৰাচ, দাঁসায, চহৰয, বাচবীৰ, হেডহেৎ, দং প্ৰভৃতি গীতহে প্ৰচলন আছে, যাৰ সুৰ বা ৰূপ ঝুম'ৰতকৈ ভিন্ন। চাওঁতালী ভাষাত 'ঝুম'ৰ/ঝুমুৰ' নামৰ কোনো শব্দৰ ব্যৱহাৰো পোৱা নাযায। সেযে চাওঁতালসকলৰ মাজত ঝুম'ৰ অকল অপ্ৰচলিতেই নহয, অপৰিচিতও। এই সম্পৰ্কে লোকসংস্কৃতিৰ বিশিষ্ট গৱেষক ডঃ সুধীৰ কৰণ, ডঃ বঙ্কিম মাহাত আদিয়ে ইতিপূৰ্বেই স্পষ্টভাৱে প্ৰমাণিত কৰিছে যে চাওঁতালসকলৰ মাজত ঝুম'ৰ/ঝুমুৰ নামৰ কোনো সঙ্গীত বা সুৰৰ প্ৰচল নাই। আনহাতে এই সম্পৰ্কে বিশিষ্ট চাওঁতাল পণ্ডিত আৰু গৱেষক ধীৰেন্দ্ৰ নাথ বাস্কেই স্পষ্টমত প্ৰকাশ কৰিছে যে আন আন জাতি গোষ্ঠীৰ বাহিৰেও ১৬ শ শতাব্দীৰপৰাহে মধ্য পূৰ্ব ভাৰতত চাওঁতালসকলৰ মাজত ঝুম'ৰ/ঝুমুৰৰ অস্তিত্ব পোৱা যায়। এই ঝুম'ৰ ভূমিজ ভূস্বামীসকলৰ পৃষ্ঠপোষকতাতহে প্ৰসাৰতা লাভ কৰে। তেখেতৰ মতে -'ঝুমুৰ গান আৰু নাচ যি অঞ্চলসমূহত প্ৰচলিত, সেই অঞ্চলসমূহৰ সেতে আৰ্য্য সংস্কৃতিৰ যোগাযোগ অত্যন্ত ক্ষীণ। বৰং ওলোটাই ক'বপৰা যায় যে ঝুমুৰ অনা-আৰ্য্য সমাজ বা সম্প্ৰদায়ৰহে প্ৰচলিত সঙ্গীত। ভূমিজ ভূস্বামীসকলৰ হাতত পৰি বৰঞ্চ ঝুমুৰ তাৰ স্বাভাৱিক পৰিচয় হেৰুৱাই অৱক্ষয়ৰ চিকাৰত পৰিণত হয়।' কাৰণ কোল মুণ্ডা গোষ্ঠীৰ বংশধৰ ভূমিজসকলে এটা সময়ত আৰ্য্যসকলৰদ্বাৰা প্ৰভাৱিত হয় আৰু আৰ্য্য সংস্কৃতি গ্ৰহন কৰে। তেখেতে এই সম্পৰ্কে আৰু বিস্তাৰিতভাৱে বৰ্ণনা কৰিছে এনেদৰে —আদিবাসী সমাজত, বিশেষকৈ চাওঁতালসকলৰ মাজত এই ধাৰাৰ কোনো অস্তিত্ব নাই। ঝুমুৰ ঝাড়খণ্ড অঞ্চলৰ কুৰ্মি, ভূমিজ, কামাৰ, বাগাল আদি সম্প্ৰদায়ৰ গান আৰু নাচ হ'ব পাৰে, কিন্তু সেইবুলি চাওঁতালসকলৰ মাজতো এই গান আৰু সুৰ প্ৰচলিত বুলি স্বীকাৰ কৰি ল'ব পৰা নাযায়। কোনো চাওতাল গায়কৰ মুখত ঝুমুৰ গান শুনা নাযায় আৰু ছোৱালীসকলেও ঝুমুৰ নাচত অংশ গ্ৰহণ নকৰে। ঝাড়খণ্ডত বিভিন্ন সম্প্ৰদায়ৰ মাজত কুৰ্মিসকলৰ সৈতেই চাওঁতাল সকলৰ ঘনিষ্ঠতা আটাইতকৈ বেচি আৰু কুৰ্মিসকলৰ মাজতেই ঝুমুৰৰ প্ৰতি আকৰ্ষণ বেছি দেখা যায়। তেওঁলোকৰ মাজত সংস্কৃতিৰ বহু কিবা কিবি লেনদেন হৈছে, তথাপিও চাওঁতাল সকলে ঝুমুৰক হিচাবে গ্ৰহণ কৰা নাই। গতিকেই এই কথা ক'লে নহ'ব যে, ঝুমুৰৰ

জননী চাওঁতালী সঙ্গীত। ক'লা মানুহ হ'লেই যেনেকৈ তেওঁ চাওঁতাল নহয়, সেইদৰে চাওঁতালসকলৰ গান হ'লেই সেয়া ঝুমুৰ গীত হ'ব নোৱাৰে।' ডঃ আশুতোষ ভট্টাচাৰ্য্যই 'চাওঁতালী ঝুমুৰ' হিচাবে বৰ্ণনা কৰা গীতসমূহত দুই-এটা চাওঁতালী শব্দ থাকিলেও সেইসমূহ প্ৰকৃততে চাওঁতালী গান নহয়, —বৰঞ্চ মানভূম, মল্লভূম, ধলভূমৰ পাঁতানাচৰ গান বা ডাঁড়শালী ঝুম'ৰহে। চাওঁতালী শব্দৰ অনুপ্ৰবেশ ঘটাৰ কাৰনো ধীৰেন্দ্ৰ নাথ বাস্কেৰ মতামত স্পষ্ট।

আনহাতে বহুতৰ মতে বড়ু চণ্ডীদাসৰ ষোড়শ শতিকাৰ শ্ৰীকৃষ্ণ কীৰ্ত্তনৰ মাজত যি ঝুম'ৰৰ প্ৰভাৱ থকাৰ কথা কোৱা হয় -সেই কীৰ্ত্তন (ঝুমুৰ) সমূহো প্ৰকৃততে বিভিন্ন ৰাগ-ৰাগিণী ব্যবহাৰ কৰি গোৱা কীৰ্ত্তনহে, য'ত —কোড়, ৰামগিৰি, বড়াড়ী, গুৰ্জৰী, দেশাখ, পাহাড়ী, ধানুষী, আহেৰ, বেলাচলী, বিভাস, বাগেশ্ৰী, বসন্ত, পটমঞ্জৰী আদি ৰাগ-ৰাগিনীৰ ব্যবহাৰ হয়। আমাৰ মতে অন-আৰ্য্য লোক সঙ্গীতত সময়ৰ সোঁতত আৰ্য্য সংস্কৃতিৰ প্ৰভাৱ পৰে আৰু ৰূপান্তৰিত হৈ কোনো কোনে কাৰকৰ বাবে উচ্চাঙ্গ-সঙ্গীতৰ ৰূপ লয়।

## ঝুম'ৰৰ শ্ৰেণী বিভাজন ঃ

ঝুম'ৰ মূলত লোক-সঙ্গীত। ঝুম'ৰৰ উৎপত্তি, ক্ৰম বিকাশ সম্পৰ্কে আলোচনা কৰিলে এটা কথা স্পষ্ট হৈ পৰে যে ইয়াৰ সৃষ্টি সাধাৰণ মানুহৰ জনজীৱনৰ সুখ-দুখ বিৰহ, বেদনা, পূৰ্বৰাগ, অভিসাৰ, সামাজিক অৱস্থা আদি অভিজ্ঞতাৰ ওপৰত। ঝুম'ৰ অন্যান্য লোক সঙ্গীতৰ দৰেই স্মৃতি নিৰ্ভৰ আৰু সেইবাবে ইয়াৰ গীত কলিসমূহ দীঘল নহয় --চুটি চুটি। আদিম সমাজতেই ইয়াৰ সৃষ্টি। সময়ৰ সোঁতত মানুহৰ মুখে মুখে স্মৃতি নিৰ্ভৰ হৈ বাগৰি অহাৰ লগে লগে কেতিয়াবা এটা গীততেই নতুন নতুন কলি সংযোজিত হৈছে, বা কেতিয়াবা সমাজ পৰিবৰ্তন বা স্থান পৰিবৰ্ত্তনৰ লগে লগে ইয়াৰ বিষয়বস্তু, সুৰ, শব্দোচ্চাৰণ আৰু ৰূপৰ পৰিবৰ্ত্তন হৈছে। সেয়ে ঝুম'ৰৰ শ্ৰেণী বিভাজন যদিও এক কঠিন বিষয়, আমাৰ এই প্ৰবন্ধৰ মাজেৰে ইয়াৰ বিষয়বস্তু, উৎপত্তি স্থান, ভাষা, সুৰ আদিৰ ওপৰত ভিত্তি কৰি বৰ্ত্তমানেও প্ৰচলিত ঝুম'ৰৰ গীতসমূহৰ শ্ৰেণী বিভাজন কৰাৰ প্ৰয়াস কৰা হৈছে।

ঝুম'ৰৰ গীতৰ সাম্ৰাজ্যখন বহু বিশাল। এই সম্পৰ্কে আমি কৰা অধ্যয়নৰ ওপৰত ভিত্তি কৰি ঝুম'ৰ গীতসমূহক নিম্ন ধৰণে শ্ৰেণী বিভাজন কৰা হৈছে আৰু প্ৰতিটো শ্ৰেণীৰ বাবে একোটাকৈ গীত দিবলৈ যত্ন কৰা হৈছে। ঝুম'ৰ গীতসমূহক - (১) বিষয় বস্তুৰ ওপৰত ভিত্তি কৰি, (২) ঋতুৰ অবলম্বনত, (৩) আঞ্চলিক ৰীতি আৰু শৈলী, (৪) গোৱাৰ ক্ষণ বা সময়ৰ ওপৰত ভিত্তি কৰি শেহতীয়া ভাবে, (৫)

অসমত সৃষ্টি হোৱা গীত অনুসাৰে ভাগ কৰা হৈছে।

(১) বিষয়বস্তুৰ ওপৰত ভিত্তি কৰি ঝুম'ৰ গীতসমূহক দুটা প্ৰধান ভাগত বিভক্ত কৰিব পাৰি –(১) লৌকিক ঝুম'ৰ আৰু (২) আনুষ্ঠানিক ঝুম'ৰ।

## (১) লৌকিক ঝুম'ৰ

এই শ্ৰেণীৰ ঝুম'ৰ গীতসমূহক আকৌ বিষয়বস্তুৰ ওপৰত ভিত্তি কৰি চাৰিটা ভাগত ভাগ কৰিবপৰা যায় -(ক) প্ৰেম বিষয়ক, (খ) ৰাধা-কৃষ্ণ বিষযক, (গ) পৌৰাণিক ঝুম'ৰ আৰু (ঘ) আদি ৰসাত্মক বা টাইড নাইবা ঠাট ঝুম'ৰ।

**(ক) প্ৰেম বিষয়ক ঝুম'ৰ ঃ** এই শ্ৰেণীৰ ঝুম'ৰ গীতসমূহৰ মূল বিষযবস্তু প্ৰেম। আদিম মানুহৰ পূৰ্বৰাগ, অভিসাৰ, বিৰহ, ব্যক্তিগত জীৱন আদি বিষযবস্তুৰ ওপৰত এই ঝুম'ৰ গীতসমূহৰ স্বতঃস্ফূৰ্ত ৰচনা। সাধাৰণ মানুহৰ সমাজ জীৱনৰ প্ৰেম, ভালপোৱা, দাম্পত্য জীৱনৰ প্ৰেম-বিৰহ ইত্যাদিৰ বাহিৰেও সাধাৰণ জনজীৱনৰ সৈতে জড়িত গছ-গছনি, পাহাৰ-নদী, হাবি-বননি, পশু-পক্ষী, খেতি-বাতি আদি অৰ্থাৎ প্ৰকৃতিৰ সৈতে মানুহৰ সম্পৰ্ক পাৰ্থিৱ প্ৰেমৰ মাজেৰে এই গীতসমূহত প্ৰকাশ পাইছে। যেনে

কাকেৰ বাসাতে ভাই কুইলিৰ জনম
কেনৰে কুকিল তৰ কালীয়া বৰণ

❖ ❖ ❖ ❖

যে যত বলুক লকে ভাই
ঝুম'ৰ না ছাড়িব চিতে
নাচনীকে মাড মাগায় খাওযাব
তবু দেশে নাচ লাগাব।

**(খ) ৰাধাকৃষ্ণ বিষয়ক ঝুম'ৰ ঃ** ১৬শ শতাব্দীৰ মাজভাগত মধ্য-পূব ভাৰতৰ মাজভাগেৰে বৈষ্ণব ধৰ্ম প্ৰচাৰৰ উদ্দেশ্যে মহাপ্ৰভু শ্ৰীশ্ৰীচৈতন্যদেৱে পুৰীৰপৰা মথুৰালৈ পদযাত্ৰা আৰম্ভ কৰিছিল আৰু সেই অঞ্চলসমূহত বৈষ্ণব ধৰ্ম প্ৰচাৰৰ বাবে সাধাৰণ মানুহৰ মনত প্ৰভাব বিস্তাৰ কৰিছিল। বৈষ্ণব ধৰ্ম প্ৰচাৰৰ বাবে তেখেতে বঙ্গ-বিহাৰ-উৰিষ্যাত, 'শ্ৰীকৃষ্ণ কীৰ্ত্তন'ৰ প্ৰবৰ্ত্তন ঘটাইছিল। এই সময়চোৱাতেই এই অঞ্চলসমূহত বৈষ্ণব পদাৱলীৰো প্ৰচলন আৰম্ভ হয়। ডঃ বিনয় মাহাতই উল্লেখ কৰিছে যে শ্ৰীশ্ৰীচৈতন্য দেৱৰ পৰিক্ৰমাৰ মাজেৰে ঝুম'ৰ গীতৰ এক নতুন দিগন্ত উন্মোচিত হ'লেও, তাৰ বহু পূৰ্বেই এই অঞ্চলসমূহত আদিম কালৰপৰাই ঝুম'ৰ গীতৰ প্ৰচলন আছিল। তেখেতে ইযাকো উল্লেখ কৰি কৈছে যে –'ৰাধা-কৃষ্ণ লীলা বিষয়ক ঝুমুৰ ৰচনাৰ পূৰ্বে ঝাড়খণ্ডী

ঝুম'ৰীয়াসকল সম্ভৱত ঃ শ্ৰীচৈতন্যৰ প্ৰেমৰ ধাৰাত অৱগাহন কৰিছিল, আৰু সেই কাৰণেই এই বিশাল ব্যক্তিত্বক তেওঁলোকে তেওঁলোকৰ মনৰ মানুহ হিচাবে স্বীকাৰ কৰি লোৱাত কোনো দ্বিধাবোধ কৰা নাই।' অসম-বঙ্গৰ প্ৰখ্যাত লোকসঙ্গীত শিল্পী হেমাঙ্গ বিশ্বাসে এই সম্পৰ্কে ব্যাখ্যা দাঙি ধৰি কৈছে যে, 'ব্ৰাহ্মণ্যধৰ্ম শাসিত সমাজৰ জাতি কুলধৰ্মৰ নিৰ্মম অত্যাচাৰৰ বিৰুদ্ধেই এদিন বৈষ্ণৱ জাগৰণ হৈছিল আৰু জনসাধাৰণৰ মাজত ব্যাপ্তি লাভ কৰিছিল। প্ৰেম য'ত প্ৰতিবাদী, সেইখিনিহে লোকসঙ্গীতে গ্ৰহণ কৰিছে। আদি ৰসাত্মক বৈষ্ণৱ পদাৱলীয়ে আত্মনিবেদনকাৰী সংকীৰ্ত্তনৰ ভক্তিভাৱৰ ৰূপ গ্ৰহণ কৰিলে।' দীনেশ চন্দ্ৰ সেনৰ ভাষাত এই ভণিতাযুক্ত ভক্তিবাদী গীত ৰচয়িতাসকলৰ ক্ষেত্ৰত কোৱা হৈছে যে তেওঁলোকে 'কাঁচি ভাঙি কৰতাল গঢ়ি লবলৈ সক্ষম হ'ল।' (১৭)

এই সময়চোৱাত বহু সামন্তৰজা-জমিদাৰ আদিয়ে বৈষ্ণৱ ধৰ্ম গ্ৰহণ কৰে আৰু সাধাৰণ প্ৰজাৰ মাজতো ইয়াৰ প্ৰভাৱ পৰিলক্ষিত হয়। সমগ্ৰ অঞ্চলতে কীৰ্ত্তন-গানৰ প্ৰবাহ বৈ যোৱাৰ লগে লগে প্ৰচলিত প্ৰেম-সঙ্গীত ঝুম'ৰ গীতৰ সৈতেও কীৰ্ত্তনৰ সুৰৰ মিশ্ৰণ ঘটে, আৰু এনে সন্ধিক্ষণতেই সাধাৰণ মানুহৰ জীৱনচৰ্চাৰ পৰিবৰ্তে ঝুম'ৰ গীতত ৰাধাকৃষ্ণৰ প্ৰসঙ্গৰ অনুপ্ৰবেশ ঘটে। এই ঝুম'ৰ গীতসমূহত অপ্ৰাকৃত তথা স্বৰ্গীয় ভক্তিৰসৰ আৰু ৰাধাকৃষ্ণৰ ভক্তিৰসৰ বৰ্ণনাৰ সলনি ৰাধাকৃষ্ণৰ ব্যক্তিপ্ৰেমৰ মাধ্যমত সাধাৰণ মানুহৰ সুখ-দুখ, বিৰহ-বেদনা ইত্যাদিৰ প্ৰকাশ ঘটিবলৈ লয়। উদাহৰণ স্বৰূপে –

পটমদাৰ সৰু চিড়া বড়াম হাটৰ চিনি
মাধব পুৰে ভিজালি চিড়া বনডিহিতে খালি
জড়ই গড়াশালি, এখন ঝৰিয়াই বসে লিলি
জাতিকুল সব ঘুচালি, পৰপ্ৰেম মন মজালি
পৰপ্ৰেমে ওগো ধনি শেষে গলাই দড়ি
চৰম-ভৰম ঘুচালি হলুদ ৰঙে মন মজালি
ৰাধা হয়ে নকল প্ৰেমে হামাকে ভুলালি



জলধি ধাৰে যুমনাৰি কিনাৰেৰে
ৰাধা ৰাধা কৃষ্ণ বাজায় বাঁশী
কেমনে ভৰিবৰে গাগৰি
হে শ্যাম লাজে মৰি
নাইৰা
ভাদৰকে একাদশী কৰম গাড়াইহে সখি

সৰে গপিনা খেলত ঝুমৰি
গাৱত ভাই শ্ৰীনন্দহৰি
হায়ৰে হায় .
ডঙ্গা দেখলি ঘাটে কাৰ নাম কেবা বটে
কাৰ নাম কি বলে ডাকিব
হে শ্যাম নদীয়া কেমনে পাৰ হব।

এই সময়চোৱাতেই অৱশ্যে বজা জমিদাৰসকলৰ ৰাজসভাত তথা সাধাৰণ প্ৰজাৰ মাজতো বহুতো ঝুমৰ গীত ৰচয়িতাৰ আবিৰ্ভাব হয়। এইসকলৰ ভিতৰত বিনন্দ সিং, ভৱপ্ৰীতানন্দ ওঝা, ৰামকৃষ্ণ, জগৎ কবিৰাজ, দীন নাথ তন্তুবায়(দীনা তাঁতী), শ্ৰীপতি, বৰজুৰাম দাস, পীতাম্বৰ দাস আদিৰ আবিৰ্ভাব ঘটে।

ঝুমৰ গীতৰ এই পৰ্যায়ত অভিসাৰ, মান-অপমান, মৈথুন, বিৰহ আদি বিষয়ৰ অৱতাৰণা ঘটে আৰু এই গীতসমূহত ৰাধা আৰু কৃষ্ণ সাধাৰণ মানুহৰ দৰে অভিসাৰিকা আৰু বংশীবাদক হিচাবে পাৰ্থিব জগতলৈ ওলাই আহে।

এই গীতসমূহৰ এটি প্ৰধান বৈশিষ্ট্য হৈছে গীতসমূহত ভণিতাৰ ব্যৱহাৰ। যেনে –

কলপি কলপি ধনি
আৰ না আৱল গুণমনি
শ্যাম লাগি ধনি দহিছে মৰ প্ৰাণ
ছি ছি হেন নাৰীৰ নাইবা লাজ
শাশুড়ী ননদী কৰে অপমান
❖ ❖ ❖ ❖
পিৰিতি কৰা বিষম জ্বালা
শুনল ধনি অ' চপলা
হীন 'অবোধিয়া' যে বহুত অজ্ঞান।

এইখিনিতে প্ৰসঙ্গত উল্লেখ কৰিব পাৰি যে এই একে সময়তে অসমৰপৰাও শ্ৰীমন্ত শঙ্কৰদেৱে পুৰী, মথুৰা, বৃন্দাবন আদি ঠাইলৈ তীৰ্থ দৰ্শন কৰিবলৈ গৈছিল। বৈষ্ণৱী কীৰ্ত্তনৰ প্ৰভাৱত সেই সময়ত সমগ্ৰ ভাৰতবৰ্ষতে কৃষ্ণ নামৰ ভক্তি মাৰ্গৰ প্ৰচাৰ পূৰ্ণোদ্যমে চলি আছিল। শ্ৰীমন্ত শঙ্কৰদেৱে অসমত বৈষ্ণৱী পৰম্পৰাৰ মাজেৰে যি সত্ৰীয়া সংস্কৃতিৰ সৃষ্টি কৰি থৈ গৈছে –তাৰ মাজত 'ৰাস-ঝুমুৰা'ও অন্যতম। 'ৰাস-ঝুমুৰা'ৰ গীতৰ মাজেৰে বা আৰু তাৰ নৃত্যত অধিক পৰিমাৰ্জিতভাৱে ঝুমৰ গীতৰ প্ৰভাৱ সুস্পষ্টভাৱে পৰিলক্ষিত হয়। সেয়ে ইয়াৰদ্বাৰা এটা কথা স্পষ্ট হৈ পৰে যে মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱে তেখেতৰ ভ্ৰমণ কালত সেই অঞ্চলসমূহত প্ৰচলিত

থকা ঝুম'ৰ গীতৰ ফুলৰ মৌ আনি তৎকালীন অসমত বৈষ্ণৱী পৰম্পৰাৰ মাজেৰে অসমত ৰাস-ঝুমুৰা'ৰ প্ৰচলন আৰম্ভ কৰিছিল।

**(গ) পৌৰাণিক ঝুম'ৰ ঃ** এই শ্ৰেণীৰ ঝুম'ৰ গীতসমূহ মূলতঃ ৰামায়ণ, মহাভাৰত পুৰাণ আদিৰ বিভিন্ন কাহিনী, উপাখ্যান, লোক কাহিনী আদিৰ ওপৰত ৰচিত। কাশীদাসী মহাভাৰত আৰু কৃত্তিবাসী ৰামায়ণৰ কাহিনীয়েই এই ঝুম'ৰ গীতসমূহৰ প্ৰধান অবলম্বন। ৰামায়ণৰ সীতাহৰণ, ৰামৰ বেদনা, শক্তিশেলত লক্ষ্মণ, ৰামৰ বিলাপ, সীতাৰ পতি ভক্তি আদিৰ বৰ্ণনাৰ মাজেৰে এই ঝুম'ৰ গীতসমূহ ৰচিত। যেনে --

কৌন নগৰে কৃষ্ণ দশমাস ৰহল হাযৰে,<br>কৌন নগৰে বড় ভেলাই যমুনা তীৰে,<br>বাঁশীযা বাজায ধীৰে ধীৰে, যমুনা তীৰে<br>বাঁশীয়া বাজায ধীৰে গো' ধীৰে ধীৰে।

**(ঘ) আদি ৰসাত্মক বা টাঁইড় ঝুম'ৰ ঃ** চাহ জনগোষ্ঠীৰ ভাষা বা তেওঁলোকৰ পূৰ্বপুৰুষসকলৰ ঘৰুৱা ভাষাত 'টাঁড' বা 'টাঁইড' শব্দৰ অৰ্থ হৈছে উন্মুক্ত প্ৰান্তৰ। সেযে এই শ্ৰেণীৰ ঝুম'ৰ গীত ৰাস্তা-ঘাটে বা পথাৰে-প্ৰান্তৰে গোৱা ঝুম'ৰ গীত। এই টাঁইড ঝুম'ৰ মূলতঃ দেহজ প্ৰেমৰ গীত হ'লেও ইযাৰ মাজেৰে মিলনৰ বৰ্ণনা আকাৰ ইঙ্গিতৰ মাজেৰে বৰ্ণিত হৈছে। শিক্ষাৰ অভাৱ আৰু সামাজিক বান্ধোন—এই দুই প্ৰতিবন্ধকতাৰ মাজেৰে এই গীতসমূহ সাধাৰণ চহা জীৱনৰ, বিশেষকৈ যৌৱনৰ দুৱাৰ দলিত পৰস্পৰে পৰস্পৰক আকৰ্ষণ তথা দেহজ প্ৰেমৰ নিবেদন কৰা পৰিলক্ষিত হয়। সেযে এই গীতসমূহ কিছু পৰিমাণে অশ্লীলতাৰ চাপ থকা বুলি ক'ব পৰা যায। অসমৰ মঙলদৈ অঞ্চলত প্ৰচলিত নাঙেলী গীতৰ দৰেই এই ঝুম'ৰ গীতসমূহৰ বিষযবস্তু - দেহজ প্ৰেম অথবা সেই সম্পৰ্কীয আকাঙ্খা নাইবা নিবেদন। প্ৰেমিক প্ৰেমিকাৰ সাধাৰণ দেহজ প্ৰেমৰ বৰ্ণনা বৰ্ণিত এই গীতসমূহ সমূহীয়াভাৱে নাগালেও, মুক্ত আকাশৰ তলত এই গীতসমূহৰ প্ৰচলন আজিও দেখা যায়।

যাতে ছিলি যাতে ছিলি দক্ষিণ চহৰে<br>উল্টা দিগেৰ মাথা বান্ধা লো দেখ্লে দেৱৰে<br>অ' দেৱৰ বল না তোমাৰ দাদাকে<br>পাক্লে ডালিম দিব দুহাতে

❖ ❖ ❖ ❖

যখন ডালিম যখন ডালিম কুলমুজিৰপৰা<br>তখন ডালিম বিকায় টাকায তিন থলা<br>অ' ডালিম খায়ে লেৰে খাল্ভৰা<br>পাকা ডালিম ভাই ৰসেতে ভৰা



বনে উড়ে বনে উড়ে পেঁচালা মেজুৰ
ভুডকা খুলে ঢুকে গেল ভাই মামা শ্বশুৰ
সাক্ষী থাক সাক্ষী থাক ঘৰেৰ খামখুটা
মামা শ্বশুৰ হঁয়ে লিল জাং দুটা।

কৰম উৎসৱৰ সৈতে সঙ্গতি থাকে এই টাইড বা ডাঁড়শালীয়া ঝুম'ৰৰ. ডাঁড়শালীয়া ঝুম'ৰ মূলতঃ পুৰুষসকলৰ ঝুম'ৰ নৃত্যৰ সৈতে সম্পৰ্কিত হ'লেও নাৰীৰ অংশ গ্ৰহণত কোনো বাধা নাই। কৰম উৎসৱত ঝুম'ৰ গানে যেতিয়া অশ্লীলতাকো আশ্ৰয় কৰি উদ্বেলিত হৈ উঠে, তেতিয়াই এই ডাঁড়শালীয়া ঝুম'ৰ গীত গোৱা হয় আৰু ডাঁড়শালীয়া নাচ নচা হয়। কৰম উৎসৱত নাৰী-পুৰুষ উভয়ে একত্ৰিত ভাবে ঝুম'ৰ নৃত্য-গীতত অংশ গ্ৰহণ কৰে। এই ডাঁড়শালীয়া নৃত্যৰ মাজেৰে শৰীৰৰ প্ৰতিটো অংশই আন্দোলিত হৈ উঠে। এই গীতসমূহৰ মাজেৰে মানুহৰ জীৱিকা, অভিজ্ঞতা তথা নানাবিধ সমস্যাৰ কথাও প্ৰতিফলিত হয়। যেনে -

আইজ ৰাইতে বড় জল, বাঁশেৰে ঘুঘি লিয়ে চল
কমৰ বান্ধিযা ঘুঘি অহিড়াব, সাঝেৰ মাছ সকালে ৰান্ধিব।

কৰম উৎসৱত বহুতো পৰ্ব থাকে। প্ৰতিটো পৰ্বতেই বিষয় ভিত্তিক ঝুম'ৰ গীত গোৱা আৰু নচাৰ ৰীতি আছে। চাহ জনগোষ্ঠীৰ ভাষাত 'পাতা' শব্দৰ অৰ্থ মিলন। যেনে ফুলপাতা, সমধিন পাতা ইত্যাদি। কৰম উৎসৱৰ গীতসমূহ বিশ্লেষণ কৰিলে দেখা যায় --এনে কিছুমান গীত আছে, য'ত স্ত্ৰী-পুৰুষ, প্ৰেমিক-প্ৰেমিকাৰ মাজত সম্পৰ্ক পতাৰ ইঙ্গিত বহন কৰে। এনে নৃত্যগীতৰ নামেই পাতাশালীয়া ঝুম'ৰ। ছোৱালী বা নাৰীসকলে শাৰীবদ্ধ হৈ নাচে বাবেই ইয়াক পাতাশালীয়া ঝুম'ৰ কোৱা হয় বুলিও কোনো কোনোৱে মত প্ৰকাশ কৰিছে। পাতাশালীয়া ঝুম'ৰ মূলত ঃ কৰম উৎসৱৰ ঝুম'ৰ গীত। ডাঁড়শালীযা ঝুম'ৰৰ আন এটি উদাহৰণ --

বন বন যাওলী বনফুল তৰিলি
হায ৰাম ঘৰ ঘুৰি গ' আবলি
সেহ ফুল বিনা সুতাই গাঁথলি
ধনিকে মৰ' সাজাবলি

কৰম বা আন উৎসৱত গোৱা ঝুম'ৰ গীত যেতিয়া ঠাট্টা বা প্ৰহেলিকাক আশ্ৰয় কৰে, তেতিয়া এই জাতীয ঝুম'ৰ গীতক ঠাট ঝুম'ৰ গীত বুলি কোৱা হয়।

এই শ্ৰেণীৰ ঝুম'ৰ গীতসমূহৰ গোৱাৰ ৰীতি, স্থান আদিৰ ওপৰত ভিত্তি কৰি --ডাঁড়সালীয়া, পাতাশলীয়া, ডহৰিয়া, উধোৱা, ভমকচ আদিত বিভক্ত কৰা হয়।

পাতাশালীয়া ঝুম'ৰ গীতসমূহক বিশ্লেষণ কৰিলে দেখা যায় --ইয়াৰ মাজেৰে

প্রেমিক প্রেমিকা বা স্বামী-স্ত্রীৰ সম্পর্ক পতা বা গঢ়াৰ কথাৰ ইঙ্গিত পোৱা যায়। যেনে

অ' ঝিটি ফুল, মনে ৰাই যবে
জলকে যাবাৰ বেলা ভাই কবে

ডহৰিয়া ঝুম'ৰো সেইদৰে আদি ৰসাত্মক ঝুম'ৰ গীত। 'ডহৰ' শব্দৰ অৰ্থ গৰু চৰণীয়া পথাৰ। গৰখীয়া ল'ৰাসকলে পথাৰত গোৱা ঝুম'ৰ গীতকেই ডহৰিয়া ঝুম'ৰ কোৱা হয়। অৱশ্যেই অসমত ইয়াৰ প্ৰচলন বেছি নহয়।

সেইদৰে ডমকচ হ'ল বিয়াখলিত ছোৱালীসকলে নচা ঝুম'ৰ নাচ আৰু গীত। চাহ জনগোষ্ঠীৰ বিবাহোৎসৱতো ঝুম'ৰ নৃত্য-গীত গোৱাৰ ৰীতি আছে। এই ডমকচ্ গীতসমূহৰ কলিসমূহ চুটি চুটি আৰু সুৰ আন শ্ৰেণীৰ ঝুম'ৰ গীততকৈ বেছি খৰতকীয়া। যেনে –

আম্বা আম্বা খাবে মাযা
মায়া মত লগাবে
যাবেৎ জিনগানী মাযা
মাযা মত ছাড়বে।

অৱশ্যে এই ডমকচত পুৰুষৰ সহযোগ সমানেই থাকে। বাদ্যৰ ব্যৱহাৰো এই ডমকচ্‌ত অপৰিহাৰ্য।

### (২) আনুষ্ঠানিক ঝুম'ৰ ঃ

১৬ শতিকাত মহাপ্ৰভু শ্ৰীশ্ৰীচৈতন্য দেৱে পুৰীৰপৰা মথুৰা যোৱাৰ সময়ত যি অঞ্চলসমূহৰ মাজেৰে গৈছিল, সেই অঞ্চলসমূহৰ ৰজা-জমিদাৰ শ্ৰেণী তেখেতৰ বৈষ্ণৱী পৰম্পৰাত প্ৰভাৱিত হোৱাৰ ফলত বহুতো ৰজা, জমিদাৰ বৈষ্ণৱ ধৰ্মত দীক্ষিত হয় আৰু তেওঁলোকৰ ৰাজসভাৰ আঞ্চলিক সঙ্গীতৰ ধাৰাত মহাপ্ৰভুৰ কীৰ্ত্তনৰ প্ৰভাৱ পৰে। যাৰ ফলত ৰজা-ভূ-স্বামীসকলৰ ৰাজসভাত ধ্ৰুপদী (classical) ঝুম'ৰ গীতৰ সৃষ্টি হ'বলৈ ধৰে। গোপীবল্লভপুৰ, ৰোহিনী, ঝাড়গ্ৰাম, বিষ্ণুপুৰ আদি ঠাইত কীৰ্ত্তন গানৰ এক নতুন ধাৰাৰ সৃষ্টি হয়। মহাপ্ৰভুৰ কীৰ্ত্তন গানৰ সৈতে আঞ্চলিক ঝুম'ৰৰ সমন্বয়ৰ ফলস্বৰূপে যি নতুন ধাৰাৰ ঝুম'ৰ গীতৰ সৃষ্টি হয় তাৰ নামেই ঝড়খণ্ডী কীৰ্ত্তন বা দৰবাৰী ঝুম'ৰ। এই ঝুম'ৰ পেশাদাৰী শিল্পীৰদ্বাৰা কেতিয়াবা একক বা কেতিয়াবা দলগতভাৱে নৃত্যৰ সৈতে সংযোগ কৰি ৰাজসভাত পৰিৱেশনৰ ব্যৱস্থা কৰা হৈছিল। দৰবাৰৰ এই সমস্ত নৃত্য শিল্পীকেই কোৱা হৈছিল 'নাচনী'। সেয়ে এই ঝুম'ৰৰ নাম নাচনীশালীয়া ঝুম'ৰ। প্ৰাপ্ত তথ্য অনুসৰি ময়ুৰভঞ্জৰ ৰজা পূৰ্ণ চন্দ্ৰভঞ্জ, প্ৰতাপ সিংভঞ্জ,

সেৰাইকেলাৰ উদিত নাৰায়ণ সিংদেও, পশুপতি সিং, উপেন্দ্ৰ নাথ সিংদেও প্ৰভৃতি ৰজা-ভূস্বামীসকল দৰবাৰী বা নাচনীশালীয়া ঝুমৈৰৰ পৃষ্ঠপোষক আছিল। তাৰ বাহিৰেও কাশীপুৰ, শিখৰভূম, মানভূম, বানঘাটি, পাঁচপৰাগনা, ঝাড়গ্ৰাম, কল্যাণপুৰ, ডুৰাণ্ডা আদি অঞ্চলৰ বহু ভূস্বামীসকলেও নাচনী আৰু ঝুমৰীয়াৰ সহযোগত সেইলোকৰ ৰাজসভাত দৰবাৰী ঝুমৈৰৰ প্ৰচলন ঘটোৱাৰ তথ্য ইতিহাসত পোৱা যায়।

দৰবাৰী ঝুমৈৰৰ আন নাম হ'ল বৈঠকখানা বা খেমটা ঝুমৈৰ। দৰবাৰী, বৈঠকখানা নাচনীশালীয়া বা খেমটা —যি নামেৰেই নামাকৰণ কৰা নহওক কিয়, এই ঝুমৈৰ গীতসমূহৰ ৰূপ ধ্ৰুপদী আৰু এই গীতসমূহ নিৰ্দিষ্ট তাল, মাত্ৰা আৰু সুৰত বন্ধা। এই গীতসমূহৰ তাল, মাত্ৰা, সুৰ আদি বিশ্লেষণ কৰিলে এক স্বকীয় বৈশিষ্ট্য লক্ষ্য কৰা যায়। ৰজা-ভূস্বামীসকলৰ ৰাজসভাত এই গীতসমূহে এক ধ্ৰুপদী ৰূপ গ্ৰহণ কৰে যাৰ বাবে এই ধাৰাৰ গীতসমূহ আন শ্ৰেণীৰ ঝুমৈৰ গীততকৈ সম্পূৰ্ণ পৃথক ৰূপত ধৰা পৰে। এই গীতসমূহ নিৰ্দিষ্টভাবে খেমটা তালত বন্ধা থাকে। বিশেষ লক্ষণীয়ভাবেহে এই শ্ৰেণীৰ ঝুমৈৰ গীতৰ সুৰত কোমল ৰে, গা, ধা, নি, ৰে ৰ দৰে স্বৰৰ অদ্ভুত প্ৰাধান্য দেখা যায়।

চিৰস্থায়ী বন্দবস্তৰ ফলস্বৰূপে বঙ্গ বিহাৰ, উৰিষ্যাত সৃষ্টি হোৱা নৱ্য জমিদাৰ শ্ৰেণীৰ ৰাজসভাতো সময়ৰ সোঁতত আভিজাত্য বজাই ৰখাৰ স্বাৰ্থত কবিৰ নামাঙ্কিত ভণিতাযুক্ত উচ্চাঙ্গ ঝুমৈৰৰ আবিৰ্ভাৱ ঘটে।

জমিদাৰী ঠাঁচৰ বৈঠকী বা নাচনীশালীয়া ঝুমৈৰৰ কলিৰ সংখ্যা চাৰি চৰণত গঢ়ি উঠে। পয়াৰ বা ত্ৰিপদীৰে ইয়াৰ আৰম্ভণী হয়। প্ৰথম চৰণত থাকে ধ্ৰুৱপদ, মুখ্য ভাবটো মাজত নিবদ্ধ থাকে আৰু বাৰে বাৰে ইয়াৰ পুনৰাবৃত্তি হয়। চৰণটি দীৰ্ঘ হ'লে তাক কোৱা হয় 'ধুয়া' আৰু হ্ৰস্ব হ'লে তাক কোৱা হয় 'ৰং'। শেষৰ কলিত - শেষ চৰণত ভণিতা দি যুক্ত হয় কবি বা ঝুমৈৰ ৰচয়িতাৰ নাম। বহু সময়ত জমিদাৰ তথা ইংৰাজসকলৰ ছত্ৰছায়াত নব-প্ৰতিষ্ঠিত বাবু শ্ৰেণীৰ বৈঠকখানাতো শিক্ষিত নটী সম্প্ৰদায়ে নগৰাঞ্চলত খেমটা ঝুমৈৰ পৰিবেশন কৰিছিল। অসমত প্ৰচলিত কেইটামান খেমটা ঝুমৈৰ গীতৰ উদাহৰণ –

আখড়াহি বাজে বাঁশী
চল সবে গো ৰাইস দেখি
ৰাইস দেখি গ' হামাৰ উলসিত মন
বাছা সুলচন, কি বলিব ৰাইসেৰ বৰণ।
বাছা সুলচন, কি বলিব ৰাইসেৰ বৰণ।

✤ ✤ ✤ ✤

চাৰ কনাই চাৰ চূড়া

মাঝে চূড়া গো' লাল নীল
তাৰ মাঝে ৰাধাকৃষ্ণ কৰিছে বিচৰণ
বাছা সুলচন, কি বলিব ৰাইসেৰ বৰণ

সেইদৰে খেমটা ঝুম'ৰৰ ৰং ৰ উদাহৰণ –

মিথিলা নগৰে ঘৰে, সীতাৰ হবে স্বয়ম্বৰ
চল গ' যাব মিথিলা নগৰ
চল গ' যাব মিথিলা নগৰ
মিথিলা নগৰে ঘৰ, বিশ্বামিত্ৰ ঋষিবৰ
নিমন্ত্ৰণ কৰে ঘৰে ঘৰ
চল যাব গ' সবে মিথিলা নগৰ
চল যাব গ' সবে মিথিলা নগৰ

ঝুম'ৰ ৰচয়িতা ৰামানন্দৰ বিখ্যাত খেমটা ঝুম'ৰ সৃষ্টিৰ আদিমতাৰপৰা চালানী চাহজনগোষ্ঠীৰদৰেই সৃষ্টি-স্থানৰপৰা চালানী হৈ অসমৰ মাটিত আজিও হেন্দোলনি তোলে –

লাল শালুকেৰ ফুল ফুটে আধা ৰাইতে
মৰিলে কি . .

**(২) ঋতুৰ অৱলম্বনত শ্ৰেণী বিভাজন ঃ** বিষয়বস্তুৰ ওপৰত ভিত্তি কৰি বিভক্ত কৰা ঝুম'ৰ গীতসমূহক আকৌ ঋতুৰ অৱলম্বনত অৰ্থাৎ বছৰটোৰ মাহৰ অৱলম্বনত বিভক্ত কৰা হয়। ঋতু অনুসৰি ঝুম'ৰ গীত গোৱাৰ ৰীতি আছে। ভাদ মাহত কৰম উৎসৱৰ সময়ত গোৱা ঝুম'ৰক ভাদৰিয়া ঝুম'ৰ, চ'ত মাহত গোৱা ঝুম'ৰক চৈতালি ঝুম'ৰ, আহাৰ মাহত গোৱা ঝুম'ৰক আষাঢ়ীয়া ঝুম'ৰ আৰু বাৰমাহৰ সকলো সময়তে গোৱা ঝুম'ৰক বাৰমাসীয়া ঝুম'ৰ বুলি কোৱা হয়। ঋতু ভেদে ঝুম'ৰ গীতসমূহৰ বিষয়বস্তু, প্ৰকৃতিৰ বৰ্ণনা, সেই ঋতুত মানুহৰ মানসিকতা আদিৰ বৰ্ণনাৰ বৈশিষ্ট্য লক্ষ্য কৰা যায়।

**(ক) ভাদৰিয়া ঝুম'ৰ ঃ** বৰষাৰ শেষত যেতিয়া সেউজীয়া ৰঙে প্ৰকৃতিৰ শোভা বৰ্দ্ধন কৰে, শাল-মহুৱাত যেতিয়া নতুন কোমল পাতৰ গজালি মেলে, পথাৰত যেতিয়া শস্যই গজালি মেলে, তেতিয়াই ভাদ মাহৰ প্ৰকৃতিৰ বৰ্ণনাৰে গোৱা হয় ভাদৰিযা ঝুম'ৰ গীত। ভাদ মাহত পালিত হয় কৰম উৎসৱ। মনৰ আনন্দত নাৰী-পুৰুষ, ডেকা-গাভৰুৰ মন ভৰি উঠে। প্ৰকৃতিৰ আনন্দৰ মাজত মানুহৰ মনতো জন্ম লয় প্ৰেমৰ গানে। আহিন মাহলৈকে চলে এই ভাদৰিযা ঝুম'ৰ গীত। ভাদ মাহৰ শুক্লা একাদশীৰ

কৰম উৎসৱত সাধাৰণ মানুহে সন্তান কামনা আৰু শস্য উৎপাদনৰ ধাৰণাৰে প্ৰকৃতিৰ মাজতো সূৰ্যৰ সৈতে পৃথিৱীৰ মিলনৰ ধাৰণাৰ জন্ম দিয়ে। সেয়ে এই গীতসমূহৰ মাজেৰে সাধাৰণ মানুহৰ মনৰ ভাব প্ৰকৃতিৰ ৰূপেৰে প্ৰকাশ কৰি প্ৰেমানুভূতি জগাই তোলে। এই গীতসমূহৰ ছন্দৰ লয় দ্ৰুত, উপমাও বাধাহীন। যেনে –

পাহাড়ে উঠিল তৰু
ফুল ফুটে সৰু সৰু
ফুল তুলে কিবা হইল দশা
কেমনে বান্ধিব ধনিব খঁসা।

❖ ❖ ❖ ❖

কাকেৰ বাসাতে ভাই কুইলিৰ জনম
কেনৰে কোকিল তৰ কালিয়া বৰণ
যে যত বলুক লকে ঝুম'ৰ না ছাড়িব চিতে
নাচনীকে মাড় মাগে খাওয়াব
তবু দেশে নাচ লগাব

(খ) সেইদৰে চ'ত মাহত গোৱা ঝুম'ৰক **চৈতালি**, আহাৰ মাহত গোৱা ঝুম'ৰক **আষাঢ়ীয়া** আৰু বছৰৰ বাৰ মাহতেই প্ৰকৃতিৰ সৈতে সামঞ্জস্য ৰাখি গোৱা ঝুম'ৰক **বাৰমাসীয়া ঝুম'ৰ** কোৱা হয়।

(৩) **আঞ্চলিক ৰীতি আৰু শৈলীৰ ভিত্তিত ঝুম'ৰ বিভাজন ঃ** ঝুম'ৰ ভাৰতবৰ্ষৰ বিশাল অঞ্চলত প্ৰসাৰিত আৰু ইয়াৰ সৃষ্টি ভিন্ ভিন্ অঞ্চলত হোৱা বাবে সেই অঞ্চলসমূহৰ লোকসঙ্গীত নিজা শৈলীত ৰচিত। ভিন ভিন অঞ্চলত সৃষ্ট ঝুম'ৰৰ নিজা নিজা শৈলী আৰু গোৱাৰ ৰীতিৰ বৈশিষ্ট্যও মন কৰিবলগীয়া। মধ্য পূৱ ভাৰতৰ বিভিন্ন অঞ্চলসমূহৰপৰা এসময় চাহবাগিচাৰসমূহলৈ শ্ৰমিক চালান দিয়া হৈছিল। সেয়ে স্থানিক, ভিন্ন শৈলী, সুৰ আৰু সেই অঞ্চলসমূহৰ জাতি-গোষ্ঠীৰ ভিত্তিত ঝুম'ৰ গীতসমূহক বিভক্ত কৰিবপৰা যায়। সৃষ্টিৰ তেনে ভিত্তি অনুসৰি **পাঁচ পৰগনীয়া** (পাঁচ পৰগণাত সৃষ্টি হোৱা), **বৰাবাজাৰিয়া** (বড়া বাজাৰ-মনাবজাৰ অঞ্চলৰ), **ঝালদোৱা** (ঝালদা অঞ্চলৰ), **সিলিয়াড়ী, নাগপুৰীয়া, ছত্ৰিশগড়ী, গোলাবাৰী, তামাড়িয়া**(তামাড় অঞ্চলৰ), **মুদিয়ালী** (মোদীসকলৰ মাজত প্ৰচলিত), **শোৰ গুৰ্জীয়া** আদি অঞ্চলভিত্তিক নানা নামেৰে নামাকৰণ কৰা হয়। অসমত সেয়ে আজি এই আঞ্চলিক ঠাঁচ্ আৰু শৈলীৰ ঝুম'ৰ সমূহৰ সমন্বয় ঘটিছে।

**মুদিয়ালী ঝুম'ৰ** হ'ল সিংভূম অঞ্চলৰ মাঝি মুদীসকলৰ ঝুম'ৰ গীত আৰু

এয়া তেওঁলোকৰ নিজস্ব ধাৰণাৰ গীত। মুদিয়ালী ভাষা কিম্বা চাওঁতালী বা কুৰ্মালি নহয় —ইয়াৰ ৰূপ এক ধৰণৰ আঞ্চলিক মিশ্ৰিত বাংলা। ডাঁড়শালীয়া গীতৰ দৰেই মাদলৰ ছন্দৰ বৈচিত্ৰও এই গীতসমূহত বিশেষভাৱে প্ৰতীয়মান হয়। মুদিযালী ঝুম'ৰ, যেনে --

হামে অবলা নাৰী
পিয়া বশে ডৰি ডৰি দযা ৰে।
হামৰ ৰসে ৰসে আঁড়ৰে ৰসিক নাগৰ
ওহো ৰে জিয়া হায়ৰে জিয়া
তলব হয়ৰে ম'ৰ।

**(৪) গোৱাৰ ক্ষণ বা সময়ৰ ওপৰত ভিত্তি কৰি ঝুম'ৰৰ শ্ৰেণী বিভাজন ঃ** প্ৰতিটো ঝুম'ৰ গীতেই বিশেষকৈ ভাদ মাহত কৰম পৰবৰ সময়ত আখড়াত গোৱা ঝুম'ৰ বা দৰবাৰী ঝুম'ৰত গোৱা ঝুম'ৰ গীতসমূহক আকৌ সেই গীতসমূহৰ আঙ্গিক, ৰূপ, বিষযবস্তু তথা গোৱা ক্ষণ বা সময়ৰ ওপৰত ভিত্তি কৰি নানা নামেৰে নামাকৰণ কৰা হয়, যেনে --**ঝিঙাফুলীয়া, ভিনচাৰিয়া, পেটিয়ামাৰা** ইত্যাদি।

**(ক) জিঙাফুলীয়া ঝুম'ৰ ঃ** ঝিঙাফুলীযা ঝুম'ৰ সাধাৰণতে সন্ধিযা বা আগৰাতি গোৱা হয়। জিকা(ঝিঙা) ফুল সাধাৰণতে সন্ধিয়া সময়ত ফুলে আৰু ৰাতিটোৰ ভিতৰতে মৰহি যায। জিকা ফুলৰ জীৱন সেয়েহে হ্ৰস্বম্যাদী। এই ঝিঙাফুলীযা ঝুম'ৰ গীতসমূহৰ মাজেৰে মানুহৰ জীৱনটোও যে ক্ষণস্থাযী, তাৰো অপৰূপা বৰ্ণনা পোৱা যায –

সাঝে ফুটে ঝিঙা ফুল
সকালে মলিন হে
আইজ কেনে হামাৰ বঁধুৰ (বন্ধুৰ)
বদন মলিন হে।

ঝিঙাফুলীযা ঝুম'ৰ গীত সমূহ চুটি চুটি আৰু ছন্দায়িত। এটা বা দুটা কলিতেই গীতসমূহ শেষ হয়। যেন ঝিঙাফুল বা মানৱ জীৱনৰ দৰেই ই ক্ষন্তেকীয়া। প্ৰতিটো ঋতুৰেই বা বিষয়বস্তুৰ ওপৰত ঝিঙাফুলীযা গীত ৰচিত হয।

**(খ) ভিনচাৰিয়া ঝুম'ৰ ঃ** সেইদৰে লৌকিক ঝুম'ৰৰ ভিনচাৰিয়া ঝুম'ৰ গীত কৰম পৰবৰ আখড়া আদিত মাজ নিশাৰ শেষৰফালে পুৱা ৰাতিহে গোৱা হয়। ক্ষণস্থায়ী মানৱ জীৱনটোৰ শেষৰ ক্ষণসমূহো যেন অতিকৈ তাৎপৰ্য্য আৰু পূৰ্ণভাৱে পৰিপূৰ্ণ। এই সময়ত ঝুম'ৰৰ 'আসৰ' পৰিপূৰ্ণতাৰে তুঙ্গত উঠে। সেইদৰে সুৰ তথা বাদ্যযন্ত্ৰৰ তাল-মান আৰু নৃত্যৰত নাৰী-পুৰুষৰ মন পূৰ্ণভাৱে আন্দোলিত হ'বলৈ ধৰে। ভিনচাৰিয়া গীতৰ উদাহৰণ --

কতিক্ষনে ফুটয়ে হৰদিৰে ঝিঙাফুলৰে
কতিক্ষনে ফুটে লাল কমল ফুল ধীৰে গমকে
আধাৰাতি ফুটয়ে হৰদিৰে ঝিঙাফুলৰে
ভিনচাৰে ফুটে লাল শালুক ফুল ধীৰে মগাকে

'ভিনচাৰ' মানে দোকামোকালি। ওৰেটো ৰাতি আখড়াত নানা বিষয়বস্তু আৰু সুৰৰ গীতৰ শেষৰ ফালে গোৱা হয় এই ভিনচাৰিয়া গীতসমূহ যাৰ মাজেৰে মানৱ জীৱনৰ পৰিপূৰ্ণতাৰ কথাকেই সূচায়।

**(গ) পেটিয়ামাৰা ঝুম'ৰ ঃ** আনুষ্ঠানিক দৰবাৰী বা বৈঠকখানা ঝুম'ৰত সেইদৰে সৰ্বশেষত গোৱা হয় 'পেটিয়ামাৰা'। পেটিয়ামাৰা ঝুম'ৰৰ বিষয়বস্তু সম্পূৰ্ণৰূপে প্ৰেমৰ সঙ্গীত। ঝুম'ৰৰ মাদকতা আৰু কাবিাক আবেদনৰ এয়া যেন শেষ কথা। পুৱাৰাতি যেতিয়া সকলোৰে চকুত টোপনিয়ে আগুৰি ধৰাৰ উপক্ৰম হয়, তেতিয়া বৈঠকখানা ঝুম'ৰৰ আসৰত এই গীত গায় সকলোকে টোপনিমুক্ত কৰি তোলা হয়। বাদ্যযন্ত্ৰৰ লগে লগে মুখেৰেও উচ্চাৰিত হয় মাদলৰ বোল। লয় বৃদ্ধি পায় ধীৰে ধীৰে --

নিমাতলে শুও না দাদা
গোড়া তলে চৰ
গোড়ে কেলি বিছনা দাদা
বেঁড়ি গেলাই চৰ

মাদলত দাদ্ৰা তাল ধ্ৰুপদী সঙ্গীতৰ দৰে বাজিবলৈ আৰম্ভ কৰে

ধা ধা ধা ধাতুন্
ধিনতা ধিতাং ধাতুন্
ধা ধা ধা ধাতুন্
ধা ধাগেড়ে ধাগেড়ে ধাতুন্
ধা গেদেগেড়ে গেদেগেড়ে ধাতুন
ধা ধা ধা ধাতুন্। (২৩)

**(ঘ) অসমত সৃষ্টি হোৱা ঝুম'ৰ গীত ঃ** আমি আগতেই উল্লেখ কৰি আহিছো যে লোক সঙ্গীতত সমকালিন সমাজব্যৱস্থা, সাধাৰণ জনজীৱনৰ সুখ-দুখ, আনন্দ বিৰহ, প্ৰেম-ভালপোৱা, অন্যায-অবিচাৰ, শোষণ-নিষ্পেষণ, প্ৰতিবাদ তথা প্ৰাকৃতিক, সামাজিক, ৰাজনৈতিক অৱস্থাৰ প্ৰতিচ্ছবি প্ৰতিফলিত হয়। ঝুম'ৰ গীততো সেইদৰে তৎকালীন সমাজৰ ছবি এখন চকুৰ আগত ভাঁহি উঠাটো স্বাভাৱিক। চাহ জনগোষ্ঠীৰ লোকসকলক চালান কৰি অনা হৈছিল —অসমৰ চাহ বাগিচালৈ। নিজৰ আত্মীয়-কুটুম্ব তথা পৰিয়াল-পৰিজনক এৰি নিজ জন্মভূমিবপৰা অসমৰ মাটিলৈ পঠিওৱাৰ ইতিহাস ঝুম'ৰ গীতত

আজিও বিদ্যমান –

চল মিনি আসাম যাব
দেশে বড় দুখৰে
আসাম দেশে ৰে মিনি
চা বাগান খুলিব
সবায মিলে গামছা বিছায়ে ভাত খাব।

কাৰণ -

পূৰব সে আইল বান
লিয়ে গেল খেতৰ ধান
আইঁড়ে বসে ভাবছে কিষাণ
জমিদাৰকে কি দিব জবান।

সেয়েই পেটৰ ভাত মুঠি তথা জীয়াই থকাৰ তাড়নাত আড়কাঠিয়াৰ ফুচুলনিত চালানী বনুৱা হৈ অসমৰ বুকুলৈ ঢাপলি মেলিব লগীয়া হৈছিল -

পাকা খাতায় লেখালি নাম,
ৰে লম্পটীয়া শ্যাম
ফাঁকি দিয়ে চলালি আসাম
ডিপুঘৰে মৰি তৰি
উঠাইলে টেৰেনে কৰি
হুগলী চহৰে দেখলি আকাশ
মনে কৰি আসাম যাব
জোড়া পাঙ্খা টানাব
চাহেব দিল কদালেৰ কাম
দীনা উদয়া ভণে আকালে পেটেৰ টানে
টিপিকি টিপিকি পড়ে ঘাম।

আড়কাঠিয়াৰ ফুচুলনিত প্ৰবঞ্চিত হৈ অসমলৈ আহোঁতে –

নানা মৰলেক্ নদীৰ মাঝে
নানী মৰলেক্ ঘাটে
বাপ্‌কে দিল পুলিস থানাই
ভাগাই যাবাৰ দযে।

অসমলৈ আহিও তেওঁলোকৰ কেনো মুক্তি নহ'ল। সকলোৰেই আগৰদৰে দাস শ্ৰমত বন্দী হ'বলগীয়া হ'ল –

চৰ্দাৰ বলে কাম কাম

বাবু বলে ধইৰে আন

চাহেব বলে লিব পিঠেৰ চাম

ৰে নিঠুৰ শ্যাম

ফাঁকি দিয়ে আনিলি আসাম



কদাল মাৰা যেমন তেমন

পাতা তোলা টান গ'

কলম কৰা বড়ইবে জঞ্জাল

চাল-ভূঞা চাহেব পানী ৰাখিল পৰাণ।

তথাপিও অসমলৈ আহি তেওঁলোকৰ নতুন অভিজ্ঞতা হ'ল। অসমকেই মাতৃভূমি হিচাবে আকোঁৱালি ললে –

আসাম দেশেৰ চাহেৰ পাতা

পানী বড় মিঠা গ'

চল সখি চল যাব

বাগানে তুইলব্ৰে পাতা আনন্দ মনে

নাইবা, ডমকচ গীতৰ মাজেৰে –

আসাম দেশে আইলি বাবা টাকা কামাইতে

টাকা কামাইতে বাবা সাত পুৰুষ গেলই

এহে আসাম দেশে ০ ০ ০

হায়ৰে টাকা কামাইতে বাবা ০ ০ ০

আনকি তেওঁলোকৰ মাজত সৃষ্টি হ'বলৈ ধৰিলে সমন্বয়ৰ ঝুমৰ গীত –

আসাম দেশেৰে বৈশাখ পৰব, লাগে বড় ভাল গ'

মাদল বাজে বাঁশী বাজে, বাজে কৰতাল গ'।

অতীত জীৱনৰ নানা অভিজ্ঞতা তথা বিষয়বস্তুৰ ঝুমৰ গীত চালানী চাহ বনুৱা মুখে মুখে অসমলৈ প্ৰবাহিত হোৱাৰ ফলস্বৰূপে পৰম্পৰাগত ৰীতি, শৈলী, সুৰ আদিৰ সৈতে ঝুমৰ গীতে –অসমৰ বুকুত চাহখেতিয়ে প্ৰসাৰতা লাভ কৰাৰ দৰেই লহপহকৈ ইয়াৰ বিকাশ ঘটিবলৈ আৰম্ভ কৰে আৰু নতুন নতুন অভিজ্ঞতাৰে নতুন নতুন বিষয়বস্তু সংযোজিত হ'বলৈ ধৰে। লো-সংস্কৃতি প্ৰবাহমান, –লোকসঙ্গীত ঝুমৰেও সেইদৰে অসমৰ চাহবাগিচাত বিকাশ লাভ কৰি, সমগ্ৰ অসমৰ জনজীৱনত আজি ইয়াৰ প্ৰাকন বোবাই তুলিব পাৰিছে।

# সহায়ক গ্ৰন্থপঞ্জীৰ পদটীকা ঃ


(১) বাংলাৰ লোকসাহিত্য চৰ্চাৰ ইতিহাস ডঃ বৰুণ কুমাৰ চক্ৰবৰ্ত্তী (১৯৮৬), পৃঃ৯

(২) S Karotemprel & Dr B Dutta Roy সম্পাদিত Tea Garden Labourers of North East India গ্ৰন্থৰ অন্তৰ্গত World views of the Assam Tea Garden labourers from Jharkhand by Dr PP Mahato ৰ প্ৰবন্ধ পৃঃ ১৩৯

(৩) ঐ, পৃঃ ১৩৯

(৪) ঝুমুৰ ঃ আলোচনাও সংগ্ৰহ, সম্পাদনা – ডঃ সনৎ কুমাৰ মিত্ৰ সম্পাদিত (১৯৯০) গ্ৰন্থৰ তপন কৰৰ 'ঝুমুৰ ঃ ইতিবৃত্ত' শীৰ্ষক প্ৰবন্ধ। পৃঃ ২৬

(৫) ঐ গ্ৰন্থৰ ডঃ সনৎ কুমাৰ মিত্ৰৰ 'ঝুমুৰ প্ৰসঙ্গে ঃ প্ৰসঙ্গ ঝুমুৰ' প্ৰবন্ধ পৃঃ ৩০

(৬) লোকায়ত ঝাড়খণ্ড -ডঃ বিনয় মাহাত (১৯৮৪), পৃঃ ২৭৫

(৭) ঐ গ্ৰন্থৰ ডঃ সনৎ কুমাৰ মিত্ৰৰ 'ঝুমুৰ প্ৰসঙ্গে ঃ প্ৰসঙ্গ ঝুমুৰ' প্ৰবন্ধ পৃঃ ৩১

(৮) বাংলাৰ লোক সাহিত্য, ৩য় খণ্ড –ডঃ আসুতোষ ভট্টাচাৰ্য্য। পৃঃ ১৩৫ ১৩৬

(৯) লোকায়ত ঝাড়খণ্ড --ডঃ বিনয় মাহাত। পৃঃ ২৭৫

(১০) লোক সংস্কৃতি গবেষণা পত্ৰিকা, মাঘ-চৈত, ১৩৯৭ বঙ্গাব্দ বীনা দত্তৰ 'ঝুমুৰ ও কীৰ্ত্তন' শীৰ্ষক প্ৰবন্ধ। পৃঃ ৩১৬

(১১) লোকায়ত ঝাড়খণ্ড --ডঃ বিনয় মাহাত। পৃঃ ২৭৭

(১২) ঐ পৃঃ ২৭৭

(১৩) ঐ পৃঃ ২৭৮

(১৪) 'ঝুমুৰ ঃ আলোচনা ও সংগ্ৰহ গ্ৰন্থ'ৰ ধীৰেন্দ্ৰ নাথ বাস্কেৰ 'ঝুমুৰ ঃ সাওঁতালি ঝুমুৰ কি?' শীৰ্ষক প্ৰবন্ধ । পৃঃ ১৪৫-১৪৬

(১৫) ঐ পৃঃ ১৪৬

(১৬) লোকায়ত ঝাড়খণ্ড –ডঃ বিনয় মাহাত। পৃঃ ২৭৮

(১৭) লোকসঙ্গীত সমীক্ষা –বাংলা ও আসাম – হেমাঙ্গ বিশ্বাস(পৃঃ ৮৪)

(১৮) লোক সংস্কৃতি গবেষণা পত্ৰিকা'ত প্ৰকাশিত উৎপলা গোস্বামীৰ 'ঝুমুৰ গান' শীৰ্ষক প্ৰবন্ধ। পৃঃ ২৯৭

(২০) লোকায়ত ঝাড়খণ্ড –ডঃ বিনয় মাহাত। পৃঃ ২৯৮

(২১) লোকায়ত ঝাড়খণ্ড –ডঃ বিনয় মাহাত। পৃঃ

(২২) লোকসংস্কৃতি গবেষণা পত্ৰিকা—বীনা দত্তৰ 'ঝুমুৰ ও কীৰ্ত্তন' শীৰ্ষক প্ৰবন্ধ। পৃঃ ৩২৪

(২৩) লোকসঙ্গীত গবেষণা পত্ৰিকা। সৌমেন চৰকাৰৰ 'ঝুমুৰ ঃ একটি লোকসঙ্গীত -সুৰেৰ অঙ্গিকে' শীৰ্ষক প্ৰবন্ধ। পৃঃ ৩২৮-৩২৯।


OOOOO

# ঝুমইৰ নৃত্য-গীতৰ ঠাট্

সংগ্ৰাহক সম্পাদক ঃ শ্ৰীৰাম চাচনী

বাৰে ৰহণীয়া সাংস্কৃতিক সম্ভাৰেৰে সমৃদ্ধ চাহ জনগোষ্ঠীৰ সাংস্কৃতিক জীৱনধাৰা চিৰ প্ৰবাহমান । এই প্ৰবাহিত সাংস্কৃতিক জীৱনধাৰাই তেওঁলোকৰ স্বকীয় সাংস্কৃতিক পৰিচয় ৰক্ষা কৰি আহিছে । বৰ্ণাঢ্য নৃত্য-গীতেৰে পয়োভৰ চাহ জনগোষ্ঠীৰ সংস্কৃতি বৈচিত্ৰময় । নানা নৃত্য-গীত বাদ্যৰ সমন্বয়ত গঢ়ি উঠা এই সংস্কৃতিৰ পথাৰখন চিৰ সেউজীয়া কৰি ৰখাত জুমইৰ নৃত্য-গীতৰ এক সুকীয়া মহত্ব বিদ্যমান ।

ঝুমইৰ কেৱল এটি লোকগীত নাইবা লোকনৃত্যৰ নামেই নহয় । ই অসমৰ চাহ জনগোষ্ঠীৰ সাংস্কৃতিক সমন্বয়ৰ প্ৰতীক স্বৰূপ । ঝুমইৰ লোকগীত শ্ৰমিক জন জীৱনৰ হৃদয় স্পন্দন। ঝুমইৰ লোক নৃত্য শ্ৰম জীৱনৰ উদ্দাম গতি । এই লোক গীত আৰু নৃত্যই চাহ জনগোষ্ঠীৰ সাংস্কৃতিক জীৱন মাধুৰ্য্যপূৰ্ণ কৰি ৰাখিছে । ই শ্ৰম জীৱনৰ স্বতঃস্ফুৰ্ত অভিব্যক্তি । সৌৰবণিয়ে পৰশিব নোৱৰা দিন ৰেপৰা ভাৰতৰ বিভিন্ন প্ৰান্তত ঝুমইৰ নৃত্য গীত প্ৰচলিত হৈ আহিছে । অসম চাহ জনগোষ্ঠীৰ মাজত প্ৰচলিত এই নৃত্য-গীত তাৰেই প্ৰতিফলন স্বৰূপ ।

ঝুমইৰ শব্দৰ সংজ্ঞা বহুজনে বহুধৰণে দিছে । কেইবাটাও ভাষাৰ অভিধানত ঝুমইৰ শব্দৰ সংজ্ঞা ভিন্নমতে দিয়া হৈছে । ঝুমইৰ শব্দৰ অভিধানিক অৰ্থৰ বিষয়ে ইয়াত বিষদভাৱে উল্লেখ কৰাৰ থল নাই । চাহ জনগোষ্ঠীৰ মাজত মুখ বাগৰি অহা এটি সংজ্ঞাৰ মতে ঝুম শব্দৰ অৰ্থ জুমপাতি বা দলবান্ধি থকা আৰু মইৰ শব্দৰ অৰ্থ শাৰীপাতি ঘূৰি থকা । ভাদ মাহত উদযাপিত কৰম পৰব উপলক্ষে ঝুমইৰ নৃত্য-গীত পৰিৱেশন কৰা হয় । চাহ জনগোষ্ঠীৰ লোকসকলে এনেদৰে 'ঝুম' অৰ্থাৎ জুমপাতি হাতে হাতে ধৰা ধৰিকৈ 'মইৰ' কৰি নচা অৰ্থাৎ ঘূৰি ঘূৰি নচা নাচসমূহেই হৈছে ঝুম + মইৰ = ঝুমমইৰ; ঝুমইৰ নৃত্য আৰু ইয়াৰ লগত গোৱা গীতসমূহেই হৈছে ঝুমইৰ গীত ।

কৰম পৰব মূলতঃ কৃষি উৎসৱ । গতিকে ইয়াৰ সৈতে নিবিড় ভাৱে জড়িত ঝুমইৰ নৃত্য-গীতৰ মাজেদি কৃষি জীৱনৰ অনুভূতি মূৰ্ত হোৱাটো তেনেই স্বাভাৱিক কথা । কৃষি কৰ্মৰ সৈতে জড়িত শ্ৰম জীৱনৰ আশা-আকাংক্ষা, হৰ্ষ-বিষাদ, পোৱাৰ আনন্দ, নোপোৱাৰ বেদনা, হিয়াৰ গোপন ভৰিৰ কথা । এই ঝুমইৰ নৃত্য গীতৰ মাজেদি প্ৰকাশিত হয় । ভাৰতৰ বিভিন্ন প্ৰান্তত প্ৰচলিত বিভিন্ন কৃষি উৎসৱৰ সৈতে কৰম পৰবৰ কিছু সাদৃশ্য আছে আৰু সেইদৰে অন্যান্য নৃত্য-গীতৰ লগত ঝুমইৰ নৃত্য গীতৰ সামঞ্জস্য পৰিলক্ষিত হয় । অৱশ্যে ঝুমইৰ নৃত্য-গীত স্বকীয়

বৈশিষ্ট্যৰেসমৃদ্ধ দেহ-মন হিল্লোলিত কৰিবপৰা এক অনন্য লোক নৃত্য-গীত । কেৱল অসমৰেই নহয় ভাৰতবৰ্ষৰ সাংস্কৃতিক জগতত ইয়াৰ এক সুকীয়া স্থান আছে, নিজস্ব মহত্ত্ব আছে । এতিয়াও পূব আৰু মধ্য ভাৰতৰ কেতবোৰ অঞ্চলত ঝুমইৰ নৃত্য গীতৰ পৰম্পৰা অতি নিভাঁজ ৰূপত দেখিবলৈ পোৱা যায় ।

অসম চাহ জনগোষ্ঠীৰ মাজত পৰম্পৰাগত ভাৱে প্ৰচলিত হৈ অহা কৰম পৰব আৰু এই পৰবকে কেন্দ্ৰ কৰি সৃষ্টি হোৱা পৰম্পৰাগত ঝুমইৰ লোকনৃত্য আৰু ঝুমইৰ লোকগীতসমূহৰ উচ্চ সাংস্কৃতিক মূল্যই চাহ জনগোষ্ঠীৰ গৌৰৱময় সাংস্কৃতিক জীৱনক মহীয়ান কৰি তুলিছে ।

ভাৰতবৰ্ষৰ বিভিন্ন প্ৰান্তৰপৰা সাংস্কৃতিক ঐতিহ্য আৰু বৰ্ণাঢ্য কৃষ্টি সম্ভাৰ বহন কৰি আনি অসমৰ মাটিত সম্মিলিতভাৱে বসবাস কৰাৰ ফলত চাহ জনগোষ্ঠীৰ মাজত গঢ় লৈ উঠিল এক বাৰে ৰহণীয়া মিশ্ৰিত সংস্কৃতি । অসমৰ থলুৱা জাতীয় কৃষ্টিক প্ৰতিনিধিত্ব কৰি অহা পৰম্পৰাগত বিহু নৃত্য-গীত থকা সত্বেও দেউৰী, মিছিং আদি সম্প্ৰদায়ৰ মাজত প্ৰচলিত বিহু নৃত্য-গীতৰ স্বকীয় বৈশিষ্ট্য নুই কৰিব নোৱাৰি । ঠিক সেইদৰে চাহ জনগোষ্ঠীয় সম্প্ৰদায় বিশেষৰ মাজত প্ৰচলিত স্বকীয বৈশিষ্ট্যপূৰ্ণ গীত-নৃত্যাদি আছে যদিও ঝুমইৰ আজি অসমৰ সমূহ চাহ জনগোষ্ঠীয়ে সমানে গ্ৰহণ কৰিব পৰা উমৈহতীয়া নৃত্য-গীত। ঝুমইৰ নৃত্য-গীতৰ ঠাট্ বা প্ৰকাৰ এনে ধৰণৰ -

ঝু ম ই ৰ




**বন্দনা ঃ** সৌৰৰ্কীয়ে পৰশিব নোৱৰা দিনৰে পৰা ভাৰতৰ বিভিন্ন জনগোষ্ঠীয়ে দেৱ-দেৱীৰ পূজা-অৰ্চনা কৰি আহিছে । হিন্দু শাস্ত্ৰমতে তেত্ৰিশ কোটি দেৱতা বিদ্যমান । সামাজিক সংস্কাৰ মতে যি কোনো কৰ্মৰ আৰম্ভণিতে বিশেষ দেৱতা বা দেৱীক আৰাধনা কৰাটো চিৰাচৰিত নিয়ম । সেয়েহে চাহ জনগোষ্ঠীৰ ঝুমইৰ নৃত্য-গীতৰ আৰম্ভণিতেই বিদ্যাৰ অধিষ্ঠাত্ৰী দেৱী সৰস্বতীৰ বন্দনা গীত গাই নৃত্য-গীতৰ আখড়াৰ শুভাৰম্ভ কৰা হয় ।

আখড়া বন্দনা কৰি
সৰস্বতী মাগো বলি
আখড়া বন্দনা ব্ৰজনাৰী
মদনে ঝুমইৰ লাগল ভাৰী

এই নৃত্য-গীতৰ ছন্দত প্ৰচণ্ড উন্দাম, উল্লাস বা আক্ষেপৰ প্ৰকাশ নাথাকে। ইয়াত থাকে মাথোঁ আৰাধ্য দেৱ বা দেৱীৰ উদ্দেশ্যে কৰা ভক্তিপূৰ্ণ নিবেদনৰ পূৰ্ণ প্ৰকাশ ।

**ডাঁড়শালীয়া ঃ** জয়জয়তে বন্দনা গাই নৃত্য কৰাৰ পিছত ডাঁড়শালীয়া ঝুমইৰ নৃত্য-গীত পৰিবেশন কৰা হয় । ডাঁড়শালীয়া শব্দৰ অৰ্থ হৈছে 'ডাঁড়' ধৰাধৰিকৈ শাৰী পাতি থকাটো । ঝুমইৰ নৃত্যৰ এই ঠাট্‌ত পেলনী (নাচনী) সকলে হাতত ধৰা ধৰিকৈ (এক বিশেষ ধৰণে) এটা গাঁথনিত অৰ্দ্ধ চক্ৰাকাৰে নৃত্য কৰে । ইয়াৰ লয় বন্দনাৰ লয়তকৈ কিছু দ্ৰুত হয় । নৃত্যত আংশিক উল্লাস প্ৰকাশ পায় ।

বড়ি দুৰসে আৱলি
এক গীত গাৱলি
মৰ গীত ঝুঁকি দিয়া গ' আগেকে নাচয়া
বড়ি ৰিঝ্‌ লাগত গয়া ।

এই নৃত্য-গীতক ৰইস্‌কা আৰু পেলনী (নাচনী) সকলৰ কায়িক অংগ সঞ্চালনত চঞ্চলতাৰ মৃদু প্ৰকাশ ঘটিলেও উল্লাসৰ তীব্ৰতা নাথাকে ।

**ঝিঙাফুলীয়া ঃ** বৰ্ষা ঋতুৰ বিদায় পৰত শৰত ঋতুৱে আগলি বতৰা দিয়ে। এই দুই ঋতুৰ দোমোজাত প্ৰকৃতিৰ অপৰূপ সৌন্দৰ্য্য ফুলে-পাতে, গছে-বনে প্ৰতিভাত হয় । এয়াই ভাদ মাহ । চাহ জনগোষ্ঠীৰ প্ৰাণ পৰশা, হিয়া জুৰোৱা, দেহা উতলা কৰা মাহ । এই মাহতে উদ্‌যাপিত হয় চাহ জনগোষ্ঠীৰ অতিকৈ চেনেহৰ কৰম পৰব । সেই সময়ত নৈৰ পাৰত, চাপৰি আদিত কাঁশিফুল (কঁহুৱা) ফুলে, বাৰীত ঝিঙা (জিকা) ফুল ফুলে । কঁহুৱাৰ বগা বৰণে আৰু জিকা ফুলৰ উজ্জ্বল হালধীয়া বৰণে প্ৰকৃতিৰ শোভা বৰ্দ্ধন কৰে ।

ফুল আনন্দ আৰু সৌন্দৰ্য্যৰ প্ৰতীক । কৰম মতলীয়া ৰইস্‌কা আৰু চঞ্চলমতী কৰমতী সকলে আনন্দৰ প্ৰতীক ঝিঙা ফুলক কেন্দ্ৰ কৰি যি ঝুমইৰ নৃত্য-গীত পৰিবেশন কৰে সেয়ে হৈছে ঝিঙাফুলীয়া ঝুমইৰ । ঝুমইৰ নৃত্যৰ এই ঠাট্‌ত যৌৱন আৰু আনন্দৰ পূৰ্ণ প্ৰকাশ ঘটাৰ কাৰণে এই নৃত্যৰ ছন্দ দ্ৰুততৰ হয় । ইয়াৰ গীতবোৰ সাধাৰণতে চুটি হয় -

কাঁশি ফুল ফুটি গেল
আশা মৰ টুটি গেল
ভিনিসৰে দেখলি ডহৰ
ভায়া হামাৰ নাই আইল ঘৰ ।

গীতৰ ভাবাৰ্থ অনুসৰি নৃত্যৰ গতি কম বেছি হ'ব পাৰে । অৱশ্যে প্ৰায়ভাগ গীতৰ ক্ষেত্ৰতে যৌৱনৰ উতনুৱা মনৰ ছবি পৰিলক্ষিত হয় । নৃত্যৰ লাস্যময়তা বৃদ্ধি পায় । এই নৃত্য পৰিবেশন কৰোঁতে পেলনীসকলে এক আবেদন সূচক ভংগীমাৰে নৃত্যৰ ছন্দত অংগ সঞ্চালন কৰিব পাৰে, আনন্দ বিভোৰ হৈ হাঁহিজালি-নাচিব পাৰে, কিন্তু কোনো ক্ষেত্ৰতে উৎকট যৌনগন্ধী ভংগীমা প্ৰদৰ্শন বা অংগ

সঞ্চালন কৰাটো নিয়ম বিৰুদ্ধ কথা ।

**গ'লৰাৰী ঃ** মধ্য ৰাত্রিৰ পাছত গহীন নিজুম পৰিৱেশত হৃদয়ৰ নিভৃত কোণৰ বেদনা, হিয়াৰ আকুতি, আধ্যাত্মিক চিন্তা আৰু দার্শনিক ভাৱৰ সৈতে জড়িত ঝুমইৰ নৃত্য-গীতক গ'লৰাৰী ঝুমইৰ বোলা হয় । এই গীতবিলাক কিছু লেহেমীয়াকৈ (বিস্তাৰিত কৰি) গোৱা হয়, যাৰ বাবে তালৰ গতি ধিমা হয় আৰু ছন্দও ধীৰ হয় ঃ

হায়ৰে বিধি কি লিখিল
দুখ বিনে সুখ নাহি দিল
অন্তৰে ৰহিল শেল গাঁথা
যখন মনে পড়ে তৰ কথা ।

এই নৃত্যত পেলনীসকলৰ অংগ সঞ্চালনত লয়লাস থাকে, কিন্তু সংযম পূৰা মাত্রাই বর্ত্তি থাকে । এই ঠাট্‌ৰ ঝুমইৰ গীতবিলাকো সাধাৰণতে চুটি চুটি হয় ।

**ভিনস্‌ৰীয়া ঃ** ৰাত্রিৰ শেষ প্রহৰৰ ঝুমইৰ হৈছে ভিনস্‌ৰীয়া ঝুমইৰ । ভিনস্‌ৰৰ অর্থ দোকমোকালি । ৰাতিৰ শেষ প্রহৰ অর্থাৎ বেলি ওলোৱাৰ আগ মুহূর্ত্তত এই ঠাট্‌ৰ ঝুমইৰ আৰম্ভ হয় । ওৰে নিশা নাচি নাচি ক্লান্ত-শ্রান্ত দেহাৰে এই নৃত্যৰ আৰম্ভণি ধীৰ গতিৰে হয় যদিও ই পিছলৈ খৰ হৈ যায় ।

ৰাতিৰ গভীৰ অন্ধকাৰ আঁতৰাই উদয় হ'বলৈ লোৱা সূর্য্যক ধিয়াই এই ঠাট্‌ৰ অনেক ঝুমইৰ সৃষ্টি হৈছে । উদিত সূর্য্যৰ আভাই যেন ক্লান্ত ৰইস্‌কা পেলনীসকলৰ দেহ মনত নতুন উদ্যমৰ জোৱাৰ আনি দিয়ে । নৃত্যৰ ছন্দ দ্রুতৰ পৰা দ্রুততৰ হৈ পৰে । চঞ্চল হৈ পৰে কৰম আখড়াৰ প্রভাতী পৰিৱেশ ।

গগণে উঠিল বেলা
কতনা কৰিব খেলাৰে
গাছ কদম কেৰি
ডাল ধৰি হৰি
বংশী বাজায় কত ছল কৰি ।

**ঝুমইৰ ৰং বা খেমটা ঃ** মূল ঝুমইৰ গীত অধিক দৃঢ় কৰিবলৈ, ঝুমইৰ নৃত্য গীত অধিক ৰসাল কৰিবলৈ আৰু ঝুমইৰ নৃত্য-গীতৰ ৰহণ দুগুণে চৰাবলৈ মূল ঝুমইৰ গীতৰ অন্তত ঝুমইৰ ৰং বা খেমটা সুৰীয়া ঝুমইৰ গোৱাটো প্রচলিত নিয়ম ।

খনিকৰে একো খুঁত নৰখাকৈ এটা মূর্ত্তি বা প্রতিমা গঢ়িলেও আৰু বাঢ়ৈয়ে ধুনীয়াকৈ কাঠৰ সামগ্রী সাজি উলিয়ালেও ইয়াৰ সৌন্দর্য্য বর্দ্ধনৰ বাবে যিদৰে

ৰঙৰ প্ৰলেপ দিয়া হয়, ঠিক সেইদৰে ঝুমইৰ গীতৰ সৌন্দৰ্য্য বৃদ্ধিৰ সহায়ক ৰূপে যি গীত গোৱা হয় তাক ঝুমইৰ গীতৰ ৰং বুলি কোৱা হয় । বেলেগ বেলেগ ঠাট্‌ৰ ঝুমইৰ ৰঙো বেলেগ বেলেগ হয় । এই ৰংসমূহত যি তাল বজোৱা হয় সেই তাল প্ৰত্যেক ঠাট্‌ৰ ৰঙতে প্ৰয়োগ হয় ।

শঙ্খ বাজে ঘণ্টা বাজে
বাজে কৰতাল
মধুৰ মৃদংগ বাজে শুনিতে ৰসাল দাদা
অ দাদা ঘুম নাই আসিছে গ'
আৰ বাজে ধমসা বাজনা ।

এই ৰং ঝুমইৰবোৰ সাধাৰণতে চুটি চুটি । ইয়াক দীঘলীয়া কৰিবৰ বাবে এ'না-না আদিৰে বিস্তাৰ কৰা হয় । ইয়াৰ অন্য এক বিশেষত্ব হৈছে ইয়াৰ ভাষা। খেমটা সুৰীয়া ঝুমইৰবোৰ সাধাৰণতে বংগমূলীয় ভাষাত পোৱা যায় যদিও খৰঠা ভাষাৰেও খেমটা গীত গোৱা দেখা যায় ।

মূলতঃ ঝুমইৰ এই কেইটাই মূল ঠাট্‌ বা ভাগ আছে, কিন্তু ওপৰত উনুকিয়াই অহা হৈছে যে অসমৰ চাহ জনগোষ্ঠীৰ কৃষ্টিৰ উৎস ভাৰতবৰ্ষৰ বিভিন্ন প্ৰান্তৰ লোককৃষ্টিৰে সমৃদ্ধ হৈ থকাৰ বাবে কেইটামান বিশেষ সম্প্ৰদায়ৰ মাজত কালক্ৰমত প্ৰসাৰতা লভা কিছু বিশেষ আঞ্চলিক প্ৰভাৱ থকা ঝুমইৰ বিষয়েও আলোচনা কৰা হয় ।

তদুপৰি এক বিশিষ্ট মানদণ্ডৰ দৰবাৰী নৃত্য গীত আছে যাক 'বৈঠকখানা' বুলি কোৱা হয় । এই নৃত্য মূলতঃ পুৰুষ প্ৰধান । আধ্যাত্মিকতাবাদ, দেহতত্ত্ব প্ৰভৃতি জটিল বিষয়বস্তুক কেন্দ্ৰ কৰি এই গীত সমূহ ৰচিত । ভাবাৰ্থ অনুসৰি গীতৰ ব্যাখ্যা কৰি ৰইস্‌কাই নৃত্যৰে ছন্দত আংশিক ভাৱে অঙ্গ সঞ্চালন কৰে যদিও দলীয়ভাৱে এই নৃত্য কৰা নহয়।

আঞ্চলিক প্ৰভাৱ থকা ঝুমইৰ গীত যথেষ্ট থকা দেখা যায় । উদাহৰণ স্বৰূপে তামাড অঞ্চলৰ পৰা অহা লোকসকলৰ বিশেষ প্ৰভাৱ থকা ঝুমইৰ নৃত্য গীতক 'তামডিয়া ঝুমইৰ' বোলা হয় । ঠিক সেই একেদৰে মধ্য প্ৰদেশৰ যশপুৰীয়া, নাগপুৰীয়া, বিলাসপুৰীয়া, ছত্তীশগড়ীয়া আদি নানা প্ৰকাৰৰ ঝুমইৰ নৃত্য গীতৰ প্ৰচলন থকা দেখা যায় ।

তদুপৰি ৰাঁচী, হাজাৰীবাগ আদি ঠাইৰ পৰা অহা লোকসকলৰ মাজত আৰু এক প্ৰকাৰৰ ঝুমইৰ নৃত্য-গীতৰ ঠাট্‌ বৰ্ত্তি আছে; যাৰ নাম হ'ল 'সহচুৰা ঝুমইৰ' । ঝিংগাফুলীয়া আৰু সহচুৰা ঠাট্‌ৰ ঝুমইৰ প্ৰায় একেধৰণৰ বুলি ক'ব পৰা যায় ।

'ভিনসৰীয়া' - নৃত্য-গীত ভাগক ঝুমইৰৰ শেষ ঠাট্ বুলি উল্লেখ কৰা হৈছে যদিও বাতিপুৱা কৰমশালৰ পৰা কৰমাডাল উত্তোলন কৰা সময়ত উপাসনামূলক এবিধ ঝুমইৰ গীত গোৱা হয় । উদাহৰণ স্বৰূপে -

'গড়া তৰা লাগি অ'
কৰমা গসাঁই গ'
এ ৰাম ধুপে ধুনে
পূজবই চৰণ গ' ·

০ ০ ০ ০ ০ ০

এসন সুন্দৰ দূতী
তেজি গেলেন ব্রজপতি
দুৱাৰে বসিয়েে ভাবেন দূতী
ফিৰ ফিৰ হে শ্যাম
(আৰ') জড়িব পীৰিতি ।

**পৰিবেশন পদ্ধতি আৰু সাজসজ্জা :**

প্রদর্শনীমূলক তথা প্ৰতিযোগিতামূলক ঝুমইৰ নৃত্যৰ স্বৰূপ, মানদণ্ড, পৰিৱেশন পদ্ধতি আৰু অংশ গ্ৰহণকাৰী শিল্পীসকলৰ সাজপাৰ অলঙ্কাৰ আদি বিষয়বস্তুৰ ওপৰত তথা নৃত্য সম্পৰ্কীয় নিয়মাৱলী নিৰূপণৰ বিষয়ত নিম্নলিখিতভাৱে ঐক্যমত প্ৰকাশ কৰা হয় । বিশেষজ্ঞ শিল্পী-সাহিত্যিকসকলৰ মাজত আলোচনা হয় । আলোচনাৰ অন্তত গৃহীত সিদ্ধান্তসমূহ তলত দিয়া হ'ল :

১। এটা ঝুমইৰ দলত এজন বইস্‌কা,, এজন বা দুজন ঢুলীয়া, এজন মান্দাৰীয়া, এজন তালবাদক, এজন বাঁহীবাদক আৰু আঠগৰাকীৰপৰা বাৰগৰাকী পেলনী থাকিব পাৰে ।

২। বইস্‌কা, অন্যবাদ্য যন্ত্রী তথা পেলনী (নাচনী) সকলৰ বয়সৰ সীমা কোনো পক্ষেও যোল্ল বছৰৰ কম হ'ব নেলাগিব ।

৩। প্রদর্শনীমূলক নৃত্যৰ বাবে মঞ্চত নেপথ্য কণ্ঠৰ ব্যৱহাৰ কৰিব পাৰে। কিন্তু প্ৰতিযোগিতামূলক নৃত্যৰ ক্ষেত্ৰত বইস্‌কাই বাধ্যতামূলকভাৱে মঞ্চৰ ভিতৰতে গীত গাই নৃত্য কৰিব ।

৪। বইস্‌কা, ঢুলীয়া, তালবাদক আৰু বাঁহীবাদকে বগা বৰণৰ কপাহী ধুতি পিন্ধিব। গাত বগা বৰণৰ দীঘল হাতৰ কপাহী কামিজ (পাঞ্জাবী চাৰ্ট নহয়)

পিন্ধিব । বইস্‌কা আৰু বাদকসকলৰ মূৰত পিঠিৰ ফালে কঁকাললৈকে ওলমি থকা বগা ৰঙৰ কপাহী পাগুৰী থাকিব; সকলোৰে কঁকালত গামোছা থাকিব । ঢুলীয়াজনে ঢোলৰ মাৰি লোৱা হাতত ৰুমাল বান্ধিব পাৰে ।

৫। পেলনীসকলে ৰঙা পাড়ী থকা বগা ৰঙৰ কপাহী শাৰী আৰু ৰঙা ৰঙৰ ব্লাউজ পৰিধান কৰিব ।

৬। পেলনীসকলে মূৰৰ চুলিকোচা খোপা বান্ধিবই লাগিব । জুহি বা অন্য বগা ৰঙৰ ফুল বা নাৰ্জী (গেন্দা) ফুলৰ মালা গাঁথি খোপাত মেৰিযাই ল'ব । সময় সাপেক্ষে প্ৰকৃত ফুলৰ সলনি কৃত্ৰিম (কাগজ বা প্লাষ্টিক জাতীয়) ফুলৰ ব্যৱহাৰো কৰিব পাৰে; কিন্তু কৃত্ৰিমতা যাতে সহজে ধৰা নপৰে তালৈ লক্ষ্য ৰাখিব লাগিব ।

৭। পেলনীসকলে শিৰত সীতাপাটি, কাণত কানফুলি, ডিঙিত হাঁসলি, চন্দ্ৰহাৰ বা গজমতিহাৰ, টট্‌চিপা ও জালমালা পিন্ধিব । হাতত বাজু আৰু বালা বা খাড়ু জাতীয় অলঙ্কাৰ পৰিধান কৰিব । মালাৰ বাহিৰে অন্য গহণাৰ ৰং ৰূপালী হ'ব ।

৮। পেলনীসকলে ভৰিত পঁয়ৰি আৰু ভৰিৰ আঙুলিত ঝুটিয়া পিন্ধিব।

৯। সাজপাৰ আৰু অলংকাৰ ব্যৱহাৰৰ ক্ষেত্ৰত নৃত্যদলৰ শিল্পীসকলে এটা কথাত সদাই মনোযোগ দিযে যেন - এই সাজ পোছাক আৰু অলংকাৰবোৰ চাহ জনগোষ্ঠীৰ সমাজত সচৰাচৰ ব্যৱহৃত হ'ব লাগিব । কোনো ক্ষেত্ৰতে শিল্পীসকলে উগ্ৰ প্ৰসাধন কৰিব নোৱাৰিব । প্ৰতি ক্ষেত্ৰতে স্বাভাৱিকতা বজাই ৰাখিবলৈ যথাসম্ভৱ চেষ্টা কৰিব লাগিব ।

**নৃত্য পৰিৱেশন পদ্ধতি ঃ**

১। নৃত্যৰ ছন্দত ঢুলীয়াৰ প্ৰৱেশ । ঢোলত চাপৰ মাৰিব । লগে লগে তালবাদক আৰু বাঁহীবাদকে সঙ্গত কৰি ঝুমইৰ নৃত্যৰ পৰিবেশ সৃষ্টি কৰিব ।

২। ঝুমইৰ বন্দনা গাই বইস্‌কাৰ প্ৰৱেশ । গীতৰ প্ৰথম কলিৰ লগত তাল ৰাখি ঢুলীয়াই প্ৰথম ঘাত বজাব ।

**আৰম্ভণীৰ বোল ঃ**

ধিড়ু ধাধিন ধিড় ধাধিন
ধেইখতাক ইতাক নেতাক ধাধিন গিড় ধিন ।
তেইখ তাক তেই নেতাক নাধিন গিড় ধিন ।

৩। বইস্‌কাই পুনৰ গীত গাব । (ঢুলীয়াই তাল ৰাখে)

৪। গীতৰ প্ৰথম কলিটো গাই গাই ডাঁড় (হাত) ধৰা ধৰিকৈ

পেলনীসকলৰ প্ৰৱেশ হ'ব ।

৫। পেলনীসকলে গীতৰ প্ৰথম কলিটো দুবাৰ গাব । প্ৰথম বাৰ গাওঁতে ঢোল নেবাজে, দ্বিতীয়বাৰত ঢোলৰ চাপৰ আৰম্ভ হ'ব এটা ঘাতেৰে ।

৬। ৰইস্‌কাই পুনৰ গীত আৰম্ভ কৰে ঢোলৰ চাপৰৰ লগে লগে । সাধাৰণতে ৰইস্‌কাইও গীতৰ কলিটো দুবাৰ গোৱাৰ পিছতহে পেলনীসকলে গীত গাব লাগিব ।

৭। পেলনী (নাচনী) সংযুক্তভাৱে (ডাঁইড) ধৰি নাচিব । সোঁহাতৰফালে প্ৰথম গৰাকী নাচনীয়ে (আগলিডাড়) সোঁ হাতত ৰঙা ৰুমাল ল'ব । শেষৰ নাচনী গৰাকীয়ে বাওঁ হাতৰ কনিষ্ঠ আঙুলিত ৰুমাল বান্ধি ল'ব পাৰে ।

৮। পেলনীসকলে দুভাগত বা ততোধিক ভাগত বিভক্ত হৈ নাচিব পাৰিব; কিন্তু, তাল, নৃত্যৰ ভঙ্গী একেই বা এটা আনটোৰ লগত সঙ্গতিপূৰ্ণ হ'ব লাগিব ।

৯। ঝুমইৰ নৃত্য কেইবাটাও ঠাট্‌ত বিভক্ত হোৱাৰ হেতুকে তথা প্ৰদৰ্শনীমূলক আৰু প্ৰতিযোগিতামূলক ঝুমইৰ নৃত্যত আহ্বায়ক সমিতিৰদ্বাৰা সময়ৰ নিৰিখ বান্ধি দিয়াৰ বাবে আটাইকেইটা ঠাট্‌ৰ প্ৰদৰ্শন সম্ভৱ নহয় । তথাপিও নিৰ্দ্ধাৰিত সময় সীমাৰ ভিতৰত প্ৰদৰ্শন কৰিব পৰা বিশেষ ঠাট্‌কেইটা প্ৰদৰ্শন বা প্ৰতিযোগিতাৰ আয়োজক সমিতিয়ে নিৰ্দ্ধাৰণ কৰিব । এইক্ষেত্ৰত শিল্পীসকলে সমিতিৰদ্বাৰা নিৰ্দ্ধাৰিত ঝুমইৰ ঠাট্‌ৰ যথাৰ্থ তথা পৰম্পৰাগত পদ্ধতিৰ প্ৰদৰ্শন কৰিব লাগিব ।

১০। নৃত্য প্ৰদৰ্শনৰ ক্ষেত্ৰত ৰইস্‌কা, বাদ্যযন্ত্ৰী তথা পেলনীসকলে আৰম্ভণীৰ পৰা শেষলৈকে স্বাভাৱিকতা বজাই ৰাখিব লাগিব । শিল্পীসকলৰ নৃত্যভংগীমা, মুদ্ৰা আদিৰ ক্ষেত্ৰত গাম্ভীৰ্য্য বজাই ৰাখিব লাগিব ।

১১। অঙ্গসজ্জা আৰু প্ৰসাধনৰ ক্ষেত্ৰত বিশেষভাৱে পেলনীসকলে স্বাভাৱিকতা ৰক্ষা কৰিব লাগিব ।

১২। ঝুমইৰ নৃত্যৰ পাছত ৰং গাওঁতে আৰু ক্ষেমতা তালত নৃত্য কৰোঁতে পৰম্পৰাগত নৃত্য শৈলীৰ যথাৰ্থতা বজাই ৰাখিব লাগিব । প্ৰয়োজন সাপেক্ষে নাচনীসকলে দুই-তিনিভাগত ভাগ হৈও নৃত্যৰ সাদৃশ্য ৰক্ষা কৰিব লাগিব ।

১৩। শেষ প্ৰহৰৰ নৃত্য ভিনসাৰিয়াৰ সময়ত পেলনীসকলে সোঁফালে নাচি নাচি গৈ থাকি পিঠিৰ ফালৰ অংগ ভংগীমাৰ প্ৰদৰ্শনৰ বাবে বাওঁফালে ওলোটাকৈ নাচিব পাৰে । ভিনসাৰিয়া নৃত্য আৰম্ভণীতে ধীমা লয়ৰ হ'ব তথা শেষৰ ফালে দ্ৰুততৰ কৰিব ।

১৪। মঞ্চৰ প্ৰকাৰ অনুযায়ী অৰ্থাৎ আঁৰ কাপোৰ থকা আৰু আঁৰ কাপোৰ নথকা মঞ্চত নৃত্যৰ সামৰণি ভাগ বেলেগ বেলেগ ধৰণে কৰিব পাৰিব । আঁৰ কাপোৰ থকা মঞ্চত নৃত্য শেষ হোৱাৰ আগমুহূৰ্তত জাননী দি আঁৰ কাপোৰ পেলোৱাৰ ব্যৱস্থা কৰিব পাৰিব । আঁৰ কাপোৰ নথকা খোলা মঞ্চত পেলনীসকলে নৃত্যৰ আৱৰ্ত্তণীতে ছন্দত এগৰাকীৰ পাছত আন গৰাকী ওলাই অহাৰ দৰে সামৰণিৰ সময়তো ক্ৰমান্বয়ে এগৰাকীকৈ পেলনী মঞ্চৰপৰা প্ৰস্থান কৰিব ।

১৫। নৃত্যৰ সামৰণি বইস্‌কাৰ গীতেৰে হ'লেও বা বাঁহীৰ সুৰেৰে হ'লেও আটাইতকৈ শেষৰ ঢুলীয়াজনে নৃত্যৰ শেষৰ জাননী দিবলৈ ঢোলৰ তাল ভাঙি কাষৰ আঁৰকাপোৰৰ দাঁতিয়েদি মঞ্চ পৰিত্যাগ কৰিব ।

# চাহ মজদুৰ লোক-সংস্কৃতিৰ বাদ্য-যন্ত্ৰ

❑ ৰেখা তান্তি

মানৱ আত্মাত আত্মানন্দৰ আটাইতকৈ গুৰুত্বপূৰ্ণ দিশটোৱেই হৈছে সংগীত চৰ্চা। সেয়ে সংগীতৰ লগত সংগত কৰা বাদ্য-যন্ত্ৰৰ বিষয়েও নাজানিলে সংগীত চৰ্চাই পূৰ্ণৰূপ নোপোৱাৰ পৰিপ্ৰেক্ষিততেই যিকোনো লোক-সংস্কৃতিৰ বাদ্য-যন্ত্ৰৰ ভূমিকাৰ বিষয়ে লিখিবলৈ বা জানিবলৈ হ'লে সেই লোক সংস্কৃতিৰ বিষয়ে সাধাৰণতম জ্ঞানপুষ্টতাৰে তাৰ পৰিপুৰিকা স্বচক্ষে নেদেখিলে বা জনাৰ আগ্ৰহকণ নাথাকিলে বিষয়টোৰ প্ৰতিয়েই অন্যায় আৰু অজ্ঞতাৰ ভুল পৰিচয় হোৱাৰ সম্ভাৱনা অৰ্থেক; কাজেই সীমাবদ্ধ ৰূপত চাহ লোক সংস্কৃতিত বাদ্য-যন্ত্ৰৰ সাধাৰণ ভূমিকাৰ বিষয়ে দেশৰ গণ্য-মান্য জনগণক অৱগত কৰাৰ কামনাৰেই প্ৰবন্ধটিৰ উপস্থাপন।

আত্মাত আত্মানন্দ নাথাকিলে সাধাৰণ জীৱন-যাপনো বিষময়তাত ডুব যায়। চৌদিশ বিষাক্ত যেন লাগে ; ৰুদ্ধ হয় মানৱ জীৱন। আনহাতে সংগীত চৰ্চাৰ মূৰ্চনাই দাপ্তি ধৰে অপৰিমেয় জীৱনৰ অমেয় অমৃত সুধা; এনেকি সংগীতৰ মোহাচ্ছন্নতাই স্বৰ্গৰ দেৱতাকো লালিত্যৰে ভৰাই তোলা কথা মানৱ মাত্ৰৰেই অবিদিত নহয়। দেৱতা, দানৱ, গন্ধৰ্ব-কিন্নৰ, যক্ষ-ৰক্ষ, সৰ্প-বিক্ষ সকলোৰেই এনে সঙ্গীতৰ মায়াজালত মোহাম্বিত হোৱাৰ কথাও অবিদিত নহয়। কেৱল ভাৰতীয় সংস্কৃতিতে নহয় পশ্চিমীয়া দেশবোৰতো এই সংগীত চৰ্চাৰ বাহুল্যতা থকা দেখা যায়। এনে বাহুল্যতাত সংগীতৰ তালে তালে বাদ্য-যন্ত্ৰৰ সংগীতেও সংগীত চৰ্চাৰ যে অধিক গুৰুত্ব দান কৰে সি নিশ্চিত। কেৱল সংগীতে অকলশৰীয়াকৈ পূৰণ কৰিব নোৱৰা অপূৰণীয় মাদকতাক বাদ্য-যন্ত্ৰৰ সুৰৰ তাঁৰডালে সুললিত ঝংকাৰত ঝংকাৰিত কৰি মূৰ্চ্ছনাৰ আলোড়নবো সৃষ্টি কৰে অপৰিমিত ৰূপে।

সেয়ে ক'বলৈ গ'লে আন বিদেশী ভাষাৰ দৰে ভাৰত আৰু ভাৰতৰ আন ঠাইৰ লগতে অসমতো সংগীত চৰ্চাৰ বিদ্যা আছিল বহুল প্ৰচাৰিত ৰূপত। শাস্ত্ৰীয় আৰু লোক-সংগীতৰ বাদ্যযন্ত্ৰৰ সংখ্যাও সেয়ে অসমৰ ক্ষেত্ৰত কম নহয়। বৰঞ্চ এনে বাদ্য-যন্ত্ৰৰ তালিকা তাহানি পুথি-পাঁজিত থকা বাদ্য-যন্ত্ৰ তথা মঠ-মন্দিৰ, চিত্ৰ-ভাস্কৰ্য্যত অনুসন্ধিৎসু ৰূপত বিদ্যমান আছিল। হ'লেও বৰ্তমানৰ সংৰক্ষিত আৰু প্ৰচলিত বাদ্য-যন্ত্ৰবিলাকো লেখত ল'বলগীয়া বিধৰে মাথো সহজতম।

এইদৰে শ বছৰৰ আগতে অসমলৈ ভাৰতৰ বিভিন্ন প্ৰান্তৰ পৰা অহা অসমীয়া চাহ মজদুৰ সকলৰো গোষ্ঠীগত জীৱনত ৰেখাপাত কৰা কিছু লোক-

সংস্কৃতিযুক্ত বাদ্য যন্ত্রক সিবিলাকে অসমলৈ খাটি খোৱা হিচাপে আহোতে তাহানিতে বিয়ে য'তে পাৰিলে লগত লৈ আহিছিল আৰু তেতিয়াই সিবিলাকৰ মনত দুখৰ নিনাদৰ মাত্ৰা অথবা সুখৰ আত্মানন্দৰ অৱকাশ মেলিছিল অসমৰ মাটিৰ পৰশনত তেতিয়াই লালায়িত ৰূপত ব্যস্ত হৈ পৰিছিল অহৰ্নিশে সেই বাদ্য-যন্ত্ৰৰ সৎ ব্যৱহাৰত ।

অসমৰ থলুৱা বাসিন্দাই দুখ-শোকৰ নিনাদ ফুটাই তুলিবলৈ আঙুলি বুলাইছিল বীণাৰ তাঁৰত, কিন্তু চাহ গোষ্ঠীৰ দুখৰ নিনাদ ফুটি উঠিছিল সিবিলাকৰ ঢোল-মাদলৰ মাৰিৰ আঘাতত ! সেয়ে এই গোষ্ঠী ! যিকোনো বাদ্যৰ দগ্ধ হৃদয়ৰ প্ৰথম গীতটি ফুটি উঠিছিল এইদৰে -

"চৰ্দাৰ বলে কাম কাম
বাবু বলে ধৰে আন;
চায়ব বলে লিব পিঠেৰ চাম
হে বিদেশী চাম
ফাঁকি দিয়ে কেনে
আনলি আচাম ।" আনপ্ৰকাৰে -
চাল ভুজা চা' পানী
ৰাখিল পৰাণ
হায়ৰে বিদেশী চাম
ফাঁকি দিয়ে আনলি আচাম"। অথবা,
আচাম দেশৰে মিনি চলাকেৰি ধাম ।
হে বিদেশী চাম ফাঁকি দিয়ে আনলি আচাম ।

উপায়বিহীন চাহগোষ্ঠীয়ে দালালৰ প্ৰৰোচনাত পৰি অসমলৈ আহিলেই যেতিয়া দেশলৈ ঘূৰি যোৱাৰটো আৰু উপায় নাই । গতিকেই অসমৰ হাবা পানী, অসমৰ মাটিকেই এই গোষ্ঠীয়ে নিজৰ জন্মভূমি-মাতৃভূমি ৰূপে সাৱটি ও 'ধ'লে 'জননী জন্মভূমিশ্চ স্বৰ্গাদপি গৰিয়সী' বুলি । কাজেই এনে দয়ালু মাতৃৰ বোকোচাত খিতাপি লোৱা অসমৰ লাখ লাখ চাহ জনগোষ্ঠীয় লোকসকলৰ আন আন কলা-সংস্কৃতিৰ লগতে যে আৰু এটি কলা বাদ্যযন্ত্ৰই লুপ্তপ্ৰায় অৱস্থাটো চাহ জনজীৱনৰ এটি কোণত বিদিত হৈ আছে নানান চেপাৰ মাজতো তাক হয়তো বহুতেই অনুভৱৰ মাজতো ত্যাগ দিয়াৰ দৰেই । সেয়ে চাহ জনগোষ্ঠীৰ পৰম্পৰা মুষ্টিত অথচ অৱলুপ্তিত বাদ্যযন্ত্ৰৰ সাধাৰণ ভূমিকাৰ পৰিপুষ্টি সাধনৰ যৎকিঞ্চিত অৱলোকনেৰে সমগ্ৰ অসমবাসীৰ জনগণৰ মাজত সাংস্কৃতিক পৰম্পৰাত জনগোষ্ঠীয় ভূমিকাৰ অৱদানৰ ভূমিকাৰূপে চাহ বাদ্য-যন্ত্ৰক উপঢৌকন হিচাপে

বৰ্দ্ধিত কৰাটোৱে হ'ল লক্ষ্য ।

চাহ মজদুৰ জনজীৱনত অপৰিৱৰ্তিত কলাৰূপে অহা বাদ্য-যন্ত্ৰসমূহৰ ভিতৰত বিশেষ লেখত ল'বলগীয়া বাদ্যযন্ত্ৰসমূহ হ'ল ক্ৰমান্বয়ে এনেধৰণৰ - (১) টাক (২) ঢল (৩) মাদল (৪) নাগৰা (৫) চাঙ্গো (৬) চাহ্নাই (৭) মদন ভেঁৰী বা মাদন ভেঁৰ (৮) ঢুল্‌কী (৯) ধুমচা বা ঢম্‌চা (১০) চুঁৰৰ (১১) বাঁশী বা বাঁচৰী (১২) চিঙ্গা (১৩) তুমডী (১৪) শংক, চ'শ বা শঙ্খ (১৫) ঝাঁঝ (১৬) চচমচ্চমী (১৭) কৰতাল (১৮) পেঁপা (১৯) পেঁপ্‌টি (২০) ঘুংগুৰ, ঝুমকা বা নূপুৰ (২১) কেৰিং (২২) তুদুম (নাগৰা) (২৩) তিৰিউপে (বাঁহী) (২৪) ৰথইদাং (২৫) তানাৰজাৱ (চমচমী বা খুটিতাল) (২৬) দুদুম্‌চীৰাই (বীণ), (২৭) দুগ্‌ৰু (সৰু নাগ্‌ৰা), (২৮) তেঁৰেতেপে (পেপ্‌টি বা পেঁপা) আদিয়েই উল্লেখযোগ্য । এইবিলাকৰ চমু বিশ্লেষণ তলত উল্লেখ কৰা হ'ল যথাসম্ভৱ ভাৱে -

(অৱশ্যে ইয়াত এটা কথা উনুকিয়াইথোৱা ভাল হ'ব যে অসমৰ চাহ জনগোষ্ঠী সমাজত বিভিন্ন জনগোষ্ঠীয় সমাজ ব্যৱস্থাৰ সামাজিক ৰীতি-নীতিৰ লগতে বিভিন্নতৰ জাতি গোষ্ঠী সম্প্ৰদায়ৰ সাংস্কৃতিক ভেটি ঐক্যৰ উপস্থাপনতেই বৃহৎ চাহ জনগোষ্ঠীটো একত্ৰিত আৰু সম্বন্ধিত । সেয়ে বাদ্য যন্ত্ৰৰ এনে ভূমিকাত অসমৰ প্ৰতি গোষ্ঠীৰে বাদ্য-যন্ত্ৰৰ সৰ্বমিলিত সাৰ্বজনীন বাদ্যৰ লগতে চাওঁৰা সম্প্ৰদায়ৰ লগত মিলিত বাদ্য যন্ত্ৰকো যৎকিঞ্চিত ৰূপত সামৰি লোৱা হৈছে । তৎব্যৱস্থাৰ্থে যদি কোনোবা সম্প্ৰদায়ৰ খাপ নোখোৱা বাদ্যৰ সাধাৰণ তালিকাত থাকি গৈছে তেন্তে প্ৰবন্ধৰ বহুলতা ৰক্ষাৰ হেতু সীমিত ৰূপতে ভূমিকাৰ ভাগ আগবঢ়োৱাত হয়তো ক্ৰুটী নাথাকিব) গতিকে চাহ জনগোষ্ঠীৰ বাদ্য যন্ত্ৰসমূহৰ ব্যৱহাৰৰ চমু বিশ্লেষণ তলত সাধাৰণভাৱে বৰ্ণনা কৰা হ'ল ।

১) **টাক ঃ** চাহ জনগোষ্ঠীৰ এই বাদ্য যন্ত্ৰটিৰ মূল্যায়ন অতি বেছি । এই কাৰণেই বেছি যে এই টাক বাদ্যটি নহ'লে এই গোষ্ঠীয় লোকৰ পূজা-পাৰ্ব্বণ, ছাদী বা বিবাহ কাৰ্য্যাদি শুভানুষ্ঠানৰ কোনো পধ্যেই সমাধা কৰিব নোৱাৰি । টাক-ঢলৰ মাতে দেৱী-দুৰ্গাৰ আৰাধনাতো অৰিহণা যোগায় । আনহাতে এই টাকৰ চেওঁত ছাদীৰ প্ৰতিটো মাঙ্গলিক কাৰ্য্যতে সুৰৰ পয়োভৰ জাগে । সেয়ে টাকৰ শব্দ শুনিলেই এনে অনুষ্ঠানত ব্যস্ত কৰ্মীৰ সময়ৰ সূচনাৰ সূত্ৰপাত হয় আৰু জাগৰিত ৰূপত ব্যস্ততা ভাঙে । কাৰণ হিচাপে পানীতোলা, দেৱতাৰ থানৰ পৰা

মাটি অনা, প্ৰকৃতিৰ মুকলি আকাশৰ তলৰ পৰা হাবা অনা, দৰা বা কন্যাক আমগছৰ তললৈ নি বা ঘৰতে আমৰ থালি আনি 'আম মকুল' খুওৱা আদি বিভিন্ন শুভ কাৰ্য্যত এই ঢাঁকৰ প্ৰয়োজন হয় অতি বেছি। সেইদৰে দুৰ্গা পূজাৰ বলিৰ সময়ত উৰুলিৰ তালে তালে ঢাঁকৰ চেওবো প্ৰয়োজন হয় অতি বেছি। দেৱীগৃহলৈ অতিথিক স্বাগত জনাবলৈ মণ্ডপৰ দুৱাৰ দলিত ঢাকুৱাই ঢাঁক বজাই বজাই মূল্য লোবাবে পৰম্পৰা নিবদ্ধিত। সেইদৰে বিবাহ কাৰ্যতো নিমন্ত্ৰিত সকল পাচী টুকুৰীত নিমন্ত্ৰণৰ দ্ৰব্যৰ ৰূপত চাউল-ডাইল, নতুন বস্ত্ৰসহ লাওপানীৰ মটুকী লৈ বিবাহ গৃহলৈ অহা নাৰী-পুৰুষৰ আগলৈ আহি ঢাঁকুৱাই ঢাঁক বজাই বজাই ঢাঁকৰ সুৰেৰে মূল্য লোবাবো নিয়ম নিবন্ধিত সমাজ ব্যৱস্থাত এইদৰেই বহু শুভকাৰ্য্যত ঢাঁকৰ প্ৰযোজন হয়।

ইয়াৰ আকাৰ তলত দেখুওৱা চিত্ৰৰ দৰে আৰু লগতে দুডাল মাৰিও থাকে বজাবৰ বাবে, তাৰে এডালৰ আকাৰ অলপ শকত আৰু আনডাল ক্ষীণতৰ। ঢাঁকত ৰচীও লগোৱা থাকে, কান্ধত ওলোমাই লৈ সুচলে বজোৱাৰ অৰ্থে।

এই ঢাঁক বজোৱাৰ ব্যৱহাৰৰ এটি সাধাৰণ উদাহৰণ ছাদী গীতত নিবদ্ধিত এইদৰে ঃ

"ঢাঁক বাজে ঢল বাজে
আৰ বাজে চিঙ্গাগ"
ৰামচন্দ্ৰ চলিল বিহায়।।" অৰ্থাৎ ঢাঁক, ঢল আৰু চিঙ্গাবাজি উঠিলেই যেতিয়া ৰামচন্দ্ৰও সীতা বিবাহাৰ্থে সাজু হৈ ওলাল সম্ভৱ।

সেইদৰে আন এটি যোৱা নামাৰ সদৃশ গীতত ঢাঁকাক কেন্দ্ৰ কৰি ঢাঁকুৱাৰ বাজনৰ প্ৰতি লক্ষ্য কৰি দৰাৰ ভনীয়েকৰ প্ৰতি জোৱা দি কটাক্ষৰে।

ভাল কৰে ৰে' ঢাঁকুৱা ঢাঁক বাজাবি
ঢাঁকুৱা ঢাঁক বাজাবি।
লিলৈ লিবিৰে' ঢাঁকুৱা
বৰেৰ (দৰাৰ) বহিনকে লিবি
ঢাঁকুৱা ঢাঁক বাজাবি। আদি

২) ঢল ঃ এই 'ঢল' অৰ্থাৎ ঢোলৰ সৃষ্টি হোৱাৰ পূৰ্বে মানুহে কোনো টান বস্তু শিল, শুকান মাটি অথবা উদং কলহত হাতৰ চাপৰ মাৰি শুবদি শব্দৰ সৃষ্টি কৰিছিল গানৰ তাল ৰক্ষা কৰিবৰ বাবে। ভাৰতৰ কিছু ঠাইত এতিয়াও ইয়াৰ কম-বেছি পৰিমাণে প্ৰচলন আছে। গতিকে ভাৰতৰ বিভিন্ন কোণৰপৰা অহা চাহ

জনগোষ্ঠীয় লোকৰ মাজতো এই বাদ্য-যন্ত্ৰটিৰ যে প্ৰচলন আছিল আৰু বৰ্তমানেও আছেই নিশ্চিত । ইয়াৰ আকাৰ তলত দিয়া চিত্ৰটিৰ দৰে । ইয়াতো দুডাল মাৰি থাকে , এডাল শকত আনডাল ক্ষীণ । এই ঢলৰ ব্যৱহাৰ এই গোষ্ঠীয় লোকৰ ছাদী আৰু পূজা (টুচু পৰবতো) পাৰ্ব্বণতো ব্যৱহাৰ হয় । কৰম বা ঝুমুৰ নাচতো ইয়াৰ ব্যৱহাৰ পূৰাদমে চলে । ঢল'ৰ চেওত নাচনীৰ গা ৰাইজাই কৰি ভৰি আপোনা-আপুনি পিছলিব ধৰে । এই বাদ্যযন্ত্ৰটি চাহ-জনগোষ্ঠীয় প্ৰায়বিলাক জাতি-গোষ্ঠীৰে ব্যৱহৃত আৰু প্ৰচলিত বাদ্য । ইয়াক কিছুৱে বাঙ্গালি ঢল বুলিও অভিহিত কৰিব খোজে । তলৰ গীতত 'ঢল' ব্যৱহাৰৰ ইঙ্গিত এটা পোৱা যায় এনেদৰে -

"ঢল বাজে ঢাক বাজে
আৰ বাজে চিঙ্গা
সীতাৰ দোহাঁয়ে ৰাম
চলিলেন বিহায় ।" দেখা যায় গতিটিয়ে 'ঢাক'ৰ প্ৰতিলিপিকে প্ৰতিনিধিত্ব কৰিছে । সেয়ে ঢাক-ঢলৰ সম্বন্ধও হয়তো অবিচ্ছিন্ন ।

'মনচা' গীততো ইয়াৰ পয়োভৰৰ সুস্পষ্ট ৰেঙণি এটি পোৱা যায় এইদৰে ঃ

"তৰা কে কে যাবিগ'
মনচা দেখিতে
মনচা পূজা বাড়া মজা
ঢলকি বাজাতে ।।'

এনেকি টুচু গীতৰ 'ৰং' আদিতো ইয়াৰ ইঙ্গিত পোৱা যায় এনেদৰে ঃ

মামা ঘৰে ভাগিন আইল
মামা বলে কি দিব
কইল কাতাৰ টাকাই ছাড়ী
আঁচলে ঘুংগুৰ দিব ।।
আমাৰ টুচু দুহাঁতে বাজাই
'ঢল' একবাৰ হৰি বল ।।

**৩) চাঙ্গো ঃ** এই চাঙ্গোৰ আকাৰ তলত অঙ্কিত চিত্ৰটিৰ দৰেই । ই সাধাৰণভাৱে একফলীয়া ধৰণৰ বাদ্য । ইয়াতো দুডাল মাৰিয়েই ব্যৱহাৰ কৰা হয়। এই বাদ্যটিক ডিঙিত ওলোমাই বজোৱা হয় । ইয়াতো ৰচী লগোৱা থাকে কাষৰ চিত্ৰত দেখুৱাৰ দৰে । এই বাদ্যটি বিশেষকৈ ছঠী (অৰ্থাৎ কেঁচুৱাৰ জন্মৰ একৈশ বা ন দিনৰ দিনা) তুলনীত, আৰু ছাদীত বজোৱা

হয়। এই একফলীয়া চাঙ্গোৰ/শব্দই এক অলৌকিক উৎসৱমুখৰ পৰিৱেশ সৃষ্টি গঢ়ি তোলে এই গোষ্ঠীয় সমাজত । ই বিশেষ ৰূপত মুণ্ডা সম্প্ৰদায়ৰহে ব্যৱহৃত বাদ্য যদিও আন বহু সম্প্ৰদায়েই বৰ্তমানেও ইয়াক ব্যৱহৃত ৰূপে গ্ৰহণ কৰে । এই চাঙ্গোৰে আকৌ আন এটি নাম 'ঢাপলি' । অৱশ্যে ইয়াৰ তৈয়াৰীৰ নিনাদো বেলেগ অৰ্থাৎ বাদ্যটিত হাতৰ চাপৰ পৰা অংশটি হেনো তেঁতেলি গুটিৰ বাকলিৰে তৈয়াৰী আৰু তেঁতেলি গুটিৰ আধাৰ দ্বাৰাই বিশেষভাৱে নিৰ্মিত ।

চাঙ্গোৰ অমোঘ সুৰৰ শব্দই সাধাৰণতেই চাহ গোষ্ঠীয জন জীৱনত আবেগৰ আহ্লাদ সহজভাৱেই তুলি ধৰি বিহ্বল ৰূপত প্ৰত্যক্ষ কৰে ।

(৪+৫) মাদল + নাগৰা ঃ এই মাদল আৰু নাগ্‌ৰা নামৰ বাদ্য-যন্ত্ৰটিও চাহ সম্প্ৰদায়ৰ এক উল্লেখযোগ্য বাদ্য-যন্ত্ৰ । এই বাদ্য-যন্ত্ৰ দুটিৰ আকাৰ হেনো একেটাই সেয়ে চাহ সম্প্ৰদায়ৰ অভিজ্ঞ কিছুলোকে নাগ্‌ৰাকেই মাদল আৰু মাদলকেই নাগ্‌ৰা বুলিও ক'ব খোজে । সেয়া অভিজ্ঞজনৰ ওপৰতহে নিৰ্ভৰ কৰিব। ওপৰৰ ছবিত মাদল বা নাগৰাৰ অবিকল ৰূপ এটি চিত্ৰিত কৰা হ'ল । বিশেষকৈ মুণ্ডা সম্প্ৰদায়ৰ লোকৰহে এই বাদ্য যন্ত্ৰৰ ব্যৱহাৰ হেনো বেছি । এই সম্প্ৰদায়ৰ লোকে ইয়াক ঝুমুৰ নাচত বিশেষ ৰূপে ব্যৱহাৰ কৰে । যদিও চাহ গোষ্ঠীয আন সম্প্ৰদায়ৰ মাজতো ইয়াৰ সু-ব্যৱহাৰৰ অৰিহণাও কম নহয় । ঝুমুৰাত যিহেতু ঢল, মাদল + নাগৰা সুমধুৰ চেওৰ ধ্বনিত নাচনীৰ গা সাধাৰণতেই সাতখন-আঠখন কৰেই ; আনকি পুৰুষ নাচনীয়াৰবো ভৰি অজানিতেই পিচলিব ধৰে সয়লাস ভংগীৰে - ইমানেই যাদু মাদলৰ সুমধুৰ তালত । চাবলৈ গৈ বা বুজি নোপোৱাকৈয়ে যে সুৰৰ শব্দত কাৰোবেই ভৰি নিপিচলাকৈ থাকিব নোৱাৰে ই ধুৰূপ । তলৰ গীতটিত তাৰেই ইঙ্গিত পোৱা যায় ঃ

"বাজছো' ঢল, মাদল বলি যে নাগৰা
আগা-পিছা কৰছে ভড়িব ঘুংগুৰা ।
অ' তৰা ভাল কৰে বাজাবি নাগাৰা
হাম্‌ৰা চিহ্লাতে যাব
জল্‌দি গ'
চলাকেৰী ঘাগৰা ।। বাজছে নাগ্‌ৰা"

আনভাৱে ঃ

"ঢল বাজে মাদল বাজে
আৰ বাজে চিন্না গ'

পুৰুষ দিগে যায়ে দেখ
ছঁড়ীৰ হাতে চাঁখা গ' ।।

চাহ গোষ্ঠীয় বাউৰী সম্প্ৰদায়ৰ ছাদী গীততো এই মাদলৰ যে ব্যৱহাৰ আছে তাৰ ৰেঙণি পোৱা যায় এই গীতটিত ঃ

এলাচী কি ভান বেহেৰা
অ গ' তৰা দেখে যাগ'
নতুন বৌৱেৰ চেহেৰা ।।
তিংদাং তি দাত বাজছে মাদলি ।
বৌ আনতে যাব যে কেন্দলি ।।

আন এটি গীত -

আজ গ' কৰমাকেৰ ৰাতি ।
বাজছে মাদল দিবা-নিশি
চঙ্গে খেলব বলি আইগ' মাচী-পিচি
.. ............

এইদৰেই দেখা যায় মুণ্ডা সম্প্ৰদায়ৰ লোকে হেনো এই বাদ্য-যন্ত্ৰৰ ব্যৱহাৰ মাঘ-মাহৰ পুৱাতে "মাঘ পূজা" নামৰ এক পূজা আযোজনৰ দিহা কৰে আৰু তাত কল-বুট-মগু মাহ ভগবানৰ উদ্দেশ্যে আগ কৰি পূজাৰ অন্তত মুকলি পথাৰত পুৰুষ-স্ত্ৰী উভয়ে মিলি মাছ-মঙহেৰে ভোজ-ভাত খাই মাদল+নাগৰাৰ বাজনাত মতলীয়া হৈ মুকলি মনেৰে মুকলি আকাশৰ তলত নৃত্য-গীতেৰে নিজক বিলাই দি দ্বন্দ্ব হাঁই নকৰি পৰস্পৰে পৰস্পৰৰ প্ৰতি মাঘী সম্ভাষণ জনাই বছৰটোৰ প্ৰতি সদ্‌ভাৱনাৰ ভাব বিনিময় কৰি সন্ধ্যাবেলা ঘৰলৈ ওভতে হাঁহি খিকিন্দালিৰে সাধাৰণ ভাৱে ই থলুৱা ভোগালীৰে এক অপ্ৰিয় অথচ অনবদ্য অজানিত ৰহস্যৰে উদঘাটিত ৰূপ ।

৬। **চাহ্নাই ঃ** চাহ মজদুৰ সমাজত ব্যৱহৃত আন এটি উল্লেখযোগ্য অথচ লুপ্তপ্ৰায় বাদ্য-যন্ত্ৰ হ'ল চাহ্নাই । ইয়াৰ সুৰ হেনো বৰ মিঠা, মৰ্মন্তুদ হৃদয়বিদাৰক। এই চাহ্নাইৰ আকাৰ সাধাৰণতে ওপৰত চিত্ৰিত চিত্ৰটিৰ দৰে। চাহ জনগোষ্ঠী সম্প্ৰদায়ৰ প্ৰাচীনতম বাদ্য-যন্ত্ৰৰ ভিতৰত উক্ত বাদ্য-যন্ত্ৰটি অন্যতম। ইয়াক বিশেষৰূপে ছাদীত ব্যৱহাৰ কৰা হয় বাদনৰূপেৰে । ভূমিজ আদি সম্প্ৰদায়ৰ লোকে চাহ্নাইক ছাদীত বিশেষ ৰূপে ব্যৱহাৰ কৰাৰ প্ৰত্যক্ষতা প্ৰতীয়মান হয়। এটি ছাদী গীতত উক্ত বাদ্যৰ ৰেঙণি প্ৰতিভাত হৈ উঠা দেখা যায় ।

"বাবাকেৰি আজ্ঞ নামে কিছেৰ বাজন বাজে

এমন তেমন্ বুক্ পাটে গ' ধনী
চাহ্নাইৰ আৱাজে ধনী
চাহ্নাইৰ বাদনে ।।"

এই বাদ্যযন্ত্রটিক মুখেৰে ফুঁ মাৰি বজোৱা হয় । ইয়াৰ ফুঁ মাৰি ডাল হেনো তাল বা নাহৰ পাতেৰে তৈয়াৰী বুলি চাহ সম্প্রদায়ৰ কিছু লোকে ক'ব খোজে- তাল বা নাহৰ পাতৰ ফুঁ মাৰিৰ ফুঁৱাৰ শব্দই সেয়ে বিয়াৰ উদুলি-মুদুলিৰ মাজত সুমধুৰ সুৰ তুলি সম্বন্ধৰ এনাজৰীডালৰ দীঘলীয়া বিৰহৰ ভাগ্যৰ বুৰবুৰণি তুলি মন প্রাণৰ গভীৰ ভাৱৰ উদ্বেগ জাগৃত কৰে ।

৭। **মদন ভেৰ্ড়ী বা মদন ভেঁড় ঃ** এই মদন ভেঁড়ী বা মদন ভেঁড় চাহ জনগোষ্ঠীৰ অতি পুৰণিকলীয়া বাদ্যযন্ত্র । আন বাদ্যযন্ত্রতকৈ ইয়াৰ গভীৰতাও অন্যতম। শুনামতে আৰু বহু চৰ্চিত মতে এই বাদ্যৰ জৰিয়তে স্বৰ্গৰ দেৱতায়ো মৰ্ত্তৰ ছাদীৰ মাঙ্গলিক কাৰ্যানুষ্ঠানৰ সঙ্কেত পায় । ইয়াক বিশেষ ৰূপে ভূমিজ সম্প্রদায়ৰ লোকে গভীৰভাৱে ব্যৱহাৰ কৰিছিল প্ৰাচীনকালত । হ'লেও পুৰণি দিনত আন চাহ গোষ্ঠীয় সমাজতো এই মদন ভেঁড়ীৰ যে সুব্যৱহাৰ নাছিল তেনে নহয় । প্ৰায়বিলাক গোষ্ঠীয়েই ইয়াৰ সৎ ব্যৱহাৰ যে কৰিছিল সুস্পষ্ট জনা যায়। কিন্তু, বৰ্তমানে উক্ত বাদ্যটিৰ ব্যৱহাৰ চাহ সমাজৰ পৰা সম্পূৰ্ণৰূপে লুপ্ত হৈ গ'ল যেন ধাৰণা কৰিব পাৰি। এনে সুপ্তপ্ৰায় বাদ্যৰ অনুদ্ধাৰে চাহ জনগোষ্ঠীৰ সাংস্কৃতিক ভূমিকাত অশেষ ক্ষতিৰ সূচনা কৰে । মদন ভেঁডৰ গভীৰত্ব থকা এক পৌৰাণিক পাৰক্তি চাহ মহিলা কৰ্মী শ্ৰীমতী জলেশ্বৰী তাচাৰ পৰা ধৰি ৰখা হয় এনেদৰে-

"মেঘৰ শব্দ যায় এঁকৈশ যঝন্ (সেজন)
ভেঁডীৰ শব্দ যায় বাইশ যঝন্
দানীৰ যশস্যা যায় চৌধ যঝন্ ।"

গতিকে মদন ভেঁড়ীৰ অৱদান সঁচাকৈয়ে নুই কৰিব নোৱাৰি । ইয়াৰ আকাৰ তলত দেখুওৱা চিত্ৰৰ দৰে । গতিকে মদন ভেঁড়ীৰ দৰে এনে বাদ্যৰ শব্দই বিবাহ মণ্ডপ সাধাৰণতে গহীন কৰি তোলে । ইয়াৰ মুখেৰে ফুঁ মাৰি কণ্ঠনলীৰ দ্বাৰা সুৰৰ লহৰ তোলা প্ৰক্ৰিয়া বিদ্যমান । সুৰ লহৰৰ আন এটি পৌৰাণিক গীতৰ আলেখ্য পুনঃ শ্ৰীমতী জলেশ্বৰীৰ স্মৰণত ধৰি ৰখা হয় এইদৰে -

"অ' হ' শুন্ শুন্ মন্তো হচ্চে বিবাহ
বলে সতী বেহুলাৰে

মদন ভেঁড়ীৰ শব্দ শুনে আকাশে

আসচ্চে লখীন্দৰে । - অর্থাৎ মর্ত্তত যে সতী বেউলাৰ বিয়া হৈছে আকাশ মার্গত মদন ভেঁড়ৰ শব্দৰ গভীৰ ধ্বনিতেই গম পায় বিবাহ মণ্ডপলৈ লখীন্দাৰে যে ঢাপলি মেলে তাৰো উমান পায় অনায়াসে এই চাহ জনগোষ্ঠীটোৱে ।

৮। ঢুম্‌চা বা ঢম্‌চা ঃ ঢুম্‌চাৰ আকৃতি প্রায় ঢলৰ দৰে হ'লেও, ঢলতকৈ অলপ শকত আৰু মোটা বিধৰ ইয়াতো বজাবৰ বাবে দুডাল মাৰি থাকে । চিত্র মুদ্রণত সেইবাবে বিৰত থকা হ'ল । ঢুমচা চাদি আৰু পৰ্বতে বজোৱা হয় । পূজা-পাৰ্ব্বণত ইয়াৰ ব্যবহাৰ সাধাৰণতে নহয় বুলি জনা যায় । এটি ঝুমুৰ গীতত ঢুমচা ব্যবহাৰৰ ইঙ্গিত পোৱা যায় ঃ

'ঢাক্ বাজে ঢল্ বাজে

আৰ বাজে কৰতাল

অ' দাদা ঘুম্ নাই আসিছেগ'

আৰ বাজে ঢুম্‌চা বাজন ।"

৯। বাঁশী ঃ দেখা যায় শিঙা, শংখ, বাঁহী আদিত ফুঁ দিলেহে ভিতৰত থকা বায়ুৰ কম্পনৰ ফলত ধ্বনি নির্গত হয় । সেয়ে এনে ধ্বনিত ঘাত যন্ত্রৰ দৰে পৰিস্ফুট জংকাৰ নাথাকিলেও কিয় লালায়িত লালিত্যৰ স্ফুলিংগ বিদ্যমান। অৱশ্যে এনে যন্ত্রৰ অৱশ্যানুসৰি শব্দও সৰু-বৰ হয় । অসমৰ বাগিচা অঞ্চলত প্রচলিত এইশ্রেণী যন্ত্র ভিতৰত বাঁশী, চিঙ্গা আৰু কম-বেছি পৰিমাণে শঙ্খও প্রচলিত ৰূপত আছে । এই বাঁশী যন্ত্রটি বিশেষকৈ এই সমাজৰ জন-জীৱনত লোক-সংগীত, লোক-বাদ্য সকলোতেই বহুলভাৱে প্রচলিত আৰু ব্যৱহাৰৰ বাবেই ঝুমুৰ তুচু উভয়তে ই বিদ্যমান । ই বিশেষকৈ বাঁহেৰে নির্মিত আৰু বিদিত বাবেই আকাৰ অংকণ কৰা নহ'ল । কিন্তু গীতৰ ফাঁকতধৰি ৰখাৰ প্রয়াস কৰা হ'ল -

"'গুঁড়ি বাঁশ্ কাটালি আগবাঁশ্ ছাঁটালি

মাজ বাঁশ্ হ' ম'ৰ মুৰলী বনাই

বনে বাঁশী বোকৰ' ব্যামাই ।।

বাঁশী শুনি হ' মৰ' দিন নীকৰাই

বনে বাঁশী কেজে' বাজাই ।।

আন এটি গীত 'মনচা'ত পোৱা যায় ঃ

"খপাঁতে চাঁচ্‌ৰেৰ ফুল

কাঁখেতে গাগ্‌ৰি ।

বৃথা নাৰীৰ মন ভুলাতে

বাজচ্ছে বাঁশ্‌ৰী ।।

এই কথা মন কৰিবলগীয়া এই সমাজত প্ৰচলিত বাঁশীৰ আন এটি নামৰ সংস্কৰণেই হ'ল 'মুৰলী বা বাঁশৰী" ।

১০। চিঙ্গা (শিকা) ঃ চাহ সমাজত এই 'চিঙ্গা'ৰ ব্যৱহাৰ অলপ কম যেন অনুমান হয় । ইয়াৰ আকাৰ কাষত অঙ্কিত চিত্ৰটিৰ দৰে । জনামতে চাহ সম্প্ৰদায়ৰ চমলপুৰীয়া সমাজৰহে ই বিশেষ ৰূপৰ ব্যৱহাৰ্য্য বাদ্যযন্ত্ৰ। এই বাদ্যটিৰ কিছু অংশ পহৰ শিঙেৰে বনোৱা বা তৈয়াৰ কৰা হয় । বজাবৰ বাবে মাৰি দুভালো থাকে । এইবিধ যন্ত্ৰক ডিণ্ডিত ওলোমাই লৈ বজোৱা হয় । ছাদী আদি মাঙ্গলিক অনুষ্ঠানত। এটি গীতত চিঙ্গাৰক্ষীণ আভাস পোৱা যায় - ঢাঁক আৰু ঢলৰ মধ্যস্থতাত ।

টাঁক্ বাজে ঢল বাজে আৰু বাজে 'চিঙ্গা' গ'  
চলগ' ধ্বনী দেখতে যাব  
ৰামচন্দ্ৰ চলিছে বিহায় ।।

১১। ঝাঁঝ ঃ ই এবিধ ডাঙৰ তাল অৰ্থাৎ থলুৱা বৰতাল । ইয়াক চাহ জনগোষ্ঠীয় সমাজৰ কীৰ্তন, নামগোৱা আদিত ব্যৱহাৰ কৰা হয় । এই বাদ্যৰ প্ৰাচীনতম ৰূপ বৰ্তমানে লুপ্তৱস্থাত বুলি এচাম চাহ জনগোষ্ঠীয়ে আক্ষেপেৰে দুঃখ প্ৰকাশ কৰে ।

১২ । ঘণ্টা ঃ এই ঘণ্টা বাদ্যটি খুউব সম্ভৱ ধৰ্মীয় অনুষ্ঠানাদিত অৰ্থাৎ দেৱ-দেৱীৰ পূজা-গৃহাদিতহে প্ৰচলিত আছিল যেন অনুমান হয় । কিয়নো বৰ্তমানে এই ঘণ্টাৰ প্ৰচলন চাহ সমাজত দেখা বা ৰৰকে শুনাও পোৱা নাযায় যদিও প্ৰাচীন কালত যে ইয়াৰ বহল প্ৰচাৰ আছিল তাৰ প্ৰমাণ এটি পোৱা যায় পৌৰাণিক এই ঝুমুৰ গীতটিত-

'বাজিল ৰামেৰি ঘণ্টা  
থৰথৰ কাঁপে লংকাৰে ;  
মন্দদৰী বলে ৰাৱণ  
ছাড় অহংকাৰ ।  
দেখবে চনাৰ লংকা  
হবে ছাৰখাৰ' ।।

পৌৰাণিক ঝুমুৰৰ এই ৰিণি ৰিণি মিঠা সুৰে ঘণ্টা বাদনৰ সু-প্ৰচলিত ৰূপটোক চাহ শ্ৰমিকৰ বাবে সুন্দৰ ৰূপে ফুটাই তুলিছে । কিছুমানৰ মতে ক্ষীণ ভাৱে হেনো চাহ শ্ৰমিকৰ ভাং খোৱা আৰু শিৱভক্তৰ মাজত ঘণ্টাৰ প্ৰচলন সীমিত ৰূপত থকাৰ উমান আছে ।

**১৩। চমৃচমী ঃ** ই এবিধ সৰু বাদ্য যন্ত্ৰ । এই জনগোষ্ঠীয় সমাজে এই বাদ্যযন্ত্ৰটিক কৰতাল বুলিও আখ্যা দিয়ে । ইয়াক হাতৰ পৰশনতেই বজোৱা হয়। ইয়াৰ আকাৰ থলুৱা খুটিতালৰ সদৃশ । সেয়ে অংকণৰ পৰা বিৰত থকা হ'ল । ইয়াক বিশেষকৈ নামগোৱা, কীৰ্তন অৰ্থাৎ শ্ৰীকৃষ্ণলীলা, নিমাই-নিতাইৰ পাল্লা আদিত ব্যৱহাৰ কৰা হয় নৃত্যৰ তাল ৰক্ষা কৰিবৰ বাবে । চাহ গোষ্ঠীৰ মুণ্ডা সম্প্ৰদায়ে এই চমৃচমীক 'তাল ঘণ্টা' বুলিও আখ্যা দিয়ে । ই বিশেষকৈ ধৰ্মীয় পৌৰাণিক নৃত্য-গীতত ব্যৱহৃত বাদ্যযন্ত্ৰ ।

**১৪। চঁচ্ (শঁশ) বা শঁক্ (শঙ্খ) ঃ** এই বাদ্যটিৰ আকাৰ সাধাৰণতে চিত্ৰত দিয়াৰ ধৰণৰ । ইয়াক সাধাৰণতে কাঁড়া শিঙেৰে অৰ্থাৎ ম'হৰ শিঙেৰেহে তৈয়াৰ কৰা হয় বুলি চাহ সম্প্ৰদায়ে কয় । চাহ জনগোষ্ঠীৰ মুণ্ডা সম্প্ৰদায়ে বিশেষভাৱে মাঘ মাহৰ 'মাঘযাত্ৰা' নামৰ উৎসৱত এই যন্ত্ৰটিক ব্যৱহাৰ কৰে। কাঁড়াৰ শিং কাটি শংখৰ আকৃতিৰে ইয়াক সজোৱা হয় । অতীতত বৰ্তমানৰ চলতি শংখৰ এনে ব্যৱহাৰ চাহ সমাজত নাছিল বাবেই হেনো কাড়া শিঙেৰে তৈয়াৰী যন্ত্ৰটো ফু দি সুৰ-লহৰৰ সৃষ্টি কৰিছিল । বৰ্তমানেও ইয়াৰ প্ৰচলন লুপ্তাবস্থাত আছে ।

**১৫। জয়ঢল ঃ** এই বাদ্য যন্ত্ৰটিৰ ব্যৱহাৰ এই সমাজৰ নাম-কীৰ্তনতহে কৰা হয় যদিও বহুল প্ৰচাৰিত ৰূপত নহয় । সেয়ে ইয়াক সময় সাপেক্ষেহে সম্ভৱ স্থলত কেতিয়াবা কম ৰূপে প্ৰচাৰ হোৱা দেখা যায় । ইয়াৰ আকাৰো ঢলতকৈ হেনো ডাঙৰ, বহল আৰু মোটা বিধৰ, সেয়ে ওলোমাই লৈ বজাব পৰা নহয়; বহি বা থিয় হৈ দুইহাত জোৰ দিহে বজাব পৰা হয় বুলি এই সমাজৰ পৈণতজনে কয় । ঢলৰ সদৃশ বাবেই অঙ্কণ কৰা নহ'ল । অভিজ্ঞ নোহোৱাৰ বাবে ইয়াৰ ব্যৱহাৰৰ যথাযথ আন কাৰ্যতো যদি লাগে অনভিজ্ঞতাৰে আঁতৰি থকা হ'ল ।

**১৬। চুঁৰৰ ঃ** এই চুঁৰৰত এথোপা চুলিৰ সদৃশ মিহি আঁহযুক্ত বস্তু বন্ধা থাকে আৰু সেই একোচা চুলি সদৃশ নোমবোৰ একোডাল তাঁৰ, কাঠি বা বাঁহৰ শলাৰে বন্ধোৱা থাকে । (কাষৰ চিত্ৰত দেখুৱাৰ দৰে) ফাকুৱা আদি উৎসৱত চাহ মজদুৰ চমলপুৰীয়া সম্প্ৰদায়ে 'পাল্লা' নামৰ নৃত্যানুষ্ঠানত নাম-কীৰ্তনৰ লগে লগে গীত গাই গাই চুঁৰৰেৰে গাত বা' দি অহা বা সকলোকে

বিচি লৈ থকাৰো নিয়ম বিদিত। সম্ভৱস্থলত এই সম্প্ৰদায়ে ওচৰ-চুবুৰীয়াৰ ঘৰলৈ নৃত্য প্ৰদৰ্শনাৰ্থে আগেঁতে বাটে-ঘাটে বা গৃহস্থৰ চোতালতো এই চুঁৱৰৰ বা দি আশীষ সম্ভাষণ জনায় সকলোৰে মঙ্গলাৰ্থে । অৱশ্যে ই কোনো বজোৱা বাদ্য যন্ত্ৰ নহয় , হাতৰ স্পৰ্শৰেহে ইয়াৰ অভিবাদন স্বীকাৰ কৰা হয় ।

১৭। **তুম্‌ড়ী** ঃ তুম্‌ড়ীও সাধাৰণতে একশ্ৰেণীৰ লাও টোকাৰীৰ সদৃশ বাদ্যহে । এই বাদ্য খুউব জনপ্ৰিয় নহ'লেও ই কিন্তু চাহ শ্ৰমিক নানা-নানী আৰু নাতি-নাত্‌নিৰ বাবে খুবেই জনপ্ৰিয় বাদ্য ।

ইযাক জাতিলাউৰ শুকান খোলাৰে গুই ছালৰ দ্বাৰা কিছু টান সূতা দি বান্ধি আঙুলিৰে বুলাই বজোৱা হয় । কণ কণ মইনাইঁতৰ বাবে ইয়াৰ সুৰ বৰ চমৎকাৰ । অৱশ্যে ইয়াৰ লয়লাস সুৰে ডাঙৰকো যে আকৰ্ষণ নকৰে তেনে নহয়, ইয়াৰ গহীন অথচ দুঃখৰ তথা সুখৰ লহৰে কন্তেকৰ বাবে হ'লেও ডাঙৰক থমকি ৰোৱাত অৰিহণা যোগায় ।

আনহাতে দুখীয়াৰী নানাইঁতে এই তুম্‌ড়ী হাতত লৈ ঘৰে ঘৰে ভিক্ষা মাগি ফুৰিলে বা গছৰ ছাঁত জিৰণি লোৱাৰ সময়ত ভিক্ষাৰ জোলোঙা আধৰুৱাহৈ থকাৰ যি দুখ-নিনাদৰ সুৰ-লহৰৰ ঝংকাৰ তোলে মনৰ দুখ পাতলাবলৈ ধিক্কাৰেৰে সেই সুৰ ঝংকাৰ কিন্তু আনে নুবুজিলেও কণ কণ বাছাইঁতে ৰ সাগি আপ্লুতনেত্ৰে চাই থাকে তুম্‌ড়ীলৈ অনিমেষভাৱে ; কেৱল সেয়াইনে ? ক্ষীণ বাদ্যানুসাৰেৰে বীণ-বৰাগীৰ দৰে এই চাহ মজদুৰ তুম্‌ড়ীধাৰীয়ে নিজৰ ঘাত-প্ৰতিঘাতক অকলেই বহন কৰি কিদৰে ডাৱৰীয়া বতৰকো ফৰকাল কৰাৰ মানস কৰে লগতে ৰাম-নাম, হৰি নাম নভজাকৈ আনৰ পোৱালি সঁজাত ভৰাই বন্দী কৰি ৰখাৰেই বা যুক্তি ক'ত বুলি যেতিয়া তুম্‌ড়ীত হাত বুলাই কাতৰতা প্ৰকাশ কৰি মনক প্ৰবোধ আৰু সান্ত্বনা দিয়াৰ বৃথা চেষ্টা কৰে তেতিয়াই নুবুজাজনৰ লগতে বাছাইঁতেও সহজভাৱে ৰংহে পায় আৰু উলাহতে ডেও দি উঠি তুম্‌ড়ী ধাৰীৰ লগত গীতত যোগ দিযে এইদৰে -

> আম্‌দেৰ ধান চুকাইছি  
> বাদল্ ফট্ বাদল ফট্ ।

আনদৰে -

> "ৰাম নাম নভজিলে  
> হৰি নাম নভজিলে  
> কিয়ে বছোৰা পঁচিলে  
> কিয়ে বছোৰা পঁচিলে ।।  
> বাদল্ ফট্ বাদল্ ফট্ ।।"

সাঁচাকেয়ে সিবিলাকবকোমল হিয়াহি বতৰ ঢকালে বাট চাই উল্লাসিত হৈ উঠে একো নুবুজাকেয়ে ।

সেয়ে তুম্ড়ী যদিও ধেমেলীয়া সুৰৰ অনাখৰীৰ বাদ্য, তথাপি কিন্তু ইয়াত সময়সাপেক্ষে গভীৰতৰ নিনাদৰ সুৰ লহৰৰ ঝংকাৰে লালায়িত ৰূপত প্রতীয়মানতাকেইযে ফুটাই তোলে তাৰেই চানেকি এটি দাঙি ধৰা হ'ল তলৰ গীতটিৰ যোগেদি ঃ

"ৰাম নেকি বনে যাবে
বনে গেলে ভয় পাবে
ক্ষণে ক্ষণে তাম্ড়ী বাজাও হে ৰাম্
বনে বনে তাম্ড়ী বাজাও ।। গতিকে দেখা যায় তুম্ড়ী বা তাম্ড়ীত গভীৰ দুখৰ হুমুনিয়াহৰ ছাঁ এটিও নিহিত হৈ আছে ।

১৮। ঢুল্‌কি ঃ এই ঢুল্‌কিও চাহ মজদুৰ সমাজৰ একশ্রেণীৰ বাদ্য । এই বাদ্যটি চাহ মজদুৰৰ ছাঁদী আৰু ন-কেঁচুৱাৰ জন্মোপলক্ষ্যে 'ছট্টী' নামৰ অশুচি শুদি অনুষ্ঠানতো বজোৱা হয় । অৱশ্যে কিছুৱে এই বাদ্য নাম-কীৰ্তন, সংকীৰ্তন বা ভকতীয়া সমাজত বজোৱাৰ নিয়ম আছে বুলি কয় । ইয়াৰ আন এটি নাম 'বিচম্ ঢাঁকি' । আন কিছুৰ মতে এই বাদ্যটি হেনো 'মনচা' পূজাতো ব্যৱহাৰ কৰা হয় ।

এই ঢুল্‌কি বা বিচম্ ঢাঁকিৰ তৈয়াৰীৰ তাৎপৰ্যও বেলেগ । ইয়াৰ মূল অংশ দুটাৰ অৰ্থাৎ যি মূল অংশত বজোৱা হয় সেই অংশ দুটা হেনো বেং চাম্‌ৰাৰেহে তৈয়াৰ কৰা হয় বুলি কিছুৱে ডাঠি ক'ব খোজে । ওপৰৰ চিত্রটি তাৰেই নমুনা ।

১৯। চেৰেঙ্গী ঃ এই চেৰেঙ্গীও চাহ মজদুৰ সকলৰ এটি উল্লেখযোগ্য বাদ্যযন্ত্র । ইয়াক গুঁই ছালেৰে তৈয়াৰ কৰা হয় । ইয়াক ঝুমুৰ সদৃশ ধেমেলীয়া গীতৰ বাবে বজোৱা হয়। লগতে ইয়াত সুহুৰিৰ প্রকোপকো সংগত কৰা হয় ; এটি ধেমেলীয়া চানেকীৰ গীত ঃ

"বেংগে খায় পান চুপাড়ী
বগলী ধৰে ছাত্তা । হায় হায়
বগলী ধৰে চাট্টা হায় হায়
শ'ল মাছে চাৰেঙ্গী বাজায়ৰে
মলুৱা বাই । ভাঙ্গেৰ নিচায়

পাহাড় দেখা যায় ।। ইও এবিধ চাহ জনগোষ্ঠীৰ জনপ্ৰিয় বাদ্যই । ইয়াৰ অকল কবিব পৰা নহ'ল )

২০। পেঁপুটি ঃ ই এই সমাজৰ কোনো বাদ্যযন্ত্ৰ নহয় ; যদিও সৰু সৰু ল'ৰা-ছোৱালীৰ বাবে ই কিন্তু ফুঁক যন্ত্ৰই আৰু জনপ্ৰিয়ও । ইয়াক মুখেৰে ফুঁ মাৰি বজোৱা হয় । কেঁচা ধানৰ নৰাৰেও ইয়াক বজাব পাৰি বা বাঁহৰ লেফেচিৰেও (শলাৰে) ইয়াক সৰু ল'ৰা-ছোৱালীৰ জোখাৰে বনাই সুৰীয়া সুৰ উলিয়াব পাৰি। অৱশ্যে এই সুৰ বেছি দূৰলৈ নাযায় সময়সাপেক্ষে ডাঙৰেও ফুৰ্তিতে বজাই হাঁহিৰ খোৰাক যোগায় । চাহ শ্ৰমিকৰ মাজেও পেঁপুটি বজোৱাৰ নিদান আন সমাজতো আছে । ই কোনো অনুষ্ঠানত বজোৱা বাদ্য নহয় । কেৱল ফুৰ্তিৰ বাবেহে ই বিদিত পেঁপুটি ৰূপে ।

২১। ঘুংগুৰ ঃ ঝুমকা বা নুপুৰ ঃ ই এক প্ৰকাৰ চাহ সমাজৰ নৃত্য যন্ত্ৰহে। এই ঘুংগুৰ বা ঝুমকাৰ শব্দই চাহ শ্ৰমিকৰ নাচনীৰ ভৰিৰ অঙ্গী-ভংগীৰ তাল চঞ্চল কৰি তোলে । ইয়াক ইচ্ছাকৃতভাৱে নৃত্য ভঙ্গীমাত ব্যৱহাৰ কৰা হয় । পুৰুষ-নাৰী উভয়েই 'পাল্লা' নাচ আদিত এই ঝুমকা, নুপুৰ বা ঘুংগুৰ ভৰিত বান্ধি নৃত্যৰ লয়লাস ভঙ্গীৰ চাল্না কৰা দেখা যায় । চাহ মজদুৰ সমাজত প্ৰচলিত ই এক অলৌকিকতাপূৰ্ণ নৃত্য যন্ত্ৰ । এটি 'মন্‌চা' গীতত ইয়াৰ আভাস পোৱা যায় এনেদৰে ঃ

চাঁই গুড়গুড় বাজ্‌না বাজে
চাঁদ চম্পক নগৰে ।
লখিন্দৰেৰ বিভা হবেক নিচ্‌নি নগৰে
ধুম্‌কি চল্‌না খাঁয়েৰ প্ৰেম
ৰূপাৰ-চনাৰ 'নেপুৰ' বাজ্‌ছে
বাজনা গ' ধুম্‌কি দলনা ।।

আনহাতে এটি চুটু গীতত ঘুংগুৰৰ নমুনা ঃ

মামাঘৰে ভাগ্‌নি আইল
মামা বলে কি দিব
কইল্‌কাতাৰ ঢাকাই শাড়ী
আঁচলে 'ঘুংগুৰ' দিব ।। - গতিকে এই সমাজত এই নৃত্যৰ যন্ত্ৰৰ দুৰ্বলতাৰ লগত সবলতাও অসীম বাবেই চাহ শ্ৰমিক সংস্কৃতিপ্ৰেমী পাঠক চাহ মজদুৰৰ এনে সংস্কৃতিত জড়িত হৈ পৰাটো কাম্য হোৱাই ভাল হ'ব ।

আনহাতে দেখা যায় চাহ্ সম্প্ৰদায়ৰ এটা বৃহৎ অংশই হ'ল 'ভূমিপুত্ৰ' চাওঁৰা সম্প্ৰদায়টো । এই সম্প্ৰদায়ে ব্যৱহাৰ কৰা বাদ্য যন্ত্ৰসমূহৰ নাম ক্ৰমে

(১) কেৰিং, (২) তুদুম্, (৩) তিৰিউপে, (৪) ক্বাইদাং, (৫) তানাৰজাৰ (চমচমী, খুটিতাল), (৬) দুদুংচীৰাই (বীণ), (৭) দুগ্ৰু (সৰু নাগ্ৰ), (৮) তেৰেতেপে (পেঁপটি বা পেঁপা) আদিয়েই উল্লেখযোগ্য । তলত এই যন্ত্ৰসমূহৰ ব্যৱহাৰৰ চমু অথচ যথাযথতা সম্ভৱ ৰূপে বৰ্ণনা কৰা হ'ল ।

**(১) কেৰিং (ঢাল) :** চাহ মজদুৰ চাওঁৰা সম্প্ৰদায়ৰ এই বাদ্য যন্ত্ৰটি সাধাৰণতে দৌল উৎসৱ বা ফাঁকুৱাৰ দিনাহে বজোৱা হয় । নাচনীৰ নৃত্যৰ তালে তালে বজোৱা কেৰিঙৰ সুৱদী শব্দই যেনেকৈ নৃত্যৰ তালত ৰাগিনীৰ ৰাগ ধৰে ঠিক কৰুণতাৰ বিননিও ফুটাই তোলে তেতিয়া যেতিয়া নেকি কোনোবা মৰাশৰ লগত শ্মশানলৈ যায় দুখৰ নিনাদ ফুটাই তুলিবলৈ । গতিকে এই বাদ্যযন্ত্ৰটি এই সম্প্ৰদাযৰ উৎসৱৰ লগতে মৃত্যুৰ দিনা আৰু মৃতকৰ সকামৰ দিনাও ব্যৱহাৰ কৰাৰ নিয়ম প্ৰচলিত ৰূপত আছে । ওপৰত কেৰিঙৰ এটি আৰ্হি মাথোঁ দাঙি ধৰা হৈছে। ইয়াৰ বাহিৰভাগ ছাগলীৰ ছালেৰে বন্ধোৱা । ইয়াত এডাল ৰচী আৰু সৰু সৰু দুডাল মাৰিও থাকে বজাবৰ বাবে ; যদিও এডাল মাৰি গোটা আৰু আনডাল অলপ মুখ মেলা বিধৰ লাগে ।

**(২) তুদুম্ (নাগ্ৰা) :** এই তুদুম্ বাদ্যযন্ত্ৰটিও চাহ মজদুৰৰ এই সম্প্ৰদায়ে ফাঁকুৱা আৰু মানুহ মৰা দিনাৰ লগতে মৃতকৰ সকামৰ দিনাও বজোৱাৰ ৰীতি প্ৰচলিত আছে । এই ৰাদ্য যন্ত্ৰটি সাধাৰণতে ছেৰা গছৰ মূঢ়াৰেহে তৈয়াৰ কৰা হয় । ইয়াতো দুডাল সৰু মাৰি থাকে বজাবৰ বাবে । ইয়াৰ আকাৰ কাষৰ চিত্ৰটিৰ দৰে । ইয়াক ডিঙিত আঁৰি ল'বৰ বাবে এডাল ৰচীও বন্ধোৱা থাকে ।

**(৩) তিৰিউপে (বাঁহী) :** চাহ মজদুৰ চাওৰা সম্প্ৰদায়ৰ ইও এক অনবদ্য বাদ্য যন্ত্ৰ । ইয়াক মুখেৰে ফু মাৰি বজোৱা হয় । ফাঁকুৱা, ছাদী আদিত এই যন্ত্ৰৰ ব্যৱহাৰ বেছি হয় এই সম্প্ৰদায়ত । ইয়াক সাধাৰণতে তিৰিউপে বুলিও কোৱা হয় । এই তিৰিউপেৰ সৰু অথচ বহল মুখখন পিতল বা চিল্‌ভাৰেৰে তৈয়াৰী আৰু ফুঁ মাৰিডাল বাঁহৰ শলাৰে

তৈয়াৰীকৰা হয় । তলত তিৰিউপেৰ সাধাৰণ চিত্ৰটি দাঙি ধৰা হ'ল ঃ ইয়াৰ সুৰদী শব্দৰ ঝংকাৰে বিবাহ বাহৰ মুখৰিত কৰি তোলে আৰু ফাগুণৰ মনো বলিয়া কৰি তোলে ।

(৪) বন্নিদাং ঃ এবিধ হাতেৰে বজোৱা বাদ্যযন্ত্ৰ । এই বাদ্যটি কেৱল বাঁহেৰে তৈয়াৰী যদিও দেখাত অতি সুন্দৰ । এই বাদ্যটি চাওঁৰা সম্প্ৰদায়ে ছাদীতহে বিশেষৰূপে ব্যৱহাৰ কৰে । ইয়াৰ আকাৰ কাষত দিয়া চিত্ৰটিত দেখুওৱাৰ দৰে ।

(৫) তানাৰজাৰ (চম্চ্ছমী বা খুটিতাল) ঃ এই বাদ্যযন্ত্ৰটি সাধাৰণতে থলুৱা অসমৰ খুটিতালৰ দৰেই পিতলৰ থাকে । ইয়াক দুইহাত ধৰি বজোৱা হয়। এই তনাৰজাৰ বিশেষকৈ চাহ শ্ৰমিক চাওঁৰা সম্প্ৰদায়ে ফাকুৱা উৎসৱৰ নৃত্যতহে বজোৱা হয় । ইয়াৰ মিঠা সুৰদী অথচ মোহনীয় শব্দৰ সুৰে নৃত্যৰ তাল ৰক্ষাত বহুলৰূপে সহায় কৰে । সাধাৰণ আকাৰ ওপৰৰ চিত্ৰটিৰ দৰে ।

(৬) দুদুংচীৰাই (বীণ) ঃ এই বাদ্য যন্ত্ৰটিকো এই সম্প্ৰদায়ৰ লোকে সাধাৰণতে ফাকুৱা, ছাদী আদিৰ দিনাহে বজোৱা বা ব্যৱহাৰ কৰাৰ নিয়ম প্ৰচলিত। খুব সম্ভৱ এই বাদ্য যন্ত্ৰটিকো টোকাৰী বুলিলে ভুল নহ'ব নেকি ? ইয়াক হাতৰ স্পৰ্শৰেই বজোৱা হয় যদিও ইয়াত সন্নিবিষ্ট তাঁৰত আঙুলিৰ বোল লাগি সুমধুৰ সুৰৰ ঝংকাৰ তুলি যি সুললিত ৰাগিনীৰ লয় ফুটাই তোলে সি সঁচাকৈয়ে চাহ জনগোষ্ঠীৰ জনজীৱনত অসীমতাকে ই স্পৰ্শ কৰি দোদোল্যমান কৰে ।

এই যন্ত্ৰৰ শব্দ ওলোৱা গোল অংশ গুই ছালেৰে নিৰ্মিত আৰু বাকী অংশ বাঁহেৰে নিৰ্মিত যদিও লগত আন এবিধ সৰু সুৰৰ তান ধৰা যন্ত্ৰটি তাড়িগছৰ (অৰ্থাৎ তাঁড়ি মদ তৈয়াৰ কৰা গছৰ) আঁহেৰেহে তৈয়াৰ কৰা হয় । ওপৰত যন্ত্ৰটিৰ চিত্ৰ চানেকি দাঙি ধৰা হ'ল ।

(৭) দুগ্‌ৰু (সৰু নাগ্‌ৰা) ঃ এই দুগ্‌ৰুৰ আকাৰ কাষৰ চিত্ৰটিৰ দৰে । ইও ছেৰা গছৰ সৰু মুঢ়াৰে তৈয়াৰী । এই দুগ্‌ৰু অৰ্থাৎ সৰু নাগ্‌ৰাটি এই সম্প্ৰদায়ৰ ফাকুৱা, মৃতকৰ মৰা শৱ লগত আৰু

যিকোনো সকামৰ দিনা বজোৱা হয় । হ'লেও মৃত সকামৰ দিনা এই সমাজত এই বাজনাটো বিশেষভাৱে বজোৱাৰ চলতি বিদ্যমান । ইয়াৰ সুৰে দুখৰ ধ্বনিয়াহ তুলি ধৰে ।

(৮) তেৰেতেপে (পেঁপটি বা পেঁপা) ঃ এই তেৰেতেপে যন্ত্রটি মুখেৰে ফুঁমাৰি বজোৱা হয় । ই সাধাৰণতে বাঁহৰ শলাৰে তৈয়াৰী । ইয়াকো অৱশ্যে তিৰিউপে বুলি ক'লেও ভুল নহ'ব নিশ্চয় । এই তেৰেতেপে ফাকুৱা, মৃত্যুৰ দিনা আৰু মৃতকৰ সকামৰ দিনা বজোৱাৰ নিয়মো চলতি বুলি এচাম এই সম্প্রদায়ৰ লোকে ক'ব খোজে । এই বাদ্যটিৰ পৰা সুখ-দুখ আৰু শোকৰ নিনাদক গভীৰতৰ ভাৱে ফুটাই তুলি মনৰ বিৰাগভাৱ বৈৰাগ্যলৈ ৰূপায়িত কৰি মন ভাৱাক্রান্ত কৰি তোলে। ই এবিধ সাধাৰণ পেঁপা যদিও এটা জাতিৰ সংস্কৃতিৰ বৈশিষ্ট্যকে পৰিস্ফুটভাৱে প্রতিনিধিত্ব কৰে পৰিপুষ্টতাৰে । ওপৰত ইয়াৰ চিত্রটি দাঙি ধৰা হ'ল ।

(৯) তুফুৰে ঃ ই এবিধ বগা পাখিৰে তৈয়াৰী ফুলৰ থোপা । যাক মূৰত লগাই বা পিন্ধিহে নৃত্য কৰিব পাৰি । ই কোনো বাদ্য যন্ত্র নহয় । কেৱল বগা পাখিৰ বাহিৰে আন পাখিৰে নৃত্য নাচত যোগ দিব নোৱাৰা ই এবিধ সজ্জাহে । যাক চাওঁৰা সম্প্রদায়ে প্রচলিত ভাৱে চলাই আহিছে এই তুফুক্ সক্রিয়তাৰে । সেয়ে ইয়াৰ অঙ্কণৰ পৰা আঁতৰি থকা হ'ল সকলোৰে অৱগত হোৱাৰ বাবে ।

এতেকে দেখা গ'ল ওপৰত উল্লেখিত আৰু বৰ্ণিত বাদ্য যন্ত্ৰৰ বাদেও চাহ সম্প্রদায়ৰ চাওঁৰা সমাজ ব্যৱস্থাত আৰু কেইবিধমান বাদ্যৰ আভাস পোৱা যায়। সেইবোৰ কেৱল নামৰ চিনাকিটোৰেই সামৰাৰ ব্যৱস্থা কৰা হ'ল ; সেইকেইবিধ হ'ল যথাক্রমে - নিচান, মঞ্জনি, মজিৰা, মুৰুৰী আৰু তিৰিঅ' । তাৰবাদে যিবিলাক বাদ্যযন্ত্র চাহ জীৱনত অপৰিহাৰ্য্য, ওপৰত যথাসম্ভৱ উনুকিওৱা হৈছে ।

গতিকে দেখা যায় অসমৰ অন্যান্য গোষ্ঠীৰ দৰেই চাহ মজদুৰ নামৰ এই বৃহৎ জনগোষ্ঠীয়েও ভাৰতৰ বিভিন্ন প্রান্তৰ পৰা অসমত প্রৱেশ কৰোঁতে হাতত নহ'লেও মনৰ মাজত যিখিনি গোষ্ঠীগত লোক-সংস্কৃতিক কঢ়িয়াই আনি অসমৰ সেউজী চাহনিত মেলি দিলেহি অজানিতভাৱে পুলকিত মনত আৰু দেহত সি সঁচাকৈয়ে অসমৰ বাবেই এক গৌৰৱৰ বিষয় । কিন্তু অসমৰ বিদগ্ধসকলে কেৱল মাত্র মুষ্টিমেয় সংস্কৃতিৰ কিছু আহিলাৰ অংশক লৈয়ে ব্যস্ত থকাত অসমৰ মাটিত পুৰুষে পুৰুষে চলি অহা চাহ মজদুৰ নামৰ গোষ্ঠীটোৰ বৃহৎ লোককলা এই বাদ্যযন্ত্রটিক আজিলৈকে উদ্ধাৰৰ কোনো চেষ্টা নকৰাটো সঁচাকৈয়ে বৰ দুৰ্ভাগ্যজনক, হতাশাজনক আৰু চৰম পৰাজয় আৰু বিপৰ্য্যয়জনক । অকল সেয়াইনে ? চাহ জনগোষ্ঠীৰ বাবে ই অত্যন্ত পৰিতাপজনকো বুলিয়েই হয়তো ক'বও পাৰি । অৱশ্যে তেখেতসকলে জনা উচিত যে এই বৃহৎ জনগোষ্ঠীটোৰ এনে বাদ্য যন্ত্র

ব্যক্তিৰ সু প্ৰয়োগ হয়তো অসমৰেই সাহিত্য ভঁড়াল চহকী কৰাত অবিহণাও যোগাব অদ্ভূতভাবে । কাজেই চাহ শ্ৰমিক সংস্কৃতি প্ৰেমীসকলে যদি চাহ জনগোষ্ঠীৰ এনে সংস্কৃতিৰ নৱ-প্ৰভাষিত বাধাদান মকৰি দ্বিধাহীনভাবে এনে কলংক অন্তৰ্ক্বলেৰে গ্ৰহণ কৰি আন গোষ্ঠীৰ সংস্কৃতিৰ দৰেই অসমীয়া সাহিত্য সংস্কৃতিৰ এক অংগ ৰূপে সংযোগ কৰি বিশাল সাহিত্যৰ ভঁড়াল টনকিয়াল কৰে তেন্তে নিশ্চয় মৰহি যাব ধৰা আৰু লুপ্তপ্ৰায় কলাই চাহ শ্ৰমিকৰ বুকুৰ মাজত অসমী আইৰ ছাঁয়াৰ তলত সাব পাই উঠিব আৰু জীপাল ৰূপে সাদৰে হমুনিয়াহ এৰিব ভাবী চাহ শ্ৰমিকৰ উত্তৰ পুৰুষলে ।

গতিকে সদৌ শেষত প্ৰবন্ধটিৰ ভুল-ত্ৰুটীৰ প্ৰতি ন্যায়েৰে বিচাৰ কৰাৰ ভাৰ জ্ঞানীজনৰ ওপৰত সঁপি দিয়া হ'ল । কেৱল ভুলৰ বিচাৰ কৰিলেই যথেষ্ট নহয়। ইয়াক সুন্দৰ আৰু সুস্পষ্টৰূপত ধৰি ৰখাটোও জ্ঞানীজনৰে কাম । সেয়ে এনে সংস্কৃতিৰ উদ্ধাৰৰ পুংখানুপুংখতা অসমৰ বিদগ্ধজনৰ লগতে চাহ জনগোষ্ঠীৰ শিক্ষিত চামৰো একান্তই একাগ্ৰতা তকাটোও একান্তই বাঞ্ছনীয়ও আৰু ইয়াৰ গুণৰ প্ৰতি শ্ৰদ্ধা জনোৱাটোও সকলোৰে মুখ্য কৰ্তব্যও নিশ্চয় ।
বাদ্যযন্ত্ৰক লৈ এটি গীতেৰে সমাপ্ত কৰিব খুজিছোঁ -

ঢাঁক ঢল চাহ্নাই
আৰু মদনভেঁড়ী ।
কৰাই তিৰিত্ৰ
ঘুংগ্ৰা আৰ যে
চেৰেঙ্গী ।।
চম্চমী চাঙ্গো কাঁৰা
পেপ্টি মাদল চিক্সা ।
শঁক চুৰৰ ঢুল্কি
জয়ঢল আৰ বাঁশী
যে ধুম্চা ।।
নাগৰা মঞ্জুনি নিচান
মঞ্জিৰা মুহুৰী ।
তালেৰ লগে
তু'ফুৰ বাহাৰ
চঙ্গেতে ডুম্ড়ী ।।
তিৰিওপে তেৰেতেপে
কেৰিং তানাৰ জাৰ ।
দুদুংচীৰাই ডুডুম
দুগ্ক ঢাপ্লি কাইদাং
য়েই ছইল
বাগানেৰ বাদ্যৰ নিদান ।। ৯০

# পঞ্চম অধ্যায়

## মামাৰ মাদল

**সৃষ্টিশীল সাহিত্যত চাহ জনগোষ্ঠী**

**❑ দেউৰাম তাছা**

১

চাহানিলৈ নাহিবা ৰঙাপানী নাখাবা
কেঁচা পাতত নাবান্ধিবা লোণ।
বাগিচাৰ লাইনত অসমীয়া নাম লৈ
আধা-মৰা আধা জীয়া কোন??

২

গড়গাঁও মিতিৰৰ ভাও
চাহনিত কাম কৰি দুখত মগন হওঁ।
বাগিচাৰ ঘৰ-বাৰীৰ কথাই নকওঁ
ৰঙা চকুৰ ধমকনিত জীৱন কটাওঁ।।

৩

বাগিচাৰ কাম কৰি নিতৌ এটুপি ধৰো।
বুঢ়ী আই ঐ নাহিলি ছুটীৰ পিচত।
পূৰব দেখত আহি ঘৰ-সংসাৰ কৰিলোহি
মায়া পাশৰ মোহতেই পৰিলো ফান্দত।।

৪

চাহাবে বুলিলে শুনা চাহাবনীৰ ভাই
বাগানৰ বনুৱাই কিহেৰে বা খাই।
নকৰিবা চিন্তা ভিনিহি নকৰিবা চিন্তা
সুৰা মহল গঢ়ি দিছো সেয়ে হ'ব মিঠা।

৫

চাহনিত আছিলো আকোঁৱা কাঠ
হাম্‌দেৰ চানাসবে লগাই দিলে মাত।
ইযাৰে গইনাত গাওঁ বতৰৰ গীত
দায়-দোষ নধৰিবা মোৰ পুঠি মাছৰ পিত।।

৬

মাতকে মাতি গ'ল বাপ কাকাইতে
পঢ়ি-শুনি ভাল মানুহ হ।
পঢ়িলো-শুনিলো বৰ মানুহ বোলালো
কি নামেৰে মাতিম তোক স্মৰণমান ৰ'।

৭

এশাৰী পুতিলো ঝাঙা বৰছা
লুটিয়াই পুতিলো শেল।
বাগিচাৰ বিধতাই বোলে বহুতো কৰিলে
চলাই আছে তাহানিৰ একেখনেই মেল।।

৮

বনুৱাৰ জাত বোলে গোট সৰু সৰু
চেনিচম্পা কলৰ দৰে পাত।
অকণমান কথাতে দ্বন্দ্ব-হাই কাজিয়া কৰোঁ
মই বোলে 'অমুকা'ৰ জাত।।

৯

বাগিচাৰ বনুৱাৰ কোনে চিন্তে হিত
ফালতু পৰি বগুতেই ধৰে চুলাই গীত।
চাৰিওফালে ৰব উঠে কি হ'ব ভৈযাই
জগতখনে জানি গ'ল ৰজনজনাই।।

১০

এইফালে ঢাপ আছে সেইফালে ঢাপ
মাজ পানীত বুৰিলে বাপ।
কোনেনো আহিব বাৰু নাওখনি বাই
নাও পানীত বুৰ গৈ ধৰিলে চেৰাপ।

১১

মামাৰ মাদল বোলে চুলেই বাজে
মাই-বাপইতে বোলে নকয় সাজে।
লেখা-পঢ়া জনাখিনিৰ খোজ কেইটা খৰ
গুৱাহাটীত দেখি আহিছো ডিব্ৰুগড়ত ঘৰ।।

*(অসমীয়া মৌলিক সাহিত্যৰ আঁত ধৰি ৰচিত) দৈনিক অসমৰ ২১/২, ৯৩ ত প্ৰকাশিত।*

# কৰ্মফল

❑ স্বৰ্গীয় বিষ্ণুৰাম কেওঁট

জীৱন যদি হয অন্ধকাৰময
কোনো এক মুহূৰ্তত
দুখ লগা শোকে ভৰা
বিপদৰ বাটত
নহ'বা বিচলিত জীৱন আলোকিত
হ'ব কোনো এক মুহূৰ্তত
জীৱনৰ আগে-পাছে সুখ-দুখ দুটা আছে
য'ত আছে জগতত নৰ;
দিনৰ পাছত আন্ধাৰ আন্ধাৰৰ পিছত দিন
হয় আৰু হ'ব নিৰন্তৰ,
জীৱনৰ আছে জয় আৰু পৰাজয়ৰ ভয়
ধৈৰ্য্য ধৰি চলা নহ'বা কাতৰ।
দুখ বুলি যাকে কয় জানা কৰ্মফল হয
পূৰ্বৰ পাপ-কৰমৰ ফল
পূৰ্ব জনমত পুণ্য কৰে জানা সুখী হয সিযে
তাৰ সহায় ধৰমৰ বল।
ধৈৰ্য্য বলে মহিয়ান মহৎলোকৰ প্ৰাণ
মহৎ কৰমৰ ফলে,
নিশ্চিন্তে আগবাঢ়ে যমেও তাক ভয কৰে
ভয নাই জীৱন-মৰণে।
অবিচলিত হৃদয়েৰে যত্ন কৰা বাৰে বাৰে
হ'ব পাৰা তুমিও সফল
শুভাশীষ পাব পাৰা ওপৰ জনৰপৰা
কৰা যদি পবিত্ৰ অন্তৰ।
পাপ-পুণ্যই জন্মৰ ফলিয়াব পিছৰ বাৰ
মৰাৰ পাছত জন্ম হ'বাহ যেতিয়া
হেন বুজি পাপ কৰ্ম এৰি কৰা পুণ্য ধৰ্ম
পুণ্য হ'লে পুণ্য পথ পাবা।❖❖

# মই মানুহৰ অমল উৎসৱ

□ সনন্ত তাঁতী

চৌদিশে মই জয় আৰু জয়
এই জয়ৰ বাবে আন্ধাৰতে উদ্ভাসিত পোহৰ
পোহৰত হিৰণ্ময় হৈ নাচোঁ মই নাচি নাচি নদী
হৈ উজানৰপৰা ক্ৰমশঃ মই গৈ থাকোঁ গৈ
থাকোঁ আৰু গৈ থাকোঁ
মইতো অমোঘ সময় --
দুঃস্থজনৰ কাংক্ষিত সৌৰভ
মই কামনা-বাসনা
মোৰ ৰক্তৰপৰা সৃষ্টি হয় মানুহৰ অমল উৎসৱ
চৌদিশে মই জয় আৰু জয়
পৃথিৱীৰ প্ৰত্যেকখন নদীয়েই জানে মই বিপ্লৱ
সুউচ্চ পৰ্বতমালাই জানে মই বিপ্লৱ
বাঘৰ দৰে হিংস্ৰতম পশুয়েও জানে মই বিপ্লৱ
মই প্ৰবাহিত অমোঘে সময়
মই আশা মই জীৱন
মযেতো জন্ম দিছো উৰ্বৰ মাটিত সোণালী শস্যৰ
জন্ম দিছো সমাজতান্ত্ৰিক চেতনাত উদ্ভাসিত মাটিত জ্যোৎস্নাৰ ধাৰা
উচ্চাৰিত কবিতাৰ মধুৰ গুঞ্জনত জন্ম দিছো আশা আৰু প্ৰেমৰ
চৌদিশে মই জয় আৰু জয়
তোমালোকে দেখিছানে মোক
কি সুন্দৰ পথত মই গৈ আছোঁ আৰু
মই গৈ থকা পথৰ
দুযোকাষে পোহৰ কি উজ্জ্বল পোহৰ
তোমালোকে দেখিছানে
মোৰ হাতত কি অমোঘ শক্তি।
মই জানো, মোৰ বিৰুদ্ধে কোনো শক্তিয়েই
থিয় দিব নোৱাৰে

ধনতন্ত্র কিম্বা স্বৈৰতন্ত্ৰক ওফৰাই পেলাম
ধুমুহাত উৎপাদিত গছৰ দৰে
সময় হ'লেই মই বানৰদৰে উটুৱাই লৈ যাম
বিপক্ষৰ সমস্ত সম্ভাৰ
কিয়নো মই যে বিপ্লৱ
মই আশা মই জীৱন
চৌদিশে মই জয় আৰু জয়।OO

## মাংতিয়া চৰ্দাৰ

❑ সমীৰ তাঁতী

ঘন আঁউসী নিশা অন্ধকাৰৰ মাজেদি মোৰ চকুলৈ নামি আহে
মাংতিয়া চৰ্দাৰ
আকাশলৈ মূৰ তুলি থিয় হৈ থকা মদগৰ্বী শিৰীষৰ দৰে
জীৱন্ত বিশাল
থিয় হয় মোৰ কাষত আগৰ শিলত খোদিত প্ৰেম আৰু
প্ৰতিবাদৰ এক অপূৰ্ব ভাস্কৰ্য্য
'কিন্তু মাংতিয়া', তুমিতো মৰাৰ আজি দহবছৰ হ'লো
মই মৰা নাই বন্ধু সিযে এক বৰ ভয়ঙ্কৰ কাহিনী,
ক'লে মাংতিয়াই তোমালোক ভাবি থকাৰ দৰে
মৰা নাই মই কোনো অদৃষ্ট দেও-ভূতৰ হাতত
মৰা নাই মই মাতাল হৈ চুলাই-চাৰাপত
মৰিলো মই অন্যায়ৰ প্ৰতিবাদত
শোষণ আৰু দমনৰ বিশাল ৰণক্ষেত্ৰত,
মৰিলো মই কলঘৰীয়া ছোট চাহাবৰ হাতত
অৱশ্যে এই মৃত্যুৰ বাবে মোৰ কোনো দুখ নাই,
কোনো আক্ষেপ নাই, কোনো বিষাদ, কোনো তিক্ততা নাই
বৰ্ণহীন এই মৃত্যুৰ বাবে কোনো দুৰ্বলতা নাই মোৰ হৃদয়ত
সিহঁতলৈ কেৱল মোৰ সহানুভূতি
মোক মাৰিও সিহঁতে মোৰ কণ্ঠ ৰোধিব নোৱাৰিলে
মৰিও আজি মই জীয়াই আছো
জীয়াই আছো প্ৰতিটো দিনৰ উজ্জ্বলতাৰে; প্ৰতিটো নিশাৰ
অন্তহীন প্ৰেৰণাৰে

চাবুৱাৰপৰা দিকৰাইলৈ
বিহাৰৰপৰা কৃষ্ণ কলিলৈ।
দাৰ্জ্জিলিঙৰপৰা আফ্ৰিকাৰ গহন অৰণ্যলৈ।
প্ৰত্যেক চাহবাগিচা কফি বাগান, কয়লাৰখনি আৰু
মিলবোৰত
বৃহৎ চিমনিৰ কুণ্ডলী পকাই উৰি যোৱা বিষাক্ত ধোঁৱাত
লুণ্ঠিত মজদুৰৰ পোৰা কলিজাত
জীয়াই আছো মই

মই নমৰো, মই জীয়াই থাকিম, জীয়াই থাকিম জীয়াই থাকিম।OO

## মোৰ মা

— সনন্ত তাঁতী

প্ৰত্যেকজন কবিৰ মাৰ দৰে নহয় মোৰ মা
মোৰ মা সাহিত্য আৰু শিল্পকলা সম্পৰ্কে কবিতা কিম্বা ভাস্কৰ্য সম্পৰ্কে
ওৱাকিবহাল নহয়
চলচ্চিত্ৰ কিম্বা নাটকৰ সংলাপ শুনিলেও
মোৰ মাৰ মুখৰ কোনো পৰিবৰ্তন নহয়
মোৰ মা আৰ্টগেলাৰী আৰু নন্দনতত্ত্ব সম্পৰ্কে অনভিজ্ঞা মহিলা
টেলিপ্ৰিণ্টাৰ যে বাতৰি প্ৰতিষ্ঠানৰ আধুনিক সৰঞ্জাম মোৰ মাই নাজানে
আকাশবাণী আৰু দূৰদৰ্শনত যে শব্দ আৰু চিত্ৰৰ যোগেদি
মানুহে সাম্প্ৰতিক ঘটনাৱলী সম্পৰ্কে বুজ লয় মোৰ মাই নাজানে
মোৰ মাই টেলিফোনত কেতিয়াও কথা পতা নাই
(সাধাৰণ শ্ৰমিকৰ বাবে টেলিফোনত কথা পতা
এটা উল্লেখযোগ্য বিলাসিতা)
এনেকি মোৰ মাই জীৱনত এযোৰো পাদুকা পিন্ধা নাই
মোৰ মাই বিপ্লব নুবুজে কিম্বা শ্ৰেণী-সংগ্ৰাম
পুঁজিবাদ আৰু সাম্যবাদৰ দ্বন্দ্ব সম্পৰ্কে
গান্ধীবাদ আৰু মাৰ্ক্সবাদৰ বিপৰীত ধৰ্মিতা সম্পৰ্কে
সম্পূৰ্ণ অনভিজ্ঞা মোৰ মা
মোৰ মাই নাজানে যে নিৰ্বাচনৰ ভোটৰ ফলাফলত

বেছি সংখ্যক মানুহৰেই গাৰ চৰ্বি
আৰু শিৰাতন্তুৰ প্ৰসাৰণ ঘটে
অথচ এইবাৰকলৈ মোৰ মাৰ জীৱনত ষষ্ঠ নিৰ্বাচন

লেমনেড কল্ড্-ড্ৰিংক্চ্ কিম্বা কফি
চিকেন চাও কাটলেট কিম্বা চেণ্ডউইচৰ কথা মোৰ মাই
কেতিয়াও শুনা নাই। ০০

# যদি তোমালোকে মোক সোধা

■ সমীৰ তাঁতী

যদি তোমালোকে মোক সোধা
মোৰ নিজৰ কথা ক'বলৈ যাওঁতে ক'ব লাগিব বহু নিৰক্ষৰ
মানুহৰ মনৰ কথা। মই ক'ব লাগিব ধনশিৰীৰ পাৰৰ
সেই মিছিং বুঢ়াজনৰ অভিজ্ঞতাৰ সাধু নাইবা দিব লাগিব চৰাই পোৱালিবোৰৰ
পাখি গজাৰ খবৰ। যিহেতু বহু কথাই পাহৰা নাযায় সেইবাবে
ক'ব লাগিব কেনেকৈ মুগা গৰখীয়াৰ বাঁহীৰ সুৰে মাতাল কৰে সন্ধিয়াৰ
তৰাবোৰক। কেনেকৈ সৰিযহ ডৰাৰ মাজেৰে খোজকাঢ়ি যোৱা বেলিয়ে
ৰমণ কৰে শিপাক। মই ক'বই লাগিব সদ্য প্ৰেমত পৰা এগৰাকী
বিধবা নাৰীৰ চকুৰ কাজলৰ কথা য'ত আছে এক শান্তিময়
পৃথিবীৰ সপোনৰ ইতিহাস।

আৰু যদি মোক সোধা
কিয় দিন আৰু ৰাতিৰ আয়ুস একে নহয়, কিয় নদী শুকায়
বালিচৰ পৰে, সময় নাথাকিলেও ক'ব লাগিব সেউ আকাশত উমলি থকা
বেলি আৰু মেঘবোৰৰ দীঘল জন্ম কাহিনী। তাৰ পাছতে পাবা
খেতিযকৰ বিশ্বাস আৰু সংগ্ৰামৰ কবিতা। কওঁতে কওঁতে ক'ব লাগিব মই
বাৰিষাৰ প্ৰথম আনন্দত কিৰীলি পাৰি উঠা নাওঠ ল'ৰা-ছোৱালীবোৰৰ
প্ৰাণ চঞ্চলতাৰ কথা। সেইযে ঘৰলৈ দৌৰি অহা ছাগলী
পোৱালিকেইটাৰ গাৰ চিনাকি গোন্ধ, সেই যে জপিয়াই পানীত পৰা
ভেকুলীটো, উৰি আহি তোমাৰ মুখত পৰা এখিলা পাত, এটা মুহূৰ্ত,

যাৰ স'তে জড়িত হৈ আছে তোমাৰ মোৰ শৈশৱৰ সোঁৱৰণি।

আৰু যদি নিতান্তই শুনিব খোজা
তেনেহ'লে শুনা, এটা দীঘল বানপানী আহি আছে, এটা আকাল,
এটা মৰিশালি, এটা অসম্ভৱ ভূঁইকঁপ আহি আছে। চাৰি চাৰিওটাৰ
লগে লগে আহি আছে। অনিচ্ছা সত্বেও মেলিব লাগিব মই
জীৱনৰ এনেবোৰ অধ্যায় য'ত মই নাই, তুমিও নাই, তোমাৰ কোনেও
নাই কেৱল ধূলি, বালি, ফটা কাগজ, গাঁৱৰ ভোক, ভোকাতুৰ
অৰণ্যৰ পশু। দায়িত্বৰ কথা ক'বলৈ যাওঁতে ক'ব লাগিব একো
একোজন চৰকাৰী বিষয়াৰ দায়িত্বহীনতাৰ কথা, যোৱা ৰাতি ধুমুহাত
দোঁ খাই পৰা গছৰ তলেদি সৰকি অহা কুকুৰ অথবা ছপা নোহোৱা
কবিতা, যাৰ ইপাৰে নদী আৰু সিপাৰে শূণ্যতাৰ হাহাকাৰ।

যদি সঁচাকৈয়ে জানিব খোজা
মই যোৱাৰ আগতে ক'ব লাগিব এই কালৰ বিভিন্ন দাবী আৰু
আন্দোলনবোৰৰ কথা। বহু জনজাতীয় লোক, যাৰ খবৰ বহুলোকেই
লোৱা নাই, তেওঁলোকো এদিন অগ্নিময় হ'ব। অপ্ৰিয় হ'লেও
মই ক'বই লাগিব দেশবোৰ ভাঙি যোৱাৰ ঘটনাৰ আঁতি-গুৰি,
পাৰিবাৰিক অশান্তি অথবা অশান্তিত মৰা অলেখ নাৰী-পুৰুষৰ কথা।

মোৰ বুকুৰপৰা খহি পৰা এটা নিঃসঙ্গ ৰাতিৰ কথা জানিব খুজিলে
মই ক'ব লাগিব বহু নিঃসঙ্গ নিবনুৱাৰ কঠিন গল্প, প্ৰাচীন যুদ্ধৰ
ধ্বংসলীলা যাৰ অন্তৰালত আছে আন এখন যুদ্ধৰ বিৰুদ্ধে
সন্মিলিত মানুহৰ শান্তিৰ প্ৰয়াস।

আৰু যদি মোক সোধা
কেনে আছা কবি? অতি সহজভাৱে ক'ব লাগিব ভালে আছোঁ
ঠিক তোমালোকৰ দৰে সমস্যাৰ স'তে যুঁজি ক্ৰমশঃ হতাশাৰ পৰা
গভীৰ বিশ্বাসলৈ।

(চেপ্টেম্বৰ, ১৯৮৪)



# মাটিৰ মানুহ

⌐ পদুমী গাজলু

মাটিৰ মানুহ আমি
মাটিৰ স্বপ্নৰ ৰং, দু চকুত সানি
সুখ, দুঃখ, হাঁহি, অশ্রু আশা আৰু বেদনাৰে
মনক জীযাই সতীৰ্থৰ পথেদি
হাতে হাতে ধৰা-ধৰি কৰি
আহিছো ওলাই ঃ
জীৱনৰ ছাঁযাময় বালি বলুকাত
সহস্ৰজনৰ কণ্ঠত উঠে উৰ্মিৰোল
আমাৰ দেহৰ তেজে শিলনিক
কৰিছে কোমল,
আমাৰ দেহৰ ঘামে মৰুভূক
কৰিছে শ্যামল
যুগে যুগে আমাকেই ৰিঙিযাই মাতে
অন্ধকাৰ অৰণ্যৰ উৰ্বৰ ভূমিয়ে।
মই কবিঃ দুখৰ দিনৰ
মানুহৰ কবি
মোৰ লেখনীত সেয়ে সদায থাকক
সেইবোৰ সঁচা মানুহৰ
অক্ষয অব্যয আৰু জীযা কাহিনী
আমিও যে মাটিৰ মানুহ।।



# মালতী

❑ হৰিপ্ৰসাদ কুৰ্মী

মালতী বজা বজা
কালৰ মাদল বজা
জাগ্জা গিজা জাগ্জা গিজা

বছৰৰ পিছত বছৰ গৈছে
জীৱন দুখৰ নৈ বৈছে
প্লাবন আহে
পলস পৰে
দুখৰ ভৰত গঢ়াহে খহে
বগা পৰা কলা চাহাবলৈ
সময বাগৰে
চাহ বাগান চাহাবৰ কাঁটাতাৰ
তোৰ কান্ধত কোন শতিকাৰ মহাভাৰ।
দেশ পৰদেশ সবতে মাটি
অসমী আইৰ দুখৰ মাটি।
টোপোলা নাবান্ধিবি ঝুমইৰ
শৰীৰতে আছে তোৰ জীৱনৰ সুৰ
লাইনত কৰম টুছু পৰবৰ হাড়িযা
বেগুচ ৰাতিৰ নিচা
বগা কলা চাহাবে ভাঙিলে
চাৰাপৰ কত চিচা
চিচাই কটা বুকুৰ ঘাঁ নুশুকায
অ' মালতী নুশুকায।
চাহ চালনিতে মাৰিছে কি
তেজ, সামনে চকুৰ পানী
তেজ, অ তেজ মালতী
মনত পৰেনে অমাৱশ্যাৰ ৰাতি আহে

দালাল যদুৰাম
স্বদেশৰ সমান
প্ৰেম ছলনা
পুতলা খেলনা
শিল হ'ল, শিল হ'ল অ' মালতী
আহ মালতী গুলি চলোৱাৰ আগেয়ে
ঘামৰ হাতেত ৰাখী বান্ধি
সূত লগাৰ কাহিনী কওঁ
কালৰ খোজত তালে তালে
একে লগে উশাহ লওঁ!
ফাঁকি নাকী ছিঙি তোৰ হাতে
চাহ গছত ফুলাব সোণ
তোৰ মাতে নমাব আকাশৰ জোন
তোৰ গীতৰ মাটিৰ গোন্ধে চিনাব
বুকুৰ কুটুম কোন?
মালতী বজা কালৰ মাদল বজা
তাল অফাল কৰি কালৰ মাদল বজা
বুধু-লচমী-সাৰপাই যোৱাকে বজা
সাত শতৰুৰ বুকু কঁপি যোৱাকৈ বজা
জাগ্‌জা গিজা জাগ্‌জা গিজা



# ঝুমইৰ

নৱ বাহাদুৰ দৰ্জী

চৰলৈ দিয়া মোক
। ভাগৰৰ অৰণ্য ভাঙি ভাঙি উৎসৱ পাতিবলৈ দিয়া
য়া সেউজীয়াৰে গা-ধুবলৈ
নিময়ত তোমালোকক তেজ ঘামৰ সতে চিনাকি কৰি দিম।

জনা বাজক। গোটেই ৰাতি সাৰে থাকক
লি হালি ফুলক কৃষ্ণচূড়া
লগোবাৰ ঘিৰাইত উঠক অজুত লহৰ
ভক হোৰালিখ বুকুত সোমাই আহক
নি লানি চাহ গছ
ই পতীয়া ৰঙেৰে উপচি পৰক দেহ বৈভৱ।

ং বাগানৰ আকাশ বতাহ মুখৰিত হওক।
লখ তালত নামি আহক মেঘ ৰ'দ ৰৰষুণ
ান গধূলিৰ ভৰি পৰক আশাৰ টুকুৰিবোৰ

মাৰ ইয়াত বহুদিন মানুহবোৰে হঁহা নাই। কথা পতা নাই বুকুৰ
ৰ খুলি। ভয় ভয়কৈ কটাইছে দিন
ানেও কাৰো মুখলৈ চোৱা নাই। স্নেহাতিথ মচা নাই চৰাইবোৰক ...

ক নাচিবলৈ দিয়া
ই নাচি মৰিবলৈ দিয়া। মৰি মৰি জী উঠিম নাচিবলৈ
ৰ সতে নাচিব কুসুম-লক্ষ্মী, পাৰ্বতী
চাল বাতিৰ বাঁহী খঞ্জৰী সোমাই পৰিব মানুহৰ বুকুত
মাৰ সতে নাচিব ৰুপাজুলিৰ কুঁহিপাত
কোবাকাৱৰ তপত মাটি
ক পানবাৰীৰ নাঙঠ গছবোৰ।



## সেউজী ইতিহাস

□ দময়ন্তী চিক

ৰিব ৰিব মলয়া
লৈ যোৱা দেশ বিদেশলৈ
মোৰ তিক্ত হৃদয়ৰ বাৰ্ত্তা,
বেদনা সিক্ত কলিজাৰ ভাষা
নিৰবে স্পন্দিত ধমনীৰ সোঁতে
ব্যক্ত কৰা;
তাহানিৰ সেই উন্মুক্ত মনত
জিঞ্জিৰ পিন্ধোৱা মেলেছহঁতৰ
অত্যাচাৰ উৎপীড়নৰ বিজয়ৰ কথা;
মোৰ কলিজাত আঘাত হানি হানি
কোমল কৰি কই যোৱা কলৰ কথা
কলিকতীয়া ডিপোত, অজস্ৰ বন্দীৰ ক্ৰন্দনত
ভাগি পৰা মোৰ বুকুৰ স্পন্দন,
ৰোগাক্ৰান্ত শ্ৰমিকৰ অৰ্দ্ধমৃত শৰীৰক
নৈতে সমাধি কৰি,
ধিক্ ধিক্ তোৰ এই জীৱন বুলি,
ব্ৰহ্মপুত্ৰই দি অহা ফেৰীৰ ভাষা।
ধূৰ্ত্ত ম্লেচ্ছৰ মিছা প্ৰলোভনত
'আড়কাটিয়া' আৰু 'গিৰমিটিয়া' নাম লৈ
হেৰুৱালোঁ মোৰ আত্মীয় স্বজন,
হেৰুৱাই বুকুৰ আইক
হেৰুৱালো মোৰ জনমভূমি
হেৰুৱাই আত্ম পৰিচয়
পদাৰ্পন কৰিছিলো অসমৰ মাটিত
চিৰ জীৱনলৈ।
নেওচি অজস্ৰ মাৰি মৰক
নেওচি সিংহেশ্বৰ বাধা
নিৰবে সহিলো য'ত উৎপীড়ন যাতনা
ৰচিলো সেউজী ধৰা;

লৈ যোৱা দেশ বিদেশলৈ
মোৰ বিদিৰ্ণ আত্মাৰ, ভগ্ন শৰীৰৰ
জীৱিত মৃতদেহবোৰৰ সংগমত,
জন্ম লভা মোৰ সেউজী ইতিহাস।

## সংগ্ৰাম

❑ মনবট কেওট

হয়তো সিদিনাই অঙ্কুৰিত হৈছিল এটি ভ্ৰূণ
যিদিনা মোক বন্দী কৰা হৈছিল
কলিয়া পানীৰ মুক্ত কাৰাগাৰত,
দিন আৰু ৰাতিবোৰ কোনো পাৰ্থক্য নোহোৱাকৈ
মোৰ বাবে হৈ পৰিছিল সোণ বুটলি গৰাকীৰ
গতাই দিয়াৰ সময়,
অঙ্কুৰিত সন্ততি ছাগে
তাৰ মাজতে বিকাশ ঘটিছিল
অনাগত দিনবোৰৰ বাবে,
ফুল, পাত, চৰাই আৰু নীলাবোৰ
মোৰ বাবে হৈ পৰিছিল
সাগৰ [illegible] কৰ দৰে
কাটি [illegible] ৰেৰ, শিৰীৰবোৰ আৰু কলঘৰৰ
আকাশ কঁপাই তোলা গৰ্জনে যেন
মোক সাৱধান কৰি কৈছিল -'খবৰ দাৰ'
এটি নৱ প্ৰজন্মৰ আশাত মই
এবাৰলৈও হাত মেলা নাই আকাশলৈ
প্ৰয়াস কৰা নাই চৰাইৰ সতে কথা পাতিবলৈ
দৃষ্টি ঘূৰাই আনিবলৈ বাধ্য হৈছিলো
সেউজীয়াবোৰৰ পৰা
গতানুগতিক হৈ পৰিছিল মোৰ জীৱন
কেৱল শ্ৰম, শ্ৰম আৰু শ্ৰম।
মোৰ আবেগ আৰু অনুভূতিবোৰ
[illegible] মানৱ সৈতে

পাণ কৰিবলৈ দিয়া হৈছিল মোৰ গৰাকীক,
বিনিময়ত মোক দিয়া হৈছিল এটুকুৰা ৰুটি
আৰু এবটল মদ
আৰু সহজে অতিবাহিত হৈছিল মোৰ জীৱন
আৰু এটি ঘোষিত হৈছিল
অস্তিত্ব, সেই সত্বাৰ
যাৰ নাম ৰখা হ'ল সংগ্ৰাম।●●

**ভক্তি গীত**

## দেহাতত্ব

❑ হৰো ৰাজোৱাৰ

এখন সুন্দৰ মাটিৰ দেহা হেলাতে হেৰাৱেৰে
বলা সদা মুখেৰে ৰাধেগবিন্দ হৰি নাম
এমন সুন্দৰ ... ... ..
বাল্য কালে ধূলায় খেলে
দিন কেইটা বিতালে ৰে
বল সদা মুখে ... ... ...
যৌৱন কালে প্ৰেমেৰ লীলা
আৰ ক'ত চলাবে ৰে
বল সদা মুখে . . .. ...
বৃদ্ধকালে মায়াৰ জালে
আৰ ক'ত ফাঁচি বে ৰে
বল সদা মুখে ... .. ...

ভাবাৰ্থ ঃ —সৃষ্টি কৰ্ত্তাই এই পৃথিৱীত সৃষ্টি কৰা অনুপমত কৈ অনুপম বস্তু বিলাক সময়ৰ তাগিদাত নিঃ শেষ হৈ পৰে। গতিকে আমাৰ এই সুন্দৰ মাটিৰ দেহাক লৈ নিজেই নিজক আত্ম সন্তুষ্টি লভি লাভ নাই। কাৰণ ই ক্ষণস্থায়ী আৰু ইতিমধ্যে বাল্য কাল ধূলি বালিৰ খেলত যৌৱন কাল প্ৰেম লীলাত পৰি পাৰ কৰা হ'ল। এতিয়া বৃদ্ধ কালত মায়া মোহত পৰি দিন কটোৱাত কৈ ৰাধা-গবিন্দৰ নাম স্মৰণ কৰি নিজকে মুক্তি লোৱা।



# কলিৰ চমৎকাৰ

❑ হৰেণ ৰাজোৱাৰ

আইৰে আই দেখবি যদি
কলিৰ চমৎকাৰ
মাইকে মাৰে কিল ঘুমা ঘুম
বৌকে কৰে নমস্কাৰ
আই ৰে আই
কলিৰ যুগেৰ কল্কি
লাগাই দিলে ভেল্কি
আকাশে উড়াইল লহাৰ গাড়ী
আই ৰে আই .
ইন্দুৰে পঢ়ছে পুথি
বিলাযেৰ মাথায টপী
ৰং দিয়ে বলছে সনা
চিনলি নাৰে জনম কানা
আই ৰে আই

ভাবাৰ্থ ঃ -শাস্ত্ৰত কালত চাৰি ভাগত ভাগ কৰিছে। সত্য, ত্ৰেতা, দ্বাপৰ আৰু কলি। কলিকালৰ মানুহৰ নিজা সুভ বুদ্ধি নাশ হয। কলি কালত মানুহৰ নিজা জন্ম দাত্ৰী মাতৃকো অত্যাচাৰ কৰে আৰু বৌ ঘৈণীযেকক শ্ৰদ্ধা কৰে। কি যে কলিৰ ভেল্কি যি লোহাক ভূমিতে টনা কঠিন তাক আকাশত উৰাইছে। যেন এন্দুৰে কিতাপ পঢ়িছে আৰু মেকুৰীযে পাঠ দান কৰিছে। ৰং দিযেই যি কোনো পদাৰ্থক সোণলৈ ৰূপান্তৰিত কৰিছে। গতিকে হে কণা ভালকৈ চিনি জানি লোৱা। ইযেই হ'ল কলিৰ চমৎকাৰ।



## আধুনিক গীত

### ❑ ৰাম চাচনী

ঘন শিৰীষ নীচে
চাহ গাছেৰ মাঝে মাঝে
হাড ভাঙ্গা কাম কৰি কত জনে
হায়ৰে শিৰীষ তৰ কথা জানে ক' জনে।

ধূপ কি বৰখন
ছায়া দিছি মাৰাখন
মৰম দিযে কি পালি তৰ জীবনে
হায়ৰে শিৰীষ তৰ কথা জানে ক জনে। ❖❖❖

## গীত

### কথা আৰু সুৰ

### ❑ দুলাল মানকি

বাঁশীয়া সুৰ ৰিণি ৰিণি
ঢোল পেপাৰ আবাজ শুনি
বুধু তই আহ তই আহৰে
বিহু নাচিম আহ।

ক'ন দূৰে আবাজ শুনি
কে ডাকিল বুধু বলি
বুধু আহ তই আহ
বহাগ বিহুৰ সময় ধনী বিহু নাচিম আহ।

নতুন পুৰুষ হামৰা নতুন সঙ্গে চলিব মিলাই
চাহ গাছেৰ কঁচি পাতা, তুলিব টুকুৰী ভৰাই
ধনী হ্যায় ৰে হ্যায়
চাহ বাগানে শ্ৰম দিয়ে যাব আগুৱায়।

আমাৰ দেশেৰ নাৰী হামৰা
বহু ৰঙীন ফুল বাগিচাৰ
ভেদা-ভেদ বিনাশ কৰে আনিব নতুন জোৱাৰ
ধনী হ্যায় ৰে হ্যায়
কি দিয়ে সাজিব আইজ হৃদয়েৰে বান্ধ। ❖

গল্প

# চল মিনি আসাম যাব

❑ দীনেশ্বৰ তাঁতী

উৰিষ্যাৰ এখন সৰু গাঁও । নাম মধুৰছোৱা । ভুবনেশ্বৰৰপৰা বাৰ-চৈধ্য মাইল মান হ'ব, চিল্কা হ্ৰদৰ ওচৰতে । জগন্নাথ মন্দিৰলৈও বৰ বেছি দূৰ নহয়। তাৰে এখন গাৱঁৰ কথা । মধুৰছোৱা গাঁওখনৰ নাম, নামৰ লগত গাঁওখনৰ মিল কিমান থাকে - বুজাত কিছু অসুবিধা । নামৰ সাৰ্থকতা দেখা নাযায় ।

দেশ পৰাধীনতাৰ কবলত । বাট-পথৰ সুচলতা নাই । যাতায়তৰ বাবে অসুবিধা । সীমিত লাইনত ৰেলগাড়ীৰ চলাচল । বহুদূৰ বাট খোজ কাঢ়ি ৰেল গাড়ী ধৰিব লাগে । তেনে এটা যুগৰ কাহিনী । সভ্যতাৰ পোহৰ নপৰা মধুৰছোৱা গাৱঁৰ কাহিনী । উৰিষ্যাৰ মহানদীৰ ওপৰত দলং বনোৱা যুগৰ কাহিনী । অসমত চাহৰ বাগান খোলাৰ যুগৰ কাহিনী । চাহনীত কাম কৰাবৰ বাবে বিভিন্ন প্ৰান্তৰ পৰা 'আৰকাঠীয়াৰ' সহায়ক বনুৱা চালান কৰা যুগৰ কাহিনী । সঁচা কাহিনী ।

ৰাতি দোভাগ । হাতত সাৰে ভৰিত সাৰে দুটা কেঁচুৱাৰে সৈতে এগৰাকী মাইকী মানুহ ঘৰৰপৰা কোনেও ক'ব নোৱাৰাকৈয়ে বাহিৰ ওলাল । সেই সময়ত ঘৰৰ সকলো মানুহ মৰ টোপনীত; কেঁচুৱা দুটাও । তেনে এক গহীন পৰিস্থিতিত মাইকী মানুহগৰাকীয়ে কেঁচুৱা দুটাৰ এটাক পিঠিত আৰু আনটোক বোকোচাত লৈ মূৰত এটি কাপোৰৰ সৰু টোপোলাৰে সৈতে ঘৰৰপৰা বাজ হৈ কিছু স্বস্তিৰ নিঃস্বাস এৰিলে । নঙলাডাল খুলি ৰাস্তাত ভৰি দিহে আৰু কিছু সকাহ পোৱা যেন অনুভৱ হ'ল । মনলৈ কিছু মুকলি ভাৱ আহিল ।

লক্ষ্যস্থান বায়েকৰ ঘৰ । কোনোদিন দেখাও নাই, শুনিছেহে । নাম বস্তা। এখন সৰু ঠাই । কাৰোবাক সুধিব । সুধি-পুছি ঠাইডোখৰ উলিয়াব । মানুহে নিশ্চয় সহায় কৰিব । মানুহে মানুহক যদি এইখেৰা সহায় নকৰে কোনে কৰিব? মানুহৰ ওপৰত অগাধ বিশ্বাস ৰাখি ভুত-ভৱিষ্যতৰ কথা চিন্তা নকৰি খণ্ডৰ ভমকত কেঁচুৱা দুটাৰে সৈতে ঘৰৰপৰা মনে মনে পলাই আহিছে ৰাতি দোভাগত - চিৰদিনৰ কাৰণে - বস্তালৈ বুলি । অথচ বস্তাৰ ঠাইটোকে দেখা নাই । শুনিছেহে, বায়েক-ভিনিহেয়েক তাতে থাকে বুলি । দূৰত্ব কিমান তাকো নাজানে । লিখিব-পঢ়িব তাই নাজানে যদিও তাই সম্ভ্ৰান্ত ঘৰৰ বোৱাৰী । ঘৰখনে তাইৰ প্ৰতি কৰা অন্যায় অবিচাৰত অতিষ্ঠ হৈহে এনে ভয়ঙ্কৰ সিদ্ধান্ত ল'বলৈ বাধ্য হ'ল ।

নহ'লেনো মধুৰছোৱা গাৱঁৰ সম্ভ্ৰান্ত পৰিয়ালৰ বোৱাৰী হৈ এনে অকাৰ্য কাম কৰেনে? যাৰ ফলত মান-সন্মান সকলো জলাঞ্জলি দি সৰু মানুহৰ দৰে ঘৰৰ ডাঙৰ বোৱাৰী হৈয়ো আজি ঘৰৰপৰা মনে মনে পলাই আহিব লগা হ'ল ।

ৰাতি পুৱাবলৈ সময় যিমানেই আগুৱাই গৈছে ৰাতিটো সিমানেই গহীন হৈ গৈ আছে । তথাপি মানুহ গৰাকীৰ কোনো ভ্ৰূক্ষেপ নাই, নাই কোনো শংকা আৰু ভয় । ভৰিৰ গতি দ্ৰুততৰ হৈছে - খৰস্ৰোতা নদীৰ দৰে বিৰামহীন । তাই গৈ আছে - গৈয়েই আছে , সোনকালে মধুৰছোৱা গাঁওখন ৰাতিৰ আন্ধাৰত পাৰ হ'ব পাৰিলেই ৰক্ষা, নহ'লে যে সকলোতে জনা-জনি হৈ যাব । সকলোৱে হাঁহিব 'বৰ ঘৰৰ জী' পলাইছে বুলি । তেতিয়া সকলোৰে নাক-কাণ কটা যাবতো যাবই, তাইৰো অৱস্থা পানীত হাঁহ নচৰা হ'ব । তাইৰ লক্ষ্য যিমান সোনকালে পাৰে নিজৰ চিনাকি গাঁওখন ৰাতিৰ আন্ধাৰতে পাৰ হ'ব পাৰিলেই নিজৰ কাৰণে মঙ্গল । নহ'লে তাই শিয়ৰি উঠে পিছৰ পৰিস্থিতিৰ কথা ভাবি।

গহীন ৰাতি ক'তো কাৰো সাৰি-শব্দ নাই । দূৰত দুই-এটা কুকুৰৰ ভুকভুকনি, লগতে খৰ খোজেৰে ধাবিত হোৱাৰ কাৰণে আঁঠুৰ মূৰলৈকে পিন্ধি লোৱা মেখেলাখনৰ আগটোৱে কিছু চট্‌প চট্‌প শব্দ কৰি গৈছে । ভৰিত পিন্ধি লোৱা ৰাপৰ পৈৰী যোৰৰপৰাও কিছু জুনুক-জানাক শব্দৰ বাহিৰে কাৰো মাত শুনা নাযায় । গোটেই পৃথিৱীখন যেন গভীৰ টোপনিত ।

তাই কিছু থমকি ৰয় । বোকোচাত অনা কেঁচুৱাটোক সোঁফালৰপৰা বাওঁফাললৈ নিয়ে । সোঁহাতখনে কিছু আৰাম পায় । একে লেথাৰিয়ে অনাৰ কাৰণে সোঁহাতখনত টন টনোৱা যেন লাগে । মেখেলাখনো এখন হাতেৰেই কিছু টানি লয় কষ্ট হয় । কেঁচুৱা দুটাও টোপনিত লালকাল, নহ'লে দিগদাৰি হ'লহেঁতেন ।

আগদিনা দিনা হৈ যোৱা ঘটনাবোৰৰ কথাকে মনৰ মাজত পাগুলি পাগুলি গৈ আছে । কিহৰ পৰা কিযে হৈ গ'ল । কথাবোৰ চিন্তা কৰাৰ লগে লগে তাইক শোকে খুন্দা মাৰি ধৰে - ক'ব নোৱাৰাকৈয়ে দুচকুৰেদি চকুলো বাগৰি পৰে । মচাৰ চেষ্টা কৰা নাই । যিমানেই চিন্তা কৰিছে সিমানেই চকুৰ পানী বেছি হৈছে। চকুৰ পানীৰে কেতিয়াবা বাট নেদেখাৰ দৰে হয়, তথাপি তাই গৈ আছে । শোকৰ জ্বালা সহিব নোৱাৰি হঠাতে তাই উচুপি উঠে । সেই উচুপনিতে কাপোৰেৰে [illegible]ঠিত বান্ধি অনা চাৰি বছৰীয়া ল'ৰাটোও সাৰ পাই উঠে । মাকক কন্দা দেখি সিয়ো কান্দি উঠে - ক'ব নোৱাৰাকৈয়ে । সিয়ো যেন মাকৰ দুখত দুখি।

মাকৰ খং উঠি যায় হঠাতে মনৰ চিন্তাত যতি পেলোৱাৰ কাৰণে । বিনিময়ত ল'ৰাটোক বাঘচকা এটা দিয়ে । পিছফালে কাপোৰেৰে মেৰিয়াই

ল'ৰাটোৰ পিঠিত । 'মনে মনে শুই থাক - নহ'লে আৰু পাবি ।' বাঘঢকা আৰু ধমকি পাই ল'ৰাটোৱে শান্ত হাবাৰ সলনি বেছিকৈহে চিঞৰি উঠে । তথাপি মানুহগৰাকীৰ কোনো ভ্ৰূক্ষেপ নাই - গৈ আছে, গৈ আছে । এই গৈ থকাৰ যেন কোনো শেষ নাই । যিমান পাৰে সিমান খৰ খোজ দিব লগীয়া হৈছে - চিনাকি গাঁওখনৰ মানুহবিলাক শুই নুঠাৰ আগতেই পাৰ হ'ব লাগিব, মান-সন্মানৰ কথা নিহিত হৈ আছে । ডাঙৰ ঘৰৰ বোৱাৰী মাজ ৰাতি ঘৰৰপৰা অহা দেখিলে বৰ ডাঙৰ কথা হ'ব । সকলোৱে তাইকে দূষিব । ভগৱানৰ নাম লৈ যিমান পাৰে সিমান খৰ খোজেৰে ধাৱিত হৈছে কোনেও নেদেখক বুলি ।

তাইৰ জানো ভুল হৈছে ? তাই আকৌ মনতে পাগুলে । নাই, কোনো ভুল হোৱা নাই - কোনো মাইকী মানুহেই এনে কেটেৰা-জেঙেৰা খাই দিনৰপিছত দিন, মাহৰ পিছত মাহ, জীৱন অতিবাহিত কৰিব নোৱাৰে । হয় ঘৰৰপৰা পলাব লাগিব, নহয় চিপজৰী লৈ মৰিব লাগিব, কিন্তু মই মৰি গ'লে মোৰ এই বাচ্চা দুটাক কোনে চাব ? গতিকে মই পলাই আহি একো ভুল কৰা নাই । তাই নিজকে সান্ত্বনা দিয়ে । এৰা, তাইৰ কি নাছিল, সকলো ফালে জয়- জয়, ময়-ময় অৱস্থা। মধুৰছোৱা গাৱঁৰ গুৰবাৰী নাহাকৰ ঘৰ বুলিলে সকলোৱে চিনি পায় - সকলোৱে সন্মান কৰে । ই ফালেদি তাই ঘৰখনৰ ডাঙৰ বোৱাৰী, অৰ্থাৎ গুৰবাৰী নাহাকৰ পত্নী । কত যে খাটিৰ, কত যে সন্মান । বিয়াই-বাৰুৱে, সকামে-নিকামে তাই নহ'লে একোৱেই নহয় । তাই সকলোতে আগ স্থান পায় । কিন্তু কিযে হৈ গ'ল। কথাবোৰ চিন্তা কৰাৰ লগে লগে মূৰটো আচন্ত্ৰাই কৰা যেন লাগিল । নিষ্ঠুৰ ভগৱানে তাইৰ মুখ দেখি সহ্য কৰিব নোৱাৰিলে হয়তো । নহ'লেনো মতা মানুহজনক কাম কৰি থকা অৱস্থাতে যমদূতে ধৰি নিয়েনে ? নে গংগা মাইৰ দোষ লাগিল নহ'লেনো একেদিনাই বমি আৰু পাইখানা হোৱাৰ বাবে মানুহজন মৰিব পাৰে ? ক'ত বাৰ কৈছিলোঁ তেখেতক 'বুজিছে, ৰাজমিস্ত্ৰিৰ কাম কৰিব নালাগে । ঘৰৰ যিমানখিনি মাটি আছে সেইখিনি ভালদৰে খেতি কৰিলে আমাৰ পৰিয়ালটো সুন্দৰভাৱে ভাৱে চলি যাব, শুনিছেনে ? মহানদী দলঙত ৰাজমিস্ত্ৰিৰ কাম কৰিব নালাগে । দলং বনালে হেনো তাত মানুহ পূজা দিলেহে গংগা মায়ে বোলে দলং বনাবলৈ দিয়ে । গতিকে মানুহ পূজা দিলেহে দলং যদি বনাবলগীয়া হয়, তেতিয়া হ'লে তাত কাম নকৰাই ভাল আৰু.তেনেকুৱা দলঙৰো দৰকাৰ নাই ।'

'হেৰা, তোমালোক মাইকী মানুহ, মাইকী মানুহৰ কাম কৰা । মতা মানুহবিলাকে কি কৰে কি নকৰে সেইবোৰ চিন্তা কৰি মূৰ ঘমাবৰ কোনো দৰকাৰ নাই । তোমালোকে খাবলৈ পাইছা যেতিয়া ঘৰৰ বাহি বন কৰি খাই থাকা ।

কোনটো ভাল বেয়া মই জানো ।’ এনে ভেকাহিত তাই মনে মনে থাকিবলগীয়া হয় । কিন্তু এতিয়া ! স্বামী দেৱতাৰ অবিহনে তাইৰ যে কি অৱস্থা হৈছে তাক ওপৰৰপৰা চাই আছেনে ? স্বামীহাৰা হোৱাৰ এমাহ নৌ হওতেই যে তাইৰ ওপৰত গোটেই ঘৰখনেই নিষ্ঠুৰ হৈ পৰিব তাই কোনো দিনেই কল্পনা কৰিব পৰা নাছিল । যি গৰাকীক ঘৰৰ সকলোৱে সন্মানৰ চকুৰে চাইছিল, সন্মানৰ আসনত বহুৱাইছিল অথচ স্বামী ঢ়কোৱাৰ এমাহৰ পিছতেই সকলোৱে তাইক লেই-লেই, চেই-চেই কৰিবলৈ ধৰিলে । কথাই কথাই কেটেৰা-জেঙেৰা । মাত-কথাত মিঠা সুৰ নাই । স্বামী দেৱতাৰ 'মৰেই মুৰ খালো' বুলি । পিটিবলৈকে খেদা মাৰি আছে, প্ৰতিটো কামতে আজিকালি সকলোৱে খুঁত ধৰা হ'ল । মুঠতে জীৱনটো দুৰ্বিষহ কৰি তুলিছে । ল'ৰা-ছোৱালীহালৰ মুখলৈ চাইহে জীয়াই থাকিবলগীয়া হৈছে । কেতিয়াবা তাই আত্মহত্যাৰ কথাও চিন্তা নকৰা নহয়; কিন্তু সন্তান দুটাৰ মুখলৈ চাই তেনে কামৰপৰা বিৰত থকা হ'ল । এনেবোৰ কাৰণতেই আজি তাই ঘৰৰ ডাঙৰ বোৱাৰী তথা সম্ভ্ৰান্ত ঘৰৰ হৈযো অতিষ্ঠ হৈ পলাই আহিব লগীয়া হৈছে । কোনো দিন নেদেখা ৰস্তা নামৰ ঠাইত থকা বাযেক-ভিনিহিয়েকৰ ঘৰলৈ বুলি শান্তিৰ নীড বিচাৰি । কথাবোৰ যিমানে চিন্তা কৰিছে সিমানে তাই শোকত নিমজ্জিত হৈ গৈ আছে ।

পাছে পাছে কোনোবা এটা আহি থকা যেন তাইৰ অনুভৱ হ'ল । ভূত-প্ৰেত নহয়তো ? মনতে এবাৰ ভাবিলে, ভবাৰ লগে লগে তাইৰ শৰীৰটো চেঁচা যেন লাগিল । ভগৱানৰ নাম সাতবাৰ স্মৰণ কৰি পাছ ফালে ঘূৰি নাচাই তাইৰ খোজ কঢ়াৰ গতি খৰ কৰিলে, যেন দৌৰিহে গৈছে । ইফালেদি পাছে পাছে আহি থকা বাটৰুৱাজনে হঠাতে কেঁচুৱাৰ কান্দোন শুনি আৰু মাইকী মানুহৰ মাত শুনি উচপ্ খাই উঠিল আৰু ভয়তে ক'ব নোৱাৰাকৈয়ে কিছু জোৰকৈ চিএঁৰি উঠিল, কোন ? এই ৰাতিখন কেঁচুৱা লৈ ক'ত পলাইছ; ৰ'বি ?'

মাইকী মানুহগৰাকীয়েও মতা মানুহৰ মাত শুনি কিছু থমকি ৰ'ল । তেওঁৰ মনলৈ সাহস আহিল । ভূতৰ ভয় নিমিষতে উৰি গ'ল -যদিও ভয়ে ভয়ে ক'লৈ, ' ম ম ই মধুৰছোৱা গাওঁৰপৰা আহিছোঁ । ৰস্তালৈ যাম । ৰেল ধৰিব লাগে । ৰস্তাত মোৰ বাইদেউ-ভিনহিদেউৰঘৰ আছে, তালৈকে যাম !'

'ৰস্তালৈ যাবি যদি ইমান ৰাতি কিয় আহিব লাগে । দিনৰ পোহৰতে আহিব পাৰিলিহেঁতেন । তাৰ মানে তই ঘৰৰপৰা মনে মনে পলাই আহিছ, নহয় জানো ?' অচিনাকি বাটৰুৱাজনে আন্দাজতে সুধিলে ।

মাইকী মানুহগৰাকীয়ে কথাটো শুনি হুক হুক কৰে কান্দিলে আৰু ভয়তে মানুহজনক সকলো কথা কোনো লুক-ঢাক নকৰাকৈ বেকত কৰিলে । তাই ক'লে,

'মই কোনো দিন ঘৰৰপৰা বাহিৰ ওলোৱা নাই । ৰস্তাও দেখা নাই । বাইদেউহঁত তাত থাকে বুলি জানোহে । ঘৰৰ মানুহজন মৃত্যু হোৱাৰ পাছৰ পৰা পৰিয়ালৰ মানুহখিনিয়ে কৰা অত্যাচাৰৰ কাৰনেহে আজি মনে মনে পলাই আহিবলৈ বাধ্য হৈছোঁ । আপুনি ক'লে যাব ৷ তাই থোকা-থুকি মাতেৰে ক'লে । 'ময়ো ৰস্তালৈকে যাম । চিন্তা কৰিব নালাগে তোৰ বাইদেউ-ভিনিহিদেউৰ ওচৰতে মই থাকো । ভালেই হ'ল মোৰো এটা লগ হ'ল কথা পাতি যাব পাৰিম ।' বাটৰুৱাজনে ভগবানলৈ নমস্কাৰ কৰি এটি কুটিল হাঁহি মাৰিলে । মাইকী মানুহ গৰাকীৰ ৰাতিৰ আন্ধাৰত সেই হাঁহি দেখাৰ সৌভাগ্য নহ'ল ।

অনাক্ষৰী সহজ-সৰল নাৰী তাই, আভুৱা কি বস্তু বুজি নাপায়। সেয়ে অচিনাকি বাটৰুৱাজনৰ কথাকে গম্ভীৰ ভাবে বিশ্বাসত ল'লে আৰু মনে মনে দয়ালু ভগবানক নমস্কাৰ জনালে অভাগিনীক উপযাচি আহি সহায়ৰ হাত আগবঢ়োৱাৰ কাৰণে ।

কাউৰীয়ে কা নৌ কৰোঁতেই আহি ৰেল ষ্টেচন পালেহি । মানুহজন লগত থকাত তাইৰ একো কষ্ট হোৱা নাই । কাকো সুধিবলগীয়াও হোৱা নাই । চাহ-তাহৰ যোগাৰ তেওঁ কৰি দিছে ল'ৰা-ছোৱালী হালক খুৱাবৰ কাৰণে । লগতে তাইৰো । মানুহজন সঁচাকৈয়ে বৰ ভাল । মানুহজনৰ প্ৰতি তাই কৃতজ্ঞতা জনোৱাৰ ভাষা বিচাৰি পোৱা নাই - কি বুলিনো সম্ভাষণ জনাব ।

ৰেলগাড়ী এখন আহি ৰোৱাৰ লগে লগে এটি হুলস্থূলীয়া পৰিৱেশৰ সৃষ্টি হ'ল । মানুহবিলাকে ইফালে সিফালে দৌৰা-দৌৰি কৰিছে । কোন ক'ত গৈছে একো ঠিকনা নাই । অহা আহিছে যোৱা গৈছে । কোনেও কাৰো ফালে চোৱাৰ অৱকাশ নাই । এক ব্যস্ততামুখৰ পৰিৱেশ । বিভিন্ন চিঞৰ-বাখৰ এক মিশ্ৰিত গুঞ্জন ধ্বনিত পৰিণত হৈছে । এইবিলাক দৃশ্য চাই চাই মানুহগৰাকীয়ে কেঁচুৱা দুটাৰে সৈতে ভেৰা লাগি আছে। তাই একো পাৰাপাৰ পোৱা নাই । মতা মানুহজনক নোপোৱাহেঁতেন বাৰু তাইৰ অৱস্থা কি হ'লহেঁতেন । কথাটো চিন্তা কৰাৰ লগে লগে শৰীৰৰ ওপৰত এটি সিৰসিৰণি বৈ যোৱা যেন অনুভৱ হ'ল । হঠাতে কাৰোবাৰ চিঞৰ শুনিহে তাইৰ গাত চেতনা আহিল । ঘূৰি চোৱাত দেখিলে সেই বাটৰুৱাজন ।

'কি হ'ল, কি চিন্তা কৰিছ ? ৰস্তালৈ নাযাব নেকি ? ব'ল, ব'ল, ৰেলত উঠ', বুলি কোৱাতহে তাই ল'ৰা-ছোৱালীহালক লৈ বাটৰুৱাজনৰ নিৰ্দেশ অনুসৰি ৰেলৰ ডবাত উঠিল আৰু এচুকত ল'ৰা-ছোৱালীহালক লৈ কুচি-মুচি বহিল । বাটৰুৱাজনে তাইৰ অৱস্থা দেখি এটি কপট হাঁহি মাৰি খিৰিকিৰ ওচৰত বহি বাহিৰলৈ চাই ৰ'ল ।

ৰেল চলিল । দুৰ্ভগীয়া নাৰী তাই । ৰেলৰ গতিৰ লগতে তাইৰো মনে গতি কৰিলে - কেনেকৈ বায়েকক সকলো ঘটনা বিৱৰি ক'ব; তাইক খুব মৰম কৰিব আৰু চাগে ক'ব 'কি ? আমি মৰি গৈছোঁ নেকি ? নালাগে যাব আৰু তালৈ আমি যি খাম তইঁতেও তাকেই খাবি । চিন্তা কৰিব নালাগে - আমি মৰি যোৱা নাই । নিজৰ ঘৰ বুলি ভাবিবি, বুজিছ ' হঠাতে ৰেল গাড়ীখন ৰৈ যোৱাৰ লগে লগে তাইৰো কল্পনাত যতি পৰিল, আৰু ল'ৰালৰিকৈ কেঁচুৱা দুটাৰে সৈতে কাপোৰৰ টোপোলাটো হাতত লৈ থিয় হ'ল ৰস্তা পালো বুলি । কিন্তু মানুহজনে নিৰ্বিকাৰভাৱে বাহিৰলৈ চাই থকাত বুজিলে যে এইটো ষ্টেচনত নামিব নালাগে। ইয়াৰ আগত আছে ছাগে, তাই আগৰ ঠাইত পুনৰ বহি পৰিল । ৰেলগাড়ীখন পুনৰ চলিবলৈ - চলিয়েই থাকিল ৰস্তা নাপায়হে নাপায় । তাই অতিষ্ঠ হৈ পৰিল। নিৰ্বিকাৰভাৱে বহি অহা মানুহজনক সুধি সুধি ব্যতিব্যস্ত কৰি তুলিলে - ৰস্তা কেতিয়া পাব বুলি । মানুহজনেও নিৰ্বিকাৰভাৱে এই পালোঁ বেছি দূৰ নাই, পাযহিহে লাগে ! আৰু সঁচাকৈয়ে এসময়ত আহি ৰেলগাড়ীখন ৰৈ গ'লহি । প্ৰথমে পাই অহা ষ্টেচনটোতকৈও ডাঙৰ ৰেল ষ্টেচন এটা। কোনফালে ৰস্তা আছে তাৰ দেখোন কোনো চিনেই নাই । মনে মনে তাই ভয় খালেও ৰস্তা পালোঁ বুলি ভাবি মনতে এটা আনন্দৰ ভাব জাগ্ৰত হ'ল । মনৰ আনন্দতে মানুহজনক ক'লে, 'বলক সোনকালে । বাইদেউৰ ঘৰ পাওঁতেই আন্ধাৰে হ'ব দেখোন । ইয়াৰপৰা আৰু বা কিমান খোজ কাঢ়ি যাব লাগিব ।' মানুহজনে একো উত্তৰ নিদি আগবাঢ়িল ।

এয়া আকৌ কি ? জাহাজত উঠিবলগীয়া হ'ল যে ? ঘৰৰ মতা মানুহজনৰ মুখততো কোনো দিন ৰস্তালৈ গ'লে জাহাজত উঠিব লাগে বুলি কোৱা শুনা নাছিলোঁ ! মনতে তাই চিন্তা কৰিলে - ভিতৰি ভিতৰি ভয় খালেও মানুহজনৰ আগত প্ৰকাশ নকৰিলে কিবা ভুল বুজিব বুলি ভাবি । বিপদৰ সময়ত মতা মানুহ এজনে - তাকো অচিনাকি উপযাচি সহায় কৰাটো তাইৰ কাৰণে জানো ভাগ্যৰ কথা নহয় । হয়তো ঘৰৰ মৰদটোৱে জাহাজত উঠিব লাগে বুলি ক'বলৈ পাহৰিছিলেই । গতিকে মানুহজনে যিফালে যাবলৈ ক'ব, সেইফালেই যাব লাগিব। মাত্ৰ সোনকালে বাইদেউৱেকৰ ঘৰ পালেই হ'ল । সহজভাৱে চিন্তা কৰিলে তাই।

জাহাজে গতি কৰাৰ পিছত জাহাজৰ যাত্ৰীৰ মাজত কান্দোনৰ ৰোল উঠিল। তায়ো কান্দি পেলালে । সেয়া আনন্দৰনে বেজাৰৰ ক'ব নোৱাৰাকৈয়ে । তাই নিজকে সংযত কৰি ল'লে ল'ৰা-ছোৱালীহালৰ মুখলৈ চাই । অনাক্ষৰী যদিও উপলব্ধি কৰাৰ শক্তি তাইৰ আছে । তাইৰ মনলৈ নানানটা দুশ্চিন্তা আহিল। জাহাজত উঠাৰ আগতে তাইৰপৰা বাবুকেইজনে কিয় টিপ চহী ল'লে বাৰু ?

সেই বাবুকেইজনৰ লগত মানুহজনে কি ফুচফুচিয়া কথা পাতিছিল বাৰু ? কিবা বিপদতপৰা নাইতো ? মনৰ মাজত খুন্দা-খুন্দলি খাই থকা দুশ্চিন্তা বিলাকক দমন কৰিব নোৱাৰি ওচৰতে থকা এজনক সুধি পেলালে, জাহাজখন ক'লৈ যাব আৰু তেওঁলোকে বা কিয় কান্দিছে ? তেতিয়া সেইজনে কিছু সময় ভেবা লাগি তাইৰ মুখলৈ চাই ক'লে, 'কিয় তুমি ক'ব নোৱাৰা ? দালালৰ পাল্লাত পৰি আজি আমি নিজৰ জন্ম ঠাই এৰি অসম মুলকলৈ যাব লাগিছোঁ । সেই ডিপোটোত চাহাব আৰু বাবুবিলাকে আমাৰপৰা চহী ল'লে; সেইটো কলিকতাৰ ডিপো । তাত নাম লিখালেহে অসমলৈ পঠিয়ায় । আমি অসমলৈ গৈ চাহ বাগান খুলিব লাগিব, আৰু তাতে থাকিব লাগিব । সেই কাৰণেই চিৰদিনৰ কাৰণে নিজৰ ঠাই, পৰিয়ালৰ মানুহবিলাকক এৰি অহাৰ কাৰণে দুখ লাগিছে আৰু তাৰ কাৰণেই কান্দিছোঁ ।' কথাটো শুনাৰ লগে লগে মানুহজনী বলিয়াৰ দৰে হৈ পৰিল আৰু দৌৰি গৈ সেই বাটৰুৱা মানুহজনৰ চোলাত খামুচি ধৰিলে 'চাল্লা কুকুৰৰ জাত, তই মোৰ এয়া কি কৰিলি !' বুলি হুৰাওৰাৱে কান্দিবলৈ ধৰিলে । তাকে দেখি বাটৰুৱা মানুহজনে মিচিক-মাচাক হাঁহিছে, 'বেটি ক'ত যাবি এতিয়া । মইতো কমিচন পালোৱেই আৰু অসমলৈ গ'লে মোৰো প্ৰমোচন হ'ব । তই কান্দি থাক' বুলি মনতে ভাবি তাৰপৰা কিছু আঁতৰলৈ গুচি গ'ল ।

ক'ত উৰিষ্যাৰ ৰন্তা আৰু ক'ত অসম ! কিহৰপৰা কিযে হৈ গ'ল ! তাই আৰু ভাবিব নোৱৰা হয় আৰু এটা সময়ত মূৰ্চ্ছা যাবলগীয়া হয় । জাহাজত থকা মানুহবিলাকে চকুৱে-মুখে পানী মৰাত তাইৰ চেতনা আহে যদিও নিৰ্বিকাৰভাৱে ল'ৰা-ছোৱালীহালৰ মুখলৈ চাই আছে । মানুহবিলাকে নানাটা বুজনি দিছে যদিও সেয়া তাই শুনিছেনে নাই কোনেও ক'ব নোৱাৰে । মাজে মাজে তাই নিজৰ গালত চৰিয়াই, বুকুত চপৰিয়াই আৰু কেতিয়াবা কেতিয়াবা চিঞৰি চিঞৰি কান্দে । কাৰো বুজনিযে কামত নাহে ।

বাটৰুৱাজনক আঙুলি ফুটাই অভিশাপ দিয়ে - কালে টানি নিব বুলি । কেঁচুৱা দুটাৰ সৈতে সাগৰত জাপ দিয়াৰ কথাও তাই চিন্তা কৰে যদিও মায়াত পৰি নোৱাৰা হয় । তাই অনুশোচনাত দগ্ধ । কাজিয়া কাৰ নালাগে ? সেই বুলিয়েইনো তাই মাজ ৰাতি ল'ৰা-ছোৱালী দুটিৰে সৈতে পলাই আহিব লাগেনে, নিজকে প্ৰশ্ন কৰে । কিহে পাইছিল বাৰু তাইক এনে এক ভয়ঙ্কৰ সিদ্ধান্ত ল'বলৈ। চকুৰ পানীৰে বাট নেদেখা হৈ তাই ল'ৰা-ছোৱালীহালক জোৰেৰে সাৱটি ধৰে ।

জাহাজ চলিয়েই আছে । কেইবাদিনো অতিবাহিত হ'ল । তাৰ মাজতে কেইবাজনো যাত্ৰীৰ মৃত্যু হ'ল । মানুহৰ পোৰা গোন্ধত থাকিব নোৱাৰা অৱস্থা। তথাপি জাহাজখন গৈয়েই আছে । মৰা মানুহবিলাকক পানীত পেলাই দিছে ।

দুখ কৰোঁতা কোনো নাই । প্ৰতিজনে নিজৰ জীৱনটোক লৈ ব্যস্ত । কাৰো কাৰো প্ৰতি নজৰ নাই । নিজে বাচিব পাৰিলেই 'বাপৰ বেটা' ।

বহুত দিনৰ পাছত জাহাজ পাৰত লাগিল । লংগৰ পেলালে । অসমৰ পাণ্ডু ঘাট । পাণ্ডু ঘাটৰপৰা আকৌ ৰেলত । ৰেল চলিল । কেইবাদিনৰ মূৰত আহি সকলোবিলাক যাত্ৰী চিনামৰা ষ্টেচনত নামিল । সৰু ঠাই । মাইকী মানুহগৰাকীও ল'ৰা-ছোৱালী দুটাৰে সৈতে নামিল । এইবাৰ উঠিল ট্ৰেক্টৰত । কেইবাঘন্টাৰ পাছত হাতীগড় বাগান পালে । থাকিবলৈ দিলে এটি সৰু পঁজা । চাহ বাগানত কাম কৰিব লাগে । কোনোদিন ঘৰৰপৰা নোলোৱা ঘৰৰ ডাঙৰ তথা মানী বোৱাৰী আজি দুৰ্ভগীয়া নাৰী হিচাপে পৰিগণিত হ'ল । বাগানত কাম, কৰাৰ কথা চিন্তা কৰাৰ লগে লগে তাইৰ মূৰটো আচন্দ্ৰাই কৰিলে । মনত যি ভয় ভাব সোমাল সোমালেই । তাই ভ্ৰম বকিবলৈ ধৰিলে । মুখৰ ভিতৰতে কিবা বিৰ বিৰকৈ কয় - কোনেও বুজি নাপায় । ল'ৰা-ছোৱালী হালেও 'মা মা' কৈ চিঞৰি উঠে । অবুজন ল'ৰা-ছোৱালীহাল । সিহঁতে বুজি নাপায - মাকৰ কি হৈছে । মাকৰ অবিহনে সিহঁতৰ কি অৱস্থা হ'ব । তাক উপলব্ধি কৰিবৰ হোৱাই নাই ।

মানুহ গৰাকী বলিয়া হ'ল । বাগানৰ হস্পিটেলত চিকিৎসা চলিল । চিকিৎসানো কি ? উপায় নাপাই বিষৰ ইনজেকশ্বন দি মাৰি পেলালে - এনেযেই খুৱাই-বুৱাই ৰখাতকৈ । সৰু ল'ৰাটোৱে মৰি থকা মাকৰ বুকুৰ স্তনত মুখ দি গাখীৰ খাব বিচাৰিছিল । ছোৱালীজনীকো মাকৰ মুখ চাবলৈ নিদিলে ডাক্তৰ-নাৰ্চসকলে । মৃত মাকৰ শৱ সংকাৰ কোনে কৰিলে নাজানে । কিন্তু নিঠৰুৱা ল'ৰা-ছোৱালীহালক হ'লে 'ভদ্ৰ ঘৰৰ পোতৰ' বুলি এগৰাকী দৰদী বৃদ্ধা মাতৃয়ে আলাই-আথানি হ'বলৈ নিদি তুলি-তালি ডাঙৰ-দীঘল কৰাৰ দাযিত্ব মূৰ পাতি ল'লে ।

সেই দায়িত্ব অতি গধুৰ - নিজৰ মাকতকৈয়ো । তথাপি 'ভদ্ৰ ঘৰৰ পোত' হঁতে যাতে বৰ্ণ সংকৰ হৈ নপৰে তাৰ চিন্তা আগত ৰাখিয়েই সেই দৰদী বৃদ্ধা মানুহগৰাকীয়ে মাউৰা ল'ৰা-ছোৱালীহালক মানুহ কৰাৰ দায়িত্ব মূৰ পাতি ল'লে - বাবা জগন্নাথৰ কৃপা বুলি ।

(যোড়শ বছৰ, চতুৰ্থ সংখ্যা, ফেব্ৰুৱাৰী ১৯৯১ চনত 'প্ৰকাশ'ত প্ৰকাশিত)



# হাজাৰ প্ৰশ্ন

❑ মাখনলাল বাঢ়ৈ

চাকৰিৰ প্ৰতি খোজতে ৰাকেশৰ বিপ্লৱী মনটো আগতকৈ বেছি বিপ্লৱী হৈ পৰিছে নেকি? ৰাকেশে নিজেই নিজক প্ৰশ্ন কৰিছিল। সময় বাৰ বাজিছে। সি বাগিচাৰ মজদুৰ মহিলাসকলৰ পাত জুখি চিৰিছ্ গছৰ তলত চাইকেলখনত আঁউজি থাকোতেই মহন চৰ্দাৰে জনালে যে 'ধৰমী' বোলা মাইকী মানুহগৰাকীৰ বাগিচাৰ পটিতেই সন্তান এটা জন্মিলে। পাত ছিঙা মাইকীবিলাকে তাইক আগুৰি ৰাখিছে। চৰ্দাৰৰ কথা শুনিয়েই ৰাকেশ পাত বাবুৱে চৰ্দাৰক ডাক্তৰৰ ওচৰলৈ পঠিয়ালে। তেওঁৰ মনত ডাক্তৰৰ প্ৰতি ভীষণ খং উঠিল। তেওঁ যোৱা সপ্তাহতেই তাইক হস্পিতেলত ভৰ্ত্তি হ'বলৈ কৈছিল আৰু তেওঁৰ কথা মতেই তাই গৈছিল; কিন্তু চিকিৎসকজনে কাম কৰি থাকিবলৈ ক'লে। সেয়ে তেওঁৰ মনত নানা খেলি-মেলি ভাব আহিব ধৰিলে। বাগিছাৰ শ্ৰমিকসকলৰ দুখ-কষ্ট আদিৰ বিষয়ে কোনেও গুৰুত্ব নিদিয়ে। কেৱল কাম লাগে। তেওঁ ভাবিছিল, যদি ধৰমীৰ কিবা হৈ যায় কি হ'ব? তেওঁ ওচৰলৈ যাবও নোৱাৰে। তিৰোতা মানুহৰ কথা। তেওঁ মনতে ঠিৰাং কৰিলে বাগিচাৰ চিকিৎসকৰ গাড়ী নহালৈকে তেওঁ বাগিচা এৰি নাযায়। মনত হাজাৰ প্ৰশ্ন লৈ বৈ থাকিল।

এনেতে আকাশলৈ মন কৰিলে আকাশত মেঘে আগুৰি ধৰিছে। শাওঁণ মাহ। ধুমুহা-বৰষুণ অহাৰ বতৰ হৈ পৰিছে। বতাহৰ সোঁত ক্ৰমান্বয়ে বাঢ়িছে। তেওঁ বৰ বিপাঙত পৰিছে। পাতঘৰ এটা আছে যদিও ওপৰত খেৰ নাই। ৰ'দ-বৰষুণত বাগিচাৰ শ্ৰমিকসকলৰ বাচিবৰ কোনো ব্যৱস্থা নাই। তাতে আকৌ ধৰমীহেনো বিষত চট্ফটাই আছে। মালতীয়ে আহি বাবুক জনালে যে মানুহগৰাকীক নিব নোৱাৰিলে বচাবলৈ টান হ'ব। বাচাটো ভালেই আছে যদিও ধৰমীৰ দেহা অৱশ হৈ পৰিছে। ৰাকেশ বাবুৱে একো উপায় দেখা নাই। তেওঁ কি কৰিব? এবাৰ ভাবিলে তেওঁ নিজেই যাব নেকি? কিন্তু ইয়াত যদি কিবা ঘটে? তেওঁ জানে যে তেওঁৰ এটা ডাঙৰ দায়িত্ব আহি পৰিছে। তেওঁ একো মনস্থ কৰিব নোৱাৰি মালতীক ক'লে —'তইঁতে দুই-চাৰিগৰাকী মিলি ধৰমীক দাঙি নিয়াৰ ব্যৱস্থা কৰ। বতৰ বেয়া কৰিছে। এনেকুৱা বিজুলী-ঢেৰেকনিত

শিল বৰষুণ পৰিব পাৰে। মই আগতিয়াকৈ গৈ গাড়ী পঠিয়াবৰ ব্যৱস্থা কৰিম; কিন্তু মহনে চাইকেলখন লৈ গ'ল। আহি পোৱাহি নাই কিয়?'

এনেতে মহনক দূৰতে দেখি বাবুৱে ক'লে--'মহন আহিছে। কিবা খবৰ আনিছে, কিন্তু গাড়ী নাই দেখোন?' এনেতে মহন চৰ্দাৰে আহি জনালে যে বাগিচাত হেনো গাড়ী নাই। ডাক্তৰ বাবু খাই-বই শুই আছে। ডাক্তৰ বাবুৱে টেক্টাৰৰ ব্যৱস্থা কৰি বেমাৰীক থ'বলৈ কৈছে। হস্পিটেলতহে চাব। এনে কথা শুনি ৰাকেশ বাবুৰ খং মূৰত উঠিল। এনে প্ৰসৱ হোৱা তিৰোতাৰ বাবে ট্ৰেক্টাৰ ট্ৰেইলাৰ সৈতে? চিকিৎসকজনে বতৰলৈ মন কৰা নাই? (এগৰাকী তিৰোতাই সন্তান প্ৰসৱ কৰাৰ সময়ত কিমান কষ্টকৰ। আৰু কি অৱস্থাত থাকিব পাৰে)? তাতে বাগিচাৰ মাজত। তেওঁৰ বিবেকত নানা প্ৰশ্ন তুলিলে; কিন্তু তেওঁ কি কৰিব? বাগিচাৰ শ্ৰমিকক কি বুলি বুজাব? এতিয়া তেওঁ কি ক'ব? মহনৰ কথা বাগিচাত ৰৈ থকা তিৰোতাসকলে শুনাৰ লগে লগে একগোট হৈ ধৰমীক টেক্টৰত নিনিযাটো ঠিক কৰিলে। এনেতে টেক্টৰ আহি পালে। তিৰোতাসকলে টেক্টৰ ঘূৰাবলৈ চিঞঁৰি উঠিল। ধুমুহা ব'বলৈ ধৰিলে, বিজুলী ঢেৰেকনি আহিল। যেন এটিযাই বতাহ-বৰষুণে পৃথিবীক সাৱটি ল'ব।

চাৰিওফালে ক'লা মেঘে আৱৰি ধৰিলে। এটোপ-দুটোপকৈ আকাশৰ ডাৱৰখিনি নামি আহিল। লগত আহিল শিল বৰষুণ। ৰাকেশে তিৰোতাসকলক মান্তি হ'বলৈ ক'লে। সকলো বিচাৰ পিচত হ'ব। এতিয়া মাত্ৰ ধৰমীক আৰু নৱজাত শিশুটিক বচাবলৈ আদেশৰ সুৰত চিঞঁৰি ক'লে। নিজৰ ছাতিটো মহনক দি ধৰমীক টেইলাৰৰ তলত শুৱাবলৈ ক'লে। পাত বাবুৱে পাত জোখা ঘৰত আশ্ৰয় ল'লে, অন্য তিৰোতাসকলৰ লগত। শিল-বৰষুণ ধাৰাসাৰে পৰিবলৈ ধৰিলে। পাত জোখা ঘৰৰ মাজেদি শিলৰ টুকুৰাবিলাক সৰকি বাবু আৰু তিৰোতাবিলাকৰ গাত পৰিল। এনে প্ৰবল বৰষুণত কাৰো মাত নোহোৱা হ'ল। সকলোৰে মনত মাত্ৰ এটা চিন্তা ধৰমীৰ কি হ'ব? কেচুৱাটো বাচিবনে? ৰাকেশ বাবুৰ মনত নানা বিদ্ৰোহৰ ভাব। তেওঁ বতৰৰ কথা পাহৰি গৈছে। তেওঁৰ গোটেই গা বৰষুণৰ পানীৰে তিতিছে। তেওঁৰ চকু থৰ হৈ ৰৈছে টেক্টৰৰ টেইলাৰৰ তলত শুই থকা নিস্তব্ধ ধৰমীৰ শৰীৰত। কেইবা গৰাকী তিৰোতাই নিজৰ নিজৰ গাৰ চাদৰ এৰুৱাই দিছে তাইৰ গা ঢাকিবৰ বাবে। তেওঁ ভাবিছে, এই শ্ৰমিক গোষ্ঠীৰ কথা। এনে অৱস্থাৰ সন্মুখীন হোৱা নাছিল, কিন্তু আজি তেওঁ বাৰুকৈয়ে উপলব্ধি কৰিছে। তেওঁ এজন বনুৱাসকলৰ মাজত শিক্ষিত ব্যক্তি; কিন্তু তেওঁ আজি কি কৰিব? আজি তেওঁৰ পৰিবাৰৰ এনে অৱস্থা হোৱা হ'লে কি কৰিলেহেঁতেন? তেওঁ প্ৰতিবাদ কৰি কিবা কৰিব পাৰিলেহেঁতেন নে? তেওঁৰ প্ৰতিবাদত জানো কোনোবাই সঁহাৰি জনাব? নে প্ৰতিবাদৰ বাবেই চাকৰিযেই বাদ দিব লাগিব? এনেতে এটা ভীষণ মেঘৰ গাজনিৰ বিজুলীয়ে তেওঁক চক্ খুৱালে। তেওঁৰ মনত এটা

সন্দেহ উপজিল; কিন্তু একো প্ৰকাশ নকৰিলে। দীপা নামৰ তিৰোতা গৰাকীয়ে বাবুক তামোল আগবঢ়ালে।

বৰষুণ কমিলত মহন চদাৰে নিজে টেক্টৰৰ জোগালিক মাতি ধৰমীক উঠাবলৈ লওঁতেই চিঞঁৰি উঠিল, 'বাবু ধৰমী সংসাৰত নাই'। কেৱল কেঁচুৱাটো জীয়াই আছে। তাত থকা তিৰোতাসকলৰ কেইগৰাকী মানে দৌৰি গ'ল ধৰমীৰ ওচৰলৈ। ৰাকেশ বাবুৰ ভৰিৰ তলতেই যেন পৃথিৱীখন নাই। বুকুখন বৰ উদং হৈ গ'ল যেন অনুমান কৰিলে। এতিয়া কি পৰিস্থিতি হ'ব। তেওঁ ভাবিব নোৱাৰি ভগৱানক চিন্তা কৰিলে।

বাগিচাত কাম কৰা সকলো তিৰোতাই ধৰমীক টেক্টৰৰ টেইলাৰত তুলি লগতে যাবলৈ ওলাল। ধৰমীক বচাব লাগিব, নহ'লে ডাক্তৰে জীৱন দিব লাগিব। বিদ্ৰোহৰ অগ্নি যেন হঠাৎ জ্বলি উঠিল। ৰাকেশ বাবুৱে মাত্ৰ সকলোকে উদ্দেশ্য কৰি ক'লে --তইঁতে শান্তিৰে বিচাৰ কৰিবি যাতে ভৱিষ্যতে এনে পুনৰাবৃত্তি নহয়।

ৰাকেশ পাত বাবুৱে চাইকেলখন লৈ আগবাঢ়ি আহিল বাগিচাৰ অফিচলৈ। তেওঁ নিজৰ কৰ্তব্য হিচাবে বাগিচাৰ মেনেজাৰক লগ কৰি সকলো কথা বুজাই ক'বলৈ ধৰিলে; কিন্তু তাৰ মনৰ মাজত থকা বিদ্ৰোহৰ ভাব ফুটি উঠিল, মানবীযতাৰ সুৰ বাজি উঠিল। কিন্তু বাগিচাৰ চাহাবে ৰাকেশৰ সুৰ বুজিব নোৱাৰিলে আৰু তেওঁকেই দোষাৰূপ কৰি ক'লে - তুমি বাবু হৈ মানুহবোৰ বুজাব নোৱাৰিলা আৰু তাহাঁতক বিদ্ৰোহ কৰিবলৈ উচতাই দিছা, মোৰ তলত চাকৰি কৰিছা আৰু ভাত খাইছা। কিন্তু ৰাকেশ বাবুৱে মাত লগাই ক'বলৈ যত্ন কৰিলে যে এতিয়া তৰ্কৰ সময় নহয়। ধৈৰ্য্যৰে এটা মীমাংসা কৰিব লাগিব। তেওঁ বুজাবলৈ যত্ন কৰিলে যে বাগিচাতে কি অৱস্থা হৈছিল আৰু বাগিচাৰ মানুহবিলাকক কিমান অৱহেলা কৰা হৈছে –কিন্তু মেনেজাৰজনে ৰাকেশ বাবুজনকেই মূল বুলি জ্ঞান কৰি তেওঁক অফিচৰপৰা ওলাই যাবলৈ ক'লে। ৰাকেশ বাবুজনে তল মূৰ কৰি ওলাই যাবলৈ লওঁতেই বাগিচাৰ সকলো মজদুৰে অফিচ ঘেৰাও কৰিলে। আগত ধৰমীৰ মৃত দেহ আৰু ডাক্তৰক হাত দুখন বান্ধি লৈ আহিছে। তাৰে ১০/১২ জন উন্মত্ত বনুৱা দৌৰ মাৰি মেনেজাৰৰ বক্ষত সোমালে। লগত আছে ধৰমীৰ স্বামী ধীৰাজ। ধীৰাজৰ চকু দুটা ৰঙা হৈ আছে আৰু হাতত আছে দা খন। এনে এটা পৰিস্থিতিত কোনে কাক বুজাব। কোনেও ক'ব পৰা নাই। বাগিচাৰ সম্পাদক/সভাপতিয়ে মাত্ৰ চিঞঁৰিছে। তাৰ মাজত কোনোবাই কৈছে - ধৰমীক বচাব লাগিবই নহ'লে চাহাব, ডাক্তৰৰ জান লম, বিচাৰ পিছত হ'ব।

ৰাকেশ বাবুৱে মতা বনুৱাৰ মাজত থিয় হৈ ৰ'ল। তেওঁযেই এক মাত্ৰ সাক্ষী, ঘটনাৰ যেন নাযক। এফালে চাকৰি, এফালে বনুৱাৰ শাসন আৰু এফালে ন্যায় বিচাৰ অফিচত থকা বাকী কৰ্মচাৰীয়ে একো বুজি পোৱা নাই; কিন্তু ভয়তেই হওক বা অজানিতেই হওক সকলোৱেই নীৰৱ। কিন্তু ৰাকেশ বাবু জনে নীৰৱে থাকিব নোৱাৰি চাহ

বাগিচাৰ মজদুৰ সমাজখন তেওঁৰ নিজৰ সমাজ। তেওঁৰ মাক-বাপেকেই হাড়ক মাটি তেজক পানী কৰি বাগিচা গঢ় দিছে। তেওঁ আজি কৰ্মচাৰী হ'লেও মজদুৰসকল তেওঁৰেই বংশধৰ আৰু বাগিচাখন তেওঁৰ নিজৰ। আজি এটা ঘটনাৰ লগত আৰু ২/৩ টা ঘটনা ঘটিবলৈ দিব নোৱাৰো। ডাক্তৰ, মেনেজাৰ আদিয়ে এগৰাকী মজদুৰ তিৰোতাক অবহেলা কৰি তিৰোতা গৰাকীৰ প্ৰাণ যোৱালে; কিন্তু তাৰ বিনিময়ত গোটেই বাগিচাখনত অশান্তি কৰি দুই-এজনক মৃত্যুদণ্ড দি ধৰমীক ঘূৰাই আনিবপৰা সম্ভৱ জানো? হাজাৰ প্ৰশ্ন তেওঁৰ আগলৈ আহিল। তেওঁৰ মূৰটো আচন্দ্ৰাই কৰিলে।

দেখা গ'ল ৪/৫ জন বনুৱাই মেনেজাৰক ধৰি চোচৰাই আনিছে আৰু ধীৰাজে দাখন লৈ দৌৰি গ'ল। এনেতে ৰাকেশেও ৰ'ব নোৱাৰি দৌৰি মাৰি ধীৰাজক সাৱটি ধৰি ভেঁটা দি ক'লে; 'ধীৰাজ তুই ধৈৰ্য্য ধৰ। এৰাকে মাৰে লাভ নাই হবেক নাই হবেক কিন্তু ধীৰাজে একো নুশুনিলে আৰু ক'লে নাই বাবু তুই ৰাস্তা ছাড়ে দে নহ'লে ঠিক নাই হবেক'। ৰাকেশে নেৰা দেখি ধীৰাজে ৰাকেশৰ কান্ধত দা চলাই দিয়াত ৰাকেশে ধীৰাজক এৰিদি মাটিত বহি পৰিল। কিন্তু চিঞৰি ক'লে 'ওৰা সবাই ধীৰাজকে ধৰ। ওৰা চাহাব আৰু ডাক্তৰকে কিচু নাই কৰিবি। কিবা হ'লে সবাই বান্ধ খাবি আৰু .. বাগান বন্ধ হবেক। ওৰা বিচাৰ কৰ, বিচাৰ কৰ বিচাৰটো সব হবেক। অশান্তি মে নাই হবেক'।

ধীৰাজ আগবাঢ়ি যাবলৈ লওঁতেই মহন চৰ্দাৰ আৰু ধৰমাই আগভেঁটা দি ধীৰাজৰ হাতৰপৰা দাখন লৈ যায়। মহনে ডাক্তৰ বান্ধ খুলি দিয়ে। আৰু ৰাকেশ বাবুক হস্পিতেললৈ লৈ গ'ল। বিচাৰৰ সিদ্ধান্ত লোৱা হয়; কিন্তু ৰাকেশৰ মুখ মণ্ডলত এক অবুজ আনন্দ আৰু শান্তিৰ চিন পৰিলক্ষিত হ'ল। তেওঁৰ মনত যেন হাজাৰ প্ৰশ্নৰ চিন নাই।



(গল্প)

# চকুলোৰে ধোৱা পৃথিৱী

❑ হেমপ্ৰভা তামুলী

ঢলপুৱাতে উঠি লক্ষীমণিয়ে চাহ-কটি কৰি সকলোকে খুৱাই নিজেও খায়। আনদিনাৰ দৰে আজিও দুপৰীয়া বাগানত খাবলৈ কটি দুখন আৰু অলপ চাত্‌নি কাগজ এখনতে নুৰিয়াই কমাল এখনত বান্ধি ল'লে। তাই বৰ পৰিপাটি, চাফ-চিকুণ। আন বহুতক্তকৈ তাই দেখিবলৈও ধুনীয়া। মাত-কথাও বেচ ভাল লগা। এতিয়াও বয়স হৈছে যদিও তাই বিয়াৰ কথা নভবাকৈ নাথাকে। মাক দেউতাকেও লক্ষীমণিক বিয়া দিয়াৰ কথা ভাবি ভাবি ইহ-সংসাৰ ত্যাগ কৰিলে। মাকে চকু মুদাৰ আগতে ডাঙৰ বোৱাৰীয়েকক কৈ গৈছে : লক্ষীমণিক নিজৰ জাতিৰ ল'ৰা এটা চাই বিয়া দিব লাগে। কিন্তু কোনে শুনিব ? সকলোৱে নিজৰ নিজৰ পৰিয়ালক লৈ ব্যস্ত। তাইৰ সৰু ভনীয়েকজনীৰ বিয়া দিয়া প্ৰায় ১০ বছৰমান হ'ল। ল'ৰা-ছোৱালী ডাঙৰ হ'ল। লক্ষীমণিয়ে কিন্তু সেইবিলাক কথা কেতিয়াও নাভাবে।

আজি কিয় জানো লক্ষীমণিৰ মনটোক হঠাতে এবি অহা দিনবিলাকে আমনি কৰিলে। তাইৰ দিনটো কামত মন নবহিল। পাত ছিঙি থাকোঁতেই তাইৰ মাজে মাজে চকুলো বাগৰি আহে। তাইৰ বুকুৰ মাজত থকা বেদনাখিনিও তাইৰ চকুলোৰ দৰেই তপত। তাইৰ ওচৰত যে কোনোবা আছে সেই কথা তাই একেবাৰে পাহৰি গ'ল। তাইৰ লগৰ বুলিবলৈ কোনো নাই। সকলোৰে বিয়া হৈ গ'ল। এতিয়া তাইৰ মনৰ কথা ক'বলৈ কোনো নাই। তাইৰ ওচৰত কাম কৰি থকা সেই সকলোবিলাক তাইৰ ভাই-বোৱাৰী, বৌ। তাই সিহঁতক মনৰ কথা ক'ব নোৱাৰে। লক্ষীমণিৰ বুকুখন গধুৰ হৈ পৰিল।

বেলি লহিওৱাৰ আগতে তাই আহি ঘৰ পালেহি। আগফালে থকা বেল গছজোপাৰ তলতে টুকুৰীটো থেকেচা মাৰি থৈ তাই তাতে বহি পৰিল। তাইৰ জীৱনৰ সেই ভয়াবহ দিনটোৰ কথা মনলৈ আহিল। ৰাখালৰ মৃত্যুৱে তাইৰ জীৱনলৈ আনি দিলে নিৰাশা আৰু বেদনা। ৰাখালৰ মৃত্যু বৰ কৰুণ আছিল। নতুনকৈ সজা সেই পাতঘৰটো দেখিলে লক্ষীমণিৰ গাটো জ্বলা-পোৰা কৰি উঠে। ৰাখালৰ সৈতে বিয়া হ'বলৈ মাত্ৰ এটা মাহ বাকী থকা সময়তে এই পাতঘৰটোৱে ৰাখালক তাইৰ বুকুৰ মাজৰপৰা কাঢ়ি লৈ গ'ল। ৰাখালৰ লগতে আৰু দুটা প্ৰাণীৰ মৃত্যু হ'ল। তাই আৰু ৰাখালৰ কণীয়া বুঢ়ী মাক। ৰাখালৰ বঙা তেজৰ চেকুৰাবোৰ পাতঘৰটোৰ প্ৰতিটো খুটাতে সনা আছে। সেই প্ৰকাণ্ড লো ডালে ৰাখালৰ বুকুখন ফালি কলিজাটো টুকুৰা-টুকুৰ কৰি পেলাইছিল। বহু

দূৰলৈকে চিটিকি পৰা মাংসপিণ্ডবোৰ কেঁচা তেজেৰে লুতুৰি-পুতুৰি হৈ পৰি আছিল বহু পৰলৈকে। বৈ পৰা তপত তেজৰ সুঁতিত মানুহৰ জীয়া তেজৰ গোন্ধে গোটেই ঠাইখনৰ পৰিৱেশটোকে সলনি কৰি পেলাইছিল । লক্ষীমণিয়ে পাতৰ টুকুৰী বাগানতে এৰি বাউলী হৈ পৰিছিল । তাই ৰাখালৰ মৃতদেহটোৰ ওপৰত পৰি প্ৰলাপ বকিবলৈ ধৰিছিল । তাই যে ৰাখালৰ লগত বিয়া হোৱা নাই সেই কথা পাহৰি গৈছিল । আজি লক্ষীমণিয়ে সেই পাতঘৰটোতে পাতৰ টুকুৰীৰে সৈতে উঠি যাওঁতে তাইৰ চকুৰ আগত গোটেই ঘটনাটো ভাঁহি উঠিল ।

হঠাতে লক্ষীমণিৰ মনলৈ আহিল ৰাখালৰ মাকৰ সেই করুণ সময়ছোৱাৰ কথা । বেচেৰীয়ে পুতেকৰ মৃত্যুৰ পিছত কান্দি কান্দি বুকু ভাঙি পেলাইছিল । চকুলো শেষ হোৱা নাছিল মৃত্যুৰ সময়লৈকে। পুতেকৰ জমা টকা কিমান পালে, কোনে ল'লে, কোনে উলিয়ালে বুঢ়ীয়ে একোকে গম নাপালে। বুঢ়ীৰ পৰা টিপচহী লৈ পৰিয়ালৰ মানুহে টকা-পইচা উলিয়াই আনি বুঢ়ীক কেইটামান দিলে আৰু বাকী সকলো তেওঁলোকে ল'লে । বুঢ়ীয়ে শেষ মুহূৰ্তত কিমান যে দুখ-কষ্ট পালে। প্ৰায় লঘোণে-ভোকে পৰি থাকিব লগা হৈছিল । শেষত বুঢ়ী মানসিক ৰোগীৰ দৰে হৈ পৰিছিল । য'তে যি পাই তাকে খায । কাপোৰ-কানি গাত ল'বলৈ পাহৰি গৈছিল । ৰাখাল থকা কোম্পানীৰ ঘৰটো আন মানুহক দিছিল । তাতে বাঁহ-খেৰৰ চালি এখন সাজি দিছিল বুঢ়ীৰ বাবে । লাহে লাহে দিন বাগৰি যোৱাত বাঁহৰ খুটাবোৰৰ মাটিৰ তলত থকা অংশ ছিগি পৰিছিল। ওপৰখনৰ খেৰবোৰ পঁচি বৰষুণৰ টোপালৰ সৈতে মাটিত পৰিছিল । বুঢ়ীয়ে তেতিয়া য'তে ত'তে নিশাবোৰ কটাবলৈ আৰম্ভ কৰিছিল । কাৰণ ছালিখন আকৌ নতুনকৈ কোনেও সাজি নিদিছিল । ায়ে অৱশ্যে ঘৰ-দুৱাৰ, খোৱা-বোৱা সকলো কথা পাহৰি গৈছিল । কেতিয়াবা ৰাখালৰ বিয়াৰ কথা মনলৈ আহিলে বিযা নাম গাই খুউব হাঁহে । লগৰ লগৰীয়াহঁতৰ লগত কথা পতাৰ দৰে কথা পাতি থাকোঁতেই টোপনি যায় । এদিন এইদৰেই ৰাখালৰ মাকৰ মৃত্যু হৈছিল । মৃতদেহটো সৎকাৰ কৰিবলৈ কোনো আগবাঢ়ি অহা নাছিল । কাৰণ বুঢ়ীৰ টকা-পইচা এটিও নাছিল । যদি টকা-পইচা থাকিলেহেঁতেন, কিমানজনে যে আগবাঢ়ি আহিলহেঁতেন ! শেষত মুখিয়াৰ নিৰ্দেশক্ৰমে কেইজমান ডেকা ল'ৰাই বুঢ়ীৰ মৃতদেহটো সৎকাৰ কৰিবলৈ আগবাঢ়ি আহিল ।

লক্ষীমণিৰ পেহীয়েক ৰত্নাই চাহাবৰ বঙলাত কাম কৰিছিল । বগা চাহাবৰ বঙলাত কাম কৰিবলৈ পাই ৰত্না ভেমত ফুলি থাকে । যেতিয়া যৌৱনে ভাটি দিলে তেতিয়া ৰত্নাক বঙলাৰ কামৰ পৰা আঁতৰাই অন্য কামত দিয়া হ'ল । কতজন চাহাব আহিল, কতজন গ'ল ৰত্নাই কাম কৰা সেই বঙলাটোলৈ কিন্তু ৰত্নাৰ জীৱনৰ গতি একেই থাকিল । তাই অন্য কামত মন দিব নোৱাৰিলে । তাই নাম কটাই

পোৱা টকাকেইটাই কিছুদিন বৰ ফূৰ্তিও চলিল । শেষত ৰত্নাৰ অৱস্থা বৰ দুখলগা হ'ল। জাতিভেদৰ ভেদাভেদ থকা সমাজখনে ৰত্নাক ঘৃণাৰ চকুৰে চাবলৈ ধৰিলে। ককায়েকহঁতে ৰত্নাক ঘৰৰপৰা উলিয়াই দিলে । কাৰণ সমাজে সিহঁতকো এঘৰীয়া কৰিব । ৰত্না ঘৰৰপৰা ওলাই গৈ বাগানৰ মাজত থকা জৰাজীৰ্ণ গীৰ্জা ঘৰটোত থাকিবলৈ ল'লে । তাইৰ গাত কুষ্ঠ ৰোগে দেখা দিছিল । সমাজে তাইৰ পাপৰ বাবেই হোৱা বুলি ধৰি লৈছিল । বহুদিন তাই আধা ভগা বৃটিছৰ দিনৰ গীৰ্জাটোতে পৰি থাকিল । তাইৰ প্ৰাণবায়ু কেতিয়া উৰি গ'ল কোনেও নাজানে । লক্ষীমণিয়ে লগৰীয়াৰ সৈতে খৰি বিচাৰিবলৈ গৈ পেহীয়েকৰ মৃতদেহটো পৰি থকা দেখি সকলোকে খবৰ দিলেহি । কিন্তু মৃতদেহটো কোনেও নুচুলে । শেষত বাগানাৰ চাহাবে চাফাই কৰ্মীৰ হতুৱাই জ্বলাই দিলে । লক্ষীমণিৰ চকুৰ আগত দপ্-দপ্‌কৈ একুৰা জুই জ্বলি উঠিল । তাই জীৱনৰ শেষৰ দিনটোৰ কথা ভাবি পেলালে ।

এৰা, তাইৰ জীৱনৰ শেষৰ সময়ছোৱাত যদি এই দশা হয় ! লক্ষীমণিয়ে মংলু চৰ্দাৰৰ কথা ভাবি পেলালে । মংলু চৰ্দাৰে তাইক ইমান মৰম কৰে । বাগানত দুপৰীয়া ৰুটি খোৱাৰ সময়ত তাইৰ ভাগৰ অলপ খালেহে তাৰ দেহা সাঁৰ্ত পৰে। তামোল-চাদাৰ কথাটো বাদেই । লক্ষীমণিয়ে আজিকালি চৰ্দাৰলৈ বুলি বেলেগে ৰুটি-ভাজি লৈ যায় । এইবোৰ দেখিও ওচৰ চুবুৰীয়াই একো নকয় । কাৰণ মংলু চৰ্দাৰ বৰ একাচেকা মানুহ । গতিকে কোনেও কথাবোৰ উলিযাবলৈ সাহস নকৰে। লক্ষীমণিযে কিন্তু কোনো দিনেই মংলু চৰ্দাৰৰ পৰা বেযা ব্যৱহাৰ পোৱা নাই । চৰ্দাৰৰ ল'ৰা-ছোৱালী এহাল আছে । যোৱাবাৰ বাগানত মেলেৰীয়া ৰোগে মহামাৰী ৰূপ ধাৰণ কৰিছিল । সেই ৰোগতে চৰ্দাৰৰ পত্নীৰ মৃত্যু হৈছিল । চৰ্দাৰে মনৰ কথা পাতিবলৈকে লক্ষীমণিক বাচি ল'লে । তাইক নেদেখাকৈ চৰ্দাৰ এদিনো থাকিব নোৱাৰে । কেতিয়াবা কামলৈ নগ'লে চৰ্দাৰে নিজেই লক্ষীমণিৰ খবৰ লৈ যাযহি । লক্ষীমণিযে ভাবিলে চৰ্দাৰে ইমান মৰম কৰাৰ কাৰণ কি হ'ব পাৰে । তাইৰ খবৰ লওঁতা মানুহ এজনহে আছে । এই মানুহজনৰ বাবেই আজি তাই সকলো দুখ-বেদনা কাতি কৰি কামত মন দিব পাৰিছে । জীয়াই থকাৰ প্ৰেৰণা পাইছে । চৰ্দাৰৰ মৰম নোপোৱা হ'লে তাই এইখন মৰভূমিত জ্বলি জ্বলি শেষ হৈ গ'লহেঁতেন। তাইৰ জীৱনৰ মূল্য দিব বিচৰা এই মানুহজন তাইৰ বুকুৰ আপোন। অতি মৰমৰ । মংলু চৰ্দাৰৰ কণ্ঠস্বৰে তাইৰ কাণত প্ৰতিধ্বনি তুলিলে । তাই যেন টোপনিৰ পৰা সাৰ পাই উঠিল । সন্ধিয়া পশ্চিম আকাশৰ কঁাচি জোনৰ কোমল জেউতি তাইৰ গালে-মুখে পৰি উজ্জ্বল কৰি তুলিলে । ❑

# ৰতন চৰদাৰেৰ স্বপ্ন

গ্ৰেবিয়েল এল, পি,

**চৰিত্ৰত ঃ**

১। ৰতন ঃ চৰদাৰ
২। ধনেশ্বৰ ঃ চকীদাৰ
৩। দৌলতৰাম ঃ মহাজন
৪। নিলো ঃ বিজযৰ বন্ধু
৫। বিজয় ঃ ৰতন চৰদাৰৰ ল'ৰা
৬। নীতা ঃ ধনেশ্বৰ চকীদাৰৰ কন্যা
৭। এচ, এন চৌধুৰী ঃ বাগিচাৰ পৰিচালক ।(মেনেজাৰ)
৮। চম্পা ঃ নীতাৰ সখী
৯। ডাকৱালা ঃ চিঠি অনা-নিয়া কৰা মানুহ
১০। ললিত ঃ বাগিচাৰ বাবু
১১। কিশৰীলাল ঃ মহাজনৰ ঘৰত থকা ল'ৰা ।

**দৃশ্য নং - ১**

**(গধূলি পৰত ধনেশ্বৰ চকিদাৰ ৰতন চৰদাৰৰ ঘৰলৈ গৈ দুৱাৰ মুখত থিয় হৈ মাত লগায় )**

**ধনেশ্বৰ চকীদাৰ ঃ চৰদাৰ, অ', চৰদাৰ আছেনে ?**

**ৰতন চৰদাৰ** ঃ অ' ধনেশ্বৰ চকীদাৰ দেখোন ! দুৱাৰ মুখত থিয় হৈ ইমান জোৰে নিচিএৰিলেও হ'লহেঁতেন । কি হ'ল কোৱা ?

**চকীদাৰ** ঃ কালি ৰাতিপুৱা বৰ চাহাবে আপোনাক অফিচত হাজিৰ হ'বলৈ কৈছে ।

**চৰদাৰ** ঃ অফিচ ; বৰ চাহাব । কেলৈ চকীদাৰ ?

**চকীদাৰ** ঃ মই একো নাজানো । আপুনি কালি নিজে গ'লে অফিচতে

কথাযাৰ গম পাব ।

চৰদাৰ : অফিচ, ৰবচাহাব বুলি ক'লেই বুকুখন ধকধক কৰে । গৈ চাম কি হয় হ'ব ।

চকীদাৰ : চৰদাৰ মই যাওঁ . . . । কেইজনমানক কামভাৰিত মাতিবলৈ আছে ।

চৰদাৰ : ভাল বাৰু যোবা ।

চকীদাৰ : পেত্ৰী, লাজৰী, আপাৰাভ, তোমালোক কালি পৰা নঙ্গা খান্দিবলৈ যাবা । নালা খান্দা ।

বিজয় : দেউতা অলপ আগতে ইয়ালৈ কোন আহিছিল ?

চৰদাৰ : সেইজন ধনেশ্বৰ চকীদাৰ আছিল বোপা ।

বিজয় : ধনেশ্বৰ চকীদাৰ ? কিয় আহিছিল ইয়ালৈ ?

চৰদাৰ : কালি বাতিপুৱা বৰ চাহাবে মোক অফিচত হাজিৰ হ'বলৈ কৈছে। তাকে খবৰ দিবলৈ সি আহিছিল । বৰ চিন্তা লাগি আছে অ' ।

বিজয় : কিহৰ চিন্তা দেউতা । চিন্তাৰ কাৰণ একো নাই । আপুনি কালি গৈ চাওক । আপুনি আকৌ ভয়তো খোৱা নাই ।

চৰদাৰ : চিন্তাৰ কথাই বোপা । কৰ্ট কাচাৰীত থিয় হোৱা আৰু মালিকৰ আগত থিয় হোৱা একে কথা ।

বিজয় : আপুনি কৰ্ট কাছাৰীৰ লগত আকৌ মালিকক নিমিলাব । মালিকৰ ওচৰলৈ মানুহে কিবা পাবলৈ নাইবা কিবা বিচাৰিবলৈ হাজিৰ হয়। আপুনি প্ৰথমে অফিচত গৈ চাওকচোন ।

চৰদাৰ : মানুহে কিবা দুখ কৰিলে তাক কামৰপৰা উলিয়াই দিয়া হয় এইবিলাক কি মালিকৰ কাম ? মজদুৰক মানুহ বুলিয়েই নাভাবে।

বিজয় : দেউতা আপোনাক আৰু বুজাব নোৱাৰিম্ৰৈ, মালিকৰ এইটো কৰ্তব্য সেইটো নহয় । বা তেনে কৰ্তব্য কৰিলেও মই ইয়াক মালিকৰ দোষ বুলি নাভাবো ইয়াত নিশ্চয় কাৰণ ওলাব। এই যুগৰ মানুহে নিশ্চয় বুজি পাইছে যে অপৰাধ বা দোষ কৰিলে শাস্তি ভুগিবলৈ আছেই । কৰ্ট কাছাৰী, পুলিচ, দাৰোগা আৰু সমাজ বিধি- বিধানবিলাক মানুহক শৃঙ্খলাত ধৰৰ বাবে ই আছে । এইবিলাক নাথাকিলে মানৱ দানৱ হৈ যাব । আপুনি বাতিপুৱা গৈ চাওক । মালিকে কি বুলি কয় । মই যাও আজি আমাৰ কলেজত সাংস্কৃতিক সন্মিয়া আছে ।

চৰদাৰ : তুমি ঠিকেই কৈছা বোপা । মই একো দোষ কৰা নাই আৰু

চিন্তাৰ কাৰণো নাই । দোষ থাকিলেহে ভয় । ৰাতিপুৱা সাত বজাত গৈ চাম ।

## দৃশ্য নং - ২

(কুকুৰাৰ ডাক; বাচন-বৰ্তন ধোৱাৰ শব্দ)

বিজয় :-দেউতা, অ' দেউতা উঠক সাত বাজিবৰ হ'ল, মই চাহ বাকি থৈছোঁ । (বিগুলৰ মাত) ।

চৰদাৰ : ওৱা সাত বাজিলেই । মই যাওঁ মই ঘূৰি আহি পিছত চাহ খাম ।'

## দৃশ্য নং - ৩

(মেনেজাৰৰ অফিচত ৰতন চৰদাৰ হাজিৰ হয়)

চৰদাৰ : নমস্কাৰ হজুৰ ।

মেনেজাৰ : ওঁ, নমস্কাৰ ।

চৰদাৰ : হজুৰ, মোৰ বাবে কিবা হুকুম আছিল ?

মেনেজাৰ : মই তোমাক মাতিছিলোঁ । চৰদাৰ তুমি এই কোম্পানীত কাম কৰা ৫৮ বছৰ হ'ল । আজিলৈকে তোমাৰ তেনেকুৱা কোনো বেয়া ৰেৰ্কড পোৱা নাই । কোম্পানীৰ চৰকাৰৰ ৰেজিষ্টাৰৰ মতে তোমাক ৰিটায়াৰ কৰা হ'ল । গতিকে তোমাক এই কোম্পানীৰ কামৰ পৰা পেনচন দিয়া হৈছে ।

চৰদাৰ : (খন্তেক বৈ) মোক দয়া কৰক হজুৰ, মোক দয়া কৰক । মোৰ কাৰণে নহ'লেও মোৰ ল'ৰাটোৰ কাৰণে দয়া কৰক । হজুৰ মোৰ ল'ৰাটোক মই এজন ডাক্তৰৰ ৰূপত চাব বিচাৰিছোঁ । মোক কামৰপৰা উলিয়াই দিলে মই ল'ৰাটোক কেনেদৰে পঢ়াম হজুৰ। মোক কামৰপৰা কিয় পেনচন দিয়া হৈছে হজুৰ ?

মেনেজাৰ : তোমাৰ দৰে বহুত মানুহ আছে । সকলোকে দয়া কৰিব নোৱাৰোঁ। বহুত মানুহ আছে যিবিলাকক মই চাকৰি দিব পৰা নাই । তোমাক অকলে মই পেনচন দিয়া নাই পাঁচজনক দিছোঁ । পাঁচটা খালী ঠাইত আৰু পাঁচজনক ভৰ্তি কৰিব লাগে । তুমি কিয় কান্দিছা

চৰদাৰ, কি নাম তোমাৰ ল'ৰাৰ ?

চৰদাৰ : বিজয় হুজুৰ ।

মেনেজাৰ : বিজয়, কিমান পঢ়িছে ?

চৰদাৰ : বিজ্ঞানত আই, এ, পাছ কৰিলে হুজুৰ ।

মেনেজাৰ : বিজয়ক মই ভাল চাকৰি দিম মোৰ অফিচলৈ লৈ আহিবা ।

চৰদাৰ : নাই নাই হুজুৰ মই মোৰ ল'ৰাক বাগানত চাকৰি কৰিবলৈ দিব নোৱাৰোঁ । মোৰ ল'ৰাটো বয়স যেতিয়া পাঁচ বছৰ আছিল তেতিয়াই তাৰ-মাক ঢুকাল আৰু মানুহজনী ঢুকুৱাৰ আগেয়ে কৈ গ'ল বিজয়ক লিখাই পঢ়াই যাতে এজন ডাক্তৰ বনাব পাৰোঁ। মই তাইৰ কথা ৰাখিবই লাগিব ।

মেনেজাৰ : নাই চৰদাৰ নাকান্দিবা । তোমাৰ পি, এফ, টকা ৫/৬ হাজাৰ হ'ব । তুমি সেই টকাৰে ল'ৰাটোক পঢ়াব পাৰিবা । পঢ়াব নোৱাৰিলে কথা দিছো মই চাকৰি দিম । যোৱা, মনত দুখ নকৰিবা। (দীঘল নিশ্বাস এৰি )

চৰদাৰ : মই যাওঁ হুজুৰ ।

## দৃশ্য নং - ৪

বিজয় : দেউতা আপুনি [illegible] আহিলে দেখোন; কিয় মাতিছিল বৰ চাহাবে আপোনাক ।

চৰদাৰ : এই কাগজখন চা বোপা; মোক কোম্পানীয়ে কামৰপৰা পেনচন দিলে (দীঘল নিশ্বাস এৰি)

বিজয় : অ সেই কাৰণে মুখখন ইমান শুকান যেন লাগিছে । এইয়া একো ডাঙৰ কথা নহয় দেউতা । মই আছো নহয়, মোৰ পঢ়া মই ইয়াতে সামৰণি মাৰিছোঁ । তোমাৰ বদলি কামত মই সোমাম ।

চৰদাৰ : (উত্তেজিত হৈ) বিজয় তুমি এনেদৰে কথা ক'বা বুলি ভবা নাছিলোঁ। তুমি চাকৰি কৰিবা ? মোক পুহিবা । ইমানেই আছিল তোমাৰ পঢ়া কাল । নাই নাই বিজয় নাই তুমি মুখতটো বাদেই মনলৈও এই কথাষাৰ নানিবা । সাধাৰণ এটা শিল গুটিত উজুটি খাই পৰ্বতত খুন্দা খোৱা বুলি ভাবি ল'লা । (দীঘল দীঘল নিশ্বাস এৰি) আমাৰ সমাজে এই ধৰণৰ সৰু সৰু একো একোটা বাধাতেই নিজৰ সৰু সৰু ল'ৰা-ছোৱালীবিলাক পঢ়া বন্ধ কৰি কামত সুমুৱাই দিয়ে । আমাৰ জীৱনত নানা ধৰণৰ বাধা-বিঘিনি

অভাৱ-অনাটন আছে। এই বিপদ-বিঘিনিবিলাক অতিক্ৰম কৰিয়েই পঢ়িব লাগিব ভাল মানুহ হ'ব লাগিব।

বিজয় : দেউতা, মই আপোনাক . . .

চৰদাৰ : শুনি যোৱা বিজয়। অলপ পঢ়িলেই বা চহী কৰিব পাৰিলেই আমাৰ ল'ৰা-ছোৱালীবিলাক সন্তুষ্ট হৈ যায়। এইটো আমাৰ জীৱনৰ ডাঙৰ দুৰ্বলতা। স্বৰ্গীয় প্ৰধানমন্ত্ৰী ইন্দিৰা গান্ধীয়ে কৈছিল শিক্ষাই হৈছে মানুহক উচ্চ বপৰা উচ্চতৰলৈ লৈ যোৱাৰ বাহন। আমি যদি শিবাগৰৰপৰা যোৰহাট যাওঁ বুলি ভাবো তেন্তে গাড়ী বা অন্য যান-বাহনেৰে যাব লাগিব আৰু আমি যোৰহাট গৈ পাম। আমাৰ মজদুৰ সমাজ আজিও আগবাঢ়িবলৈ বহুত বাকী আছে। আমাৰ এই সৰু আৰু পিছু পৰি থকা মজদুৰ সমাজে যদি সৰুৰ পৰা ডাঙৰ হ'বলৈ শিক্ষাক বাহন ৰূপে ব্যৱহাৰ নকৰে তেনেহ'লে আমি আজিৰ যুগত খোজ মিলাই যোৱা অসম্ভৱ হৈ পৰিব। বোপা; মোৰ বয়স ৫৮ বছৰ হ'ল আজিলৈকে আমাৰ হস্পিটেলখনত মজদুৰ ল'ৰা এজনকো ডাক্তৰ হোৱা দেখা নাপালোঁ। এইয়া কম দুখৰ কথানে? কিয় মজদুৰ ভাইবিলাকে পঢ়াৰ ক্ষেত্ৰত ধ্যান দিয়া নাই? মানুহ জনম লৈ কেৱল খাই-বৈ জীয়াই থকাটোকেই যথেষ্ট বুলি ভাবি আছে, বিজয় তুমি পৰীক্ষাৰ ফলাফলত যথেষ্ট নম্বৰ অৰ্জন কৰিছা। তোমাৰ মা আৰু মোৰ ইচ্ছা আছিল তুমি ডাক্তৰ হোৱা। তুমি গুৱাহাটী নহ'লে ডিব্ৰুগড় মেডিকেল কলেজত নাম লগাই লোৱা।

বিজয় : দেউতা আপুনি কি বুজিছে? ডাক্তৰ পঢ়িবৰ কাৰণে বহুত টকা লাগিব। ইমান টকা আমি কৰপৰা পাম দেউতা?

চৰদাৰ : এইবিলাক চিন্তা কৰা তোমাৰ কাম নহয়। তুমি মোৰ বাপেক নোহোৱা মইহে তোমাৰ বাপেক। গতিকে তোমাৰ কাৰণে চিন্তা কৰাৰ দায়িত্ব মোৰ ওপৰত আছে।

### দৃশ্য নং - ৫

চৰদাৰ : ৰাম ৰাম মহাজন।

দৌলতৰাম : ৰাম, ৰাম চৰদাৰ ভালে আছে তু?

চৰদাৰ : ভালে আছে মহাজন।

দৌলতৰাম : চৰদাৰ, শুনিছো তুমি পেনচন পালা।

চৰদাৰ ঃ হয় মহাজন, এক তাৰিখৰপৰা মোক পেনচন দি বহুৱাই দিলে।

দৌলতৰাম ঃ আপুনি কিবা কামত আছিলেনেকি ?

চৰদাৰ ঃ মহাজন, মোক দুই হাজাৰমান টকা লাগে ।

দৌলতৰাম ঃ দুই হাজাৰ টকা ! ইমান টকা কি কৰিবা ?

চৰদাৰ ঃ মোৰ ল'ৰাটোক ডাক্তৰ পঢ়াবলৈ গুৱাহাটী মেডিকেল কলেজ পঠিয়াইছোঁ । কাপোৰ-কানি নাম ভৰ্ত্তি মাচুল ইত্যাদি ।

দৌলতৰাম ঃ চৰদাৰ আপুনি যেতিয়া বিচাৰিছে মই দিমেই আপোনাৰ কথা মই নৰাব নোৱাৰোঁ। আপোনাৰ নিচিনা মানুহ পোৱাটো মচকিল আছে । কিন্তু ঘূৰাই দিব কেতিয়া ?

চৰদাৰ ঃ মহাজন কেইমাহমানৰ পাছত মই নাম কটা টকা পাম তেতিয়া ঘূৰাই দিম ।

দৌলতৰাম - ৫/৬ মাহৰ আগত টকা নিদিব, তেতিয়ালৈকে সুত বহুত হৈ যাব চৰদাৰ, এশ টকাত মই ২০ টকা সুত লওঁ । দুই হাজাৰ টকাত চাৰিশ টকা, পাঁচ মাহত দুই হাজাৰ টকা সুত হ'ব মুঠতে দুই হাজাৰ সুত, দুই হাজাৰ । এটা কাম কৰক চৰদাৰ মোটামুটি চাৰি হাজাৰ টকা হৈছে এক হাজাৰ টকা মোক দিব নালাগে । তিনিহাজাৰ দি দিব । ঘৰৰ ল'ৰা যা, বাদেই দিলোঁ । মুনীম জী . . . .

কিশৰীলাল ঃ জী মালিক, চৰদাৰক দুই হাজাৰ ৰুপ্যায়া দে কে দস্তখত লে লেনা ।

দৌলতৰাম ঃ চৰদাৰ, ল' ।

চৰদাৰ ঃ জী ।

দৌলতৰাম ঃ নাম লগাবলৈ টকা নাই ৫/৬ ডাল পঢ়াব কেনেকুৱা ?

চৰদাৰ ঃ যিমানেই ডাঙৰ কষ্ট নহওক মই কৰিম । হাড়ক মাটি কৰি, তেজক পানী কৰি হ'লেও তাক পঢ়ামেই ।

দৌলতৰাম ঃ টকা দৰকাৰ হ'লে লৈ থাকিব । নাম কটা টকা পালে সুতে-মূলে দি দিব ।

চৰদাৰ ঃ মই যাওঁ মহাজন ।

দৌলতৰাম ঃ ভাল বাৰু ।

## দৃশ্য নং - ৬

বিজয় ঃ দেউতা আছিলে . . . । পইচা আনিলে নে ?

চৰদাৰ ঃ অঁ বেটা, এইয়া ল দুই হেজাৰ টকা আছে । পিছত প্ৰয়োজন হ'লে চিঠি লিখিবা, মই টকা পঠায় থাকিম । তুমি মনোযোগ দি পঢ়িবা, 'আমি দুখীয়া মানুহ, আমাৰ চেষ্টাৰ বলতে আমাৰ ভাগ্য গঢ়িব লাগিব ।'

বিজয় ঃ দেউতা, মোক আশীৰ্বাদ কৰক মই যাতে 'মা'ৰ কল্পনা সফল কৰিব পাৰোঁ ।

চৰদাৰ ঃ বিজয় আমি তোমাক অন্তৰেৰে সৈতে আশীৰ্বাদ কৰিছোঁ, ভগৱানেও আমাক আশীৰ্বাদ কৰক । ব'লা আমি তোমাক গাড়ীত উঠাই আহিম ।

(কিছু গাড়ী-মটৰ, বিক্সাৰ শব্দ )।

বিজয় ঃ দেউতা, সৌ বাছখন গুৱাহাটীলৈ যাব, তুমি ঘৰলৈ যোৱাগৈ, মই সেইখনতে যামগৈ ।

চৰদাৰ ঃ বেটা বাস্তাত অলপ সাৱধানে থাকিবা আৰু বেডিং-পত্ৰ আদিৰ ওপৰত চকু ৰাখিবা, দিন-কাল ভাল নহয় । তেতিয়াহ'লে মই আহোঁ, তুমি যাবাগৈ । বাছখন আহি পালে নহয় ? (গাড়ী অহাৰ শব্দ )।

## দৃশ্য নং - ৭

ধনেশ্বৰ চকীদাৰ ঃ হেৰি চৰদাৰ, ৰ বাচোন, ৰ'বা ।

চৰদাৰ ঃ অ, কিবা ক'বা নেকি ?

ধনেশ্বৰ চকীদাৰ ঃ মানে হেৰি, তোমালোক বাপেক-পুতেক এই ৰাতিপুৱাখনত বাকচ-তাকচ লৈ কেনি ওলাইছিলা । ল'ৰাটোক বোৱাৰী চাবলৈতো পঠোৱা নাই ।

চৰদাৰ ঃ বোৱাৰী চাবলৈ, নহয় বোৱাৰী চাবলৈ পঠোৱা নাই ।

ধনেশ্বৰ চকীদাৰ ঃ তেনেহ'লে ?

চৰদাৰ ঃ ডাক্তৰ পঢ়িবলৈ গৈছে ।

ধনেশ্বৰ ঃ ক'ত ?

চৰদাৰ ঃ গুৱাহাটী মেডিকেল কলেজ ।

ধনেশ্বৰ ঃ (লগে লগে) কি ডাক্তৰ পঢ়িবলৈ ।

চৰদাৰ ঃ হয় চকীদাৰ, ডাক্তৰ পঢ়িবলৈ গৈছে ।

ধনেশ্বৰ চকীদাৰ ঃ (আচৰিত ভাৱে) তুমি ইমান সাহস কৰিছা । মই . . . মই আচৰিত হৈছোঁ । চৰদাৰ, তোমাৰ ওচৰত আছেনো কি, তুমি

যে ইমান সাহস কৰিছা । সঁচাকৈ আমি দুখীয়া হ'লেও ল'ৰা-ছোৱালীক উচ্চ শিক্ষা দিয়াবলৈ সাহস কৰিব লাগে । আমাৰ মানুহখিনি ল'ৰা-ছোৱালীক পঢ়াবৰ সময়ত অলপ বাধা-বিঘিনি বা টকা-পইচাৰ অভাৱত পৰিলেই ধৈৰ্য্য হেৰুৱাই পেলায় । এবাৰমান ফেইল হ'লেই স'ৰাক স্কুল এৰাই বাগানৰ চাকৰিত ভৰ্ত্তি কৰায় দিয়ে ।

চৰদাৰ : চকিদাৰ আমাৰ ল'ৰা-ছোৱালীক লাট চাহাব নাইবা ডাক্তৰ, ইঞ্জীনিয়াৰ বনাব নোৱাৰিলেও একো নাই, কিন্তু মানুহ হিচাপে জীয়াই থাকিবলৈ শিক্ষাৰ দৰকাৰ আছে ।

চকীদাৰ : আমি আমাৰ নুবুজা ভাই-বন্ধুক বুজাব লাগিব দুখ-কষ্ট, অভাৱ-অনাটন আদিক সহন কৰি পঢ়াৰ ক্ষেত্ৰত আগবাঢ়িবলৈ। বাক ল'ৰাটোৰ চিঠি-পত্ৰ দিলে তেওঁৰ খবৰ জনাই থাকিবা । কিবা অসুবিধা হ'লে মোক জনাবা । ভাল বাক মই আহোঁ, ৬ নং লাইনত কৰ্মচাৰীবোৰক কামৰ বিষয়ে ক'ব আছে । (চিএবি চিএবি ৬ নং লাইনত) কাৰ্ত্তিক চৰদাৰৰ ফালে তিবোতাসকল ফুট পাতা ভাঙিবলৈ যাবা । ফুটপাতা । ১১ নং বাগান, ১১ নং । দেৰী কৰিলে বাগানৰপৰা ঘূৰাই পঠোৱা হ'ব । ওলায় যা, ওঁলায় যা . . . ক্ৰমান্বয়ে ।

## দৃশ্য নং - ৭

ডাকবালা : ৰাম, ৰাম চকীদাৰ

চকীদাৰ : ৰাম, ৰাম ডাকবালা । ক'লৈ যোৱা ?

ডাকবালা : পথাৰ লাইন গৈছো ।

চকীদাৰ : পথাৰ লাইন কেলে ? কাৰোবাৰ চিঠি-উঠি আহিছে নেকি ?

ডাকবালা : অ, ৰতন চৰদাৰৰ চিঠি আহিছে ।

চকীদাৰ : চা-চোন চা চিঠিখন কোনে দিছে ।

ডাকবালা : ৰ'বা, চাইছো, বিজয় চাওৰা, গুৱাহাটী মেডিকেল কলেজ ।

চকীদাৰ : বিজয়, দে দে মইয়ে চৰদাৰক দি দিম ।

ডাকবালা : চকীদাৰ নিশ্চয় কিবা কথা আছে যেন পাইছো ।

চকীদাৰ : তোমাক বুলি সঁচা কথাটো কৈছোঁ, চৰদাৰৰ ল'ৰা বিজয়ক মই জোঁৱাই বনাবলৈ চিন্তা কৰিছোঁ ।

ডাকবালা : তাৰ মানে বিজয় তোমাৰ জোঁৱাইয়েক হয় ।

চকীদাৰ ঃ হয় নহয়, হ'বহে । দিয়া দিয়া চিঠিখন দি আহিম । ডাকবালা, সোঁপিনে চোৰা চৰদাৰ ৰবৈ বাবুইতৰ ঘৰৰফালে গৈছে ।

ডাকবালা ঃ সোনকালে মাতা, আকৌ পলম কৰিছা কেলেই ।

চকীদাৰ ঃ হেৰি চৰদাৰ ৰ'বাচোন ৰবা । ডাকবালা, চৰদাৰ, ব'লা, ৰখিছে ।

চৰদাৰ ঃ কি হ'ল চকীদাৰ ?

চকীদাৰ ঃ বিজয়ে চিঠি পঠিয়াইছে ।

চৰদাৰ ঃ ডাকবালা চিঠিখন মোক দিব নালাগে, তুমিয়ে সোনকালে পঢ়ি শুনোৱা কেনে আছে মোৰ ল'ৰাটো, চিট পালেনে নাই ?

ডাকবালা ঃ (চিঠি ফালি লৈ) ঠিক আছে, শুনক -

পৰম পূজনীয় পিতাদেউ,

পত্রে মোৰ অশুৰ ভৰা মৰম ও শ্রদ্ধা চিঠিযোগে পঠালোঁ । আপোনাৰ আশীৰ্বাদ আৰু ভগৱানৰ কৃপাত যাত্রাত মই একো কষ্ট নোহোৱাকৈ নিৰাপদে গুৱাহাটী পালোঁ । চাহ জনজাতিৰ বাবে সংৰক্ষিত চিট মই সহজে পালোঁ । কাৰণ চাহ মজদুৰৰ প্ৰাৰ্থী কেৱল মই অকলে আছিলোঁ । দেউতা 'নিলো, নামৰ ল'ৰা এজন মোৰ লগত চিকিৎসা পঢ়ি আছে । ঘৰলৈ গ'লে লগত লৈ যাম । দেউতা মোৰ টকাৰ বহুত আৱশ্যক হৈছে, টকা দুহেজাৰ ৩০ তাৰিখৰ আগে পঠাই দিব । বিঃ নাই শেষত পুনৰ মৰম জনাই সামৰিছোঁ । ইতি,

তোমাৰ বিজয়

চৰদাৰ ঃ ল'ৰাটোক পঢ়াওঁতে বহুত টকা লাগিব, মোৰ চিন্তা লাগিছে । বাৰু তোমালোক যাবা, মই আহিলোঁ ।

চৰদাৰ ঃ দুহাজাৰ টকা (ঘন নিশ্বাস এৰি) (আকৌ প্ৰশ্বাসলৈ) । মহাজনৰ ওচৰত ঋণ কৰি কৰি মৰিব লাগিব । নামকটা টকাটোও দেৰি কৰিছে, কি কৰিম ।

চকীদাৰ ঃ চৰদাৰ, তুমি এক কাম কৰা, মহাজনৰ ওচৰত যাবৰ প্ৰয়োজন নাই, চাহাবৰ ওচৰলৈ গৈ টকাখিনি সোনকালে খোজা, নহ'লে দুহাজাৰ টকা আগধন হিচাপে খোজা । চাহাবজনেও নাই বুলি নকয় ।

চৰদাৰ ঃ কিন্তু বৰৈ বাবু যে ৫০/৩০ টকা ঘোচ নাপালে, চাহাব মান্তি হ'লেও টকা পোৱা নাযাব ।

চকীদাৰ ঃ বিয়াৰ কাৰণে কিছু আগধন লিখালে দিবনে নিদিব তাক ক'ব

নোবাৰো। যি হওক তুমি চিধাই গৈ চাহাবৰ ওচৰত সঁচা কথাটো কৈ দিবা। মেডিকেলত কিমান বছৰ পঢ়িব ?

চৰদাৰ : তুমি ঠিকেই কৈছা চকীদাৰ, চাহাবৰ ওচৰত গৈ চাম। বিজয়ে ৫ বছৰ ডাক্তৰ পঢ়ি এক বছৰ গৱেষণা কৰিব। মুঠতে ৬ বছৰ। মাহে ৪/৫ শ টকা খৰচ পৰিব।

চকীদাৰ : তুমি হাৰ নামানিবা, চৰদাৰ ধৈৰ্য্য ধৰা। বৰ চাহাবৰ জীপখন দেখা গৈছে, তুমি এতিয়াই যোৱা আৰু চাহাবক লগ ধৰাগৈ, চাহাবে কি ক'ব মোক জনাবা।

## দৃশ্য নং - ৮

চৰদাৰ : নমস্কাৰ চাহাব।

মেনেজাৰ : নমস্কাৰ কেনে আছা চৰদাৰ ?

চৰদাৰ : ভালেই আছো চাৰ।

মেনেজাৰ : কিবা আপত্তি আছিল নে ?

চৰদাৰ : হয়, চাৰ।

মেনেজাৰ : কি আপত্তি আছে ক'।

চৰদাৰ : চাৰ, মোৰ ল'ৰা বিজয় গুৱাহাটী মেডিকেল কলেজত পঢ়ি আছে। তালৈ টকা দুহেজাৰ পঠাব লাগে। চাৰ, দয়া কৰি পি, এফৰ পৰা দুহাজাৰ টকা আগধন হিচাপে দিলে ল'ৰাটোলৈ পঠায় দিম।

মেনেজাৰ : তেনেকুৱা তেনেকুৱা . . . নিয়ম নাই। তথাপিও . . . ( অলপ বৈ) মই কিবা সুবিধা কৰি দিছো বাৰু, এইখন চিঠি দৌলতৰাম মহাজনক দি দিবা। টকা দুহাজাৰ দিব কাম চলাই ল'বা। অফিচৰপৰা পি, এফৰ, টকাটো পালে ঘূৰাই দিবা। ( টেলিফোনৰ নম্বৰ মিলাই) হেল্ল, হে'ল্ল দৌলতৰাম, মই মেনেজাৰ কৈছো। অ' নমস্কাৰ হেৰি ৰতন চৰদাৰক মই চিঠি এখন লিখি দিছো, টকা দুহেজাৰ দি দিবা। অ, অ, ঠিক আছে বাৰু।

চৰদাৰ ফোনত মই সকলো ঠিক কৰি দিলো, চিঠিখন দিলেই দৌলতৰামে টকা কেইটা দিব।

চৰদাৰ : বহুত, বহুত ধন্যবাদ চাৰ, মই তেন্তে যাওঁ চাৰ।

মেনেজাৰ : ভাল বাৰু। মহাজনক লগ কৰি ল'বা।

## দৃশ্য নং - ৯

চৰদাৰ : ৰাম, ৰাম মহাজন।

মহাজন : ৰাম, ৰাম চৰদাৰ । কি বা কামত আহিলে ।

চৰদাৰ : বৰ চাহাবে এখন চিঠি দি পঠিয়াইছে ।

মহাজন : চাওঁ । আপোনাক দুহাজাৰ টকা দিবলৈ কৈছে . . . মুনিম জী ।

কিশৰীলাল : জী মালিক ।

মহাজন : চৰদাৰ জীকে, দুহাজাৰ ৰুপ্যায়া দে দ ।

কিশৰীলাল : জী মালিক ।

দৌলতৰাম : চৰদাৰ ভাই, সুত-মূল লগায় আগত দিয়া টকাটো আৰু এই টকাটো একেলগে নাম কটা টকা পালে দি দিব।

চৰদাৰ : সুত-মূল লগাই নাম কটা টকাত । ই কি চাহাব লিখি দিয়া চিলিপতো সুত-মূল এইটো . . . এইটো কেনেকুৱা মহাজন ।

দৌলতৰাম : চৰদাৰ মই কোম্পানীত হুণ্ডি দিওঁ সঁচা, কিন্তু এই ধৰণে ধাৰ-ঋণ দি থাকিলে মোৰ এই দোকান দেৱলীয়া হৈ যাব । চৰদাৰ আপোনাক বুলিহে হাজাৰ হাজাৰ টকা ধাৰে দি আছোঁ । কাৰণ আপোনাক দিয়া টকা মই খাটাং পামেই । এইটো লওক পুৰা দুহাজাৰ টকা আছে ।

চৰদাৰ : মহাজন . . . মই যাওঁ তেন্তে (দুখ মনেৰে)

দৌলতৰাম : টকাটো ডাকত পঠাব ?

চৰদাৰ : হয়, ডাকত পঠাম ।

## দৃশ্য নং - ১০

(চাইকেলৰ শব্দ)

চৰদাৰ : ডাকবালাজনক ঠিক লগ পাই গ'লোঁ ।
ডাকবালা . . . ।

ডাকবালা : চৰদাৰ, কিবা পঠিয়াবলৈ আছে নেকি ?

চৰদাৰ : অ' এই টকাকেইটা বিজয়লৈ মণিঅৰ্ডাৰ কৰি দিবি।

ডাকবালা : কিমান আছে চৰদাৰ ?

চৰদাৰ : দুহাজাৰ আছে ।

ডাকবালা : মণিঅৰ্ডাৰ ফৰ্মৰ বাবে আৰু ৫০ পইচা লাগিব ।

চৰদাৰ : ৫০ পইচা খুচুৰা নাই এক টকাটোকে লৈ যা ।

ডাকবালা : মই যাওঁ চৰদাৰ ৯টা বাজি গ'ল । চকীদাৰে তোমাক লগ পাবলৈ আহিছে , লগ কৰি লোৱা ।

চৰদাৰ : চকীদাৰ মোক লগ কৰিব আহিছে । অ' চকীদাৰ মোক তুমি বিচাৰিছিলা নেকি ?

চকীদাৰ ঃ অ' চৰদাৰ তুমি অফিচলৈ গৈছিলা যে বৰ চাহাব কি ক'লে ।

চৰদাৰ ঃ কি ক'ব আৰু, নাম কটা টকা দিয়াৰ আগে আগধন দিয়াৰ নিয়ম নাই ।

চকীদাৰ ঃ ইচ্ ৰাম এতিয়া কি কৰা যায় ।

চৰদাৰ ঃ তথাপি চাহাবে চিঠি এখন মহাজন দৌলতৰামলৈ লিখি দিলে, মহাজনৰপৰা টকা আনি মণি অৰ্ডাৰ কৰিবলৈ দিলোঁ । মহাজনৰ হাতৰপৰা বাচিব নোৱাৰিলোঁ চকীদাৰ, সুত দিওঁতেই মৰিব লাগিব। আমি দুখীয়া মজদুৰ জাতিটোৱে ধন-দৌলত, টকা-পইচা নথকাৰ কাৰণে আমাৰ ল'ৰা-ছোৱালীবোৰক মানুহ কৰি তুলিব নোৱাৰিছোঁ।

চকীদাৰ ঃ সঁচা কথা চৰদাৰ, ল'ৰাটোক পঢ়াওঁতে তোমাৰ বহুত কষ্ট হৈছে। বলা চৰদাৰ আমাৰ ঘৰৰপৰা আহোঁ ।

চৰদাৰ ঃ চকীদাৰ, মই তোমাৰ ওচৰলৈ এক জৰুৰী কামত আহিছিলোঁ ।

চকীদাৰ ঃ কোৱা চৰদাৰ মই তোমাক কি সেৱা কৰিব পাৰোঁ ।

চৰদাৰ ঃ মহাজনৰ হাতৰপৰা মই কোনো ৰকমেই বাচিব নোৱাৰিলোঁ ; সুত-মূল যিমান হৈছে নাম কটা টকা গোটেইখিনি তেওঁৰ হাততে যাবগৈ । মাটি-বাৰী থকাহ'লেও বেলেগ কথা আছিল। এতিয়াতো আৰু দুটা বছৰ আছে ল'ৰাটোৰ পঢ়া শেষ হ'বলৈ । মোৰ মগজুৱে কাম নকৰা হৈছে, যদি কেনেবাকৈ টকা পঠাব নোৱাৰোঁ (কান্দুনমুৱা হৈ) তেন্তে ল'ৰাটো ডাক্তৰ হ'ব নোৱাৰিব; চকীদাৰ ।

চকীদাৰ ঃ ল'ৰাটো সৰু থাকোতেই যদি ( বহুত অলপ অলপ কৰি টকা জমা ৰাখিব পৰা হ'লে মহাজনৰ ওচৰত আজি ইমান ধাৰ-ঋণ নহ'লহেঁতেন, চৰদাৰ ।

চৰদাৰ ঃ তোমাৰ ঘৰত যদি মোক চাকৰ হিচাপে ৰাখা তেনেহ'লে তুমি যিহকে ক'বা মই তাকে কৰি দিম। ল'ৰাটোক ডাক্তৰ পঢ়াবলৈ তুমি মোক সহায় কৰা চকীদাৰ মোক সহায় কৰা . ক্ৰমে (কান্দি পেলায়)

চকীদাৰ ঃ নাই, নাই চৰদাৰ নাকান্দিবি । তোমাৰ ল'ৰা যিটো মোৰো সেইটো। তোমাক চুবুৰীয়া হিচাপে সহায় কৰাটো মোৰ কৰ্তব্য । মই . . মই মোৰ মাটি-বাৰী, গৰু-ছাগলী সকলো বেচি হ'লেও আমাৰ বিজয়লৈ টকা পঠাই থাকিম । সি যেতিয়া ডাক্তৰ হৈ আহিব তেতিয়া আমি আনন্দ কৰিম । এতিয়া দুখ উঠালে কি হ'ব যিমান দুখ উঠাইছো, পিছলৈ সিমান সুখ পাম । তুমি চিন্তা নকৰিবা

চৰদাৰ। আমাৰ মজদুৰ ভাইসকল মিস্‌সিজুলি থাকিলে, আৰু পৰস্পৰ ইজনে-সিজনক সহায় কৰি থাকিলে আমি সহজে সকলো বিপদৰ পৰা ৰক্ষা পৰিম ।

চৰদাৰ : চকীদাৰ তুমি যে মোৰ কান্ধত থকা চিন্তা নিজৰ কান্ধ পাতি ল'বা বুলি মই ভবাও নাছিলোঁ চকীদাৰ, মই ভবাও নাছিলো ।

চকীদাৰ : জীয়েক নীতাৰ বিয়ালৈ জমা কৰি ৰখা ৫ হাজাৰ টকা ইউনাইটেড বেঙ্কত জমা আছে । সেই টকাখিনি পঠাই থাকিম । সেইখিনি নুজুৰিলে মাটি-বাৰী, গৰু-ছাগলী আছে নহয় তুমি চিন্তাই নকৰিবা।

চৰদাৰ : জীয়েকৰ বিয়াৰ কাৰণে ৰখা টকা মোৰ ল'ৰা বিজয়ৰ কাৰণে খৰচ কৰি দিবি ।

চকীদাৰ : তুমি কিয় চিন্তান্বিত হৈছা, বিজয় ডাক্তৰ পাছ কৰি আহিলে সকলো ঘূৰাই পায় যাম । ঘৰ পাই গ'লোঁ, অ' মা নীতা চৰদাৰক বহিবলৈ মুঢ়া আনি দিয়া ।

নীতা : আহক, বহক ।

চকীদাৰ : চাহ দুই কাপ বনোৱা । চৰদাৰ, তুমি যিদৰে মদ - পানী এৰি ল'ৰাটোকে ডাঙৰ মানুহ বনাবলৈ টকা ধাৰ-ঋণ কৰি পঠাইছা, আৰু বাকী মানুহবোৰে ধাৰ-ঋণত ডুবি মদ-পানী খাই আছে । এইটো কিমান যে উপকাৰ কৰিছে । মইও তোমাৰ দৰেই মদ-পানী নাখাও । সকলো মানুহে যদি নিজ নিজ ল'ৰা-ছোৱালীক পঢ়ুৱালেহেঁতেন, ডাঙৰ মানুহ বনাবলৈ চেষ্টা কৰিলেহেঁতেন, তেন্তে ই কিমান যে সুন্দৰ কথা হ'লহেঁতেন ।

নীতা : দেউতা, এইয়া চাহ লওক, মই তামোল কাটিছো।

চৰদাৰ : দিয়া বেটি, তামোলখন এইপিনে দিয়া । বাৰু চকীদাৰ, চাহ-তামোল সকলো খালো, এতিয়া ঘৰলৈ যাওঁ ।

চকীদাৰ : মই থাকোতে তুমি একো চিন্তা নকৰিবা ।

নীতা : অ' দেউতা ঘৰৰফালে মাজে-সময়ে আহি থাকিবা ।

চৰদাৰ : বাৰু বেটি আহি থাকিম ।

নীতা : দেউতা, চৰদাৰৰ চেহেৰা ইমান শুকাই গ'ল ।

চকীদাৰ : কিয় নুশুকাব, ল'ৰাক ডাক্তৰ পঢ়াবলৈ যেনেকুৱা চিন্তা কৰিছে যে মোৰ ভয়ে লাগিছে । মাজনী মই মনত এটা কথা ভাবি থৈছোঁ; কিন্তু বিজয় যেতিয়া ডাক্তৰ পঢ়ি ঘৰলৈ আহিব, তেতিয়াহে কথাষাৰ চৰদাৰৰ আগত উত্থাপন কৰিম ।

নীতা : কি কথা দেউতা ?

চকীদাৰ : বিজয়ক মই জোঁৱাই হিচাপে পাব খুজিছোঁ । দুখীয়া মানুহ জানো দুখীয়াৰ মাজত ডাঙৰ-দীঘল হৈ, পঢ়া-শুনা কৰি ডাঙৰ মানুহ হৈ সেই দুখীয়া সমাজখনক ঘৃণা কৰিব বা তল চকুৰে চাব। ডাঙৰ মানুহ হৈ বেলেগ জাতিৰ, ডাঙৰ মানুহৰ ঘৰৰ ছোৱালী বিয়া কৰাব পাৰে, কাৰণ দুখীয়া ঘৰৰ ছোৱালীক বিয়া কৰাবলৈ লাজ লাগিব পাৰে আৰু এইটোৱেই আজিকালি যুগত প্ৰচলিত। মই কথা দিছোঁ যেতিয়া সকলো সম্পত্তি তেওঁৰ পঢ়াতেই লগাই দিম । এইটোৱেই মোৰ ধৰ্ম্ম হ'ব । তেওঁৰ আচল ৰূপ, আচল চেহেৰা ভৱিষ্যৎ সি নিজে দেখুৱাব ।

নীতা : মইও দুখীয়া আৰু অশিক্ষিতা হওঁ, মই আশা কৰিব নোৱাৰোঁ যে তেওঁ মোক বিয়া কৰোৱাব । বৰ্তমান সি দুখীয়া হ'লে কি হ'ব, পঢ়ি লোৱাৰ পিছত ডাঙৰ মানুহ হৈ যাব ।

চকীদাৰ : তেওঁৰ দেউতাক, ভাল মানুহ, মৰমীয়াল, সোণৰ দৰে মানুহ গতিকে পুত্ৰও সেইদৰে হ'ব পাৰে । কাৰণ সোণৰ টুকুৰা সোণেই হয় । মাজনী কাইলৈ ৰাতিপুৱা ডাকৱালা যাবৰ সময়ত মোক ক'বা । কিছু টকা মণিঅৰ্ডাৰ কৰি দিম ।

নীতা : বাৰু দেউতা, মনত পেলাই দিম ।

## দৃশ্য নং - ১১

(কিছুমান মানুহ কামলৈ গৈ থকা অৱস্থাত গুণ, গুণাই কথা পাতি পাতি গৈ থাকে ।)

নীতা : অ' দেউতা তুমি ডাকৱালাক চাব কৈছিলা নহয় ।

চকীদাৰ : অ' গৈছে নেকি ? মাতি দিয়াচোন নহ'লে গুচি যাব ।

নীতা : পিয়ন মামা অলপ আহিবচোন, দেউতাই মাতিছে ।

ডাকৱালা : মোক ?

নীতা : অঁ ।

ডাকৱালা : আহিছো বাৰু ! কিবা কৈছেনে চকীদাৰ ?

চকীদাৰ : টকা এহেজাৰ লৈ যোৱা, বিজয়লৈ মণিঅৰ্ডাৰ কৰি দিবা ।

ডাকৱালা : আচ্ছা, ঠিক আছে দিয়া ।

চকীদাৰ : শুনা, এটা কথা মণিঅৰ্ডাৰত মোৰ নাম নিদিবা, তেওঁৰ দেউতাকৰ নাম দিবা ।

ডাকৱালা ঃ বাৰু ঠিক আছে চৰদাৰৰ নামকে দিম । এতিয়া আহোঁ ।

চকীদাৰ ঃ মাঙ্গী আজি কেইজনমান নাম কটা টকা পাব, সকলোকে খবৰ দিলোঁ, কিন্তু চৰদাৰক জনোৱা নাই । মই চৰদাৰক কথাটো কৈ আহোঁ ।

(ক্ষন্তেক মিউজিকৰ পাছত)

চৰদাৰ হেৰি ঘৰত আছেনে ?

চৰদাৰ ঃ অ', চকীদাৰ ভিতৰলৈ আহক । কি হ'ল কেইদিনমান দেখা নিদিলা, খবৰ ভালতো ।

চকীদাৰ ঃ আজি বিয়লি তিনি বজাত নাম কটা টকা দিব, অফিচলৈ যাবা । (নাম কটা টকা দিলে মহাজন, কাবেলী এইসকল অফিচৰ গেটৰ মুখতেই বৈ থাকিব । গৈ চোৱা কিমান কিমান টকা দিব )

চৰদাৰ ঃ ল চকীদাৰ, ধপাত অলপ খায় ল ।

## দৃশ্য নং - ১২

মহাজন ঃ টকাকেইটা পাবা বুলি জানিছিলোঁ। টকা লৈ কষ্ট কৰি দোকান যাবলৈ কেনে লাগিছে । মইয়ে কষ্ট কৰি অফিচত আপোনাৰ ওচৰ পালোহি । টকাটো দি মোৰ লেঠা মাৰি দিয়া । ঋণী হৈ থাকিলে আপোনাৰহে মূৰত বোজা এটাহে থাকিব ।

চৰদাৰ ঃ মহাজনকাই এতিয়া এক হাজাৰ টকা লৈ যাওক । বাকী টকা পাছত দিম ল'ৰাটোৰ পঢ়া এতিয়াও দুবছৰ বাকী আছে ।

মহাজন ঃ চৰদাৰ আপুনি ভাল মানুহ ! সেই বুলি মই আপোনাৰ সুত-পুৰা পুৰি নধৰিছিলোঁ । প্ৰথমবাৰ একহাজাৰ বাদ দিলোঁ । দ্বিতীয়বাৰ দুহাজাৰ লৈছিলে তাতো এক হাজাৰ বাদ দিলো । আনৰপৰা যিটো হিচাপত সুত লওঁ সেইমতেতো লোৱাই নাই । ছয় হাজাৰ টকা হাতত থাকোতেই সুজি দিয়ক । মূৰৰ বোজাও কমি যাব । আৰু লেন-দেনৰ ৰাস্তা আকৌ চফা হৈ থাকিব ।

চৰদাৰ ঃ নাই মহাজন যি দিলো সিমানেই লওক । মই টকা ছয় হাজাৰেই পাইছোঁ; আটাইখিনি দি দিলে, ল'ৰাটোলৈ কি পঠিয়াম, ল'ৰাটো কেনেকৈ পঢ়িব ।

মহাজন ঃ চৰদাৰ মই হ'লোঁ মহাজন টকা দি সুত লওঁ মোৰ এইটোৱেই ব্যৱসায়, আপোনাৰ ল'ৰা পঢ়ক-নপঢ়ক তাৰ ঠিকা মই লৈ ৰখা নাই (উত্তেজিত হৈ) টকা ধাৰে দিলোঁ নাম কটা টকাত সুতে-

মূলে পোৱাৰ আশাত । টকা পৰিশোধ কৰাৰ ৰাস্তা থাকে । হয় চিধা আঙুলিৰে নহয় টেঢ়া আঙুলিৰে। আপোনাক মই বেইজ্জতি কৰিব বিচৰা নাই ভালে ভালে দি দিয়ক, নহ'লে মই বাধ্য হ'ম।

চৰদাৰ : কথাৰ আগধৰি, লৈ যোৱা মহাজন লৈ যোৱা যিমান টকা পাইছোঁ। ঋণ লৈছোঁ যেতিয়া পৰিশোধ কৰিবই লাগিব ।

মহাজন : চমঝদাৰ মানুহ আপুনি চৰদাৰ, কম কথাত বহুত বুজি পায় । দিয়ক সোনকালে দিয়ক বিপদত সহায় কৰিলেও আমাক ধন্যবাদ দিয়া মানুহেই নাই ।

চৰদাৰ : ধন্যবাদ কি দিম, টকাটোৱেই দিলোঁ যেতিয়া । মহাজনসকলৰ হৃদয়ত কাৰো কাৰণে অলপো দয়া মৰম নাথাকে, কঠোৰ লেন-দেন ।

মহাজন : ব্যৱসায়ী মানুহ লেনদেনৰ কঠোৰ নহয়, কমজোৰ হোৱা মানে, 'বৈ অহা টকাৰ সুতো শোপা দিয়া ।'

চকীদাৰ : চৰদাৰ, টকা পালেনে নাই ?

চৰদাৰ : পালেও কি হ'ব, মই ভবাৰ দৰেই মহাজনে গোটেইখিনি টকা লৈ গ'ল । কিছু টকা দি বাকীখিনি পাছত দিম বুলি কৈছিলোঁ, কিন্তু কঠোৰ মহাজনে মোৰ কথা নুশুনিলে । মই . . . মই কি কৰিম চকীদাৰ ।

চকীদাৰ : দুখ নকৰিব । মই সেইদিনা এক হাজাৰ টকা মণিঅৰ্ডাৰ যোগে পঠাই দিলোঁ । মই আছো নহয়, চিন্তা নকৰিব ।

চৰদাৰ : চকীদাৰ আমি আমাৰ মজদুৰ ভাইসকলক বুজাব লাগিব যে, সিহঁতৰ ল'ৰা-ছোৱালীক পঢ়োৱাই ডাঙৰ মানুহৰূপে গঢ় দিবলৈ, আৰু ল'ৰাটো সৰু থাকোতেই তেওঁৰ নামত বেংকত টকা জমা কৰি থ'বলৈ । নহ'লে মোৰ দৰে কষ্ট কৰিব লাগিব। আমাৰ - ভাই বন্ধু যাতে ভৱিষ্যৎত কষ্ট নাপায় তাৰ কাৰণে আমি সিহঁতক সতৰ্ক কৰি দিয়া উচিত । এটা ল'ৰাক পঢ়াওঁতে পঢাওঁতে মোৰ দৰে যেন দৰিদ্ৰ হৈ নাযায় ।

চকীদাৰ : ব'লা চৰদাৰ ঘৰলৈ ব'লা ।

## দৃশ্য নং - ১৩

ডাকবালা : ঘৰত কোন আছে, হেৰি চকীদাৰ ।

চকীদাৰ : মাজনী ... ... ... অ' মাজনী

নীতা : কি কৈছে দেউতা ।

চকীদাৰ : বাহিৰত কোন আহিছে চা-চোন ।

নীতা : ৰ'বা চাইছো, অ' ডাকৱালা মামা ।

ডাকৱালা : চৰদাৰ ইয়াত আছে নহয় ।

নীতা : হয়, আছে মাতি দিম নেকি ?

ডাকৱালা : চৰদাৰ, মই তোমাৰ ঘৰত গৈ আহিছোঁ, জানিব পালোঁ তুমি ইয়াত বহি আছা বুলি ।

চকীদাৰ : চিঠি আহিছে নহয়, সোনকালে দিয়া ।

ডাকৱালা : ৰ'ব দিছোঁ, (ফালিলৈ) শুনক পঢ়ি দিছোঁ ।

পৰম পূজনীয়

পিতাদেউ

পত্ৰে মোৰ মৰম ও শ্ৰদ্ধা গ্ৰহণ কৰিব ।

আপোনাৰ আৰু ভগৱানৰ আশীৰ্বাদত মই ভালেই আছোঁ । দেউতা টকা অলপ পঠাই দিব, মই জানো দেউতা আপোনাৰ ওচৰত টকা নাই আৰু টকা নহ'লেও মই ডাক্তৰ হ'ব নোৱাৰোঁ । কলেজৰ সহপাঠীসকল দামী দামী সাজ-পোছাক, দামী-জোতা, হাতত ঘড়ী আদি পিন্ধিছে, ইপিনে মই ফুট-পাথৰ ২০/২৫ টকীয়া সস্তীয়া কাপোৰ-কানি পিন্ধো, ভৰিত চেণ্ডেল, হাতত ঘড়ী নাই আৰু কিমান খৰচ কমাম দেউতা । তথাপি মনত মই দুখ নকৰোঁ, কাৰণ আমি যে দুখীয়া । টকাবোৰ কি অৱস্থাত পঠিয়াইছে তাক মই ভালদৰে বুজি পাইছোঁ দেউতা । আজি আমি যিমান কষ্ট পাইছোঁ তাৰ সাতগুণ সুখ ভগবানে নিশ্চয় দিব, দেউতা ধৈৰ্য্য হেৰুৱাই নিদিব, মোৰ অটল বিশ্বাস আছে, মই ভালদৰে পাছ কৰিম । ঘৰলৈ আহিম, লগত নীলোক লৈ আহিম । ধৈৰ্য্যৰে পঢ়িবলৈ আপোনাৰ আশীৰ্বাদেই মোক প্ৰেৰণা যোগাইছে । দেউতা পেক্টিকেলৰ সময় হ'ল সামৰিছোঁ । ইতি,

আপোনাৰ

বিজয়

গুৱাহাটী মেডিকেল কলেজ

চকীদাৰ : দেখিলা চৰদাৰ, আমাৰ বিজয়ৰ চিন্তাবোৰ কিমান মহৎ । সি আমাৰ মজদুৰ ল'ৰা-ছোৱালীক শিক্ষা দিব । দুখীয়া হ'লেও ধৈৰ্য্য ধৰি পঢ়া-শুনা কৰাই ডাঙৰ মানুহ হ'বলৈ প্ৰেৰণা যোগায় । বুদ্ধি দিব, ভাল ৰাস্তা দেখুৱাব । শিক্ষাটো জ্ঞানৰ ভাণ্ডাৰ, জ্ঞানেই গোহৰ

হয় । যিবিলাক আন্ধাৰত আছে সিহঁতক পোহৰ বিলাবই ।

চৰদাৰ : ডাকবালা, চকীদাৰ, নীতা বেটি, মই . . . মই . . . আঃ আনন্দ মোৰ এই ক্ষুপৃথীখনতে ই, এই পৰিয়ালটোকেই স্বৰ্গলোক যেন দেখা পাইছোঁ ।

ডাকবালা : তোমালোকৰ আনন্দ চাই আনন্দৰে মোৰ চকুলো বৈ আহিছে । সি ডাক্তৰ হৈ আহিলে, তোমালোকৰ লগত মইও আনন্দ কৰিম। বাৰু মই এতিয়া যাওঁ । তোমালোক থাকা ।

চকীদাৰ : মাজনী মই তোমাক কৈছিলোৱেই নহয় 'সোণৰ টুকুৰা সোণ হ'বই বুলি' । সোণ, বোকা মাটি, বোকা পানীত . থাকিলেও তাৰ গুণ সেই একেদৰেই থাকিব ।

যিমান অভাব অনাটনে তেওঁক কষ্ট দিলেও সি ধৈৰ্য্য ধৰি পঢ়ি আছে ।

চৰদাৰ : চকীদাৰ মই মোৰ ল'ৰা বিজয়ক ডাক্তৰ বনাব নোৱাৰিলোহেঁতেন। তেওঁৰ পঢ়া মাত্ৰ তিনি বছৰ হৈছিলহে, পঢ়িবলৈ পাঁচটা বছৰ শেষ নোহোৱাৰ আগেয়ে মোৰ সকলো সা-সম্পত্তি, গৰু-ছাগলী সকলো শেষ হৈ গৈছিল, মই আশাও কৰা নাছিলো যে-মোৰ ল'ৰা ডাক্তৰ পঢ়িব পাৰিব বুলি । কাৰণ মোৰ ওচৰত মোৰ শৰীৰটোৰ বাহিৰে বেচিবলৈ আৰু আন একোৱেই নাছিল । চকীদাৰ তুমি মোৰ এটা দুগৰ্তিত সহায় কৰি মোৰ ল'ৰাটোক ডাঙৰ মানুহ বনালা। তোমাৰ ইমান ডাঙৰ উপকাৰৰ বিনিময়ত মই তোমাক কি দিব পাৰোঁ ? মোৰ ওচৰত আছেনো কি ?

চকীদাৰ : তোমাৰ ওচৰত কি নাই চৰদাৰ । বিজয়ৰ মগজু যে যিটো, সেইটোৱেই হৈছে আচল সম্পত্তি । চৰদাৰ তুমি মোৰ ঋণ পৰিশোধ কৰিবই লাগিব ।

চৰদাৰ : ঋণ পৰিশোধ বাবে বিজয়ৰ বাদে মোৰ ওচৰত আছেনো কি ?

চকীদাৰ : ঠিকেই, মোক বিজয়কে লাগে । জোঁৱাই হিচাবে । মোৰ জীক তুমি বোৱাৰী হিচাবে ল'ব লাগিব ।

চৰদাৰ : তোমাৰ জীক বোৱাৰী একা মই নবনালে আৰু কোনে বনাব । মই তাকেইতো ইমান দিনে ভাবি আছিলোঁ ।

চকীদাৰ : ধৰি লোৱা তোমাৰ ঋণ পৰিশোধ হৈ গ'ল ।

নীতা : অ, দেউতা মই অলপ বান্ধৱী চম্পাহঁতৰ ঘৰৰপৰা আহিছোঁ ।

চকীদাৰ : যোৱা, দেৰি নকৰিবা, তোমাৰ দেউতাই আজি ইয়াতে দুপৰীয়াৰ

আহাৰ কৰিব । তুমি সোণকালে আহিবা, তুমি ঘৰ আহিলেহে কুকুৰাটো মাৰিম ।

নীতা : বাৰু দেউতা পলম নকৰোঁ । চম্পাক লগ কৰি লগে লগে ঘূৰি আহিম ।

## দৃশ্য নং -১৪

নীতা : অ চম্পা, মই তোমাৰ ওচৰলৈ আহিছোঁ আৰু তুমি দেখোন সাজি-কাচি কেনি ওলাইছা ?

চম্পা : কি তুমি মোৰ ওচৰলৈ আহিছা ? এমব্ৰইডাৰী কৰিবলৈ যাবলৈ ওলাইছোঁ ।

নীতা : অ, তুমিতো ঘৰৰপৰা ওলায়ে গ'লা যেতিয়া মইনো আৰু কি ক'ম ।

চম্পা : তুমি মোৰ ওচৰলৈ আহিছা আৰু মই তোমাক এৰি কেনেকৈ যাম। আহাঁ, মাৰ বয়স হৈ আহিছে দেখি ঘৰত এটাও কাম-বন কৰিবনোৱৰা হৈছে । গতিকে ঘৰৰ সকলো কাম-বন শেষ কৰি বেগেতে যাবলৈ ওলাইছিলো । আজিকালি আমি যদি হাতৰ কাম যেনে - চুৱেটাৰ, মাৰ্ফলাৰ, চাদৰ, ফুল-গঁথা আদি নিশিকিলে কি কৰিম, কাৰণ পঢ়াও বেছি নাই । গতিকে এইবোৰ শিকি থ'লে বেছি নহ'লেও টকা ২/৪ টাতো যোগাৰ কৰিব পাৰোঁ ।

নীতা : তুমি ভালেই কৰিছা, সময় উলিয়াই কিছু শিকি লৈছা, মই যে একোৱেই শিকা নাই । আমি ছোৱালীখিনি এইদৰে পিছ পৰি থাকিলে আমাৰ নিজৰহে বিপদ আছে । আমাৰ বাগানৰ তুমি অকলেই শিকিছা । ঘৰৰ ওচৰত থাকিও ছোৱালীবোৰে এইবোৰত ধ্যান নিদিয়া হৈছে । কাইলৈৰপৰা মই তোমাৰ লগত যাম । তোমাক যে চাবলৈ আহিছিল সেই চেপন বাগানৰ ল'ৰাটো, কথাটো কি হ'ল ।

চম্পা : কথাটো এনেধৰণৰ, ল'ৰাজন দেখিবলৈ বেয়া নাছিল, মইও এক প্ৰকাৰ ৰাজি হৈছিলোঁ কিন্তু দেউতাই ৰাজি নহ'ল ।

নীতা : কিয়, কি হ'ল ?

চম্পা : ল'ৰাজন অশিক্ষিত, আনফালে ঘৰখনতো একো নাই কেৱল কোম্পানীৰ পাৰমেণ্টেট চাকৰিটোৰ বাহিৰে। বহিবলৈ বেঞ্চ-চকী, শুবলৈ বিছনা, খেতি-বাতি, ঘৰৰ চাফ-চিকুণতা একোৱেই নাই। খেৰী বিছনা আৰু লগত বহিবলৈ পীড়া কেইটামান, সিমানেই ।

নীতা : গোটেই জগতখনেই বদলি হৈ গ'ল; কিন্তু আমাৰ মানুহখিনিহে বদলি হ'ব পৰা নাই। আমাৰ লাইনখনতেই চোৱা কিছুমানৰ ঘৰত বেঞ্চ-চকী, চাফ-চিকুণ, খেতি-বাতি আদি অলপ হ'লেও আছে। সেইবোৰ মানুহ কেতিয়াও ভোকত নমৰে। মানুহ পৰিশ্ৰমী হ'ব লাগে, অবহেলা কৰি ঘৰ-বাৰী এইদৰে পেলাই থ'লে কি হ'ব। কোম্পানীৰ দিয়া ঘৰ-বাৰী এনেও সৰু। কিমান যে কষ্ট হয়। বাৰীত কষ্ট কৰি কিছু শাক-পাচলি কৰিলে কিনি খোৱা খৰচটো হ'লেও বচাব পাৰি।

চম্পা : সেই ল'ৰাজন ইমানেই অবহেলিত যে সিহঁতৰ বাৰীত সোমালে জোঁকে ধৰে মানে আধা আঁঠুলৈকে ঘাঁহ। দেউতাই ভালেই কৰিলে মোৰ বিয়াৰ সন্মতি নিদিলে। তোমাৰ কোনোবা ফালে কথা চলিছে নেকি ?

নীতা : অ, কথা, কথা মানে, মানে অলপ আগবাঢ়িছে।

চম্পা : ক'ৰ হয়। দেখিবলৈ কেনেকুৱা ?

নীতা : ইয়াৰে হয়। দেখিবলৈ হীৰাৰ দৰে নহয় যদিও তেওঁৰ গুণটো হীৰাতকৈ সাতগুণ বেছি।

চম্পা : তুমি কাৰ কথা কৈছা মোৰ হ'লে মনত নপৰে দেই।

নীতা : ক'ত মনত পৰিব আজি পাঁচ বছৰ হৈ গ'ল ঘৰলৈ অহাই নাই।

চম্পা : তুমি নামটো নোকোৱা কিয় ? মোৰ মগজুত একো ধৰিব পৰা নাই।

নীতা : ৰতন চৰদাৰৰ ল'ৰা . . .।

চম্পা : অ, বিজয় ? অই নীতা সি তোমাতকৈ সাত ইঞ্চি ওখ হ'ব।

নীতা : তুমি সঁচাই কৈছা সি ওখ আছে। আমাৰ মজদুৰ সকলোতকৈ সি ওখ আছে। মোতকৈ সাত ইঞ্চি আৰু আমাৰ মজদুৰ সমাজখনতকৈও সাত ইঞ্চি ওখ।

চম্পা : সি ডাক্তৰ পঢ়িছে, তোমাক পচন্দ কৰিব ?

নীতা : মোৰ মনে কৈছে, সি নিশ্চয় মোক পচন্দ কৰিব। আমাৰ ল'ৰাবোৰ সকলোৱেই চেষ্টা কৰা হ'লে তেওঁৰ দৰেই ওখ হ'ব পাৰিব। বহুত কথা-বতৰা হ'লোঁ চম্পা। মনৰ কথা দুটা পাতিম বুলিহে আহিছিলোঁ।

চম্পা : কথা পাতি পাতি সময় পাৰ কৰিলোঁ কিন্তু একাপ চাহো নিদিলোঁ। নীতা, সঁচাকৈ তুমি ভাগ্যৱান হোৱা, মোৰ কঁপালহে সৰু আছে।

নীতা : মই যাওঁ দেই, সময় পালে আহিবা ।

চম্পা : অই, নীতা বৰাচোন, ৰ'বা । সৌ ল'ৰাজন কোন হয় আমাৰ ফালে আহিছে । যদি কিবা সোধে তুমি উত্তৰ দিবা ।

নিলো : শুনাচোন ভনী

নীতা : কওক ।

নিলো : ডাঃ বিজয়ক চিনি পোৱানে ?

নীতা : ডাঃ বিজয়, হয় হয় চিনি পাওঁ । তেওঁৰ . .

নিলো : মই তেওঁৰ বন্ধু । মোৰ নাম নিলো ।

নীতা : নিলো, আপোনাৰ নাম মই শুনিছোঁ ।

নিলো : ক'ত শুনিছে, বিজয়ে দিয়া চিঠিত ।

নীতা : হয়, আপোনাক লগত লৈ আহিম বুলি কৈছিল আৰু আপুনি অকলে । তেওঁ ক'ত ?

নিলো : তেওঁ, তেওঁ আহিছে । তেওঁৰ বাপেকৰ লগত, অনুগ্ৰহ কৰি মোক লগ কৰাই দিয়াচোন । (ওলাও-নোলাও মাতেৰে)

নীতা : মোৰ লগত আহক । অই চম্পা তুমি লগত আহানা ।

চম্পা : ৰ'লা ।

নীতা : তেওঁ লগত কিয় নাহিলে ?

নিলো : মই ভাগৰি আহিছোঁ । কথা তাতেই পাতিম । বেয়া নাপাব দেই ।

নীতা : বেয়া, নাই, বেয়া নাপাওঁ । ডাঃ বিজয়ৰ বাপেক আমাৰ ঘৰতেই বহি আছে । আজি আমি মুৰ্গী মাৰি একেলগে ভাত খোৱা কথা । এতিয়া আপুনি আমাৰ ঘৰলৈ যাব লাগিব ।

নিলো : নিশ্চয় যাম ।

নীতা : সৌ সেউজীয়া ডিচটেম্পাৰ দিয়া ঘৰটোৱেই আমাৰ । আমি বাগানৰ মানুহ ডাক্তৰ, আমাৰ ঘৰবোৰ এনেকুৱাই ।

নিলো : চাবলৈ বৰ ভাল লাগিছে শাৰী শাৰী ঘৰবোৰ । প্ৰায়বোৰ ঘৰেই ডিচতেম্পাৰ লগোৱা ।

নীতা : অই চম্পা, তুমি আগবাঢ়ি দেউতাক খবৰ দিয়াচোন । নঙলাডাল আপুনি খুলিব নালাগে, দিয়ক মই খুলিছোঁ ।

চম্পা : অই খুৰা, বিজয়ৰ লগৰীয়া নিলো আহিছে ।

চৰদাৰ : নিলো, চকীদাৰ, বিজয়ৰ চিঠিত লিখা নামটো হয় । ল'ৰাজন ক'ত ?

চম্পা : নঙলা খুলি পদূলিমুখত পেলাই ।

নীতা : অ' দেউতা, ডাঃ নিলো হয়, তেওঁৰ লগৰীয়া । ডাক্তৰ, এখেতেই ডাঃ বিজয়ৰ দেউতা ।

চকীদাৰ : ডাক্তৰ মই, মই বিজয়ৰ শহৰ হওঁ।

নিলো : নমস্কাৰ দেউতা ।

চৰদাৰ : নমস্কাৰ নিলো বেটা । মোৰ বিজয় নাহিলে ? লগত অহা কথা আছিল !

চকীদাৰ : তুমি ঠিকেই কৈছা, তেওঁ লগত আহিম বুলি চিঠি লিখি দিবা পিছে এতিয়া ? মোৰ বিজয় কিয় লগত নাহিল ।

নিলো : দেউতা (দীঘলীয়া প্ৰশ্বাস এৰি) বি . . . বিজয় মই . . . মই ।

চৰদাৰ : বেটা নিলো তোমাৰ . . . তোমাৰ জিভাই স্পষ্টকৈ ক'ব পৰা নাই কিয় তোমাৰ ওঁঠ ঠিৰে থাকিব পৰা নাই, লৰিছে তোমাৰ ওঁঠ লৰিছে কিয় ? তুমি ক'ব পৰা নাই, বিজয় কিয় অহা নাই ?

নিলো : দেউতা মই ক'ব নোৱাৰিছোঁ . . . ।

চকীদাৰ : ডাক্তৰ নিলো তুমি, তুমি ক'বই লাগিব বিজয় কেলে অহা নাই।

চৰদাৰ : বেটা নিলো, আমাক কিয় কষ্ট দিছা ?

নিলো : দেউতা . . . দেউতা বি . . . বিজয় আৰু নাহিব ।

চকীদাৰ : নাই, নাই তুমি . . . তুমি মিছা কৈছা । মই . . . মই . . . কেতিয়াও বিশ্বাস নকৰো । (কান্দি পেলায়) ।

চৰদাৰ : নিলো বেটা তুমি . . . তুমি সঁচা কৈছা ?

নিলো : আমি একে লগত টিকট কৰি বাছত উঠিলো, আকৌ মই বাচৰ-পৰা নামি কিতাপ এখন কিনিবলৈ গ'লোঁ । মই বাচত উঠিব নোৱাৰিলোঁ । গাড়ীখনে মোক এৰি গুচি গ'ল । মই থাকি গ'লো। মই বেলেগ এখন বাচত উঠিলো । বিজয় উঠি অহা বাচখনৰ পিছে পিছে মই থকা গাড়ীখন আহি আছিল । বুঢ়া পাহাৰ . . . বুঢ়া পাহাৰ পৰা গাড়ী তললৈ বাগৰি গ'ল ।

চকীদাৰ : চৰদাৰ, চৰদাৰ তুমি কিয় কান্দিছা। আমাৰ কষ্ট ভগবানে সকলো চাইছে । আমাৰ কষ্টৰ ফল কেতিয়াও অথলে নাযাব । ভগবানে তাৰ ফল দিবই । মই পুৰা বিশ্বাস কৰিছোঁ । বিজয়ৰ একো হোৱা নাই, সি ভালেই আছে সি ঘৰলৈ আহিবই । মোৰ হৃদয় কৈছে-বিজয় জীৱিত আছে, সি তেওঁৰ দেউতাকৰ ওচৰত, মোৰ ওচৰত, মোৰ জীয়েকৰ শিৰত সেন্দুৰৰ ফোঁট দিবলৈ নিশ্চয় আহিব ।

চৰদাৰ : নিলো বেটা, (কান্দি কান্দি) আমাৰ কি অপৰাধত ভগৱানে

আমাক ইমান ডাঙৰ শাস্তি দিছে । মই গোটেই জীৱন কি সপোন দেখিছিলোঁ এতিয়া কি হ'ল । মাজনী, মই তোমাৰ ওচৰত কেনেকৈ মুখ দেখুৱাম মই জীয়াই থাকি আৰু কি লাভ হ'ব ?

চকীদাৰ : কি কৰিব আহিলি ডাকবালা আৰু কি জনাব আছে । তোমালোকে কিয় কন্দা-কটা কৰিছা ?

নীতা : কিয় নাকান্দিম ? ডাকবালা মামা, মই দুৰ্ভগীয়া হওঁ । চম্পা, তোমাৰ ওচৰত মই ভাগ্যবান বুলি গৌৰৱ কৰিছিলোঁ, ফিতাহি মাৰিছিলোঁ কিন্তু . . . ।

ডাকবালা : অঁ তুমি ভাগ্যবান হোৱা, সঁচাকে হোৱা । তোমালোকে কন্দা-কটা বাদ দি আগতে চোৱাচোন, বিস্মাত বহি মহাৰাজ ডাঃ বিজয় কুমাৰ আহিছে ।

চকীদাৰ : কি . . . কি কলি ?

ডাকবালা : আগফালে চোৱা ।

চকীদাৰ : চৰদাৰ, মাজনী মই তোমালোকক কৈছিলোঁ নহয়, আমাৰ বিজয় নিশ্চয় আহিব । সি জীৱিত আছে, চোৱা সি আহি পালে ।

চৰদাৰ : মোৰ ল'ৰাটো . . . মোৰ ল'ৰাটো আহি গ'ল, মই এতিয়া নাকান্দো।

চকীদাৰ : ভালেই হ'ল, মই অলপ কান্দিলোঁ, ডাঃ নিলো তুমি আমাক কিয় ঠগিলা ? পৰিয়ালটোক কন্দুৱাই ভাল লাগিল ।

বিজয় : আপোনালোকক সি কন্দুৱাই দিলে, মই আপোনালোকক হুহঁৱাই দিম ।

নিলো : বিজয় তুমি . . . । তোক দেখি মই আচৰিত হৈছোঁ । ঘটনাটো দেখি মই আশা এৰি দিছিলোঁ । বুঢ়া দেউতাই ঠিকেই কৈছিল বিজয়ৰ একো হোৱা নাই । সি নিশ্চয় আহিব ।

বিজয় : দেউতা তোমাৰ আশীৰ্বাদ, তোমাৰ চেষ্টা আৰু কষ্ট কৰাৰ ফল মই পালোঁ ।

চৰদাৰ : বেটা, তোমাৰ পঢ়া শেষ হোৱাৰ আগেয়ে আমাৰ সকলো সা-সম্পত্তি, টকা-পইচা, গৰু-ছাগলী শেষ হৈ গৈছিল । চকীদাৰৰ দেউতাকে মোৰ সমান দায়িত্ব লৈ জীয়েকৰ কাৰণে জমা ৰখা টকা-পইচা, অলঙ্কাৰ-পাতি এই সকলো বেচি তোমাক পঢ়ালে। ডাঙৰ মানুহ বনোৱাত সহায় কৰিলে। তোমাক ডাক্তৰ বনালে, চকীদাৰে কৰা উপকাৰৰ বাবে তুমি আজি ডাক্তৰ হৈ আহিলা। আহিলা । চকীদাৰৰ ঋণ আমি কেতিয়াও পৰিশোধ কৰিব নোৱাৰোঁ।

বিজয় : আপুনি আমাক ইমান ডাঙৰ উপকাৰ কৰিব বুলি মই ভবাও নাছিলোঁ । আপোনালোকৰ চেষ্টাৰ ফলত আজি মই ডাঙৰ হৈ ঘৰলৈ আহিলোঁ । যদি পুনৰ জন্মটো সঁচাকৈ হয়, তেন্তে আপোনালোকৰ গুণ গাই থাকিম । সাত জন্ম লৈকে ।

চৰদাৰ : এইদিনে আহাঁচোন । বেটা চকীদাৰৰ জীয়েক এজনী তুমিতো চিনি পোৱাই । মোৰ বয়স বহুত হৈ আহিছে, নাজানো ভগবানে কালিলৈকে জীয়াই ৰাখে নে নাৰাখে । তুমি ডাঙৰ হৈ আহিলা, দুৰ্ঘটনাৰ পৰাও বাচি আহিলা, চকীদাৰৰ চোতালতেই দুনীয়াৰ সকলো সুখ পাই গ'লোঁ । মোৰ আৰু চকীদাৰৰ সকলো বোজা মূৰৰ পৰা গুচিল । আজি নিশা চকীদাৰে কুকুৰা মাৰিব, ভাত খাব কৈছে । সঁচাকৈ এসাজ ভালকৈ খাম ।

চকীদাৰ : অঁ ভাই কৈছিলোঁ ।

চৰদাৰ : তোমালোক দুয়োজনক আজি হাত মিলাই দিছোঁ, জীৱন সঙ্গীনী হিচাপে । তোমালোকৰ বিয়া আজিনে কালিলৈ পতা হ'ব, তাক আমি চিন্তা কৰিম । চকীদাৰ তোমাৰ ঋণ মই শুজিলোঁ ।

চকীদাৰ : তাৰ আগে মুৰ্গী মাৰি ভাত খোৱা হওক ।

ডাকবালা : খোৱাৰ আগে কন্দা-কটাৰ ৰহস্য বুজি ল'ম ।

বিজয় : নিলো কথাটো মোৰো বুজিবলৈ বাকী আছে ।

নিলো : গাড়ীৰপৰা নামি কিতাপ এখন কিনি আনো বুলি আগবাঢ়িলোঁ । ঘূৰি আহি গাড়ীখন ধৰিব নোৱাৰিলোঁ । বেলেগ এখন গাড়ীত উঠিলোঁ । বুঢ়াসাহাব যেতিয়া পালোঁ আগত দেখিলো যে আমি টিকট কৰি উঠা বাচখন বাগৰি বাগৰি তলত নেদেখা হৈছে। তোক হেৰুৱাই মনৰ দুখত ইয়ালৈ আহি ঘটনাটো ক'লোঁ । তোৰ সলনি দেউতাকৰ বৃদ্ধা বয়সত সেৱা শুশ্ৰূষা কৰিম বুলি মনত সিদ্ধান্ত কৰি আহিছিলোঁ । সকলোকে কন্দুৱাই শেষ কৰিলোঁ। পাছত তুমি আহি পালা । কথাটো মই একো ধৰিব নোৱাৰিলোঁ।

বিজয় : কিতাপ কিনি তুমি আহি পোৱাৰ আগেয়ে গাড়ীখন এৰি দিছিল। গাড়ীখনত অকলশৰে আহিবলৈ বেয়া লাগিল কাৰণ তোক লগত লৈ আহিম বুলি কৈছিলোঁ, যেতিয়া কিছুদুৰ যোৱাৰ পাছত গাড়ী ৰখাই নামি দিলোঁ । পাছত অহা বাচকেইখন চালো কিন্তু এখনো নৰখিলে । পাছত এখন পাই আহি দেখিলো বুঢ়া সাহাবৰ আমি টিকট কৰা বাচখন বাগৰি বাগৰি তলত নাইকিয়া হৈছে । সেই

কাৰণে বাচি গ'লোঁ আৰু পিছত আহি পালোহি । উঠা-নমা ঝেমেলাটো হে এক প্ৰকাৰ ভালেই হ'ল । তুমি কিতাপ কিনিবলৈ গাড়ীৰপৰা নমাৰ কাৰণে মই নামিছিলো । সেইবাবেই আমি দুয়ো দুৰ্ঘটনাটোৰপৰা ৰক্ষা পৰিলোঁ ।

নিলো : ভগৱানে গাড়ীত উঠা-নমা ঝেমেলাটো কৰি আমাৰ জীৱনটো বচোৱালে । ভগৱানক বহুত বহুত ধন্যবাদ । (শ্ৰীধৰ ফটো, কৃষ্ণৰ ফটো, আল্লাৰ ফটো খনলৈ চায)

ললিত : (দূৰৰ পৰা চিঞৰি) অ, চকীদাৰ চোতালত বহুত মানুহ দেখিছোঁ, কিবা পাতিছ নেকি ?

চকীদাৰ : একো পতা নাই বাবু । চৰদাৰৰ ল'ৰা বিজয় আহিলে; সেই কাৰণে ভিৰ লাগিছে ।

ললিত : বিজয়, তেতিয়াহ'লে ময়ো সোমাই যাওঁ । বিজয় ভালে আছ ?

বিজয় : আপোনালোকৰ আশীৰ্বাদত ভালেই আছোঁ দদাইদেউ ।

ললিত : হেৰি নহয়, কৰ্চ শেষ কৰি আহিলা ?

বিজয় : হয়, দদাইদেউ কৰ্চ শেষ কৰি আহিলোঁ ।

ললিত : মই বৰ আচৰিত পাইছোঁ, তোমাৰ দেউতাক । দুখীয়া হ'লেও ধৈৰ্য্য ধৰি চেষ্টাৰে পঢ়াই তোমাক ডাক্তৰ কৰালে । প্ৰকৃত মানুহ হিচাপে গঢ় দিলে । বাকী মজদুৰ ভাইসকলেও চৰদাৰে দেখুৱা আদৰ্শ ল'ব লাগে । ল'ৰা - ছোৱালীক লিখাই-পঢ়াই মানুহ হিচাবে গঢ় দিয়াব লাগে । আগতে ভয়ত "আমি মজদুৰ মানুহ ক'ত পঢ়াব পাৰোঁ ' এই বুলি কৈছিল ? শিক্ষাৰ বলত মানুহে আজি কি কৰিবপৰা নাই সকলো কৰিব পাৰিছে । মূলতে হ'ল চেষ্টা । বৈজ্ঞানিকসকল নপঢ়ি ভাগ্যত থাকিলে হ'ব বুলি ঘৰত বহি থকা হ'লে শিক্ষা নাপালেহেঁতেন, শিক্ষা নোপোৱা হ'লে - ৰকেট, ভিডিঅ, টি, ভি আদি আচৰিত বস্তুবোৰ আৱিষ্কাৰ কৰি উলিয়াব নোৱাৰিলেহেঁতেন । চৰদাৰ ল'ৰাটোক পঢ়াওঁতে পঢ়াওঁতে দৰিদ্ৰ হৈ গ'ল, কিয় আৰ্থিক দিশত দুৰ্বল হোৱা কাৰণে । সকলো মানুহ যেতিয়া একেলগে গোট খাব তেতিয়া মই এটা কথা কৈছে এৰিম । বছৰটোত বাৰটা পূজা পাতিছ ঠিকেই আছে, পূজা পাতিব লাগে মই মানা কৰা নাই । কিন্তু পূজাত চিনেমাৰ কাৰণে পাৰমেনেণ্ট হওক কেজুৱেলেই হওক প্ৰতি বছৰে প্ৰতিজনত ৪৫ টকা কৈ কৰ্তন কৰি যাব ঘৰত ৫ জন চাকৰিয়াল আছে ২২৫

টকা কাটিছে। যাৰ ঘৰত ৬ জনে কাম কৰিছে ২৭০ টকা কটা হয় । ঘৰৰ সা-সম্পত্তি, ঘৰ-দুৱাৰ বাদ দি আনকি ঘৰত নাথাকিলে চুৰি হৈ যাব বুলি ডাঙৰ বস্তাত. কাঁহৰ-পিতলৰ বাচন-বৰ্তন ভৰাই পিঠিত কঢ়িয়াই লৈ চিনেমা চাবলৈ যায়। বৰ আচৰিত হ'ব লগা কথা । কিন্তু ল'ৰা-ছোৱালীক পঢ়া-শুনা কৰাবলৈ ১/২ টকা খৰচ কৰিবলৈ সঙ্কোচ কৰা, চিনেমাত দিয়া নিচিনা সেই ৪৫ টকা সকলোৱে কটোৱাই এটা 'শিক্ষা কল্যাণ কমিটি খুলি' কৰ্তন কৰা টকাখিনি সেই কমিটিত জমা থৈ, যিবিলাক মানুহে ল'ৰা-ছোৱালীক পঢ়াব নোৱাৰি স্কুল এৰুৱাই দিছে, সিহঁতক সহায় কৰি স্কুল এৰাই দিয়া ল'ৰা-ছোৱালীক পুনৰ স্কুল পঢ়াবলৈ উৎসাহ দিব লাগে ।আমাৰ এই মজদুৰ সমাজখনত কেইটা ল'ৰা-ছোৱালী স্কুল গৈছে । গতিকে সেই টকাৰে ল'ৰা-ছোৱালীক ধুনীয়াকৈ পঢ়ুৱাব পাৰিবা ।

বুঢ়া মানুহ বহুত কথা কলোঁ বেয়া নাপাব ।বাক সোণ মই গৈছোঁ ।

ডাকৱালা ঃবাবুজনে ভালেই কৈছে ।আমি যদি 'শিক্ষা কল্যাণ কমিটি' খুলি তেওঁ কোৱা দৰেই কৰোঁ, তেন্তে আমি চৰদাৰৰ দৰে দৰিদ্ৰ হ'বলগীয়াত নপৰো ।বাইজসকল বলক ঘৰলৈ যাওঁহক, ডাক্তৰ বাবু ভাগৰি আহিছে, অলপ জিৰণি ল'বলৈ দে, চাহপানীও খাই লওক আমি যাওঁহক ।চৰদাৰ এইপিনে আহকচোন গুপুতে কৈ যাওঁ ।নীতা ভাগিনী, বাৰে বাৰে ডাঃ বিজয়ৰ ফালে চাই আছে আৰু ডাঃ বিজয়েও নীতা ভাগিনীৰ ফালে চাই আছে । গতিকে সিহঁত দুটাক অলপ সুবিধা দিলে ভাল হ'ব ।

চকীদাৰ ঃ তোমালোকৰ পিছফালে থিয় হৈ মই সকলো শুনিলোঁ ।অ মা নীতা ডাঃ বাবুক ভিতৰলৈ লৈ যা, চাহ-তাহ খাবলৈ দিবাগৈ, বেচেৰা ভাগৰি গৈছে ।যোৱা বিজয়, ভিতৰলৈ যোৱা

বিজয় ঃ নীতা ।

নীতা ঃ অঁ, কওক ।

বিজয় ঃ তোমাৰ চেহেৰাটো আগতকৈ বৰ ধুনীয়া লাগিছে ।শকতো হৈছা।

নীতা ঃ এতিয়া মৰমৰ চকুৰে দেখিছা কাৰণে, তোমাৰ চকুত মোক সুন্দৰ দেখিছা । মইতো আগেয়ে যেনেকুৱা আছিলোঁ এতিয়াও তেনেকুৱাই আছোঁ ।

(চকীদাৰ আৰু ৰতন চৰদাৰ ভিতৰলৈ গৈ)

চৰদাৰ : বোপা বিজয়, ভিতৰুৱা গাৱঁৰ দুখীয়া-নিচলা ৰাইজে বেমাৰ হ'লে বেমাৰীক চহৰলৈ নি চিকিৎসা কৰিবলৈ তেওঁলোকৰ হাতত টকা-পইচা নাথাকে । মাটি-বাৰী বন্ধক দি টকা-পইচা গোটাওঁতে বেমাৰ বেছি হৈ বিপদৰ সম্মুখীন হয় ।

মই ভাবিছো তুমি চৰকাৰৰ পৰা ঋণ লৈ গাৱঁত এখন দৰবৰ দোকান খুলি দুখীয়া-নিচলা ৰাইজক চিকিৎসা কৰা । তেতিয়াহে মই শান্তি পাম । তোমাৰ মাৰ আত্মাইও (ফটোক ফটো চাই) শান্তি পাব । মাজনী এইফালে আহা । বোপা, মোৰ বয়স হৈ আহিল আজি আছোঁ কালিলৈ মালিকৰ হুকুম হ'লে গুচি যাম। গতিকে তোমালোক দুয়োজনকে মই মিলায় (হাত মিলায় দুয়ো ভৰিত ধৰে) মই আশীৰ্বাদ কৰিছোঁ তোমালোক সুখেৰে জীয়াই থাকিবা। ভগৱানেও তোমালোকক আশীৰ্বাদ কৰক ।

চকীদাৰ তোমাৰ ঋণ মই পৰিশোধ কৰি দিলোঁ

(বাহিৰত ৰাইজৰ ওচৰত ডাকবাংলাই)

আজি সম্পূৰ্ণ কৰি দেখুৱালা ৰতন চৰদাৰৰ স্বপ্ন ।

# অসমৰ-ঐক্য সংহতি সাধনত চাহ শ্ৰমিকৰ ভূমিকা

❑ নাৰায়ণ ঘাটোৱাৰ

অসমত দীৰ্ঘদিন ব্যাপি চলা বিদেশী বিতাৰণ আন্দোলনৰ পৰিপ্ৰেক্ষিতত ইয়াত থকা বহিৰাগতসকলৰ বাহিৰেও আনকি থলুৱা জনগোষ্ঠীৰ মনতো ভয়, শঙ্কা, অসন্তোষ, অসূয়া আদি ভাবৰ মৃদু খলকনি পৰিলক্ষিত হৈছে । কাৰণ সেই সময়ছোৱাৰ ভিতৰত বহু স্বাৰ্থান্বেষী কুচক্ৰই নিজ নিজ স্বাৰ্থ সিদ্ধিৰ বাবে মানুহৰ মনত নানা ধৰণৰ খেলি-মেলিৰ সাঁচ বহুৱাবলৈ সক্ষম হৈছিল । কোৱা নিষ্প্ৰয়োজন যে অসমৰ বাবে বৰণীয়া সংস্কৃতিয়ে সকলোকে একতাৰ ডোলেৰে বান্ধি ৰাখিছে । বিভিন্ন জনগোষ্ঠীৰ সাংস্কৃতিক সমন্বয়ৰ ৰূপে যে অসমীয়া সংস্কৃতিৰ ৰূপ লৈছে এই কথাষাৰ চিৰসত্য । তথাপিও অসমীয়া সংস্কৃতি যেন তেওঁলোকৰ উমৈহতীয়া সংস্কৃতি নহয় এনে মনোভাবৰ উদ্ৰেক হৈ ভুল বুজা-বুজিৰ সৃষ্টি হ'ব ধৰিছে স্থান বিশেষে । ইয়াতকৈ আৰু দুখৰ কথা কি হ'ব পাৰে ? এনে স্থলত সাম্প্ৰতিক কালত অসমৰ ঐক্য-সংহতি আৰু সাস্কৃতিক সমন্বয়ে কেনে ধৰণৰ ভূমিকা ল'ব পাৰে এই বিষয়েও যৎ সামান্য আলোকপাত কৰা প্ৰয়োজন ।

নানা কাৰণত সাম্প্ৰতিক সম্প্ৰীতি শিথিল হয় । এটি সম্প্ৰদায় আন এটি সম্প্ৰদায়তকৈ উন্নত হ'লে দ্বিতীয় সম্প্ৰদায়টোৱে প্ৰথমটোক হিংসা কৰে । সমানে সমানে খোজত খোজ মিলাব নোৱৰাৰ বাবে দুয়োটি সম্প্ৰদায়ৰ মাজত অনৈক্যৰ ভাব উদ্ভাৱিত হয় । তদুপৰি যুগ যুগ ধৰি একো একোটি সম্প্ৰদায়ে আন কিছুমান সম্প্ৰদায়ক নীচ বুলি প্ৰতিপন্ন কৰিবলৈ বিচাৰে । এনে আপত্তিজনক কথাবিলাক সদৰি হৈ পৰিলে দুয়োটি সম্প্ৰদায়ৰ মাজত স্বাভাৱিকতে মতানৈক্য ঘটে । ইয়াৰ আশু সমাধান ঘটাবলৈ উচ্চ-নীচ ভাৱবিলাক সাম্প্ৰতিক কালত মনৰপৰা আঁতৰ কৰিব লাগে । আজি কালি কম বেছি পৰিমাণে-বহু সংখ্যক লোক শিক্ষিত হৈছে । অশিক্ষিত লোকৰ মাজত সাম্প্ৰদায়িক মনোভাব ব্যাপক । শিক্ষিতৰ সংখ্যা বঢ়াত এনে মনোভাবৰ ওৰ পৰা উচিত । কিন্তু দুখৰ বিষয় এয়ে যে তুলনামূলক ভাৱে ই টুটক চাৰি বাঢ়িছেহে । কাজেই নিজকে শিক্ষিত বুলি ভৱা লোকসকলেহে এই বিষয়ত তৎপৰতা অৱলম্বন কৰি সাম্প্ৰদায়িক সম্প্ৰীতি অটুট ৰাখিবৰ বাবে প্ৰয়োজনীয় ব্যৱস্থা হাতত ল'ব পাৰে । নচেৎ নিজকে তথাকথিত শিক্ষিত বোলাৰ কোনো যুক্তিয়েই গ্ৰহণযোগ্য নহয় আৰু সাম্প্ৰদায়িক সংঘৰ্ষৰ বাবে তেওঁলোকক বিশেষকৈ জগৰীয়া কৰিব পাৰি । অৱশ্যে অপ্ৰিয় সত্য হ'লেও এষাৰ কথা সঁচা যে

অশিক্ষিত লোকৰ অজ্ঞতাৰ চেলু লৈ তেওঁলোকক মানসিক ভাৱে শোষণ কৰে। কাজেই শিক্ষিত লোক জগৰীয়া নহৈ আনলোক জগৰীয়া হোৱাৰ অৱকাশ নাই।

আমি ধৰ্ম নিৰপেক্ষ দেশৰ নাগৰিক বুলি গৌৰৱবোধ কৰোঁ। কিন্তু ধৰ্মৰ নামত, সম্প্ৰদায়ৰ নামত, কিছুমান সুবিধা পাবৰ বাবে হাবাথুৰি খাই ফুৰো। উপযুক্ত অৰ্হতা, মেধা শক্তি নথকা লোকেও সম্প্ৰদায়ৰ নামত চাকৰি, ৰাজনৈতিক সা-সুবিধা আদি দাবী কৰিবলৈ কুণ্ঠাবোধ নকৰে। মুঠতে আমাৰ মুখত এটা আৰু পেটত এটা ভাব সকলোৰে কম-বেছি পৰিমাণে আছে। সাম্প্ৰদায়িক ভিত্তিত গঠিত হোৱা ৰাজনৈতিক দলসমূহেও সাম্প্ৰদায়িক মনোভাব প্ৰকট কৰাত যথেষ্ট ইন্ধন যোগায় কাৰণ সম্প্ৰদায়ৰ নামত তেওঁলোকে মানুহৰ মন সহজতে জয় কৰিব পাৰে। সেই কাৰণে তেওঁলোকৰ দ্বাৰা প্ৰৰোচিত হৈ নানা ৰকমৰ সংঘৰ্ষ, হিংসাত্মক কাৰ্য্য আদিত লিপ্ত হোৱা দেখা যায় নিজৰ বিবেকক বলি দি। জাতীয় সংহতি পৰিষদৰ নিচিনা অনুষ্ঠানেও এই বিষয়ত কৃতকাৰ্য্য হ'ব পৰা নাই। 'অল্ড টেষ্টামেণ্ট'ত উল্লেখিত 'Have we not one Father ? Has not one God created us all ?' বোলা কথাষাৰৰ গুৰুত্ব আমি কেতিয়া বুজিম ? জাতিৰ জনক মহামানৱ মহাত্মা গান্ধীৰ ৰাম ধুনত উল্লেখ থকা তলৰ কথাখিনি আমি হৃদয়ঙ্গম কৰা উচিত।

"ঈশ্বৰ আল্লা তেৰে নাম
সবকো সন্মতি দে ভগৱান
যোহি আল্লা সোহি ৰাম
সবকো সন্মতি দে ভগৱান।"

ঐক্য-সংহতি সাধনত সাংস্কৃতিক সমন্বয়ে সমাজত বিশেষ অৰিহণা যোগায়। অসমীয়া সংস্কৃতি কোনো বিশেষ জনগোষ্ঠীৰ একচেতীয়া সম্পত্তি নহয়। ই সাংস্কৃতিক সমন্বয়ৰ ফল স্বৰূপেহে ইয়াৰ সৃষ্টি হৈছে। কাৰণ সংস্কৃতি বদ্ধ জলাশয় নহয় ! ই বোৱতী সুঁতিহে। নৈ-জান-জুৰি আদি যেনেকৈ বিশাল সমুদ্ৰৰ পিনে ধাৱমান, সংস্কৃতিৰ ৰূপো তেনেকুৱা। গ্ৰহণ-বৰ্জনৰ মাজেদি ই এক সামূহিক ৰূপ লয়। গতিকে ইয়াত সকলো থলুৱা লোকৰে সাংস্কৃতিক জীৱন প্ৰতিফলিত হয়। তথাপিও ইয়াৰ সমন্বয় সাধনৰ বাবে সকলো শ্ৰেণীৰ লোকে আগ-ভাগ ল'ব লাগে। চৰকাৰৰ সাংস্কৃতিক বিভাগ, বুৰঞ্জী, পুৰাতত্ত্ব বিভাগ, শিক্ষা বিভাগ আদিয়েই সাংস্কৃতিক সমন্বয় সাধনত অৰিহণা যোগোৱা উচিত। এনে ধৰণৰ চৰকাৰী প্ৰচেষ্টাৰ ওপৰত অৱশ্যে সম্পূৰ্ণ নিৰ্ভৰশীল হোৱা অনুচিত। কাৰণ এনে পৃষ্ঠাপোষকতাৰ অন্তৰালত ৰাজনৈতিক স্বাৰ্থ ন্যস্ত থাকিলে সমন্বয়ৰ সুফল পোৱা নাযাবও পাৰে। কাজেই এই ক্ষেত্ৰত সমাজ সচেতন ব্যক্তি মাত্ৰেই সাৱধানতা অৱলম্বন কৰিব লাগে যাতে সমন্বয় সাধনত পক্ষপাতিত্বৰ সুযোগ গ্ৰহণ কৰিব নোৱাৰে।

অসমৰ আন আন থলুৱা লোকৰ সংস্কৃতিয়ে যেনেকৈ অসমীয়া সংস্কৃতিৰ ভিতৰুৱা হৈ পৰিছে তেনেকৈ চাহ শ্ৰমিকসকলৰ সংস্কৃতিয়ো অসমীয়া সংস্কৃতিৰ ভিতৰুৱা হৈ পৰিছে অজানিতে। সংস্কৃতিৰ স্বৰূপ এনেকুৱা । বহুদিন একেটা পৰিৱেশত বসবাস কৰিলে সাংস্কৃতিক ৰূপান্তৰ ঘটে । চাহ শ্ৰমিকসকলে অসমীয়া ভাষা গ্ৰহণ কৰাৰ লগতে ইয়াৰ সংস্কৃতিয়েও চাহ শ্ৰমিকৰ ওপৰত প্ৰভাৱ নেপেলোৱাকৈ থকা নাই । সাংস্কৃতিক সমন্বয় এনেদৰে সাধিত হ'লে দুয়োখন সমাজ অচিৰে একাকাৰ হৈ পৰিব বুলি আশা কৰিব পাৰি । সূক্ষ্মদৰ্শীসকলে এই কথাষাৰৰ উমান পাইছে ইতিমধ্যে । হয়তো হিংসুক কু-চক্ৰই এই সমন্বয়ৰ পথ ৰুদ্ধ কৰিবলৈ পৰোক্ষ ভাবে প্ৰচেষ্টা চলাই আছে স্থান বিশেষে । একেখন মঞ্চত দুয়োখন সমাজৰ সাংস্কৃতিক সন্মিলন হ'লে বহুতৰে চকু পোৰে চাগে। হিয়াৰ আমঠুও ক'লা পৰাৰ উপক্ৰম হয় । তেনে এক অসমীয়া বিদ্বেষী তৃতীয় শক্তি অসমত নথকা নহয় ।

বৈবাহিক সম্বন্ধৰ জৰিয়তেও চাহ শ্ৰমিক সমাজ আৰু অসমীয়া সমাজৰ মাজত সাম্প্ৰদায়িক সম্প্ৰীতি গঢ় লৈ উঠিব পাৰে । বিভিন্ন সম্প্ৰদায়ৰ মাজত বৈবাহিক সম্বন্ধ স্থাপিত হোৱাটো বহু চিন্তাবিদে সমৰ্থন কৰে । ভাৰতৰ প্ৰাতঃ স্মৰণীয় ব্যক্তি ডঃ বি আৰ আম্বেদকাৰ আৰু কাকা চাহেব কালেলকাৰেও অসবৰ্ণ বিবাহ সমৰ্থন কৰে । আনকি স্বাস্থ্য বিজ্ঞানী সকলেও অসবৰ্ণ বিবাহ সমৰ্থন কৰে। কাৰণ ইয়াৰ জৰিয়তে সৃষ্টি হোৱা ভৱিষ্যত বংশধৰ সকল স্বাস্থ্য আৰু মানসিক এই উভয় দিশতে ব্যুৎপত্তি লাভ কৰা দেখা যায় । শৈক্ষিক আৰু আৰ্থিক সমতা থকা ভিন্ন সম্প্ৰদায়ৰ মাজত বৈবাহিক সম্বন্ধ স্থাপন হোৱাত বোধহয় কোনো প্ৰকাৰ বাধা থাকিব নোৱাৰে। অৱশ্যে ইয়াৰ বাবে সামাজিক স্বীকৃতি পোৱা একান্ত প্ৰয়োজন। কাৰণ সামাজিক স্বীকৃতি নাপালে অসবৰ্ণ বিবাহৰ ফলাফলো বিষময় হোৱাৰ সম্ভাৱনাই অধিক । সাম্প্ৰদায়িক সম্প্ৰীতি দূৰৰ কথা । ইয়াৰ বাবে সকলোৰে মন উদাৰতাৰে ভৰপূৰ হোৱা উচিত । নহ'লে সাম্প্ৰদায়িক সম্প্ৰীতিৰ জৰিয়তে আশা কৰা ঐক্য সংহতি ক্ষুন্ন হোৱাৰ ভয় থাকে । এই ক্ষেত্ৰত চাহ শ্ৰমিকসকল আগবাঢ়ি অহা উচিত । তেহে সাম্প্ৰতিক কালৰ আটাইতকৈ প্ৰয়োজনীয় ঐক্য-সংহতি সুদৃঢ় ভেটিত সুপ্ৰতিষ্ঠিত হ'ব আৰু তাৰ জৰিয়তে দেশত স্থায়ী শান্তি সম্প্ৰীতি বিৰাজ কৰিব ।

উপৰোক্ত আলোচনাৰ মূল্যায়ন হ'লেহে প্ৰকৃততে সুফল আশা কৰিব পাৰি। ইয়াৰ বাবে আন হাতে বাস্তৱ দৃষ্টিভংগীৰো প্ৰয়োজন । ☐

চিন্তা উদ্ৰেককাৰী প্ৰবন্ধ

# চাহ্ বনুৱা সমাজ ঃ শৈক্ষিক অৱস্থা

❑ মেঘৰাজ কৰ্মকাৰ

চাহ্ বনুৱা সমাজৰ শৈক্ষিক অৱস্থাৰ বিষয়ে আলোচনা কৰাৰ আগতে চাহ্ বনুৱা বুলিলে কোনবিলাকক বুজায় আৰু তেওঁবিলাকৰ আৰ্থিক আৰু শৈক্ষিক অৱস্থা প্ৰাক্‌পৰাধীন আৰু প্ৰাক্‌স্বাধীন যুগত কেনে আছিল সেই বিষয়ে অলপ আভাস দিয়াটো সময় সাপেক্ষ হ'ব বুলি মই ভাবোঁ ।

চাহ্ বনুৱা সেইসকলক কোৱা হয়, যিসকলে চাহ্ বাগিচাসমূহত মজুৰিৰ বিনিময়ত শ্ৰম দান কৰি আছে । আৰু যিসকলৰ পূৰ্বপুৰুষ পূৰ্বতে চাহ্ বনুৱা আছিল কিন্তু বৰ্তমানে তেওঁবিলাকৰ সতি-সন্ততিসকলে বস্তি বা গাঁৱত বাস কৰি খেতি বা অন্যান্য ব্যৱসায় নাইবা চাকৰি আদি কৰি জীৱন নিৰ্বাহ কৰি আছে তেওঁবিলাকক প্ৰাক্তন চাহ্ মজদুৰ বা চাহ্ বনুৱা আখ্যা দি অহা হৈছে । এই প্ৰবন্ধত দুয়োবিধ চাহ্ বনুৱাৰ শৈক্ষিক অৱস্থাৰ বিষয়ে আলোচনা কৰা হ'ব।

প্ৰাক্ পৰাধীন যুগ আছিল সামন্ত যুগ, জমিদাৰীৰ যুগ । সৰ্বসাধাৰণ ৰাইজৰ অধিকাংশৰেই নিজৰ মাটি-বাৰী নাছিল । তেওঁবিলাক আছিল সামন্ত জমিদাৰসকলৰ বেগাৰ খটা প্ৰজা । এক কথাত ক'বলৈ গ'লে কিনা গোলামৰ দৰে দুৰৱস্থা আছিল তেওঁবিলাকৰ । গতিকে লাঞ্ছিত আৰু শোষিত হোৱা তেওঁবিলাকৰ ভাগ্যত লিখা কথা আছিল । শিক্ষাৰ পোহৰ পোৱা দূৰৈৰ কথা সুখৰ সপোনেই তেওঁবিলাকে দেখা নাছিল । দেশত আজিকালিৰ দৰে বিদ্যালয় নাছিল । যি দুই এখন আছিল সেয়া টোলৰ দৰে আছিল আৰু সেইবিলাকত উচ্চবৰ্ণৰ হিন্দুৰ ল'ৰাৰহে প্ৰৱেশাধিকাৰ আছিল । প্ৰাক্ স্বাধীন যুগত তেওঁবিলাকৰ ওপৰত অত্যাচাৰ আৰু বাঢ়িল । এফালে সামন্ত জমিদাৰসকলৰ আনফালে বিদেশী ইংৰাজ চৰকাৰৰ দ্বৈত শাসন আৰু শোষণ তেওঁবিলাকৰ ওপৰত চলিবলৈ ধৰিলে। সেয়েহে আড়াকাঠীয়া দালালৰ প্ৰলোভনত পৰি ভেৰাৰ দলৰ দৰে জাকে জাকে গছত টকা লগা ইন্দ্ৰজালৰ দেশ আচামলৈ আহিব ধৰিলে । আচামৰ মাটিত ভৰি দিয়াৰ লগে লগে তেওঁবিলাকৰ ভিকাচন ভাঙিল ইয়াৰ ভয়লগা হাবি-জঙ্ঘল আৰু বৰ্বৰ ইংৰাজৰ বৰ্বৰতা দেখি । চাহাব বাবুৰ কাৰণে তেওঁবিলাক যে মানুহেই নহয় একোটা হাল টনা গৰুহে । খাদ্যও পাইছিল গৰুৰ দানাৰ সমপৰ্য্যায়ৰ, স্বাস্থ্যৰ প্ৰতিও যত্ন লোৱাৰ বিশেষ ব্যৱস্থা নাছিল । তদুপৰি তেওঁবিলাকক শোষণ

কৰাৰ আন এটা ব্যৱস্থা আছিল মদৰ প্ৰচলন । চাহ বনুৱাবিলাকে নিজৰ দুখ-বেজাৰ পাতলাবৰ কাৰণে নিতৌ ইয়াক সেৱন কৰিবলৈ ধৰিলে । যাৰ ফলত তেওঁবিলাকৰ অৰ্থৰ লগে লগে শৰীৰৰ তেজটোপাও শোষিত হ'বলৈ ধৰিলে । জ্ঞান-বুদ্ধি হেৰুৱাই তেওঁবিলাক হৈ পৰে মানুহ চালিত একোটি যন্ত্ৰ । যিবিলাকে মানুহ হৈ থাকিব বিচাৰিলে তেওঁবিলাকক কঠোৰ ভাৱে দমন কৰা হৈছিল । ইংৰাজ চৰকাৰৰ এই ঔপনিবেশিক শাসন স্বাধীনোত্তৰ কালতো চলিয়েই আছিল । এনে ধৰণে প্ৰায় অৰ্দ্ধশতাব্দী কাল নিষ্পেষিত নিপীড়িত হোৱা জাতি এটাই সহজে কেনেকৈ নিজৰ হীনাত্মিকা মনোভাৱ ত্যাগ কৰি অন্যান্য উন্নত সমাজৰ দৰে আত্ম গৌৰৱৰ কথা উপলব্ধি কৰিব পাৰে ? নোৱৰাৰ কাৰণেই স্বাধীনোত্তৰ কালৰ চৌত্ৰিশ বছৰ অতীত হোৱাতো তেওঁবিলাকৰ মনোভাৱ বিশেষ একো পৰিৱৰ্তন নহ'ল । এই যোৱা চৌত্ৰিশ বছৰত তেওঁবিলাকৰ আৰ্থিক উন্নতি যথেষ্ট হ'ল সঁচা কিন্তু মানসিক উন্নতি সাধনত তেওঁবিলাকে বিশেষ মনোযোগ দিয়াৰ আৱশ্যকতা অনুভৱ নকৰিলে । কাৰণ তেওঁবিলাকে বংশানুক্ৰমে যি চাকৰি কৰি আহিছে তাৰ বাবে আক্ষৰিক জ্ঞানৰ কোনো প্ৰয়োজন নাই । যিসকল সাক্ষৰ তেওঁবিলাকো একে পৰ্য্যায়ৰ বনুৱা বা নিবনুৱা । সাক্ষৰ নিবনুৱাসকল, বনুৱাৰো লায়কৰ নহয় আৰু বাবুগিৰিৰো লায়কৰ নহয় । প্ৰাক্ স্বাধীনতা যুগৰ প্ৰথমছোৱাত অসমত প্ৰথমে বেঙ্গলী মাধ্যমত শিক্ষা দানৰ ব্যৱস্থা আছিল আৰু তেতিয়াৰ বেঙ্গলী মাধ্যমত লিখা 'শিশু বোধ' নামৰ 'ক' মানৰ কিতাপখনত লিখা আছিল - 'লিখা পড়া কৰে যেই, গাড়ী ঘোঁড়া চড়ে সেই ।' কিন্তু আজিকালি লিখা-পঢ়া নেজানিলেও পইচা থকা লোকে সকলো প্ৰকাৰৰ যান-বাহন ব্যৱহাৰ কৰিব পাৰে। তেন্তে লিখা-পঢ়া ডাঙৰ হ'লনে পইচা ? আজিকালি যাৰ পইচা আছে তেওঁহে সকলোৰে পূজ্য । লিখা-পঢ়া জনা মানুহেও পইচা থকা মানুহৰ দাসত্ব স্বীকাৰ কৰে । এনে ক্ষেত্ৰত লিখা-পঢ়াৰ মৰ্য্যাদাইবা ক'ত থাকিল ? এনে ধৰণৰ মনোভাৱ কেৱল নিৰক্ষৰৰ মাজতেই নহয় সাক্ষৰৰ মাজতো পৰিলক্ষিত হয় ।

সাক্ষৰিক আৰু শৈক্ষিক এই দুয়োটা শব্দৰ অৰ্থ যদিও একে নহয়, তথাপি এটি আনটিৰ পৰিপূৰক বুলি ধৰি ল'লে বোধকৰো ভুল কৰা নহ'ব । কাৰণ সকলোধৰণৰ শিক্ষা আহৰণৰ মাধ্যম হ'ল প্ৰথমে সাক্ষৰ হোৱা । যদিও আমি জানো নিৰক্ষৰসকলেও নিজৰ জীৱন নিৰ্বাহৰ আৱশ্যকীয় শিক্ষা দেখি আৰু ঠেকি আহৰণ কৰিব পাৰে । তাৰ প্ৰত্যক্ষ প্ৰমাণ স্বৰূপে আমি চাহ বনুৱাসকলকেই দেখিবলৈ পাইছোঁ । আৰু সেই কাৰণে তেওঁবিলাকে সাক্ষৰ হোৱা প্ৰয়োজন

অনুভৱ কৰা নাই। অথচ নিৰক্ষৰ চৰ্দাৰসকলেই সাক্ষৰ চাকৰি প্ৰাৰ্থীসকলক কাম শিকাই বাবু কৰে।

চাহ বনুৱা সমাজত শিক্ষিতৰ হাৰ নিৰূপণ কৰাৰ আগতে শিক্ষিত বুলিলে কাক বুজায় সেই বিষয়ে অলপ অৱগত হৈ লওঁ । আমি সাধাৰণতে যথেষ্ট সাক্ষৰিক জ্ঞান থকা লোকসকলকেই শিক্ষিত বুলি ধৰি লওঁ । নিজৰ সাক্ষৰিক জ্ঞানৰ দ্বাৰা জীৱন নিৰ্বাহ কৰিবলৈ সমৰ্থ হয় আৰু আৰ্জিত ধনৰ বলত সমাজত প্ৰতিষ্ঠা লাভ কৰে । কিন্তু এনেধৰণৰ শিক্ষিত লোকো যে চাহ বনুৱা সমাজত দেখাৰ ওলাব সেই বিষয়েও সন্দেহ । কাৰণ আজিকালি নিৰক্ষৰ নিবনুৱাতকৈ সাক্ষৰ নিবনুৱাৰ সংখ্যা বেছি । যদি সাক্ষৰ যুৱক-যুৱতীসকল স্বাৱলম্বী হ'লহেঁতেন তেন্তে তেওঁবিলাকক শিক্ষিত বুলি ধৰি ল'ব পাৰি । এনে সাক্ষৰ স্বাৱলম্বী যুৱক-যুৱতী চাহ বনুৱা সমাজত কিমান ওলাব ? আদৌ যদি শিক্ষিত বুলিলে মহাবিদ্যালয়, বিশ্ববিদ্যালয়ৰ ডিগ্ৰীধাৰী লোকসকলক বুজায় তেন্তে অন্যান্য উন্নত সমাজৰ শিক্ষিত লোকসকলৰ তুলনাত চাহ বনুৱা সমাজৰ শিক্ষিত লোকৰ সংখ্যা অতি নগণ্য নহ'বনে ? আৰু যদি সকলো মানৱীয় গুণসম্পন্ন ব্যক্তিসকলক শিক্ষিত বুলি ধৰা হয় তেন্তে অকল চাহ বনুৱা সমাজতে নেলাগে সমগ্ৰ পৃথিৱীৰ মানৱ সমাজতো জনগণৰ সংখ্যানুপাতে বৰ বেছি নোলাব । গতিকে যিখন সমাজত শতকৰা নবৈ ভাগেই নিৰক্ষৰ সেইখন সমাজত শিক্ষিতৰ হাৰ নিৰূপণ কৰা মানেই মস্তিষ্কহীন শৰীৰৰ সক্ষমতা নিৰূপণ কৰিবলৈ যোৱাৰ নিচিনা কথা । অৱশ্যে তেওঁবিলাকে আনৰ তত্ত্বাবধানত পৰিশ্ৰম কৰাৰ সক্ষমতা অৰ্জন কৰিছে বংশানুক্ৰমিক বৃত্তি হিচাপে পেটৰ দায়ত পৰি । কাৰণ নিজৰ পিতৃ-মাতৃৰপৰা, নিজৰ সমাজখনৰপৰা তেওঁবিলাকে এয়ে শিক্ষা পাইছে ।

চাহ বাগিচা আৰু গাঁও অঞ্চলত শিক্ষাৰ পৰিবেশ পীচ্ দিয়া ৰাস্তা আৰু কেৱল শিলগুটি দিয়া ৰাস্তাৰ দৰেই অনুকূল আৰু প্ৰতিকূল ধৰণৰ । গাঁৱৰ পৰিৱেশ হ'ল প্ৰকৃতিৰ সহজাত পৰিবেশ আৰু বাগিচাৰ পৰিবেশ হ'ল যান্ত্ৰিক পৰিবেশ । গাঁৱৰ মানুহে চৰাই-চিৰিকতিৰ, কাউৰীৰ মাত আৰু কুকুৰাৰ ডাক শুনি সাৰ পায় আৰু চাহ বাগিচাৰ বনুৱাসকল সাৰ পায় কলঘৰৰ ঘণ্টা শুনি, চকিদাৰৰ কামজাৰিৰ ডাক শুনি । গাঁৱৰ জাগৰণ ধ্বনিত আছে নতুন উদ্যমৰ অনুভূতি আৰু বাগিচাৰ জাগৰণ ধ্বনিত আছে কৰ্কশ জীৱনৰ পুনৰাবৃত্তি । ইয়াৰ পৰাই ধৰিব পাৰি গাঁৱৰ পৰিবেশ শিক্ষা আহৰণৰ অনুকূল আৰু চাহ বাগিচাৰ পৰিবেশ শিক্ষা আহৰণৰ প্ৰতিকূল । শিলগুটি দিয়া ৰাস্তাৰ দৰে পীচ্ ৰাস্তাত যেনেকৈ উজুতি খাব নেলাগে

তেনেকৈ গাঁৱৰ পৰিৱেশত শিক্ষা আহৰণত আৰ্থিক অনাটনৰ বাহিৰে আন কোনো বাধা নাই ।

গাঁৱৰ কণ কণ ল'ৰা-ছোৱালীয়ে ৰাতিপুৱাতে দেখে নিজৰ পিতাক বা ককায়েকে নিজৰ বাৰীত বা পথাৰত মাটি চহাবলৈ গৈছে । স্কুলীয়া ল'ৰা ছোৱালীক চিঞৰি চিঞৰি নিজৰ পাঠ আওঁৰোৱা শুনে, মাকক বাহিবন অটাই গা পা ধুই বন্ধা-বঢ়াত লগা দেখে । ফলি-পুথি লৈ স্কুলীয়া ল'ৰা-ছোৱালীক স্কুললৈ যোৱা দেখে, কৰ্মচাৰীসকলক সাজিকাচি কামলৈ যোৱা দেখে । এইবিলাকৰ পৰা তেওঁলোকে স্বাবলম্বী হ'বলৈ শিকে আৰু অভিভাৱকসকলেও তেওঁবিলাকক তেনেদৰে গঢ়ি তুলিবলৈ পৰোক্ষ বা প্ৰত্যক্ষ ইন্ধন যোগায় । যেনে পথাৰলৈ হালোৱাক জলপান দিবলৈ গৈ দুই-এক আঁচ হালো বাই চায় । তেনেকৈ ছোৱালীয়েও ঘৰত মাকৰ লগত থাকি ঘৰুৱা কামত মাকক সহায় কৰি মাকৰ দৰেই গৃহিণী, বোৱনী, শিপিনী আদি ৰূপে নিজক গঢ় দিয়ে । ডাঙৰ ল'ৰা ছোৱালীক বিদ্যালয়লৈ যোৱা দেখি কণ কণ ল'ৰা-ছোৱালীও গাঁৱৰ পঢ়াশালিলৈ যাবলৈ বিচাৰে । কিন্তু বাগিচাত কি দেখে - ৰাতিপুৱাতেই মাকে বাহি বন কৰি খোৱা-বোৱাৰ ব্যৱস্থা কৰিছে । বাপেকে হয়তো নোখোৱাকৈ বাগিচাৰ কামলৈ গৈছে । মাকে ল'ৰা-ছোৱালীকে খুৱাই নিজে খাই পাণ তামোলৰ টোপোলা লৈ কামলৈ ওলাই গৈছে । গোটেই দিনটো ল'ৰা-ছোৱালীৰ লগত মাক-বাপেকৰ দেখা-সাক্ষাৎ নাই । ল'ৰা-ছোৱালী স্কুললৈ গৈছে নে ক'ৰবাত ঘূৰি ফুৰিছে খবৰ ৰাখোঁতা কোনো নাই । গধূলি কামৰপৰা মাক-বাপেক আহি হাতভৰি, গা পা ধুই খৰিৰ যোগাৰ, ৰেচনৰ যোগাৰত লাগিল । ভাগৰে-জুগৰে সোনকালে খাই-বৈ শুই থাকিল । ইফালে বেছি তেল পুৰি বেছি ৰাতিলৈকে জাগি থাকিবলৈকো সমৰ্থ নহয়। গতিকে ল'ৰা-ছোৱালীয়ে পঢ়িব কেতিয়া ? ল'ৰা-ছোৱালীৰ পঢ়াৰ প্ৰতি ধ্যান দিবলৈ মাক-বাপেকৰ আহৰি নাই । কেৱল পৰিশ্ৰম কৰ আৰু খা । এয়া একপ্ৰকাৰ পশুৰ জীৱন । এনে সমাজত ল'ৰা-ছোৱালীক পঢ়াই-শুনাই ভাল আদৰ্শৰে মানুহ ৰূপে গঢ়ি তোলাৰ সপোন দেখা মানে আকাশত চাং পতা, পৰ্বতত কাচ কণী বিচৰাৰ দৰে কথা । তদুপৰি মদ খাই হাই-কাজিয়া লগা আছেই । গতিকে শিক্ষা আহৰণৰ বাবে চাহ বাগিচাৰ পৰিবেশ সম্পূৰ্ণ প্ৰতিকূল । সেয়েহে চাহ বনুৱা সাক্ষৰ শিক্ষিতসকল নিৰক্ষৰ অশিক্ষিত চাহ বনুৱাৰ পৰা আঁতৰত থাকিব বিচাৰে । গাঁৱত থকা চাহ বনুৱাসকলে বুজি পায় কালা আখৰ নিচিনিলে তেওঁবিলাকৰ মুৰাদ নাই বুলি । ঘৰখনেই হ'ল কণ কণ ল'ৰা-ছোৱালীৰ শিক্ষা

আহৰণৰ প্ৰাক প্ৰাথমিক বিদ্যালয় আৰু মাকেই হ'ল সেই বিদ্যালয়ৰ একমাত্ৰ শিক্ষয়িত্ৰী । চাহ বনুৱা সমাজত বিশেষকৈ বাগিচাবিলাকত সাক্ষৰ শিক্ষিতা মাতৃ কেইগৰাকী ওলাব ? মাকৰ কথা বাদেই , শিক্ষিত বাপেকৰ সংখ্যা অতি নগণ্য হ'ব । এনে মাক-বাপেকৰ ল'ৰা-ছোৱালীৰ শিক্ষাৰ প্ৰতি আগ্ৰহ থাকিলেও অশিক্ষিত মাক-বাপেকে তাত চেঁচা পানী ঢলাৰ বহু উদাহৰণ আছে । এনে দুৰ্ভগীয়া চাহ বনুৱা ল'ৰা-ছোৱালীৰ প্ৰতি চকু-কাণ দিয়াৰ সময় শিক্ষিত চাহ বনুৱা সমাজৰ হ'ল ।

অসমৰ চাহ বনুৱা সমাজৰ বাসস্থান আৰু পাৰিপাৰ্শ্বিক অৱস্থাও সন্তোষজনক নহয় । প্ৰথমে বাসস্থানৰ ফালে লক্ষ্য কৰা হওক । চাহ বনুৱাসকলক, কচাইয়ে যেনেকৈ হাটত কিনা গৰু-ছাগলীবিলাকক নিৰ্মমভাবে খেদাই বা গাড়ীত বোজাই কৰি কচাই খানালৈ নিয়ে ঠিক তেনেকৈ তেওঁবিলাকক ৰেলত বোজাই কৰি আনি চাৰিওফালে হাবিৰে ভৰা, মাজত কোনো আঁৰ-বেৰা নথকা দীঘল দীঘল খেৰৰ জুপুৰিবিলাকত থাকিবলৈ দিয়া হৈছিল । পিৰালিত নবহিলে বাহিৰৰ মানুহ-দুনুহ চাব নোৱাৰিছিল । এনে ঘৰত মাক-বাপেক-বোৱাৰীয়েক, পুতেক-জীয়েক, ভায়েক-বোৱাৰীয়েক গৰু-ছাগলীৰ দৰে একলগে খাই বৈ শুই জীৱন নিৰ্বাহ কৰিব লগা হৈছিল । সিও ভয়ে ভয়ে, বাঘৰ গোজৰণী, শিয়ালৰ হোৱা হোৱা সদায় কাণত বাজি আছিল । লাহে লাহে হাবি-বননি চাহ বনুৱাৰ হাড়ভঙা পৰিশ্ৰমৰ ফলত নাইকিয়া হ'বলৈ ধৰিলে । ঘৰবিলাকৰ মাজত বেৰ হ'ল আৰু এসময়ত একোটি পৰিয়ালৰ বাবে একোটি যৎসামান্য খেৰীঘৰ হ'ল । স্বাধীনোত্তৰ কালত ঘৰ গুছি দোকোঠালীৰ পকা কোৱাৰ্টাৰ হ'ল । তাতে এপাল ল'ৰা-ছোৱালীৰ সৈতে থকা মেলাৰ অসুবিধা কাৰণে চাহ বনুৱাসকলে নিজেই কোৱাৰ্টাৰৰ চাৰিওফালে খেৰৰ চালি নমাই ঘৰৰ ভিতৰলৈ পোহৰ আৰু বতাহৰ অবাধ গতিক ৰোধ কৰি অন্ধকূপৰ সৃষ্টি কৰি ল'বলৈ ধৰিলে । নকৰিলে উপায় নাই । একোটা কোঠালীত ডেকা পুতেক আৰু গাভৰু জীয়েকক লৈ কেনেকৈ থাকে ? গৰু-ছাগলী ক'ত বান্ধে, হাঁহ-কুকুৰা ক'ত পোহে ? যদিও স্বাস্থ্যবিজ্ঞানৰ ফালৰপৰা চালে ই এটা অস্বাস্থ্যকৰ পৰিৱেশ তথাপি উপায় নাই ।

চাহ বনুৱা সমাজৰ পাৰিপাৰ্শ্বিক অৱস্থাও তথৈবচ । যেনেকৈ হাতৰ পাঁচোটি আঙুলি সমান নহয়, তেনেকৈ চাহ বনুৱাসকলো সমানে সজাগ নহয় । সমাজৰ কথা বাদেই তেওঁবিলাকৰ কিছুমানে নিজৰ কথাও বহুত কম ভাবে । মানে কোনো ৰকমে খাই-বৈ জীৱন নিৰ্বাহৰ বাহিৰে কোনো ব্যক্তিগত উন্নতিৰ কথা ভবাৰ

আৱশ্যকতা বোধ নকৰে । তেওঁবিলাকৰ মতে ‘লেঙতা আনা লেঙতা যানা’ ই হৈছে সনাতন সত্য । সেয়েহে কিছুমান চাহ বনুৱাৰ কোৱাৰ্টাৰৰ চাৰিওফালে শাক-পাচলি, তামোল-কল আৰু ফুলনিৰে জাতিষ্কাৰ হৈ থকা দেখা যায় আৰু কিছুমানৰ কোৱাৰ্টাৰৰ চাৰিওফালে জেওৰা-হেক্কেৰা নোহোৱা উদং এৰাবাৰী দেখিবলৈ পোৱা যায় । যিসকল চাহ বনুৱাই গৃহস্থৰ দৰে জীৱন নিৰ্বাহ কৰিছে তেওঁবিলাকে আজৰি সময়ত ধানখেতিও কৰে, বজাৰত বাৰীৰ শাক-পাচলি আৰু ঘৰত পোৱা গৰু-ছাগলী, হাঁহ-কুকুৰাও বেচি ওপৰঞ্চি উপাৰ্জন কৰে । কিন্তু তেওঁবিলাকৰ মাজত এনেকুৱাও চাহ বনুৱা আছে যিসকলে ঘৰৰ ল’ৰা-ছোৱালীক পুষ্টিকৰ আহাৰৰপৰা বঞ্চিত কৰি ওচৰৰ দোকানত বেচি সেই পইচাৰে নিজে মদ-ভাং আদি অপুষ্টিকৰ মাদক দ্ৰব্য সেৱন কৰি পৰমানন্দ লাভ কৰে । এই পৰমানন্দদায়ক দ্ৰব্যৰ মাত্ৰা অধিক হ’লে অকল নিজৰ ঘৰতেই নহয় ওচৰ চুবুৰীয়াৰো অশান্তিৰ কাৰণ হৈ পৰে।

বাৰিষা কালত চাহ বনুৱা সমাজৰ লাইনৰ আলি পদূলিৰ অৱস্থা বৰ ঘৃণনীয় হৈ পৰে । পোহনীয়া জন্তুৰ বিষ্ঠা, সৰু সৰু ল’ৰা-ছোৱালীয়ে বাটৰ দাঁতিত কৰা শৌচ-প্ৰস্ৰাৱ এই সকলোবোৰ বোকাত মিহলি হৈ ভৱিৰ কি অপকাৰ কৰে আৰু লগতে শৰীৰৰো, সেই কথা তেওঁবিলাকে স্বাস্থ্যবিজ্ঞানৰ জ্ঞান নথকা হেতু একো অনুভৱ নকৰে । নিজৰ নিজৰ কোৱাৰ্টাৰৰ সন্মুখৰ আলি-পদূলিবিলাক কোৰেৰে নিজেই ঠিক কৰিবলৈ বাগিচাৰ কৰ্তৃপক্ষৰ মুখলৈ চাই থাকে, স্বাৱলম্বী হ’বলৈ নিবিচাৰে । তেনেকৈয়ে ল’ৰা-ছোৱালীবিলাক ভগৱানৰ দান বুলি ভাবি ভালধৰণে পালন-পোষণ কৰিব নোৱৰাকৈ এগাল ল’ৰা-ছোৱালীক জন্ম দি মাকে নিজৰো স্বাস্থ্য নষ্ট কৰে আৰু ল’ৰা-ছোৱালীৰো স্বাস্থ্যৰ যত্ন ল’ব নোৱাৰে । লিখা-পঢ়া শিকোৱাৰ কথা বাদেই, যথাযোগ্য কাপোৰ-কানিৰো যোগাৰ ধৰিব নোৱাৰে । লাইনত থকা এনেধৰণৰ ল’ৰা-ছোৱালীবিলাক দিনটো অনাই-বনাই ফুৰে আৰু স্কুললৈ যোৱা আন আন ভাল ভাল ল’ৰা-ছোৱালীকো বিপথে পৰিচালিত কৰে । আৰ্থিক অনাটনত পৰি মাক-বাপেকে এনেধৰণৰ নিজৰ ল’ৰা-ছোৱালীক কাৰোবাৰ ঘৰত গৰখীয়া কৰিবলৈ দিয়ে, কাৰোবাৰ ঘৰত ল’ৰা ওমলাবলৈ দিয়ে আৰু সিহঁতক বাল্যকালৰ অপত্য চেনেহৰ পৰা বঞ্চিত কৰে । আমাৰ জাতীয় চৰকাৰে শিশু কল্যাণ বৰ্ষ পাতে হয়, কিন্তু তাৰপৰা চাহ বনুৱা সমাজৰ ল’ৰা-ছোৱালী কিমান উপকৃত হয় তাক প্ৰত্যক্ষদৰ্শীৰ বাহিৰে আইনে কি বুজিব ? মাতৃ কল্যাণ আৰু শিশু কল্যাণ আঁচনিৰ সু-ফলৰপৰা চাহ বনুৱা সমাজৰ মাতৃসকল

আৰু শিশুসকল বঞ্চিত । কাৰণ এই সমাজখনেই অবিহেলিত সমাজ ।

শিক্ষাৰ প্ৰতি চাহ বনুৱা নেতাসকলৰ দৃষ্টিভংগী খাপ নোখোৱা । চাহ বনুৱা নেতাসকল হ'ল ট্ৰেড ইউনিয়নৰ নেতা । গতিকে তেওঁবিলাকৰ লক্ষ্য হ'ল চাহ বনুৱা সমাজখন নহয় চাহ ব্যৱসায়হে । চাহ বনুৱাৰ লগত তেওঁবিলাকৰ যিমান সম্পৰ্ক নাই সিমান সম্পৰ্ক চাহ বাগিচাৰ মালিকসকলৰ লগত আছে । ব্যৱসায়ত কিমান লাভ হ'ল, কিমান লোকচান হ'ল আৰু সেই অনুপাতে চাহ বনুৱাসকলে কিমান পাৰিশ্ৰমিক আৰু অন্যান্য সা-সুবিধা পাব লাগে এইবিলাক লৈয়ে তেওঁলোক ব্যস্ত । কাৰণ সেই অনুপাতে তেওঁলোকৰ আৰ্থিক লাভো আছে । চাহ বনুৱা সমাজখন যেতিয়ালৈকে সচেতন নহয়, সজাগ নহয় তেতিয়ালৈকে এনেবিলাক নেতাই তেওঁবিলাকৰ হৰ্তাকৰ্তা, বিধাতা হৈ থাকিব পাৰিব । গতিকে চাহ বনুৱা সমাজৰ সকলোকে সাক্ষৰ শিক্ষিত হোৱাটো তেওঁবিলাকে আন্তৰিকতাৰে সৈতে বাঞ্ছা নকৰে । কোনে নিজৰ ভৰিত নিজে কুঠাৰ মাৰিব ? তদুপৰি নিৰক্ষৰ অশিক্ষিত চাহ বনুৱাসকলৰ ভোটত একাধিকবাৰ ক্ৰমান্বয়ে এম.এল.এ হোৱাৰ সুবিধাকণো কিয় ত্যাগ কৰিব ? অৱশ্যে শিক্ষানুৰাগী কিছুমান যুৱকে তেওঁবিলাকৰ পৰা মাজে মাজে আৰ্থিক সাহায্য নোপোৱাকৈ থকা নাই । তাৰোপৰি তেওঁলোকৰ চিফাৰিচত চাকৰি আদিও পাইছে এই কথা অস্বীকাৰ কৰিব নোৱাৰি। কিন্তু সামূহিক হিচাপে সৰ্বসাধাৰণ চাহ বনুৱাৰ শিক্ষাৰ বাবে একো কৰিবপৰা নাই। চাহ বাগিচাৰ বহুত চাহ বনুৱা যুৱক-যুৱতীক বহুত ৰকমৰ প্ৰশিক্ষণ দিয়াই অনা হৈছে । কিন্তু সেই প্ৰশিক্ষণ লোৱা চাহ বনুৱা যুৱক-যুৱতীসকল নিজ নিজ বাগিচালৈ গৈ কি কৰিছে তাৰ জানো কাৰোবাৰ খবৰ আছে । যদি একো কৰিব পৰা নাই তেন্তে সেয়া কাৰ দোষত । নিজৰ অসমৰ্থতাৰ দোষত নে বাগিচাৰ কৰ্তৃপক্ষৰ দোষত ? এই প্ৰশিক্ষণপ্ৰাপ্ত যুৱক-যুৱতীসকলে কিয় বাগিচাত অইন যুৱক-যুৱতীক প্ৰশিক্ষণ নিদি নিজে সাধাৰণ বনুৱাৰ দৰে জীৱন নিৰ্বাহ কৰিবলৈ বাধ্য হৈছে ? এইবিলাক কথাৰ ভু ৰাখোতা কোনোবা আছে জানো ? আজিলৈকে চাহ বনুৱা সমাজৰ যিসকলে নানা ধৰণৰ প্ৰশিক্ষণ লৈ আহিছে তাৰ দ্বাৰা প্ৰশিক্ষাৰ্থীসকলৰ বাহিৰে আন সৰ্বসাধাৰণ চাহ বনুৱাৰ কিবা কল্যাণ হৈছে বুলি চাহ বনুৱা নেতাসকলৰ বাহিৰে আন কোনেও স্বীকাৰ নকৰে। তদুপৰি চাহ বনুৱা নেতাসকলে মাজে-সময়ে বিদেশ ভ্ৰমণ কৰিবলৈ সুবিধা পায় । সেই ভ্ৰমণৰ ফলত ভ্ৰমণকাৰীৰ বাহিৰে অইন চাহ বনুৱাৰ কিবা লাভ হৈছে বুলি ভাবিবৰ থল নাই । এইবিলাক কাৰণত ক'ব পাৰি চাহ বনুৱা নেতাসকল যিমান আত্মপ্ৰতিষ্ঠা আৰু ৰাজনীতি অনুৰাগী

সিমান শিক্ষানুৰাগী নহয় ।

**চৰকাৰ আৰু বাগিচাৰ কৰ্তৃপক্ষৰ অৱহেলা ঃ**

চৰকাৰে সৰ্বসাধাৰণ ৰাইজৰ মাজৰপৰা নিৰক্ষৰতা দূৰীকৰণৰ যি অভিযান চলাইছে তাৰপৰা বেছিভাগ কেৱল গাঁৱলীয়া ৰাইজহে উপকৃত হোৱা দেখা যায় । বাগিচাবিলাক বাগিচা কৰ্তৃপক্ষক এৰি দিয়া হৈছে । মালিকীস্বত্ব থকা চাহ বাগিচাৰ কৰ্তৃপক্ষৰ বাহিৰত সুনাম অৰ্জন কৰিবলৈ গঞা ৰাইজৰ কল্যাণৰ কাৰণে নানা শিক্ষানুষ্ঠান পাতি দিয়ে অথচ নিজৰ বাগিচাৰ বনুৱাসকলৰ বাবে কোনো আগ্ৰহ নেদেখুৱায় । তদুপৰি বাগিচাৰ বিদ্যালয়ৰ শিক্ষকসকলকো কৰ্মচাৰীৰূপে কামত নিয়োগ কৰে । এই ক্ষেত্ৰত কেৱল বাগিচাৰ কৰ্তৃপক্ষক দোষ দিলেই নচলিব । এনে বহুত বাগিচা আছে, য'ত বাগিচাৰ কৰ্মচাৰীসকলো বনুৱাৰ শিক্ষাৰ ক্ষেত্ৰত হেঙাৰ স্বৰূপ । চাহ বনুৱা শিক্ষিত যুৱক-যুৱতী তেওঁবিলাকৰ কাৰণে চকুৰ কূটা, দাঁতৰ শূল । তেনে পৰিস্থিতিত চাহ বনুৱাসকলৰ শিক্ষাৰ বাবে চিন্তা কৰিব কোনে ? চৰকাৰী বিষয়া তথৈবচ । শিক্ষা বিষয়ৰ প্ৰশিক্ষণ শিবিৰ বিলাকতো চাহ বনুৱা শিক্ষিত যুৱক-যুৱতীয়ে কথমপিহি ভৰ্তি হোৱাৰ সুবিধাকণ পায় । চাহ বনুৱাসকলৰ এনেয়ে হীনাস্মিকা মনোভাৱ আছেই তাতে অন্যান্য শিক্ষিত সমাজৰ এনে প্ৰবঞ্চনামূলক আচৰণ দেখি তেওঁবিলাক আৰু নিৰুৎসাহী হৈ উঠে । নিৰুৎসাহী তেতিয়া হয়, যেতিয়া দেখে যে চাহ বনুৱা সমাজত উপযুক্ত শিক্ষাপ্ৰাপ্ত ল'ৰা-ছোৱালী থকা সত্ত্বেও তেওঁবিলাকক বঞ্চিত কৰি অইন সমাজৰ ল'ৰাক সেই খালী পদবিলাকত ছলে বলে ভৰ্তি কৰা হৈছে ।

চাহ বনুৱা সমাজৰ ছাত্ৰ-ছাত্ৰীৰ ছাত্ৰাবাস, ছাত্ৰবৃত্তি আৰু পিতৃ-মাতৃৰ আৰ্থিক অৱস্থা বৰ্তমান দেশৰ অন্যান্য সমাজৰ পৰিস্থিতিৰ লগত তুলনা কৰি চালে বিশেষ সন্তোষজনক বুলি ক'ব নোৱাৰি । চৰকাৰৰ তৰফৰপৰা চাহ বনুৱা ছাত্ৰ-ছাত্ৰীৰ বাবে নিগাজীকৈ কোনো ছাত্ৰাবাস নাই । যি আছে সেয়া চাহ বনুৱাসকলৰ লগত সংশ্লিষ্ট অনুষ্ঠানসমূহৰ আৰু চৰকাৰৰ আংশিক কৃপাতহে । আৰু সেয়া কেৱল চাহ বনুৱা ছাত্ৰসকলৰ কাৰণেহে । যিসকলে মহাবিদ্যালয় আৰু বিশ্ববিদ্যালয়ত পঢ়ে, সেইসকলৰ কিছু সংখ্যকেহে সেই ছাত্ৰাবাসত স্থান পায় । সেয়া হ'ল ছাত্ৰসকলৰ ছাত্ৰাবাস । কিন্তু ছাত্ৰীসকলৰ বাবে আজিলৈকে কোনো ব্যৱস্থাই লোৱা নাই । লোৱাৰ আৱশ্যকতাও অনুভৱ কৰা নাই । কাৰণ চাহ বনুৱা ছাত্ৰতকৈ ছাত্ৰীৰ সংখ্যা কম । গতিকে বেচেৰীহঁতে টাউনত যাবে তাবে আশ্ৰয়ত থাকি শিক্ষা আহৰণ কৰিবলগীয়া হয় । 'নিৰ্ব্বলকে বল্ ৰাম' তাৰ বাহিৰে

উপায় নাই । ছাত্রবৃত্তি, অন্যান্য সমাজৰ ছাত্র-ছাত্রীৰ দৰেই চাহ্ বনুৱা সমাজৰ ছাত্র-ছাত্রীসকলেও নিজৰ শৈক্ষিক যোগ্যতানুসৰি পায়, পুস্তক ক্রয় অনুদানো পায় । কিন্তু সাজ-পোছাক, খোৱা-লোৱাৰ অনুদান কোনে দিয়ে । সেয়েহে অভাৱগ্রস্ত প্রার্থবিলাক ছাত্র-ছাত্রীয়ে চাহ মজদুৰ নেতাসকলৰ কৃপাৰ প্রার্থী হ'বলৈ বাধ্য হয় । বেছিভাগ চাহ বনুৱা অভিভাৱক সর্বহাৰা শ্রেণীৰ । গতিকে চাহ বনুৱা ছাত্র-ছাত্রীসকলে ঘৰৰপৰা যথেষ্ট আর্থিক সাহায্য নেপায় । চাহ বনুৱা অভিভাৱকৰ ঘৰত বনুৱাতকৈ নিবনুৱাৰ সংখ্যা বেছি । তাতে ৰেচনো পায় আধাপেটীযাকৈ । গতিকে অভিভাৱকে কোনফালে চলাব ? ল'ৰা-ছোৱালীক খুৱাব পিন্ধাব নে পঢ়াব? চাহ্ বনুৱা সমাজৰ ল'ৰা-ছোৱালীয়ে পঢ়ি শুনি শিক্ষিতৰ হাৰ বঢ়াওক চাৰি নিবনুৱাৰ হাৰহে বৃদ্ধি কৰে ।

দায়িত্ব জ্ঞান থকা লোকেহে কর্তব্য পালন কৰিবলৈ সদায় সজাগ থাকে । চৰকাৰী চাকৰিয়ালসকলক একোটা বিভাগৰ সম্পূর্ণ দায়িত্ব দিয়া থাকে আৰু তাৰবাবে তেওঁবিলাকে যথোচিত ধৰাবন্ধা মজুৰিও পায়, তথাপি জানো তেওঁবিলাকে নিজৰ কর্তব্য সুচাৰুৰূপে পালন কৰে ? নাস্তস্বার্থৰ লোকে আগবঢ়োৱা ধনৰ টোপোলাৰ লোভত নিজৰ কর্তব্যতো পালন নকৰেই বৰঞ্চ সর্বসাধাৰণ ৰাইজৰ অহিতহে সাধন কৰে । তেনেস্থলত চাহ্ বনুৱা যুৱক-যুৱতী, যিসকল নিজেই নিবনুৱা আৰু পৰমুখাপেক্ষী সেইসকলে যে দায়িত্ব বুজি সমাজৰ হিতৰ কাৰণে গাত লাগি কিবা কৰিব তাক আশা কৰাটো পর্বতত কাছ কণী বিচৰাৰ দৰে কথা । যদি দায়িত্ব আৰু কর্তব্যৰ কথা তেওঁবিলাকক সোঁৱৰাই দিয়া হয় তেন্তে তেওঁবিলাকৰ বহুতেই ক'ব - 'সমাজে আমাক কি দিছে যে সমাজৰ কাৰণে আমি খাটিব লাগে ?' অথচ সমাজৰেই কেইজনমান মুধাফুটা ব্যক্তিৰ চিফাৰিচত তেওঁবিলাকৰ কিছুমানে চাকৰি পায় আৰু পোৱাৰ আশাও পোষণ কৰে । গতিকে তেওঁবিলাকৰ দায়িত্ব আৰু কর্তব্যৰ কথা সোঁৱৰাই দিলেই নহ'ব, তেওঁবিলাকৰ নিবনুৱা সমস্যাৰ কথাও আমি ভাবিব লাগিব । কাৰণ তেওঁবিলাকৰ অৱস্থা পুতৌ লগা । শ্রমজীৱী সর্বহাৰা মাক-বাপেকৰ তেওঁবিলাক হৈ পৰে গলগ্রহ । খোৱা-লোৱাৰ সুখ নাই, পিন্ধা উৰাৰ সুখ নাই, ঘৰত থকাৰো সুখ নাই । তেনেকুৱা মানসিক অৱস্থাগ্রস্ত চাহ্ বনুৱা শিক্ষিত ডেকা-গাভৰুৱে বাৰু সমাজৰ কথা ভাবিবলৈ ক'ত সকাহ্ পায় ? চাহ্ বনুৱাসমাজৰ নিৰক্ষৰ লোকসকলো এনেকুৱা যে তেওঁবিলাকে অইন সমাজৰ লোককহে বাবু বুলি জ্ঞান কৰি ভৰিত পৰি সন্মান কৰে অথচ নিজৰ সমাজৰ শিক্ষিত ল'ৰা-ছোৱালীক অৱজ্ঞাৰ চকুৰে চায় । গতিকে

চাহ বনুৱা শিক্ষিত ডেকা-গাভৰুৱে সমাজৰ উন্নতিৰ হকে কিবা কৰিবলৈ গ'লেও নিৰক্ষৰ চাহ বনুৱা সমাজৰ পৰা তেওঁবিলাকে সঁহাৰি নেপায়, বৰঞ্চ ঠাট্টা-ইতিকিঙৰ পাত্ৰহে হয়। যিসকলৰ কৰ্মস্থান আছে, সমাজত নিজক প্ৰতিষ্ঠা কৰিছে তেওঁবিলাকে যদি ইচ্ছা কৰে আৰু যদি সমাজৰ প্ৰতি তেওঁবিলাকৰ কিবা দায়িত্ব আছে, কৰ্তব্য আছে বুলি ভাবে তেন্তে তেওঁবিলাকেহে শিক্ষিত নিবনুৱা ডেকা গাভৰুসকলক লৈ সহায় সাৰ্থি দি সমাজৰ উন্নতিকল্পে বহুত কিছু কৰাব আৰু কৰিব পাৰে। তাৰবাবে লাগে আন্তৰিকতা, কৰ্তব্যনিষ্ঠা আৰু দক্ষ পৰিচালনা।

সামৰণিত ক'বপাৰি যে চাহ বনুৱা সমাজৰ শৈক্ষিক দিশ পুৱৌ লগা। সকলো ফালৰপৰা তেওঁবিলাক প্ৰৱঞ্চিত আৰু অৱহেলিত। গতিকে সৰ্বসাধাৰণ চাহ বনুৱাৰ ল'ৰা-ছোৱালীয়ে শিক্ষাৰ ক্ষেত্ৰত অগ্ৰসৰ হোৱাত পদে পদে বাধাৰ সন্মুখীন হ'বলগা হয়। অসমৰ্থ নিৰক্ষৰ অভিভাৱক, অচেতন, আত্মসন্মানহীন, সমাজ, স্বাৰ্থপৰ অমনোযোগী নেতা আৰু দলীয় ভাৱাপন্ন চৰকাৰ এই সকলোবোৰৰ সংৰক্ষণশীল অৱস্থানে চাহ বনুৱা সমাজৰ প্ৰগতিশীল পথত হেঙাৰস্বৰূপ হৈ দেখা দিছে। যি চাহ বনুৱাসকলক লৈ বৃহৎ অসমীয়া জাতি গঢ়াৰ কথা ভবা হৈছে সেইসকলক সকলো ফালৰপৰা নিজতকৈ নিম্ন পৰ্যায়ত থৈ এক প্ৰকাৰে শোষণ আৰু শাসন কৰাৰ কথাও ভবা হৈছে। এনেধৰণৰ ৰাজনীতিৰ মেৰপাকত পৰি চাহ বনুৱাসমাজৰ যি অথন্তৰ ঘটিছে তাৰপৰা তেওঁবিলাকৰ শৈক্ষিক অৱস্থা কিছুদূৰ আক্ষৰিক জ্ঞানৰ গণ্ডীতেই সীমাবদ্ধ বুলি ধৰি ল'লে বৰ বেছি ভুল কৰা নহ'ব। চাহ বনুৱা সমাজত প্ৰকৃত শিক্ষিতৰ সংখ্যা নিৰ্ণয় কৰা টান। যিসকলে চৌকা-পাঞ্জা কৰি জীৱন-নিৰ্বাহ কৰি আছে তেওঁবিলাকক প্ৰকৃত শিক্ষিত নুবুলি কেৱল জীৱন নিৰ্বাহৰ বাবে সক্ষম বুলি ক'ব পাৰি। এনেকুৱা সক্ষম ব্যক্তিয়েই বা চাহ বনুৱা সমাজত কিমান ওলাব ? প্ৰায়বিলাক চাহ বাগিচাতেই কিছু নহয় কিছু আক্ষৰিক জ্ঞান থকা শিক্ষিত যুৱক-যুৱতী নিশ্চয় ওলাব। কিন্তু তেওঁবিলাক কাৰ্যক্ষম নহয়, জীৱন নিৰ্বাহৰ বাবে সক্ষম নহয়। চাকৰিজীৱী মনোভাৱৰ কাৰণে তেওঁবিলাকৰ এনে অৱস্থা। স্বাৱলম্বী হোৱাৰ যোগ্যতাও তেওঁবিলাকৰ নাই যেন লাগে। চৰকাৰে দিয়া সা-সুবিধাবিলাকো তেওঁলোকে ল'বপৰা নাই। অকল স্কুলীয়া শিক্ষা আহৰণ কৰিলেই নহয় তাক জীৱন উপযোগী কৰি ল'বও জানিব লাগে। শিক্ষা গ্ৰহণৰো আচল উদ্দেশ্য এইটোহে হ'ব লাগে। পৰিশ্ৰমৰ জীৱনেই প্ৰকৃত জীৱন বুলি ভাবি শিক্ষাক সাৰথি স্বৰূপে লৈ কৰ্মক্ষেত্ৰত জপিয়াই পৰাই হ'ল শিক্ষিত চাহ বনুৱা যুৱক-যুৱতীৰ কৰ্তব্য। ❑

# চাহ্ মজদুৰৰ অৰ্থনৈতিক অৱস্থা আৰু সমস্যা

❑ অৰুণ কুমাৰ খেৰীয়া

'অধিক উৎপাদনৰ অৰ্থই হৈছে অধিক পৰিমাণৰ সা-সুবিধা। গতিকে চাহ শ্ৰমিক সকলেও নিজৰ তথা দেশৰ বৃহত্তৰ স্বাৰ্থত অধিক উৎপাদন বৃদ্ধি কৰি নিজকে আত্মনিয়োগ কৰাৰ লগে লগে অধিক সা-সুবিধা লাভ কৰি উন্নত জীৱন যাপন কৰাৰ চেষ্টা কৰা উচিত।'

বৃটিছ শাসনত ভাৰতবৰ্ষৰ বিভিন্ন প্ৰদেশৰপৰা অসমলৈ প্ৰব্ৰজন হোৱা হাজাৰ বিজাৰ বনুৱা, যিসকলে অসমকে নিজ মাতৃভূমি বুলি নিগাজিকৈ বসবাস কৰি, অসম মাতৃক চাহ শিল্পৰে চহকী কৰি ভাৰতবৰ্ষলৈ বৈদেশীক মুদ্ৰা অৰ্জ্জন কৰি, ভাৰতীয় অৰ্থনীতিত এটি শকত বৰঙণিৰ অৰিহণা যোগাই আহিছে, সেই চাহ শ্ৰমিক শ্ৰেণীৰ অৰ্থনৈতিক দিশটো সদায় অৱহেলিত, লাঞ্চিত আৰু শোষিত। বৃটিছৰ দিনত তেওঁলোক বৃটিছৰদ্বাৰা শোষিত হৈছিল ঠিকেই, কিন্তু স্বাধীনোত্তৰ কালতো তেওঁলোকে শোষণৰপৰা পৰিত্ৰাণ পোৱা নাই। এই অৰ্থনৈতিক দিশটো উন্নত কৰিবৰ অৰ্থে আৰু অৰ্থনৈতিক নিৰাপত্তাৰ কাৰণে অসমৰ মন্ত্ৰী (শ্ৰম বিভাগ) অমিয় কুমাৰ দাস দেৱে 'চাহ বনুৱা ভৱিষ্যনিধি আইন' (Assam Tea Plantation Provident Fund Scheme) এখন ১৯৫৫ চনত প্ৰণযন কৰিলে। পাঁচ লাখৰো অধিক (ফাল্টু শ্ৰমিক বাদ দি) চাহ শ্ৰমিক আৰু দহ হাজাৰ চাহ কৰ্ম্মচাৰী সভ্য এই আঁচনিত অন্তৰ্ভুক্ত। এই আঁচনিৰ জৰিযতে চাহ বনুৱা লাভবান হোৱা দেখা গৈছে। এই ভৱিষ্যনিধি আঁচনি দুটা। ইযাৰে প্ৰথমটো হৈছে চাহ বনুৱা জীৱন বীমা আঁচনি (Insurance ) আৰু দ্বিতীযটো হৈছে পেঞ্চন। (Pension) এই Pension Scheme টো ১৯৬৭ চনৰ অক্টোবৰ মাহৰ ২ তাৰিখৰপৰা কাৰ্যকৰী কৰা হৈছে। এই Scheme ৰ মতে এই তাৰিখৰ আগতে যিসকল চাহ বনুৱাই কামৰপৰা অৱসৰ লৈছে সেইসকল লাভবান নহ'ল। ভৱিষ্যনিধি আঁচনিৰ মতে বৰ্ত্তমান চাহ বনুৱাক তেওঁলোকৰ ভৱিষ্যনিধিৰ ওপৰত মাত্ৰ শতকৰা ৩% টকা হাৰেহে সুদ ধাৰ্য কৰা হৈছে। কিন্তু কেন্দ্ৰীয় চৰকাৰৰ (Ministry of Labour, Govt of India) সংশোধিত শ্ৰমিক আইনৰ মতে শ্ৰমিকৰ ভৱিষ্যনিধিৰ ওপৰত সুদৰ হাৰ শতকৰা ৫% টকালৈ বৃদ্ধি পাইছে। বৰ্ত্তমান চাহ্ শ্ৰমিকক কৰ্ম্ম নিবৃত্তি বেতন (Pension) দিয়া হৈছে যদিও সুদৰ (Undisbursed Interest) পৰা আৰু ই তুলনামূলকভাবে তেনেই নগণ্য। এই Pension দিয়াৰ ব্যৱস্থা ৫ বছৰীয়া আৰু ৭

বহুৰীযাকৈ দুই ধৰণেৰে কৰা হৈছে। এই আঁচনিৰ জৰিয়তে চাহ শ্ৰমিকসকল কিমান দূৰ উপকৃত হৈছে সেইটোও বিচাৰ্যৰ বিষয়।

চাহ বনুবাৰ জীৱন বীমা আঁচনিখনো ১৯৬৩ চনৰপৰাহে কাৰ্য্যকৰী হৈছে। এই আঁচনিৰদ্বাৰা চাহ শ্ৰমিকসকলৰ লাভ হৈছে নে নাই ই চিন্তাৰ বিষয়। এই আঁচনিৰ মতে চাহ বনুৱা ২০ (বিশ) বছৰৰ মূৰত প্ৰতি মুনিহে জীৱন বীমাৰ কিস্তি (Premium) দিব লাগে মুঠ ৫০০ টকা আৰু প্ৰতি তিৰোতাই দিব লাগে ১৫০ টকা। প্ৰতিজন কৰ্ম্মচাৰীয়ে ১০০০ টকাকৈ দিব লাগে। এই ধন আগতীয়াকৈ ঘূৰাই নিদিব লগীয়া (Non refundable advance) ধন হিচাবে ভবিষ্যনিধিৰপৰা দিব লাগে। ভবিষ্যনিধিৰপৰা কিছু টকা কমি যোৱাৰ বাবে বনুৱাসকলৰ লোকচান হোৱাটো স্বাভাৱিক। আমি চিন্তা কৰা মতে ভবিষ্যনিধিৰপৰা Non refundable advance হিচাবে লোৱাৰ পৰিবৰ্ত্তে চাহ শ্ৰমিকৰ দৰমহাৰপৰা এই আঁচনিৰ শতকৰা ১০% টকা (অৰ্থাৎ টকাত ১০ পইচা) বিয়োগ কৰি আৰু নিয়োক্তিয়ে (Employer) শতকৰা ১০% টকা হিচাবে জমা দিলে আৰু এই ভবিষ্যনিধিৰ ওপৰত বোৰ্ডে শতকৰা বৰ্ত্তমান ৩% ঠাইত ৫% টকা বঢাই দিলে বেছি ফলপ্ৰসূ হ'ব যেন বোধ হয়। বৰ্ত্তমান ভবিষ্যনিধি আঁচনিয়ে চাহ শ্ৰমিকৰপৰা ৮% (টকাত ৮ পইচা) বিয়োগ (Deduct) কৰে আৰু Employer য়ে এই ভবিষ্যনিধি আঁচনিত জমা দিয়ে (Deposit) শতকৰা ৮% টকা হিচাবে আৰু এই ভবিষ্যনিধিৰ ওপৰত বোৰ্ডে সুদ দিয়ে শতকৰা ৩% টকাকৈ। চাহ বনুৱাসকল তেওঁলোকৰ নিৰক্ষৰতা আৰু অজ্ঞতাৰ কাৰণে এই আঁচনিৰদ্বাৰা বিশেষ একো উপকৃত হোৱা নাই। মনোনীত সদস্যৰ প্ৰতি ফৰমত উল্লেখ থকা অনাবশ্যকীয় দফাসমূহ উঠাই দিয়া দৰকাৰ। বহুতে অসুবিধা পায়ো জীৱন বীমাৰ প্ৰাপ্য ধন উলিয়াব নোৱাৰি বাদ দিয়া দেখা গৈছে। তদুপৰিও প্ৰাপ্য ধন পাবৰ সময়তো অফিচবিলাকৰ প্ৰশাসনীয় দুৰ্ব্বলতা আৰু দুৰ্নীতিৰ বাবে বনুৱাসকল লাভবান হ'ব পৰা নাই। চৰকাৰে যেতিয়া তেওঁলোকৰ সামাজিক উন্নতিত সহায় কৰিবই বিচাৰিছে, তেন্তে তেওঁলোকক ভালদৰে বোধগম্য কৰোৱাটো কৰ্ত্তব্য।

বহু বাগিচাৰ চাহ কৃৰ্ত্তপক্ষই ভবিষ্যনিধি আঁচনিলৈ বনুৱাৰ টকা কাটিছে। এই টকাবোৰ বেঙ্কত জমা দিয়াৰ পিছতে চালানবোৰ(Challan) বোৰ্ডলৈ প্ৰেৰণ কৰিব লাগে এটি বিশেষ সময়ৰ ভিতৰত। কিন্তু এইটো সুচাৰুৰূপে নকৰাৰ হেতুকে বহুতো বাগিচা বাকীদাৰ(Defaulter) হৈ আছে। চৰকাৰৰ এই ক্ষেত্ৰত চোকা দৃষ্টি ৰখা দৰকাৰ। উল্লেখযোগ্য যে বোৰ্ডৰ পোন প্ৰথম সভাপতি শ্ৰীএচ্, কে, মৌলিক আৰু শ্ৰমমন্ত্ৰী অমিয়কুমাৰ দাস দেৱৰ দিনত এই আঁচনিৰ সকলোবোৰ কামেই সুচাৰুৰূপে চলিছিল। কিন্তু দুখৰ বিষয় যে বৰ্ত্তমান এই বিভাগৰ অত্যাৱশ্যকীয় বহুতো কাম অকাৰণে বহু বছৰ ধৰি ফাইলৰ মাজত গাপ লাগি পৰি আছে আৰু বৰ্ত্তমান গোটেই বিভাগটোৱেই

দুৰ্নীতিৰে ভৰি পৰাত চাহ শ্ৰমিকসকল অত্যাধিক পৰিমাণে ক্ষতিগ্ৰস্ত হৈছে।

এতিয়া আচল প্ৰশ্ন হৈছে, অসমৰ চাহ শ্ৰমিকৰ ভবিষ্যনিধি আঁচনিয়েই কেৱল নহয়, অন্যান্য শ্ৰমিকৰ বিভাগসমূহতো কেন্দ্ৰীয় চৰকাৰ শ্ৰমিক আইনসমূহ অনতিপলমে প্ৰযোজ্য কৰা আৱশ্যক। চাহ-শ্ৰমিকসকলে আজি বহুত বছৰে ভবিষ্যনিধি সম্পৰ্কত ব্যক্তিগত ৰচিদ পোৱা নাই যিটো তেওঁলোকক প্ৰকৃততে দিব লাগে।

ইতিমধ্য বোনাচ সম্পৰ্কে কেন্দ্ৰীয় চৰকাৰে নতুন নীতিৰ ঘোষণা কৰিছে। বোনাচ ৰিভিউ কমিটিৰ সৰ্ব্ববাদী সন্মতি প্ৰতিবেদন গ্ৰহণ কৰি কেন্দ্ৰীয় চৰকাৰে সকলো ব্যক্তিগত আৰু ৰাজহুৱা খণ্ডৰ শ্ৰমিকসকলৰ লাভাংশৰ (Bonus) পৰিমাণ ৩৩% লৈ বৃদ্ধি কৰিবলৈ সিদ্ধান্ত গ্ৰহণ কৰিছে। দেখা যায় যে বোনাচ সম্পৰ্কীয় কেন্দ্ৰীয় চৰকাৰৰ নতুন নীতিৰদ্বাৰাও চাহ বনুৱাসকল লাভবান হোৱা নাই। কিয়নো বহু বাগিচাত বোনাচৰ উক্ত পৰিমাণ ৩৩% ভাগ দিয়া হৈছে কিন্তু বহু বাগিচাত এই পৰিমাণটো দিব পৰা নাই। Board of trustes য়ে পৰিচালনা কৰা বাগিচা কেইখনত প্ৰতি শ্ৰমিকক মুঠ ৰিশ টকাকৈ দিব লগা হৈছে। গতিকে দেখা যায় যে কেন্দ্ৰীয় চৰকাৰৰ বোনাচ সম্পৰ্কীয় নতুন নীতি অসমৰ চাহ শ্ৰমিকৰ ক্ষেত্ৰত দুমুখীয়া মানদণ্ডেৰে (Double Standard) গ্ৰহণ কৰিব লগা হ'ল।

সামাজিক ন্যায় প্ৰতিষ্ঠা আৰু অৰ্থনৈতিক স্বাধীনতা লাভৰ বাবে বোনাচ আদি প্ৰাপ্যসমূহ অধিক পৰিমাণে আদায় কৰিবৰ কাৰণে শিল্পৰ উৎপাদনো বৃদ্ধি কৰাৰ দায়িত্ব এই শ্ৰমিকৰ ওপৰতেই। অধিক উৎপাদনৰ অৰ্থই হৈছে অধিক পৰিমাণৰ সা-সুবিধা। গতিকে চাহ শ্ৰমিকসকলেও নিজৰ তথা দেশৰ বৃহত্তৰ স্বাৰ্থত অধিক উৎপাদন বৃদ্ধি কৰি নিজকে আত্মনিয়োগ কৰাৰ লগে লগে অধিক সা-সুবিধা লাভ কৰি উন্নত জীৱন-যাপন কৰাৰ চেষ্টা কৰাটো উচিত।

চাহ বনুৱাৰ জীৱন বীমা আঁচনিৰ কথা উল্লেখ কৰোতে এই সম্পৰ্কত আন এটি প্ৰাসঙ্গিক কথাৰ অৱতাৰণা কৰাটো সমিচীন হ'ব বুলি ভাবিছো। সেইটো হৈছে যে সৰ্বভাৰতীয় ভিত্তিত কেন্দ্ৰীয় চৰকাৰে শ্ৰমিক আৰু কৰ্ম্মচাৰীসকলৰ বাবে পেঞ্চনসহ এখনি জীৱন বীমা আঁচনি লৈছে। এই আঁচনিখন ১৯৫২ চনৰ কৰ্ম্মচাৰী ভবিষ্যনিধি আইন (Employees Provident Fund Act, 1952) আৰু ১৯৫২ চনৰ কৰ্ম্মচাৰী ভবিষ্যনিধিৰ আঁচনি' (Employees Provident Fund Scheme, 1952) সংশোধন কৰি 'পৰিয়াল পেঞ্চনসহ জীৱন বীমা আঁচনি' (Family Pension Cum Lise Insurance Scheme) নাম দি আইন মতে প্ৰবৰ্ত্তন কৰিছে। এই আঁচনি অনুযায়ী চাকৰি থকা সময়ত অকাল মৃত্যু হোৱা শ্ৰমিক কৰ্ম্মচাৰীসকলৰ উত্তৰাধিকাৰীয়ে নগদ ১০০০ টকা পাব আৰু প্ৰতি মাহে ৪০ টকা নিৰিখত পৰিয়াল পেঞ্চন ভোগ কৰিব। এই আঁচনিখনৰ সা-সুবিধা ১৯৫২ চনৰ ভবিষ্যনিধি আইনৰ যিবোৰ কল-কাৰখানা বা

ব্যৱসায় প্ৰতিষ্ঠানৰ প্ৰযোজ্য তাত কাম কৰা শ্ৰমিক কৰ্ম্মচাৰীসকলেহে উপভোগ কৰিব পাৰিব। ই অতি সুখৰ বিষয় যে কেন্দ্ৰীয় ভৱিষ্যনিধি আইনখন অসমৰ চাহ বাগিচাত ইতিমধ্যে প্ৰয়োগ কৰা হৈছে। এই আঁচনিৰ প্ৰয়োজনীয় অৰ্থৰ এক তৃতীয়াংশ আৰু সমুদায় প্ৰশাসনীয় ব্যয় কেন্দ্ৰীয় চৰকাৰে বহন কৰিব যদিও এই আঁচনিত দুই-এটি খুটি-নাটি আছে, তথাপিও কম দৰ্ম্মহা পোৱা চাহ শ্ৰমিক আৰু কৰ্ম্মচাৰীসকল উপকৃত হ'ব। চৰকাৰৰ ঘোষণা মতে ১৯৭২ চনৰ পহিলা এপ্ৰিলৰপৰাই এই আঁচনিখন শ্ৰমিকৰ মাজত কাৰ্য্যকৰী হ'ব আৰু এই আঁচনিখন কাৰ্য্যকৰী কৰিবৰ বাবে চৰকাৰে প্ৰায় ৭৫ লাখ টকা ব্যয় হ'ব বুলি কৈছে। সন্দেহ নাই যে এই আঁচনিসমূহৰ যোগেদি চাহ শ্ৰমিকসকলৰ অৰ্থনৈতিক নিৰাপত্তা কিছুদূৰ সাধন কৰা হ'ব। ওপৰত উনুকিয়াই অহা হৈছে চাহ শ্ৰমিকসকলে কেনেদৰে সামাজিক দুৰাৱস্থাৰ বাবে তেওঁলোকৰ অৰ্থনৈতিক তথা সামাজিক প্ৰগতিত আগবাঢ়িব পৰা নাই। সামাজিক দুৰাৱস্থা বোলোতে ইয়াকেহে বুজোৱা হৈছে যে তেওঁলোকৰ মাজত তথাকথিত প্ৰচলিত কৌটিকলীয়া সামাজিক ৰীতি-নীতি নিয়ম প্ৰণালীক আজি কুৰি শতিকাৰ যুগতো প্ৰশ্ৰয় দি আহিছে। সামাজিক দুৰাৱস্থাৰ বাবে অৰ্থনৈতিক প্ৰগতিত ব্যাঘাট জন্মে। আজিও চাহ শ্ৰমিকসকলৰ মাজত নিৰক্ষৰতা আৰু অনভিজ্ঞতাৰ বাবে ডাকঘৰ বা বেঙ্কত টকা সঞ্চয় কৰা পদ্ধতি, নিজ জ্ঞানে ভৱিষ্যত বংশধৰসকলৰ শিক্ষা-দীক্ষা, ভৰণ-পোষণ সমস্যা আদিৰ বিষয়ে চিন্তা কৰা দেখা নাযায়। গতিকে অৰ্থনৈতিক তথা সামাজিক দ্ৰুত উন্নয়ণৰ বাবে তেওঁলোকৰ মাজত চৰকাৰে অনতিপলমে এখন সৰ্ব্বাত্মক উন্নয়ন আঁচনি গ্ৰহণ কৰা উচিত, যি আঁচনিৰদ্বাৰা তেওঁলোকৰ সৰ্বতোপ্ৰকাৰে মঙ্গল সাধন কৰিব পৰা যাব। এই ক্ষেত্ৰত সামাজিক শিক্ষাৰ বহুল প্ৰচাৰে তেওঁলোকক সহায় কৰিব। যদিও চৰকাৰৰ সামাজিক শিক্ষাৰ বিভাগ এটিও আছে, কিন্তু আজি পৰ্য্যন্ত এই বিভাগে চাহ শ্ৰমিকৰ মাজত একো প্ৰভাব বিস্তাৰ কৰিব পৰা নাই। অসমৰ চাহ শ্ৰমিকৰ বাবে চৰকাৰৰ তৰফৰপৰা এটি আছুতীয়া সামাজিক শিক্ষাৰ উন্নযণৰ আঁচনি প্ৰস্তুত কৰা উচিত, যাৰদ্বাৰা অৰ্থনৈতিক, সামাজিক আৰু চাহ শিল্পৰ বিভিন্ন দিশত উন্নতি সাধন কৰিব পাৰি। চাহ বনুৱাই দুই-এপইচাকৈ সঞ্চয় কৰাৰ ফলত চাহ বনুৱাৰ ভৱিষ্যনিধিৰ আঁচনিত বৰ্ত্তমান প্ৰায় ৮০ কোটি টকাৰ ওচৰা ওচৰি হৈছেগৈ। আমি জনামতে ই দক্ষিণ-পূব এচিয়াৰ ভিতৰতে এটি সৰ্ববৃহৎ পৰিকল্পনা। চাহ বনুৱাৰ স্বাৰ্থৰ লগতে দেশৰ বৃহত্তৰ স্বাৰ্থতো এই সঞ্চিত ধনে যথেষ্ট সহায় কৰিছে। উল্লেখ কৰিব পাৰি যে ব্ৰহ্মপুত্ৰ চাহ কোম্পানীৰ আটাইকেউখন বাগিচাৰ মালিকে বছৰি ১২ লাখকৈ টকা লোকচান ভৰি তলা বন্ধ কৰে। যোৱা ১৯৬৭ চনৰ ৩ জানুৱাৰীৰপৰা এই বাগিচা কেইখন ন্যাস ৰক্ষী সমিতিৰ (Board of Trustees) দ্বাৰা পৰিচালিত হৈছে আৰু বছৰি প্ৰায় ডেৰ লাখকৈ টকা লাভ হৈছে। কিন্তু আমি জনামতে উক্ত কোম্পানীৰ আটাইকেউখন বাগিচাৰ

শ্ৰমিকসকলৰ ন্যাস ৰক্ষী সমিতিয়ে পৰিচালনা কৰা সত্বেও বিশেষ উন্নতি হৈছে বুলি ক'ব নোৱাৰি। তেওঁবিলাকে আগৰ দৰেই বৰ্ত্তমান কম-বেছি পৰিমাণে চিকিৎসা, শিল্প আইন বা ফেক্টৰী আইনৰদ্বাৰা পাবলগীয়া সা-সুবিধা, শ্ৰমিকে পাব লগা থকা ঘৰ, ৰেচন-পাতি, নিয়মীয়া দৰ্ম্মহা আদিৰপৰা বঞ্চিত হৈয়ে আছে। অৱশ্যে চাহ শ্ৰমিকেই মাত্ৰ কষ্টভোগ কৰা নহয় চাহ কৰ্ম্মচাৰীসকলেও যথেষ্ট অসুবিধাৰ সন্মুখীন হৈছে আৰু চাহ মজদুৰ সঙ্ঘ তথা চাহ কৰ্ম্মচাৰী সংঘই ইয়াৰ প্ৰতিকাৰ কৰাৰপৰা ব্যৰ্থ হৈছে।

ইতিমধ্যে সমগ্ৰ ভাৰতবৰ্ষতে ঘেঁহু আৰু ঘেঁহু জাতীয় খাদ্য সামগ্ৰীৰ পাইকাৰী ব্যৱসায় চৰকাৰে হাতত লৈছে। ই এটা শুভ লক্ষণ যে— অসম চৰকাৰেও ঘেঁহু আৰু ঘেঁহু জাতীয় খাদ্য দ্ৰব্যৰ উপৰি যোৱা নৱেম্বৰ মাহৰপৰা চাউলৰ পাইকাৰী ব্যৱসায় হাতত লৈছে। সমবায় পদ্ধতিৰ আদৰ্শ প্ৰকৃত অৰ্থত আন্তৰিকতাৰে লৈ এই কামসমূহত অগ্ৰসৰ হ'লে সৰ্ব্বসাধাৰণ ৰাইজ উপকৃত হোৱাটো নিশ্চিত। আমাৰ চাহ বাগিচাসমূহতো এই খাদ্য সামগ্ৰীসমূহ সুলভ আৰু চৰকাৰী মূল্যত সহজলভ্য কৰিবৰ বাবে যত্ন কৰাটো উচিত। বৰ্ত্তমান ৰেচন হিচাবে যিবোৰ খাদ্য সামগ্ৰী চাহ বাগিচা কৰ্ত্তপক্ষৰপৰা যোগোৱা হয়, সেই খাদ্য সামগ্ৰীৰ বেছি ভাগেই অতি নিম্ন স্তৰৰ। গতিকেই সামগ্ৰীৰ পাইকাৰী ব্যৱস্থা অসমৰ সকলো চাহ বাগিচাতে অনতিপলমে গ্ৰাহক সমবায় আৰু সমবায় সমিতিৰ যোগেদি কাৰ্য্যকৰী কৰাটো অত্যাৱশ্যকীয়। যাতে চাহ বাগিচাৰ শ্ৰমিকসকলেও কম খৰচতে খাদ্য সামগ্ৰী পাব পাৰে।

পঞ্চায়তৰাজ আৰু সমবায় পদ্ধতিয়ে এখন গণতান্ত্ৰিক দেশৰ ভেঁটি কটকটীয়া কৰে। কিন্তু বৰ পৰিতাপৰ বিষয় যে পঞ্চায়ত পদ্ধতিৰ শাসন ব্যৱস্থা ১৯৭২ চনত সংশোধিত হোৱা সত্বেও চাহ বাগিচাসমূহলৈ সম্প্ৰসাৰণ হোৱা নাই। পঞ্চায়ত ৰাজ আৰু সমবায় আঁচনিখন চাহ শ্ৰমিকৰ মাজত সম্প্ৰসাৰণ কৰাৰ ব্যৱস্থা ইতিমধ্যে চৰকাৰে হাতত লোৱা প্ৰয়োজন।

চাহ শ্ৰমিকৰ অৰ্থনৈতিক অৱস্থা আৰু সমস্যাসমূহৰ বিষয়ে ওপৰত বিশদভাবে আলোচনা কৰাৰ পিচত দেখা যায় যে চাহ শ্ৰমিকসকল বাৰুকৈয়ে শোষিত হৈছে। শোষিত হোৱাৰ মূল কাৰণ হৈছে তেওঁলোকৰ মাজৰ নিৰক্ষৰতা। সাংস্কৃতিক দূৰীকৰণৰ কাৰণে চৰকাৰে কেনে ধৰণে আঁচনিসমূহ হাতত লৈছে, সেই আঁচনিসমূহৰপৰা শ্ৰমিকসকল কেনেদৰে উপকৃত হৈছে বা হোৱা নাই, বা কেনে ধৰণেৰে এই অজ্ঞ শ্ৰমিকসকল লাভবান হ'ব, ইত্যাদিবোৰ নজনা বাবেই এই আঁচনিসমূহ যেনে ধৰণে ফলপ্ৰসূ হ'ব লাগিছিল তেনে ধৰণে হোৱা নাই। গতিকে এই শ্ৰেণীৰ লোকৰ নিৰক্ষৰতা দূৰ কৰিবৰ কাৰণে চৰকাৰে এখন সৰ্ব্বাত্মক আঁচনি লোৱা আৱশ্যক।

এইটো স্পষ্ট কথা যে চাহ শ্ৰমিকসকলেই হ'ল চাহ উৎপাদনৰ মুখ্য উৎপাদক যন্ত্ৰ। কিন্তু উৎপাদনৰ মুখ্য যন্ত্ৰ হ'লও তেওঁলোকে চাহ শিল্পৰ অংশীদাৰৰপৰা বঞ্চিত

হৈছে। এই কথা কোনেও নুই কৰিব নোৱাৰে যে প্ৰগতিশীল ৰাষ্ট্ৰবোৰত শ্ৰমিকসকলেই দেশৰ ধৰণী; যিহেতু তেওঁলোকেই শিল্পৰ অংশীদাৰ। তেওঁলোকেই শিল্পত উৎপাদন কৰাৰপৰা আৰম্ভ কৰি পৰিচালনা কৰাৰ উপৰিও শিল্পৰ আন্তৰ্জাতিক বজাৰো নিয়ন্ত্ৰণ কৰে। দ্বিতীয়তে দেখা যায় চাহ শ্ৰমিকৰ শ্ৰমৰ বিনিময়ত নিম্নতম মজুৰী (Minimum Wage) দিয়া হয় আৰু শিল্পৰ প্ৰকৃত লাভাংশৰপৰা শতকৰা খুব কম এটি ভাগহে শ্ৰমিকসকলৰ মাজত ভগোৱা হয় আৰু সৰহ ভাগ লাভাংশ মালিক বা কৰ্ত্তপক্ষৰ হাতত ৰৈ যায়। তৃতীয়তে দেখা যায় শ্ৰমিকৰ অৰ্থনৈতিক অবস্থাকে ধৰি সৰ্ব্বতোপ্ৰকাৰ উন্নতি যিমান পৰিমাণে আশা কৰা হয় সেইয়া হৈ উঠা নাই। অৱশ্যে বৰ্ত্তমান অৱস্থাত আমাৰ সন্মুখত এটি কথা স্পষ্টভাৱে পৰিলক্ষিত হৈছে যে আজিৰ ৰাষ্ট্ৰৰ গতি এক নতুন দিগন্তৰফালে আগবাঢ়িছে অৱশ্যে স্বীকাৰ কৰিব লাগিব যে বৰ্ত্তমান আমাৰ পূঁজিবাদী ব্যৱস্থাৰ যোগে যিমানখিনি পাৰে চৰকাৰে শ্ৰমিকৰ উন্নতিৰ বাবে চেষ্টা চলাইছে। চাহ শ্ৰমিকৰ অৰ্থনৈতিক জীৱন বিপদাপন্ন হোৱাৰ আন এটা ভয়াবহ কাৰণ হৈছে তেওঁলোকৰ জীৱনৰ মানদণ্ড। সাংস্কৃতিক উন্নতি আৰু সমাজ চেতনাৰ কাৰণে যিখিনি আহিলাৰ প্ৰয়োজন সেইখিনিৰ পৰিবৰ্ত্তে বৰ্ত্তমান চাহ শ্ৰমিকে এটি নিম্ন মানব জীৱনৰ (Sub human life) আহিলাসমূহ যেনে —মদৰ মহল (চৰকাৰৰ মদ নিবাৰণী আইনখন এটি প্ৰহসন মাথোন), সস্তীয়া হিন্দী কথাছবি, নিজৰ মাজতে পূৰ্বৰেপৰা চলি অহা ৰীতি-নীতিসমূহ, কাবুলীৱালাৰ প্ৰভাৱ আদি তেওঁলোকৰ মাজত বেছিকৈ প্ৰচলিত হোৱাত আৰু আমি সূচল কৰি দিয়াত তেওঁলোকৰ জীৱনৰ কষ্টোপাৰ্জ্জিত অৰ্থ অনায়াসে অসৎ ব্যৱহাৰ হৈছে, যিবিলাকৰপৰা আজি ডেৰশ বছৰেও তেওঁলোকে অব্যাহতি পোৱা নাই। ই তেওঁলোকৰ সন্মুখত অভিশাপ হিচাবে থিয় দিছে আৰু তেওঁলোকক এটা জাতি হিচাবে জীয়াই থকাৰ পৰিবৰ্ত্তে ধ্বংসৰ মুখলৈ ঠেলি নিয়াৰহে উপক্ৰম কৰিছে।



# অসমৰ ৰাজনীতিত 'চাহ্ জনজাতি'ৰ ভূমিকা

❑ দীনেশ্বৰ তাছা

ভাৰত গণৰাজ্যৰ অন্যতম অংগৰাজ্য অসম। অসম ৰাজ্যক্ষেত্ৰত বসবাস কৰা বিভিন্ন জাতি-জনগোষ্ঠীসমূহৰ ভিতৰত 'চাহ্ জনজাতি' অন্যতম। বৃটিছ শাসনৰ কালছোৱাত উনৈশ শতিকাৰ মাজভাগত অসমত চাহ্ খেতিৰ প্ৰাদুৰ্ভাৱ ঘটে আৰু বিহাৰ, উৰিষ্যা, অন্ধ্ৰপ্ৰদেশ, পশ্চিমবংগ প্ৰমুখ্যে ভাৰতৰ বিভিন্ন প্ৰান্তৰ পৰা জাতি-বৰ্ণ-ভাষা-ধৰ্ম নিৰ্বিশেষে লাখ লাখ লোকৰ প্ৰব্ৰজন ঘটে। সেই প্ৰব্ৰজনকাৰী চাহ্ খেতিত কৰ্ম্মৰত পূৰ্বপুৰুষসকলৰ পৰৱৰ্তী বংশধৰ সকলেই অসমৰ 'চাহ্ জনজাতি'ৰূপে পৰিচিত। ন্যস্ত-স্বাৰ্থ জড়িত একাংশই এওঁলোকৰ মাজৰপৰা আঁতৰাই বৃটিছ শাসকসকলক 'বিভাজন আৰু শাসন' নীতিৰ ওচৰত নতি স্বীকাৰ কৰি 'আদিবাসী', 'ঝাৰখণ্ডী', বা 'চাওঁতালী' আদি নামেৰে বিভূষিত হ'ব খুজিলেও তেওঁলোক সকলোৱেই যে অসমৰ 'চাহ্-জনজাতি' নামৰ বৃহত্তম জনগোষ্ঠীটোৰ অন্তৰ্গত, - সেয়া স্বীকাৰ নকৰি নোৱাৰে। উনৈশ শতিকাত নেথাকিলেও বিংশ শতিকাত অসমৰ ৰাজনীতিত 'চাহ্ জনজাতিৰ'ৰ ভূমিকা আছিল, আৰু সবল ভূমিকাই আছিল বুলি ক'বই লাগিব। হয়তো অলপতে আহিবলগীয়া একৈশ শতিকাত 'চাহ্ জনজাতি'ক বাদ দি অসমৰ ৰাজনীতিৰ কথা ঐতিহাসিকসকলেও চিন্তাই কৰিব নোৱাৰিব।

বৃটিছ সাম্ৰাজ্যৰ কেন্দ্ৰস্থল ইংল্যাণ্ডৰ মহাৰাণী এলিজাবেথৰ চনদ লাভ কৰি এক বৃটিছ বেপাৰী গোষ্ঠীয়ে ১৬০০ চনত গঠন কৰা 'ইষ্ট ইণ্ডিয়া কোম্পানী'য়ে ভাৰতত বাণিজ্য কৰিবলৈ অনুমতি লাভ কৰিছিল। বেপাৰী গোষ্ঠীটোৰ প্ৰতিনিধি হকিন্স আৰু টমাচ-ৰো-ৱে তেতিয়াৰ মোগল সম্ৰাট জাহাংগীৰক প্ৰভাৱান্বিত কৰি ১৬১২ চনত প্ৰথমে চুৰাট আৰু পিছত বংগদেশৰ হুগলীত বাণিজ্যিক কোঠ মাৰিছিল। বেপাৰী বৃটিছসকলে ভাৰতৰ একাংশ বিশ্বাসঘাতকী তথা 'গাদ্দাৰ'ৰ লগলাগি তেওঁলোকৰ ব্যৱসায়িক উপনিবেশ গঢ়াত মনোনিবেশ কৰিলে। এই দেশীয় 'গাদ্দাৰ' সকলৰ বিশ্বাসঘাতকতাৰে ১৭৫৭ চনত 'পলাচী যুদ্ধ'ত জিকি বঙ্গদেশ আৰু ১৭৯৮ চনত 'শ্ৰী ৰঙ্গপট্টম যুদ্ধ'ত জিকি কৰ্ণাটকত তেওঁলোকৰ খোপনি সুদৃঢ় কৰিলে। সমগ্ৰ ভাৰতৰ

দেশীয় ৰাজ্যসমূহক গ্ৰাস কৰি আহি আহি বেপাৰী কোম্পানীটোৱে ১৮৫৭ চনত 'চিপাহী বিদ্ৰোহ'ৰ সন্মুখীন হয় আৰু পৰিণাম স্বৰূপে কোম্পানীৰ শাসনৰ অন্ত পৰে আৰু ইংল্যাণ্ডৰ তেতিয়াৰ মহাৰাণী ভিক্টোৰিয়াৰ প্ৰত্যক্ষ শাসন প্ৰৱৰ্ত্তিত হয় ।

'ইষ্ট ইণ্ডিয়া কোম্পানী' য়ে ভাৰতৰ দেশীয় ৰাজ্যসমূহক একো একোটা উপনিবেশলৈ পৰিবৰ্ত্তন কৰি থকা সময়ছোৱাত 'উত্তৰ-পূব ভাৰতৰ অসমতো বহি খোৱা আৰু খাটি খোৱা লোকসকলৰ বিবাদ তুংগত উঠি আছিল । বিশেষকৈ স্বৰ্গদেউ শিৱসিংহ (চুতান্ফা) ৰ বৰকুঁৱৰী ফুলেশ্বৰী 'বৰৰজা' প্ৰমথেশ্বৰী হৈ যিবিলাক অপৰিণামদৰ্শী কাম কৰিলে বা স্বৰ্গদেউ ৰাজেশ্বৰ সিংহ (চুৰেম্ফা) ই নিযুক্ত কৰা বৰবৰুৱা কীৰ্ত্তিচন্দ্ৰ (গেন্ধেলা) ই যিদৰে ওভতগোৱে নাচিলে,তাৰেই ফলস্বৰূপে প্ৰথমে ১৭৫৯ চনৰ শেষভাগৰপৰা ১৭৭০ চনৰ প্ৰথম ভাগলৈ আৰু পিচত ১৭৮২ চনৰ প্ৰথম ভাগৰপৰা ১৭৯৪ চনৰ প্ৰথম ভাগলৈ সমগ্ৰ অসম জুৰি অৰাজকতাৰ সৃষ্টি হৈছিল । প্ৰশাসনৰ 'প'-টোও নজনা খাটি খোৱা জনসাধাৰণে ৰজাঘৰীয়া বহি-খোৱা পাবত গজাসকলৰ বিৰুদ্ধে যি 'জন-আন্দোলন' কৰিলে, ঐতিহাসিকসকলে তাক 'মোৱামৰীয়া বিদ্ৰোহ' আখ্যা দিলে । এই অৰাজকতা দূৰ কৰিবৰ কাৰণেই পোন প্ৰথমবাৰৰ বাবে ভাৰতৰ বৃটিছ গৱৰ্ণৰ জেনেৰেল লৰ্ড কৰ্ণৱালিছৰ আমোলত 'ইষ্ট ইণ্ডিয়া কোম্পানী' য়ে অসমত সামৰিক হস্তক্ষেপ কৰিব লগা হৈছিল । পৰৱৰ্ত্তী কালছোৱাত স্বৰ্গদেউ চন্দ্ৰকান্ত সিংহ (চুতিন্ফা)ৰ ল'ৰামতীয়া কাৰ্য্যকলাপৰ ফলত কুকুৰাচোৱা ভূতৰ পুতেক সংৰাম চাৰিঙীয়া ফুকন আৰু গুৱাহাটীৰ বৰফুকন বদন চন্দ্ৰৰ অঘাইটং পুত্ৰ জন্মি-পিয়লিহঁতৰ মইমতালি আৰু উৎপাত আৰম্ভ হোৱাত প্ৰধানমন্ত্ৰী পূৰ্ণানন্দ বুঢ়াগোঁহাই আৰু প্ৰধান সেনাপতি বদন চন্দ্ৰ বৰফুকনৰ মাজত চলা অদূৰদৰ্শী - অবিবেচক বিবাদৰ ১৮১৭ চনত বুঢ়াগোহাঁইৰ মৃত্যু হয় আৰু ১৮১৮ চনত বৰফুকনক হত্যা কৰোৱা হয় । লগে লগে আহোম ৰাজত্বৰ বেলি মাৰ গ'ল আৰু বিদেশী ব্ৰহ্মদেশীয় 'মানৰ দিন' আৰম্ভ হ'ল । মান সেনাপতি মিংগিমাহাতিলোৱা আৰু মিংগিমাহা বান্দুলাই ১৮১৯ চনৰ পৰা ১৮২৪ চনলৈ অসমত যি নৰ সংহাৰ যজ্ঞ আৰম্ভ কৰি মান সৈন্যৰ তাণ্ডৱ-নৃত্য কৰিলে, বাধ্য হৈ 'ইষ্ট ইণ্ডিয়া কোম্পানী'য়ে হস্তক্ষেপ কৰিব লগা হ'ল । ভাৰতৰ বৃটিছ সাম্ৰাজ্যৰ পূব সীমান্তৰ গৱৰ্ণৰ জেনেৰেলৰ উপদেষ্টা ডেভিদ স্কটৰ সৈন্য বাহিনীয়ে মান সৈন্যক অসম মুলুকৰপৰা বহিষ্কৃত কৰাই নহয়, ব্ৰহ্মদেশো আক্ৰমণ কৰি দখল কৰাত বাধ্য হৈ ব্ৰহ্মদেশৰ ৰজাই সন্ধিৰ প্ৰস্তাব

আগবঢ়ায় । ১৮২৬ চনৰ ২৪ ফেব্ৰুৱাৰীত ব্ৰহ্মদেশৰ ইয়াণ্ডাবু নগৰত মান আৰু বৃটিছৰ এই বুৰঞ্জী প্ৰসিদ্ধ 'ইয়াণ্ডাবু সন্ধি' অনুযায়ী অসমত 'মানৰ দিন' শেষ হ'ল আৰু 'বৃটিছৰ যুগ' আৰম্ভ হ'ল ।

/ অষ্টাদশ শতিকাৰ 'জন-আন্দোলন'ত ৰজাঘৰীয়া বাছকবনীয়া লোকসকলক মাৰি পেলোৱা হৈছিল আৰু একেদৰেই 'মানৰ দিন'তো কঠোৰ পৰিশ্ৰমী বিবেকবান প্ৰজাঘৰীয়া লোকসকলক বাছি বাছি মাৰি পেলোৱা হৈছিল । ফলত 'বৃটিছ যুগ' আৰম্ভৰ প্ৰথমছোৱাত নেতৃস্থানীয় ব্যক্তি বিচাৰি পোৱাটোৱেই বৃটিছৰ বাবে মস্কিল হৈছিল 'ইয়াণ্ডাবু সন্ধি'ৰ পাছত ডেভিদ স্কটক অসম ৰাজ্যৰ 'কমিচনাৰ' নিযুক্ত কৰা হৈছিল । আৰু তেওঁৰ প্ৰস্তাৱমৰ্মেই ধনশিৰি নদীৰ পূব অংশৰ অৰ্থাৎ 'উজনি অসম'ৰ শাসনভাৰ ১৮৩৩ চনৰ ২৮ এপ্ৰিলত মহাৰাজ পুৰন্দৰ সিংহৰ হাতত অৰ্পণ কৰে । অৱশ্যে ৩ মাহৰ পিচতেই অন্য এখন চনদৰ দ্বাৰা ২৭ জুনত তেওঁক যোৰহাট জনমণ্ডলৰ পাইগীৰদাক পৰ্য্যায়ৰ শাসনকৰ্ত্তা পাতে ।

/ মহাৰাজ পুৰন্দৰ সিংহৰ শাসন কালছোৱাত উজনি অসমত চাহ গছৰ আৱিষ্কাৰ হয় । চাহগুটি পচাই অসমত প্ৰথম চাহ খেতি আৰম্ভও কৰা হয় । বেপাৰী জাতিৰ বৃটিছসকলে চাহখেতিৰ ব্যৱসায়িক মুনাফাৰ প্ৰতি দৃষ্টি ৰাখি ঔদ্যোগিক ভিত্তিত চাহ বাগিচা পাতিব খোজাৰ লগে লগে অপৰ্য্যাপ্ত শ্ৰমিকৰ প্ৰয়োজন আহি পৰে । চাহ খেতি বিস্তাৰৰ বাবে অসমত গঠিত হোৱা 'অসম কোম্পানী'ৰ দেৱান পদত মণিৰাম বৰভাণ্ডাৰ বৰুৱাক ১৮৩৯ চনত নিযুক্ত কৰা হৈছিল । স্থানীয় লোকসকলে দিনটোত দুঘন্টা বা তিনিঘণ্টা খেতি পথাৰৰ কামত অভ্যাস থকা লোক বাবে কম পৰিশ্ৰমী কিন্তু অধিক মজুৰী প্ৰাৰ্থী হোৱা বাবে বাহিৰৰ পৰা শ্ৰমিক আমদানি কৰিব লগা হয় । উক্ত মৰ্মে বিহাৰ,উৰিষ্যা, মধ্যপ্ৰদেশ, অন্ধ্ৰপ্ৰদেশ আদি ভাৰতৰ বিভিন্ন প্ৰান্তৰ পৰা চলে-বলে- কৌশলে আইনেৰে বান্ধি চাহ শ্ৰমিক আমদানি কৰি অন হয় । ১৮৫০ চনৰ ১৬ ছেপ্টেম্বৰত পুৰন্দৰ সিংহক সিংহাসনচ্যুত কৰ হয় । ইয়াৰ পিছতেই ১৮৫৭ চনত ঐতিহাসিক, 'চিপাহী বিদ্ৰোহ' আৰম্ভ হয় আৰু বিদ্ৰোহত যোগ দিয়াৰ সন্দেহত অন্যান্য বিদ্ৰোহীক কৰাৰ দৰেই দেৱান মণিৰাম বৰভাণ্ডাৰ বৰুৱাক ফাঁচি দিয়া হ'ল । 'ইষ্ট ইণ্ডিয়া কোম্পানী'ৰ শাসন পৰিবৰ্ত্তন কৰি ইংল্যাণ্ডৰ মহাৰাণী ভিক্টোৰিয়াই ১৮৫৭ চনৰ ২ আগষ্টত ভাৰতৰ শাসনভাৰ নিজৰ হাতলৈ নিয়ে । ভাৰত সচিব আৰু ইণ্ডিয়া কাউঞ্চিলৰ অধীনত ভাইচ্‌ৰয় বা ৰাজপ্ৰতিনিধিয়ে পোনপতীয়াকৈ ভাৰতৰ প্ৰশাসন

চলায় ।

মহাৰাণী ভিক্টোৰিয়া বা প্ৰথম ভাইচ্ৰয় লৰ্ড কেনিঙৰ দিনৰপৰা ১৯৪৭ চনৰ ১৫ আগষ্টৰ ভাৰতৰ স্বাধীনতাৰ দিনলৈকে অসমৰ চাহ শ্ৰমিকসকলৰ বা চাহ বাগিচাৰ ওচৰে-পাজৰে বস্তি আৰু গাঁও পাতি বসবাস কৰা লোকসকলৰ অসম বা ভাৰতৰ ৰাজনীতিত উল্লেখযোগ্য অংশ গ্ৰহণ দেখা নাযায় । স্বাধীনতা আন্দোলন আৰু মুক্তি যুদ্ধৰ ঢৌ-ৱে দুই-এখন চাহ বাগিচা আৰু বস্তি গাঁও অঞ্চলৰ চাহ শ্ৰমিক লোকসকলৰ মাজত প্ৰভাৱ নেপেলোৱাও নহয় । বিশেষকৈ ১৯২১ চনত মহামানৱ মহাত্মা গান্ধীৰ অসম আগমনৰ পিচত স্বাধীনতা আন্দোলনৰ প্ৰচণ্ড বতাহ অসমতো বলিবলৈ আৰম্ভ কৰে আৰু অসমৰ চাহ বাগিচাৰ শ্ৰমিকসকলেও দলে বলে যোগদান কৰি ধৰ্মঘট, হৰতাল পালনেৰে আন্দোলনকাৰীসকলৰ লগত হাত মিলাইছিল । ১৯২৬ চনৰ ডিচেম্বৰত ভাৰতীয় জাতীয় কংগ্ৰেছৰ ৪১ তম অধিবেশন গুৱাহাটীৰ পাণ্ডুত অনুষ্ঠিত হয় আৰু 'কংগ্ৰেছ' আৰু 'গান্ধী মহাৰাজ' চাহ শ্ৰমিকসকলৰ প্ৰিয় 'শব্দ' হৈ পৰে । সৰলচিতীয়া একাংশ শ্ৰমিক 'গান্ধী মহাৰাজ'ৰ পূজা-অৰ্চনা কৰা পৰ্যন্ত আগবাঢ়ি গৈছিল । এই সময়ছোৱাত অসমৰ চাহ বাগিচা সমূহত নিগাজীকৈ বসবাস কৰি কৰ্ম্মৰত চাহ শ্ৰমিকৰ সংখ্যা ১১ লাখ অতিক্ৰম কৰি গৈছে । শ্ৰমিক সকলৰ অতিশয় কম মজুৰি আৰু অত্যধিক বেছি খাটনি আৰু খাদ্য-স্বাস্থ্যৰ অব্যৱস্থাৰ ওপৰত গান্ধী মহাৰাজে কৰা প্ৰতিবাদ আৰু স্বাধীনতা আন্দোলনকাৰী কংগ্ৰেছীসকলৰ অনুপ্ৰেৰণাত তেওঁলোক উদ্বুদ্ধ হৈ পৰিছিল । ১৮৩৫-৩৬ চনৰ পৰা স্থানীয় গাঁও-ভূঁইৰ লোকসকলৰ সৈতে মিলা-মিছা নকৰাকৈ আঁতৰাই ৰখা চাহ শ্ৰমিক জনগোষ্ঠীৰ লোকসকলৰ সৈতে স্বদেশী আন্দোলনৰ নেতাসকলৰ মাধ্যমত মিলা-প্ৰীতি আৰম্ভ হয় আৰু ১৯৪২ চনৰ গণ-বিপ্লৱ আৰু 'ভাৰত ত্যাগ আন্দোলন'ত চাহ শ্ৰমিক জনগোষ্ঠীৰ লোকসকলে সদলবলে অংশ গ্ৰহণ কৰে । হেজাৰ হেজাৰ লোকে পুলিচ থানা, ডাকঘৰ আদিত ত্ৰিৰংগ পতাকা উকওৱা আৰু মুক্তিযোদ্ধা সকলৰ লগলাগি ৰেল লাইন উঠোৱা আদি পশ্চাদঘাটি কাৰ্য-ক্ৰমণিকাতো ভাগ লয় । চাহ শ্ৰমিক জনগোষ্ঠীৰ মাজত এক নব্য চেতনাৰ উন্মেষ ঘটে । অৱশ্যে ভাৰতীয় জাতীয় কংগ্ৰেছৰ ভিতৰত থাকি মাৰ্ক্সবাদী চিন্তাধাৰাৰে পুষ্ট ট্ৰেড ইউনিয়ন আন্দোলনৰ সৈতে যুক্ত 'অল ইণ্ডিয়া ট্ৰেড ইউনিয়ন কংগ্ৰেছ' ( এ-আই-টি-ইউ-চি) ৰ শ্ৰমিক নেতাসকলে চাহ বাগিচাৰ শ্ৰমিকসকলৰ মাজত বাগিচাই-বাগিচাই শ্ৰমিক সংগঠন গঢ়ি তুলিছিল আৰু চাহ শ্ৰমিক সকলে নিজকে সংগঠিত শ্ৰমিক হিচাবে প্ৰতিষ্ঠা লাভ কৰিছিল।

দ্বিতীয় বিশ্ব যুদ্ধ আৰু ৪২ ৰ গণ-বিপ্লৱৰ কালছোৱাত একাংশ চাহ শ্ৰমিকে গাঁৱে-ভূঁয়ে সোমাই স্বাধীন জীৱন-যাপনৰ পাতনিও মেলিছিল ।

ভাৰতীয় জাতীয় কংগ্ৰেছত থকা মাৰ্ক্সপন্থী সাম্যবাদী ভাৱধাৰাৰ নেতাসকলে 'অল ইণ্ডিয়া ট্ৰেড ইউনিয়ন কংগ্ৰেছ' (এ-আই-টি-ইউ চি) ৰ অসম শাখাৰ যোগেদি ১৯৩৭ চনত পোন প্ৰথমবাৰৰ বাবে 'চিলেট-কাছাৰ চাহ শ্ৰমিক ইউনিয়ন' গঠন কৰি পঞ্জীয়ন কৰিছিল আৰু উক্ত ইউনিয়নৰ মাধ্যমত চলা ধৰ্মঘটক বৃটিছ চাহ উদ্যোগপতিসকলে কঠোৰ হাতেৰে দমন কৰিছিল । ইয়াৰ পিছত তেওঁলোকে চাহ কোম্পানী ভিত্তিত ব্ৰহ্মপুত্ৰ উপত্যকাৰ চাহ বাগিচাসমূহতো শ্ৰমিক সংগঠন গঢ়ি তোলে । ৰাজমাই, গ্ৰীণউড্, মাকুম, অসম চাহ কোম্পানী আদি বিভিন্ন চাহ কোম্পানী ভিত্তিক শ্ৰমিক সংগঠন 'বিয়াল্লিছৰ গণ-বিপ্লৱ'ৰ আগলৈকে গঢ় লৈ উঠে । ধৰ্মঘট, হৰতাল আদি কৰি চাহ শ্ৰমিকৰ বিভিন্ন দাবী-দাৱা, অভাৱ-অভিযোগৰ মীমাংসা কৰাটোৱেই শ্ৰমিক সংগঠনবোৰৰ কাম আছিল । গণ-বিপ্লৱৰ পিছত খ্ৰীষ্টান মিছনেৰীসকলে শিক্ষিত কৰি তোলা চাহ শ্ৰমিক সকলৰ মাজত সামাজিক সংগঠন গঢ়ি তোলাৰ মানসিকতা এটা গঢি উঠে আৰু যোৰহাটৰ জগন্নাথ বৰুৱা মহাবিদ্যালয়ত অধ্যাপনা কৰি থকা অধ্যাপক প্ৰভুদান মাৰিক চাৰুদানৰ নেতৃত্বত ১৯৪৩ চনত 'অসম ছোটনাগপুৰী সন্মিলন' নামৰ সামাজিক সংগঠন গঢ় লৈ উঠে ।

অসমৰ পশ্চিমে গাতে লগাকৈ থকা দেশখনেই আছিল বংগদেশ । বংগদেশৰ মানুহক 'বঙালী' বোলে । ১৮১৮ চনত ৰূপসিং চুৱেদাৰ নামৰ হিন্দুস্থানী সৈনিকৰ দ্বাৰা তেতিয়াৰ প্ৰধানমন্ত্ৰী বদন চন্দ্ৰ বৰফুকনক হত্যা কৰোৱা হৈছিল । ৰূপসিং চুৱেদাৰে যিটো পুখুৰীত বদনক হত্যা কৰা তৰোৱাল ধুইছিল, সেইটো পুখুৰী আজিও যোৰহাটত 'বঙালপুখুৰী' নামেৰেই পৰিচিত অসমৰ মানুহে বৃটিছ সকলকো 'বগাবঙাল' বুলিয়েই কৈ ভাল পায় । বৃটিছসকলে তথা ইউৰোপীয়সকলে জাতিৰ পিতা মহাত্মা গান্ধী প্ৰমুখ্যে সকলো ভাৰতীয়কে 'কুলী' বুলি কৈ সুখ পাইছিল । ৰেল ষ্টেছন আৰু বাছ আস্থানৰ বস্তু কঢ়িওৱা লোকসকলকহে সাধাৰণতে 'কুলী' বুলি কোৱা হয় । কিন্তু এই দুয়োটা শব্দকে একাংশ লোকে অসমৰ চাহ শ্ৰমিক জনগোষ্ঠীৰ লোকসকলৰ ওপৰত প্ৰয়োগ কৰি আত্মসন্তোষ্টি লভে । শব্দ জ্ঞান নথকা এক শ্ৰেণী নিহকুলীয়া মানুহৰ এইটো সহজাত প্ৰবৃত্তি । সেই প্ৰবৃত্তি অনুসাৰেই অধ্যাপক পি এম চাৰোৱানৰ ওপৰতো প্ৰয়োগ হোৱাত তেওঁ ১৯৪৪ চনত 'অসম ছোটনাগপুৰী সন্মিলন' নামটো সলাই 'অসম লেভেৰা কুলী-বঙালী সন্মিলন' কৰে । অৱশ্যে এই

নামটো লৈ প্ৰতিবাদ হোৱাত ১৯৪৫ চনত ‘অসম চাহ শ্ৰমিক সঙ্ঘ’ (অসম টি লেবাৰাৰ্চ্ছ এচ’চিয়েছন ) কৰা হয় ।

এলেন অক্টোভিয়াম হিউমচ্ নামৰ বৃটিছ অৱসৰপ্ৰাপ্ত বিষয়াৰ উদ্গনি আৰু অনুপ্ৰেৰণাত যেনেকৈ ১৮৮৫ চনত ‘ভাৰতীয় জাতীয় কংগ্ৰেছ’ নামৰ অনুষ্ঠানটো গঢ় লৈ উঠিছিল, ঠিক তেনেকৈয়ে থিয়োদৰ বক নামৰ বৃটিছ বিষয়া এগৰাকীৰ প্ৰৰোচনাতেই দহবছৰ আগতেই ১৮৭৫ চনত আলিগড়ৰ‘ মহ্মেদান এংলো ইণ্ডিযা কলেজখনো’ গঢ়ি উঠিছিল । এই কলেজখনৰপৰা শিক্ষিত হৈ ওলাই অহা মুছলমান লোকসকলকেই মুখ্য হিচাবে লৈ পৰৱৰ্তী কালত ১৯০৭ চনত ‘অল ইণ্ডিয়া মুছলীম লীগ’ৰো প্ৰতিষ্ঠা হৈছিল । দূৰদৰ্শী বৃটিছসকলে ‘বিভাজন আৰু শাসন’ কূটনীতিৰে ভাৰতীয় হিন্দুক আৰু মুছলমানসকলক এইদৰে ‘ভাৰতীয় জাতীয় কংগ্ৰেছ’ আৰু ‘অল ইণ্ডিয়া মুছলীম লীগৰ পতাকাৰ তলত দ্বিজাতি তত্ত্বৰে ভাগ কৰাৰ পিছত অনুন্নত সম্প্ৰদায়ৰ হিন্দুসকলক ‘অনুসুচিতজাতি (চিডুল্ কাষ্ট) হিচাপে পৃথক কৰি মুছলমানসকলৰ দৰে তেওঁলোকৰো সুকীয়া নিৰ্বাচনৰ ব্যৱস্থা ৰাখি ১৯৩৫ চনত ‘ভাৰত শাসন আইন’ প্ৰণযন কৰিছিল । বোধকৰো একে সূত্ৰ প্ৰয়োগ কৰিয়েই ‘ভাৰতীয় জাতীয় কংগ্ৰেছ’ত বিলীন হৈ থকা মাৰ্ক্সপন্থী-সাম্যবাদী ‘অল ইণ্ডিয়া ট্ৰেড ইউনিয়ন কংগ্ৰেছ’ৰ অসমৰ চাহ উদ্যোগত গঢ়ি উঠা শ্ৰমিক সংগঠনক দুৰ্ব্বল কৰি তুলিবলৈকে ‘আসাম টি লেবাৰাৰ্ছ এচ’চিয়েছন’ কো গোপন সহযোগিতা আগবঢ়াইছিল । দুইটা ট্ৰেড ইউনিয়ন সংগঠনৰ মাজত প্ৰবল প্ৰতিদ্বন্দ্বিতা চলিছিল । ১৯৩৫ চনৰ ‘ভাৰত শাসন আইন’ অনুসৰি অসম ‘প্ৰদেশ’ হিচাবে পৰিগণিত হৈছিল আৰু ভাৰতীয় সংসদ আৰু বিধান পৰিষদত চাহ জনজাতি লোকসকলৰ বাবে ৪ টা ‘সংৰক্ষিত আসন’ৰো সৃষ্টি হয় আৰু অসম চাহ শ্ৰমিক জনগোষ্ঠীৰ নামত বৃটিছ চাহ উদ্যোগপতিসকলে বাছি লোৱা ৪জন প্ৰতিনিধিয়ে সংসদত মনোনীত সাংসদ হিচাবেও যোগ দিয়ে ।

বৃটিছৰ শেষ ভাইচ্ৰয় লৰ্ড মাউন্টবেতন ১৯৪৭ চনৰ মাৰ্চত কাৰ্য্যভাৰ গ্ৰহণ কৰে আৰু অখণ্ড ভাৰতক খণ্ডিত কৰি স্বাধীনতা প্ৰদান প্ৰক্ৰিয়া আৰম্ভ হয় । গান্ধীজীৰ পৰামৰ্শ আওকাণ কৰি সেই সময়ৰ কংগ্ৰেছী নেতাসকলে ‘ভাৰতীয় জাতীয় কংগ্ৰেছ’ৰ ঐতিহাসিক নেতৃত্বক এটি ক্ষুদ্ৰ দললৈ অৱনমিত কৰে আৰু কংগ্ৰেছত সোমাই থকা মাৰ্ক্সপন্থী সাম্যবাদীসকলক দুৰ্ব্বল কৰিবলৈ ১৯৪৭ চনৰ ৩ মেত ভাৰতীয় ৰাষ্ট্ৰীয় মজদুৰ কংগ্ৰেছ (ইণ্ডিয়ান নেশ্যনেল ট্ৰেড ইউনিয়ন কংগ্ৰেছ ) ৰ জন্ম দিলে । ১৯৪৭ চনৰ ১৫ আগষ্টত ভাৰত

স্বাধীন হ'ল । ভাৰতীয় ৰাষ্ট্ৰীয় মজদুৰ কংগ্ৰেছে ছেপ্টেম্বৰত অসম শাখাটো গঠন কৰি ১৯৪৭ চনৰ ডিচেম্বৰত 'অসম মজদুৰ সংঘ' গঠন কৰিলে । চানু খেৰীয়াৰ নেতৃত্বাধীন 'অসম মজদুৰ সংঘ' ই চৰকাৰী পৃষ্ঠপোষকতাত দ্রুতগতিৰে 'অল ইণ্ডিয়া ট্রেড ইউনিয়ন কংগেছ'ৰ 'অসম চাহ বাগিচা মজদুৰ ইউনিয়ন' আৰু অধ্যাপক পি এম চাৰুৱানৰ 'অসম চাহ্ শ্ৰমিক সন্থা'ৰ কবলৰপৰা চাহ শ্ৰমিকসকলক মুক্ত কৰিবলৈ হাতে-কামে লাগি গ'ল । ভাৰতীয় জাতীয় কংগ্ৰেছ দলৰ কেন্দ্ৰীয় আৰু প্ৰাদেশিক চৰকাৰৰ প্ৰত্যক্ষ পৃষ্ঠপোষকতা আৰু চাহ্ বাগিচাৰ উদ্যোগপতিসকলৰ সৈতে বোধহয় গোপন চুক্তি কৰি আগবাঢ়োতে ভাৰতীয় ৰাষ্ট্ৰীয় মজদুৰ কংগ্ৰেছৰ অসম শাখাই বৃটিছৰ 'বিভাজন আৰু শাসন' কূটনীতিকে খটুৱাই শাৰীৰিক পৰিশ্ৰম কৰা শ্ৰমিকসকলৰপৰা মানসিক পৰিশ্ৰম কৰা শ্ৰমিকসকলক পৃথক কৰি ল'লে ।

মানসিক পৰিশ্ৰম কৰা বাবু বা কৰ্ম্মচাৰী বুলি চিহ্নিত চাহ্ শ্ৰমিকসকলক লৈ 'অসম চাহ্ কৰ্ম্মচাৰী সংঘ' ব্ৰহ্মপুত্ৰ উপত্যকাত আৰু দি ইণ্ডিয়ান টি এমপ্লয়িজ ইউনিয়ন বৰাক উপত্যকাত গঢ়ি তোলা হ'ল । শাৰীৰিক পৰিশ্ৰম কৰা চাহ্ শ্ৰমিকসকলক জিলা আৰু বাগিচা ভিত্তিত 'চাহ্ মজদুৰ সংঘ' গঢ়ি তোলা হ'ল । ১৯৫৮ চনৰ ৯ আগষ্টত এই জিলা আৰু বাগিচা ভিত্তিত গঢ়ি তোলা 'চাহ মজদুৰ সংঘ' সমূহক একগোট কৰি 'অসম চাহ্ মজদুৰ সংঘ' গঠন কৰা হ'ল । বৰাক উপত্যকাত গঢ়ি তোলা 'সুৰমা উপত্যকা চাহ্ শ্ৰমিক ইউনিয়ন' পাছলৈ 'কাছাৰ চাহ শ্ৰমিক ইউনিয়ন' হ'লগৈ । ভাৰতীয় ৰাষ্ট্ৰীয় মজদুৰ কংগ্ৰেছৰ অসম শাখা আৰু ইয়াৰ অন্তৰ্ভুক্ত 'অসম চাহ্ কৰ্ম্মচাৰী সংঘ', 'অসম চাহ্ মজদুৰ সংঘ', 'দি ইণ্ডিয়ান টি এমপ্লয়িজ ইউনিয়ন' আৰু কাছাৰ চাহ্ শ্ৰমিক ইউনিয়ন'ৰ হেঁচাত কালক্ৰমত 'অসম চাহ্ বাগিচা মজদুৰ ইউনিয়ন' আৰু 'অসম চাহ শ্ৰমিক সন্থা' এক প্ৰকাৰ বিলুপ্ত হৈ যাবলৈ বাধ্য হ'ল ।

ভাৰতৰ স্বাধীনতা প্ৰাপ্তিৰ কালছোৱাত যোৰহাট, ডিব্ৰুগড়, উত্তৰ লক্ষীমপুৰ আদিৰ মিচনেৰী ছাত্ৰাবাসত থকা ছাত্ৰ-ছাত্ৰীসকলে ১৯৪৭ চনৰ ২৭-২৮ ডিচেম্বৰত ডিব্ৰুগড় টেঙাখাত অঞ্চলত এখনি অভিবৰ্ত্তন পাতি চাইমনসিং হ'ৰ আৰু সন্তোষ কুমাৰ তপ্পৰ নেতৃত্বত 'অসম ছোটনাগপুৰী ছাত্ৰ সম্মিলন গঢ়ি তুলিছিল । উদ্দেশ্য মহৎ হ'লেও খ্ৰীষ্টিয়ান মিছনেৰী ছাত্ৰাবাসত থকা ছাত্ৰ-ছাত্ৰীসকলক হিন্দু ছাত্ৰ-ছাত্ৰীসকলে বেলেগ বুলি ভাব ৰখা কাৰণেই বোধহয় ছাত্ৰ সম্মিলনটো এক নিৰ্দিষ্ট গণ্ডীৰ মাজতেই আবদ্ধ হৈ আছিল । ১৯৫৪ চনত হিন্দু ছাত্ৰ-ছাত্ৰীসকলে গোলাঘাট খুমটাই চাহ বাগিচাত অন্য এখন

অভিবৰ্তন পাতি দীননাথ চৌধুৰী আৰু ছত্ৰগোপাল কৰ্মকাৰৰ নেতৃত্বত 'অসম চাহ্ বনুৱা ছাত্ৰ সন্থা' নামেৰে এটি ছাত্ৰ সংগঠনৰ জন্ম দিলে। ১৯৫৮ চনত তেজপুৰৰ বামুণীপাহাৰত অনুষ্ঠিত যুটীয়া অভিবৰ্তনত দুয়োটা ছাত্ৰ সন্থা একেলগ হৈ 'সদৌ অসম চাহ্ বাগিচা সম্প্ৰদায় ছাত্ৰ সন্থা' (অল আসাম টি গাৰ্ডেন ট্ৰাইব্‌চ ষ্টুডেন্টছ এচ'চিয়েশ্যন) গঢ়ি তুলিলে। এই ছাত্ৰ সংগঠনটিৰে বৰ্ত্তমান ৰূপ হ'ল - 'অসম চাহ্ জনজাতি ছাত্ৰ সন্থা (আসাম টি ট্ৰাইব্‌চ ষ্টুডেন্টছ এচ'চিয়েশ্যন) অন্য হাতেদি গোঁসাইগাওঁ সমষ্টিৰ বিধায়ক মেমিয়াছ টুডুৰ নেতৃত্বত গ্ৰাহামপুৰত প্ৰতিষ্ঠা হোৱা 'সদৌ অসম মুণ্ডা, ওৰা আৰু চাওঁতাল সম্মিলন' নামৰ সংগঠনটি ১৯৫৭ চনৰপৰাই সামাজিক সংগঠন হিচাবে কাম কৰি আহিছিল। পিছত ১৯৫৯ চনৰ গৰুভাচা গাৱঁত হোৱা এক অভিবৰ্তনত মেমিয়াছ টুডু, ফ্ৰান্সিছ হাঞ্জে আৰু মামিয়াছ মাৰাণ্ডীৰ নেতৃত্বত নামটো সলনি কৰি 'অসম আদিবাসী পৰিষদ (আদিবাসী কাউন্সিল অব আসাম) গঠন কৰা হয়। অসমৰ চাহ্ শ্ৰমিক জনগোষ্ঠীৰ লোকসকলক 'আদিবাসী' বুলি এওঁলোকে পৰিচয় দি আহিছে। 'অসম চাহ্ জনজাতি ছাত্ৰ সন্থা'ৰ লগত ঘনিষ্ঠ সম্পৰ্ক থকা সত্বেও কোকৰাঝাৰ জিলাত গোষ্ঠী সংঘৰ্ষই চূড়ান্ত ৰূপ লোৱাৰ সময়ত বোধহয় 'অসম আদিবাসী পৰিষদ'ৰ ভুল পৰামৰ্শত 'আসাম আদিবাসী ছাত্ৰ সন্থা নামৰ অন্য এটি সমান্তৰাল ছাত্ৰ সংগঠন গঢ় লৈ উঠিল। বড়ো আৰু চাওঁতাল জনগোষ্ঠী দুটাৰ মাজত সুপৰিকল্পিত কৌশলেৰে গোষ্ঠী সংঘৰ্ষ জাপি দিয়া হৈছে। আৰু হেজাৰ হেজাৰ চাহ্ জনগোষ্ঠীৰ লোক বড়ো সন্ত্ৰাসবাদীৰ নৃশংস আক্ৰমণৰ বলী হৈছে।

'অসম চাহ্ মজদুৰ সংঘ'ৰ সমান্তৰালকৈ 'অসম চাহ্ শ্ৰমিক ইউনিয়ন' (জনতা দলৰ হিন্দু মজদুৰ সভাৰ অন্তৰ্গত)। 'অখিল ভাৰতীয় চাহ্ মজদুৰ সংঘ, অসম (চি পি এম দলৰ চি আই টি ইউ ৰ অন্তৰ্গত) ভাৰতীয় চাহ্ মজদুৰ সংঘ (ৰাষ্ট্ৰীয় স্বয়ংসেৱক সংঘ-পৰিয়ালৰ 'ভাৰতীয় মজদুৰ সংঘ') 'অসম চাহ্ শ্ৰমিক পৰিষদ (অসম গণ পৰিষদ দলৰ শ্ৰম পৰিষদৰ অন্তৰ্গত), অসম সংগ্ৰামী চাহ্ মজদুৰ সংঘ (চি পি আই এম এল দলৰ অন্তৰ্গত) আদি বিভিন্ন শ্ৰমিক সংগঠন গঢ়ি উঠিলেও বিশেষ প্ৰভাৱ পেলাব পৰা নাই। কেৱল শোণিতপুৰ জিলাৰ বৰ্গাপাৰা অঞ্চলত ধনীৰাম খোছলাৰ নেতৃত্বত কেইখনমান চাহ্ বাগিচাত 'অখিল ভাৰতীয় চাহ্ মজদুৰ সংঘ' অসমৰ কিছু অস্তিত্ব অনুভৱ কৰা যায়।

অসমৰ ৰাজনীতি বিশেষকৈ স্বাধীনোত্তৰ কালছোৱাৰ ৰাজনীতি বুলিলে

নৱৈব দশকলৈকে কংগ্ৰেছ দলৰ ৰাজনীতিকেই বুজাইছিল আৰু অসমৰ ‘চাহ জনজাতি’ জনগোষ্ঠীৰ লোকসকলে কংগ্ৰেছ দল আৰু ইয়াৰ নিৰ্ব্বাচনী প্ৰতীক প্ৰথমে ‘যুৱলীৰে সৈতে এহাল বলদ গৰু’, ‘দ্বিতীয়ত গাই দামুৰী’ আৰু শেহতীয়াকৈ ‘হাত’ প্ৰতীক তিনিটাৰ বাহিৰে একোকে চিনি নাপাইছিল । আনকি প্ৰাক স্বাধীনতা আৰু স্বাধীনোত্তৰ কালৰ প্ৰথম দশকটোত অধ্যাপক পি এম চাৰুৱালৰ ‘সৰ্ব্বদল’ আৰু নিৰ্ব্বাচনী প্ৰতীক ‘তৰ্জ্জু’ বা ‘দগা-পাল্লা’ কো একপ্ৰকাৰ পাহৰি গ’ল । সংৰক্ষিত চাহ্ জনজাতি আসন ৪ টাৰ পৰা প্ৰাক স্বাধীনতা যুগৰ দিল্লীৰ সংসদলৈ মনোনীত সাংসদসকলৰ ভিতৰত চাৰোৱান চাহেবেই উচ্চ শিক্ষিত আছিল আৰু বৃটিছ চাহ্ উদ্যোগপতিসকলে যোৰহাট জিমখানা ক্লাৱত পতা বৈঠকত শিকাই দিয়া ভাটৌ বুলি নেমাতো বুলি কোৱাৰ কাৰণেই ‘মেধি-চৰ্দ্দাৰ’ নৰসিংহ তাছাৰ স্থানত মনোনীত হোৱা চাৰোৱান চাহাবে সংসদত ‘চাহ শ্ৰমিকৰ মজুৰি বৃদ্ধি হ’ব নালাগে , বৃদ্ধি হ’লে অধিক মদ-লাওপানী পান কৰি চাহ্ বাগিচাৰ কামলৈ নাযাব’ ধৰণৰ বক্তৃতা ৰখাৰ বাবেই কংগ্ৰেছ দলৰ নেতাসকলে ‘সৰ্ব্বদল’টোক আৰু অধ্যাপক চাৰোৱান চাহাবৰ ‘অসম চাহ্ শ্ৰমিক সন্থা’ ক পুলিয়ে পোখাই উঘালিবলৈ সক্ষম হৈছিল ।

স্বাধীনতাৰ পাছত ভাৰতৰ অন্যান্য প্ৰদেশৰ দৰে অসম প্ৰদেশতো এখন সংসদীয় চৰকাৰ গঠন হয় । চাৰ আকবৰ হাইদৰিয়ে ৰাজ্যপাল হিচাবে শাসনভাৰ গ্ৰহণ কৰে আৰু লোকপ্ৰিয় গোপীনাথ বৰদলৈয়ে মুখ্যমন্ত্ৰী হিচাবে মন্ত্ৰীসভা গঠন কৰে । ১৯৫০ চনৰ ২৬ জানুৱাৰীৰ পৰা ডা° বি. আৰ. আম্বেডকাৰৰ সংবিধান বিশেষজ্ঞ কমিটিয়ে প্ৰস্তুত কৰি উলিওৱা ‘ভাৰতীয় সংবিধান’ অনুযায়ী ভাৰতৰ শাসন কাৰ্য্য আৰম্ভ হয় আৰু ৰাষ্ট্ৰপতি হিচাবে বাবু ৰাজেন্দ্ৰ প্ৰসাদ আৰু প্ৰধান মন্ত্ৰী হিচাবে পণ্ডিত জৱাহৰলাল নেহেৰুৱে দায়িত্ব ভাৰ গ্ৰহণ কৰে । ১৯৫২ চনত প্ৰথম সাধাৰণ নিৰ্ব্বাচন আৰু ১৯৫৬ চনৰ নৱেম্বৰ মাহৰ পৰা ৰাজ্যসমূহ পুনৰ গঠন প্ৰক্ৰিয়া আৰম্ভ হয় । সেইমতে ১৯৫৭ চনত ‘নগাপাহাৰ জিলা’ অসমৰ মানচিত্ৰৰ পৰা আঁতৰে ।১৯৭২ চনৰ পিছত ‘খাছীয়া-জয়ন্তীয়া পাহাৰী জিলা’ও মেঘালয় হ’ল । উত্তৰ পূব সীমান্ত জিলা (‘নেফা’) জিলা অৰুণাচল হ’ল । লুচাই পাহাৰ জিলাও মিজোৰাম হ’লগৈ । অৱশিষ্ট অসম ৰাজ্য ক্ষেত্ৰত অসমৰ চাহ-জনজাতি জনগোষ্ঠীৰ লোকসকলে এক গুৰুত্বপূৰ্ণ ভূমিকাত অৱতীৰ্ণ হ’ব লগা হ’ল । প্ৰাক স্বাধীনতা কালৰ ‘চাৰ চৈয়দ মহম্মদ ছাদুল্লা’ৰ মুছলীম লীগ দলৰ চৰকাৰৰ দিনৰেপৰা প্ৰব্ৰজন ঘটা মুছলমান ধৰ্মীয় লোকসকলৰ

সংখ্যাধিক্যতা হ্রাস কৰি ৰখাত আৰু হিন্দু মুছলমানৰ সাম্প্রদায়িক সংঘর্ষৰ পিচত প্রব্রজন ঘটা বঙালী ভাষা-ভাষী লোকসকলৰ আগ্রাসী প্রৱণতা প্রতিৰোধ কৰাত জনগোষ্ঠীগত হিচাবে অসমৰ সর্ববৃহৎ জনগোষ্ঠী চাহ জনজাতিয়ে প্রধান ভূমিকা গ্রহণ কৰিব লগা হয় । উল্লেখযোগ্য যে বৃটিছৰ আমোলত ১৮৩৭ চনৰপৰা ১৮৭১ চনলৈ ৩৪ বছৰ ধৰি সুদীর্ঘ কাল এছোৱা অসমৰ বিদ্যালয় আৰু আদালতসমূহত 'অসমীয়া ভাষা আঁতৰাই বঙালী ভাষা প্রচলন কৰা হৈছিল আৰু এনেধৰণৰ বঙালী প্রব্রজনকাৰীসকলেই চুবুৰীয়া ৰাজ্য ত্রিপুৰা ৰাজ্য গ্রাস কৰি পেলালে ।

কোনো সন্দেহ নাই যে ১৮৩৫-৩৬ চনৰ পিছৰপৰা ভাৰতৰ বিভিন্ন প্রান্তৰ পৰা তেতিয়াৰ বৃটিছ চৰকাৰে ছলে-বলে কৌশলেৰে আমদানি কৰি অনা চাহ শ্রমিকসকলৰ বংশধৰসকলেই আজিৰ অসমৰ 'চাহ জনজাতি'ৰ জনগোষ্ঠীৰ জনসাধাৰণ । ১৯০১ চনৰপৰা ১৯১২ চনলৈকে থকা অসমৰ চাহ বাগিচা সমূহত কর্মৰত চাহ শ্রমিকৰ সংখ্যা ১১-১২ লাখ আছিল । এতিয়া চাহ বাগিচাৰ চাহনি এলেকা বহু গুণে বাঢ়িল, নতুনকৈ পতা ক্ষুদ্র চাহ বাগিচাসমূহক বাদ দি । কিন্তু ভৱিষ্যতনিধি কর্তন কৰা স্থায়ী চাহ শ্রমিক আধালৈ কমিল । ১১-১২ লাখ চাহ শ্রমিকে কৰা শাৰীৰিক পৰিশ্রম এতিয়া ৫-৬ লাখ চাহ শ্রমিকৰ দ্বাৰাই কৰোৱা হৈছে । ভাৰত বা অসমতেই কোনো উদ্যোগ বা কাৰখানা নাই য'ত মালিক পক্ষই স্থায়ী শ্রমিক বা চাকৰীয়ালক সপ্তাহত এটা ছুটীৰ দিনৰ মজুৰি বা দৰ্ম্মহা নিদিয়াকৈ থকা নাই । অথচ চাহ শ্রমিকসকলে ৫২ টা বছৰৰ পাছতো আজিও বঞ্চিত হৈ থাকিল । ১৯৪৭ চনৰ ১৫ আগষ্টৰ স্বাধীনতা দিৱসৰ দিনা বা ১৯৫০ চনৰ ২৬ জানুৱাৰীৰ গণৰাজ্য দিৱসৰ দিনা নিত্য ব্যৱহার্য্য নিজ প্রয়োজনীয় সা-সামগ্রীৰ দাম যিমান আছিল আজি ৫২ বছৰৰ পিছত সেই দাম বহুগুণে বাঢ়িল । অথচ চাহ শ্রমিকসকলৰ মজুৰি বা দৰ্ম্মহা আধাতেই থাকিল । সেইদৰে ভাৰতীয় সংবিধানত থকা সাংবিধানিক অধিকাৰ অনুযায়ী চাহ শ্রমিক তথা 'চাহ জনজাতি' জনগোষ্ঠীয় এক বৃহৎ সংখ্যক জাতি-উপজাতি-জনজাতিয়ে 'অনুসূচিত জাতি' আৰু 'অনুসূচিত জনজাতি'ৰ প্রাপ্য সা-সুবিধা পাব লাগিছিল । কিন্তু নেপালে । ৫২ টা বছৰ অতিক্রম কৰি গ'ল, তেওঁলোক বঞ্চিত হৈ থাকি গৈছে । অথচ এই 'চাহ জনজাতি' জনগোষ্ঠীৰ ভোটদাতা ৰাইজে প্রতিটো সাধাৰণ নির্ব্বাচনতে কংগ্রেছ দলৰ নির্ব্বাচনী প্রতীকটোতেই চাব মাৰি নিজৰ বহুমূলীয়া ভোট বা মতামত প্রদান কৰি আহিল !! ।

অসমত ১৮ টাতকৈও অধিক জনজাতীয় মূলৰ জনগোষ্ঠী আছে । ইয়াৰে

ডিমাচা জনজাতিয়ে উত্তৰ কাছাৰ জিলাত আৰু কাৰ্বি জনজাতিয়ে কাৰ্বি আলং জিলাত 'অনুসূচিত জনজাতিৰ প্ৰাপ্য সকলো সা-সুবিধাসহ স্বায়ত্ত শাসনত ভাগ ল'বলৈ পাইছে । বড়ো জনজাতিয়েও সাংবিধানিক সা-সুবিধাসহ সীমিত 'স্বায়ত্ত-শাসন'ত ভাগ ল'বলৈ পাইছে । বড়ো জনজাতিয়েও সাংবিধানিক সা-সুবিধাসহ সীমিত 'স্বায়ত্ত-শাসন'ত ভাগ লৈ আছে । ধেমাজী জিলা আৰু মাজুলী মহকুমাৰ উপৰি ঢকুৱাখানা মহকুমাৰ মিচিং জনজাতিয়ে, মৰিগাওঁ জিলাৰ টিৱা জনজাতিয়ে আৰু গোৱালপাৰা জিলাৰ ৰাভা জনজাতিয়ে স্বায়ত্ত শাসনৰ নাম মাত্ৰ সোৱাদ লৈ আছে । তিনিচুকীয়া আৰু ডিব্ৰুগড় জিলাৰ মৰাণ, মটক আৰু সোণোৱাল কছাৰী জনজাতিয়ে সাংবিধানিক সুযোগ-সুবিধাৰপৰা বঞ্চিত হোৱা নাই । বোধহয় ঠেঙাল-কছাৰী, শৰণীয়া-কছাৰী, দেউৰী, চিংফৌ, মান-টাইভাষী আদি জনজাতিসকলেও সা-সুবিধা নোপোৱাকৈ থকা নাই । একালৰ ৰাজশাসন চলোৱা টাই-আহোম জনজাতিয়ে বোধহয় পোৱা নাই । আৰু পোৱা নাই- প্ৰকৃত অনুসূচিত জনজাতি সমৃদ্ধ 'অসম চাহ জনজাতি' জনগোষ্ঠীয়ে । মুণ্ডা, উৰাওঁ, চাওঁতাল চাওঁৰা, কয়া, পৰ্জা, গঁড, খাৰিয়া প্ৰমুখ্যে জনজাতিমূলৰ লোকসকলে বিহাৰ, উৰিষ্যা, মধ্যপ্ৰদেশ, পশ্চিমবংগ আদি ৰাজ্যত অনুসূচিত জনজাতিৰ সাংবিধানিক সা-সুবিধা ভোগ কৰি আছে আৰু অসমত কেৱল চাহ শ্ৰমিকৰ বংশধৰ হোৱা বাবেই বঞ্চিত হৈ আছে । কমাৰ, মুচি, নাপিত, ধোবা আদি প্ৰকৃত অনুসূচিত জাতিত পৰাসকলে একেই কাৰণত বঞ্চিত হৈছে । অসমৰ কংগ্ৰেছী চৰকাৰৰ উদ্ভট যুক্তিটো হ'ল - 'অসমৰ ৰাজনৈতিক বাতাৱৰণ সলনি হৈ যাব ।'

'ৰাজনৈতিক বাতাৱৰণ' সলনি হৈ নেযাবৰ কাৰণেই বোধহয় অসমৰ কংগ্ৰেছ দলটোৱে বাচি - বাচি একাংশ লোকক 'ড্ৰয়িং ৰুম'ৰ ফুলদানিত সজাই থ'ব পৰা প্লাষ্টিকৰ ফুল সদৃশ সেৱক বা ভলণ্টিয়াৰ্ছ কৰি লৈছে । তেওঁলোকে অসম বিধান সভাৰ বিধায়ক হ'ব পাৰিব, লোকসভা-ৰাজ্যসভাৰ সাংসদ হ'ব পাৰিব, প্ৰয়োজন হ'লে কেন্দ্ৰ বা ৰাজ্যত ৰাজ্যমন্ত্ৰী বা পূৰ্ণ পৰ্য্যায়ৰ মন্ত্ৰীৰ বাব ল'ব পাৰিব, কিন্তু 'চাহ জনজাতি' জনগোষ্ঠীৰ হকে কোনো মাত মাতিব নোৱাৰিব । বিভিন্ন আইন-কানুন আৰু সংবিধান প্ৰদত্ত অধিকাৰ তেওঁলোকে দিওৱাৰ ক্ষেত্ৰত মৌন হৈ থাকিব লাগিব ।

অসমলৈ চাহ শ্ৰমিক হিচাবে 'চাহ জনজাতি' জনগোষ্ঠীৰ পূৰ্বপুৰুষ সকল অহাৰ সময়ত ৰাজধানী আছিল বঙ্গদেশৰ ৰংপুৰত । তেতিয়া অসম বঙ্গদেশৰ লৈতে সংযুক্ত হৈ আছিল । ১৯১২ চনত অসমৰ ৰাজধানী খাচীয়া পাহাৰ

জিলাৰ সদৰ শ্বিলং চহৰলৈ আনে। ১৯৩৫ চনৰ ভাৰত শাসন আইন অনুসৰি বৃটিছ ভাৰতৰ অন্যান্য প্ৰদেশত কৰাৰ দৰে ১৯৩৬ চনৰপৰা অসমত 'লেজিছলেটিভ কাউঞ্চিল' (বিধান পৰিষদ) আৰু 'লেজিছলেটিভ এছেম্বলী' (বিধান সভা) গঠন কৰা হৈছিল। ১৮ জন নিৰ্ব্বাচিত আৰু ৩ জন মনোনীত সদস্যৰে 'কাউঞ্চিল' আৰু ১০৮ জন সদস্যৰে 'এছেম্বলী' চলোৱা হয়। প্ৰথমে চাৰ চৈয়দ ছাদুল্লাৰ নেতৃত্বত আৰু পিছত লোকপ্ৰিয় গোপীনাথ বৰদলৈৰ নেতৃত্বত অসম মন্ত্ৰীসভা গঠন হৈছিল। দ্বিতীয় বিশ্বযুদ্ধত ভংগ হোৱা মন্ত্ৰীসভাৰ পিছত পুনৰ ছাদুল্লা মন্ত্ৰীসভাই কাম চলাইছিল কিন্তু নতুনকৈ হোৱা নিৰ্ব্বাচিত বৰদলৈ ডাঙৰীয়াই মন্ত্ৰীসভা গঠন কৰে। বৃটিছৰ দিন শেষ হোৱাৰ পিছত ১৯৪৭ চনৰ ১৫ আগষ্টৰ পাছতো বৰদলৈ ডাঙৰীয়াই অন্তৰ্বৰ্ত্তী চৰকাৰৰ নেতৃত্ব দিছিল। ১৯৫২ চনত হোৱা প্ৰথম সাধাৰণ নিৰ্ব্বাচনত গোলাঘাটৰ সৰুপথাৰ সমষ্টিৰ পৰা চানু খেৰীয়া, তিনিচুকীয়াৰ ডুমডুমা সমষ্টিৰ পৰা মলিয়া তাঁতী, কোকৰাঝাৰৰ গোঁসাইগাঁও সমষ্টিৰ পৰা মেথিয়াছ টুডু প্ৰমুখ্যে 'চাহ জনজাতি' জনগোষ্ঠীৰ প্ৰতিনিধিয়ে কংগ্ৰেছ দলৰ বিধায়ক হিচাবে নিৰ্ব্বাচিত হৈ প্ৰতিনিধিত্ব কৰিছিল। 'চাহ জনজাতি' অধ্যুষিত অন্যান্য ভালেমান সমষ্টিৰ পৰা 'অসম চাহ মজদুৰ সংঘ' 'অসম চাহ কৰ্ম্মচাৰী সংঘ', 'কাছাৰ চাহ শ্ৰমিক ইউনিয়ন' আদি শ্ৰমিক সংগঠনত 'সহযোগী সদস্য' হিচাবে প্ৰৱেশ ( বা অনুপ্ৰৱেশ) কৰি গুৰুত্বপূৰ্ণ বিষয়বাব দখল কৰা একাংশ লোকে কংগ্ৰেছ দলৰ প্ৰাৰ্থী হিচাবে অসম বিধান সভাৰ বিধায়ক হৈছিলগৈ। পৰৱৰ্ত্তীকালত হোৱা নিৰ্ব্বাচনত ডিব্ৰুগড়ৰ বগগডু, (পিছলৈ চাবুৱা) সমষ্টিৰ পৰা উপেন সনাতন, কাছাৰ জিলাৰ এটা সমষ্টিৰ পৰা মতিলাল কানু আদি নিৰ্ব্বাচিত হৈছিল।

চানু খেৰীয়াৰ পিছত গোলাঘাটৰ সৰুপথাৰ সমষ্টিৰ পৰা ছত্ৰ গোপাল কৰ্মকাৰ, মলিয়া তাঁতী - উপেন সনাতন, মেথিয়াছ টুডু আদিৰ লগতে মাহমৰা সমষ্টিৰ পৰা সত্য তাঁতী বিধায়ক হৈছিল। গোপীনাথ বৰদলৈৰ (১৯৪৭-১৯৫০), বিষ্ণুৰাম মেধি (১৯৫০-১৯৫৭), আৰু বিমলা প্ৰসাদ চলিহা (১৯৫৭-১৯৭১) মন্ত্ৰীসভাত প্ৰকৃত 'চাহ জনজাতি' জনগোষ্ঠীৰ প্ৰতিনিধিত্ব নাছিল, চাহ শ্ৰমিকৰ শ্ৰমিক সংগঠনত 'সহযোগী সদস্য' পদৰ সুৰুঙাৰে প্ৰৱেশ (বা অনুপ্ৰৱেশ) কৰা সকলেহে প্ৰতিনিধিত্ব কৰিছিল। কিন্তু মহেন্দ্ৰ মোহন চৌধুৰী (১৯৭১-১৯৭২) মন্ত্ৰীসভাত পোন প্ৰথমবাৰৰ বাবে ৰাজ্যমন্ত্ৰী হিচাবে ছত্ৰ গোপাল কৰ্ম্মকাৰে শপত গ্ৰহণ কৰে। খুউব কম সময় হ'লেও অসমক 'চাহ জনজাতি' জনগোষ্ঠীৰ প্ৰকৃত প্ৰতিনিধিয়েও যে

মন্ত্রানালয় চলাব পাবে, ছত্ৰগোপাল কৰ্ম্মকাৰে বাটকটীয়া হিচাবে চলাই দেখুৱালে। শৰৎ চন্দ্ৰ সিংহ (১৯৭২-১৯৭৮) মন্ত্ৰীসভাত যোৰহাটৰ মৰিয়নী সমষ্টিব পৰা নিৰ্ব্বাচিত বিধাযক গজেন তাঁতী পূৰ্ণপৰ্য্যাযৰ কেবিনেট মন্ত্ৰী হিচাবে শ্ৰম, যোগান আৰু সমবায দপ্তবৰ মন্ত্ৰালয় চলোৱাব সুযোগ পায। বাজ্যমন্ত্ৰী কৰ্ম্মকাৰ বা পূৰ্ণ পৰ্য্যাযৰ কেবিনেট মন্ত্ৰী তাঁতীৰ পৰা 'চাহ জনজাতি' জনগোষ্ঠীযে কি পালে বা নেপালে, সেইটো সুকীয়া কথা। কিন্তু ইমান দিনে চাহ শ্ৰমিকব প্ৰতিনিধিৰূপে কোনোদিনেই চাহ শ্ৰমিকব জীৱন নিৰ্ব্বাহ কৰি নোপোৱা আৰু বৃটিছ চাহ উদ্যোগপতি আৰু তেওঁলোকব বহতীয়া গুণ্ডাবাহিনীৰ নিৰ্ম্মম অত্যাচাৰ-উৎপীড়নেৰে জৰ্জ্জৰিত চাহ শ্ৰমিকব কেঁচা তেজ প্ৰবাহিত নোহোৱা সকলৰ প্ৰতি যে এটা শিক্ষা দিয়া হ'ল - সিয়েই যথেষ্ট।

সত্তৰৰ দশকটোত হোৱা এই পৰিৱৰ্ত্তিত সময়ছোৱাত বহু পট পৰিৱৰ্ত্তন হয়। মেঘালয় বাজ্য স্বাতন্ত্ৰ্য হোৱাত ১৯৭৩ চনত শ্বিলঙৰ পৰা গুৱাহাটীৰ দিছপুৰলৈ অসমৰ ৰাজধানী নমাই আনিব লগা হ'ল। এলাহবাদ উচ্চ ন্যায়ালয়ে ১৯৭৫ চনৰ ১২ জুনত দিয়া নিৰ্ব্বাচনী গোচৰৰ ৰায় অনুযায়ী প্ৰধান মন্ত্ৰী ইন্দিৰা গান্ধীৰ সাংসদ হোৱাৰ যোগ্যতা নাকচ কৰাত সংবিধানত থকা সুৰুঙাবে ইন্দিৰা গান্ধীয়ে ৰাষ্ট্ৰপতি ফখৰুদ্দিন আলি আহমেদৰ হতুৱাই ১৯৭৫ চনৰ ২৬ জুনত 'ৰাষ্ট্ৰীয় জৰুৰী অৱস্থা' ঘোষণা কৰালে। জৰুৰী অৱস্থাব ভিতৰতে ১৯৭৭ চনৰ মাৰ্চত হোৱা নিৰ্ব্বাচনত প্ৰধানমন্ত্ৰী ইন্দিৰা গান্ধীকে ধৰি কংগ্ৰেছ দলৰ নিৰ্ম্মম পৰাজয় ঘটে। পোন প্ৰথমবাৰৰ বাবে লোক নায়ক জয়প্ৰকাশ নাৰায়ণে সংগঠিত কৰা 'জনতা দল'ৰ চৰকাৰ মোৰাৰজী দেশাইৰ প্ৰধানমন্ত্ৰীত্বত গঠন হয়। জৰুৰী অৱস্থা ইন্দিৰাজীয়ে উঠাই লয়। অসমতো ১৯৭৮ চনৰ নিৰ্ব্বাচনত গোলাপ বৰবৰাৰ নেতৃত্বত 'জনতা দল'ৰ মন্ত্ৰীসভা গঠন হয়। মাজবাট সমষ্টিৰ পৰা নিৰ্ব্বাচিত চিলভিয়াছ কন্দপানে 'সংসদীয় সচিব' হিচাবেহে বৰবৰা মন্ত্ৰীসভাত স্থান পায়। বৰবৰা মন্ত্ৰীসভা ভাঙি কংগ্ৰেছ দলৰ সমৰ্থনত 'অসম জনতা দল'ৰ যোগেন হাজৰিকা মন্ত্ৰীসভাত কন্দপান ডাঙৰীয়াই মন্ত্ৰীলৈ পদোন্নতি পায়। জনতা দল আৰু অসম জনতা দলক ভাঙি কেৱল ৮ জন বিধায়কক লৈ বিৰোধীদলৰ ভূমিকাত থকা চৈয়দা আনোৱাৰা টাইমুৰে এৰেকটা কাৰ্য্যকালতে ১৯৮০ চনত পতা মন্ত্ৰীসভাত জয়চন্দ্ৰ নাগবংশীয়ে ৰাজ্যমন্ত্ৰীৰ বাব লয়। ছমাহৰ পিছতে টাইমুৰ মন্ত্ৰীসভা ওফৰাই কেশৱ চন্দ্ৰ গগৈয়ে কংগ্ৰেছী মন্ত্ৰীসভা গঠন কৰে। এইখন মন্ত্ৰীসভাত আৰ্কলিয়াছ টিৰ্কীৰ নাম আগবাতি মন্ত্ৰী হিচাবে ঘোষণা হৈছিল। আৰু শপত গ্ৰহণ কৰিবলৈ নৌ

পাওঁতেই মন্ত্ৰীসভা ভংগ হৈ অসমত পোন প্ৰথমবাৰৰ বাবে ৰাষ্ট্ৰপতি শাসন জাৰী হয় ।

সদৌ অসম ছাত্ৰ সন্থাৰ এটা দাবী 'বহিৰাগতৰ সোঁত বন্ধ কৰা' লৈ ১৯৭৮ চনৰপৰা আৰম্ভ হোৱা আন্দোলন ১৯৭৯ চনত 'বিদেশী নাগৰিক বহিষ্কৰণ আৰু জাতীয় অস্তিত্ব ৰক্ষাৰ আন্দোলন' লৈ পৰিবৰ্ত্তিত হয় । 'বহিৰাগত' শব্দ লৈ সৰ্ব্বসাধাৰণ আন্দোলনকাৰীসকলৰ মাজত বিভ্ৰান্তিৰ সৃষ্টি হৈ অসমৰ 'চাহ জনজাতি' জনগোষ্ঠীৰ লগত সংঘৰ্ষ হৈ ডিব্ৰুগড় আৰু তিনিচুকীয়া জিলাত বহুলোক নিহত আৰু হতাহত হয় । সেই সময়ৰ 'চাহ মজদুৰ জনজাতি ছাত্ৰ সন্থা'ৰ সভাপতি দীনেশ্বৰ তাছা আৰু সাধাৰণ সম্পাদক বাকী প্ৰসাদ তেলেংগাৰ নেতৃত্বত ১৯৭৯ চনৰ ৯ ডিচেম্বৰত যোৰহাটৰ জগন্নাথ বৰুৱা মহাবিদ্যালত আয়োজিত বিশেষ অধিবেশনত 'সদৌ অসম ছাত্ৰ সন্থা'ৰ সৈতে তেওঁলোকৰ দাবী, আন্দোলন আৰু সংঘৰ্ষৰ ওপৰত যুটীয়া ঘোষণা - পত্ৰ প্ৰচাৰ কৰা হয় আৰু সদৌ অসম ছাত্ৰ সন্থাত ২ জন প্ৰতিনিধি ৰখাৰ সিদ্ধান্ত হয় । অসমৰ 'চাহ জনজাতি' জনগোষ্ঠীক 'থলুৱা' আৰু 'খিলিঞ্জীয়া' হিচাবে এইখন বিশেষ অধিবেশনৰ শেষত ঘোষণা কৰা হয় । আন্দোলনত সন্থাই পূৰ্ণ সহযোগিতা আগবঢ়ায় । ইয়াৰ পিছতেই ১৯৮৩ চনত নিৰ্ব্বাচন অনুষ্ঠিত হয়, গৰিষ্ঠ সংখ্যক ভোটদাতাই আন্দোলনকাৰীৰ আহ্বানত 'নিৰ্ব্বাচন বৰ্জন' কৰে । দুই-এটা ভোট লৈয়েই নিৰ্ব্বাচনী ফলাফল ঘোষণা কৰে আৰু হিতেশ্বৰ শইকীয়াই কংগ্ৰেছী মন্ত্ৰীসভা (১৯৮৩-১৯৮৫) গঠন কৰে । 'অবৈধ' অভিহিত নিৰ্ব্বাচনযোগে হোৱা মন্ত্ৰীসভাত ডিগবৈ সমষ্টিৰ বিধায়ক ৰামেশ্বৰ ধানোৱাৰ, লাহোৱাল সমষ্টিৰ বিধায়ক দীপক মুৰ্ম্মু আৰু মাজবাট সমষ্টিৰ বিধায়ক চিলভিয়াছ কন্দপানে মন্ত্ৰীত্ব পায় ।

সদৌ অসম ছাত্ৰ সন্থাই যোৰহাটত আয়োজন কৰা দ্বিতীয় জাতীয় অভিবৰ্ত্তনত দীনেশ্বৰ তাছাক মুখ্য আহ্বায়ক আৰু সদৌ অসম ছাত্ৰ সন্থাৰ প্ৰাক্তন সভাপতি বৃন্দাবন গোস্বামীক লৈ গঠন কৰা ১৯৮৪ চনৰ 'জাতীয় ৰাজনৈতিক অভিবৰ্ত্তন প্ৰস্তুতি সমিতি'ৰ ১১ জনীয়া সমিতিখনে ১৯৮৫ চনৰ ১৫ আগষ্টত তেতিয়াৰ প্ৰধান মন্ত্ৰী ৰাজীৱ গান্ধীৰ উপস্থিতিত কৰা ঐতিহাসিক 'অসম চুক্তি'ৰ পিছত অসম বিধান সভাও ভংগ হ'লত অক্টোবৰ মাহত গোলাঘাটত 'ৰাজনৈতিক অভিবৰ্ত্তন' আয়োজন কৰিলে আৰু সেই জাতীয় অভিবৰ্ত্তনত 'অসম গণ পৰিষদ' দল গঠন কৰা হ'ল । ১৯৮৫ চনৰ ডিচেম্বৰত হোৱা সাধাৰণ নিৰ্ব্বাচনত 'অসম গণ পৰিষদ' দল জিকি প্ৰফুল্ল কুমাৰ মহন্তৰ নেতৃত্বত মন্ত্ৰীসভা (১৯৮৫-১৯৯০)

গঠন কৰে । থাওৰা সমষ্টিৰ বিধায়ক বাকী প্ৰসাদ তেলেংগা কেবিনেট মন্ত্ৰী আৰু লাহোৱাল সমষ্টিৰ বিধায়ক দীপেন তাঁতীয়ে ৰাজ্যমন্ত্ৰীৰ বাব পায় । ১৯৯০ চনত পুনৰ ৰাষ্ট্ৰপতিশাসন জাৰী হয় । ১৯৯১ চনত হোৱা নিৰ্ব্বাচনত অসম গণ পৰিষদ দল হাৰে আৰু হিতেশ্বৰ শইকীয়াই নতুনকৈ মন্ত্ৰীসভা (১৯৯১-১৯৯৬) গঠন কৰে । কংগ্ৰেছী মন্ত্ৰী সভাখনত ৰামেশ্বৰ ধানোৱাৰ, জয়চন্দ্ৰ নাগবংশী আদিয়ে স্থান নেপালেও চিলভিয়াছ কন্দপান, ডুমডুমা সমষ্টিৰ বিধায়ক দিলেশ্বৰ তাঁতী, লক্ষীমপুৰ সমষ্টিৰ বিধায়ক দীনেশ প্ৰসাদ গোৱালা আৰু পূৰ্ব্বে ডিব্ৰুগড় সমষ্টিৰ সাংসদ হৈ লোকসভাত কাৰ্য্যনিৰ্বাহ কৰি থাকি এতিয়া লাহোৱাল সমষ্টিৰ বিধায়ক হৈ অহা হৰেন ভূমিজে কেবিনেট মন্ত্ৰী হিচাবে আৰু টিংখং সমষ্টিৰ বিধায়ক পৃথিৱী মাঝিয়ে অসম বিধান সভাৰ উপাধ্যক্ষ হিচাবে কাৰ্য্যনিৰ্বাহ কৰে । ১৯৯৬ চনৰ নিৰ্ব্বাচনত অসম গণ পৰিষদ দলৰ প্ৰফুল্ল কুমাৰ মহন্তই পুনৰ মন্ত্ৰীসভা গঠন কৰে আৰু ঢেকিয়াজুলি সমষ্টিৰ বিধায়ক জোচেফ টপ্পই ৰাজ্য মন্ত্ৰী হিচাবে আৰু পৰৱৰ্ত্তীকালত হোৱা মন্ত্ৰীসভা সম্প্ৰসাৰণত বিনোদ গোৱালাই কেবিনেট মন্ত্ৰী হিচাবে দায়িত্ব গ্ৰহণ কৰে । অন্যহাতেদি ১৯৯১ চনৰ নিৰ্ব্বাচনত ডিব্ৰুগড় সমষ্টিৰ পৰা নিৰ্ব্বাচিত সাংসদ পৱন সিং ঘাটোৱাৰ কেন্দ্ৰীয় পি ভি নৰসিংহ ৰাওৰ কংগ্ৰেছী মন্ত্ৰীসভাত প্ৰথমে উপমন্ত্ৰী হিচাবে আৰু পিছত ৰাজ্য মন্ত্ৰী হিচাবে দায়িত্বভাৰ গ্ৰহণ কৰাটো উল্লেখযোগ্য ।

কিন্তু অত্যন্ত দুখৰ বিষয় যে দেশ আৰু প্ৰদেশ চলোৱা অসমৰ 'চাহ জনজাতি' জনগোষ্ঠীৰ প্ৰতিনিধিসকলে লোকসভা, ৰাজ্যসভা আৰু অসম বিধান সভাৰ মজিয়াত নিজৰ সমাজখনৰ বাবে কিবা মাত মাতিলেনে ? বা কিবা আইন প্ৰণয়ন কৰিলেনে ? - বুলি ক'লে 'বিৰাট শূন্য' এটাহে দেখা যায় । একেজন মানুহে দলৰ ৰাজ্যিক আৰু জিলা পৰ্য্যায়ৰ বাব লৈ ট্ৰেড ইউনিয়ন সংগঠনৰো ৰাজ্যিক আৰু জিলা পৰ্য্যায়ৰ বিষয় বাব লৈ লোকসভা বিধানসভাৰো সাংসদ-বিধায়ক বাব লৈ মন্ত্ৰীত্ব ল'লে কোনটো কাম কেতিয়া কৰিব ? ধন, ক্ষমতা আৰু বিষয় বাবৰ খক থকাটো এটা কথা । আৰু সকলো ক্ষেত্ৰতে নিজকে বিশেষজ্ঞ বুলি ভাবি লৈ আগ্ৰাসী মনোভাৱ লৈ সমাজ এখনৰ প্ৰতিনিধিত্ব কৰিলে এনেদৰে 'বিৰাট শূন্য'ৰ বাদে একো নোহোৱাটোৱেই স্বাভাৱিক ।

অসমৰ ৰাজনীতিত 'চাহ জনজাতি' ৰ ভূমিকা আছে । আগতো আছিল, এতিয়াও আছে আৰু আগলৈকো থাকিব । হয়তো ক্ষেত্ৰ বহল বা সংকুচিত হ'ব । আজিৰ অসমৰ ৰাজনীতি এই জনগোষ্ঠীটোক বাদ দি নহয় ।

'ইন্দিয়া ইজ ইন্দিৰা' ৰ প্ৰবক্তা একালৰ কংগ্ৰেছ সভাপতি দেৱকান্ত বৰুৱাই 'চাহ জনজাতি' জনগোষ্ঠী ছাত্ৰ-ছাত্ৰীৰ কাৰণে ১৯৬৩ চনত সহকৰ্মীৰ প্ৰতিবাদ নেওচি পোন প্ৰথমবাৰৰ বাবে 'মেধা বৃত্তিৰ ব্যৱস্থা কৰিছিল । আৰু একেজন দেৱকান্ত বৰুৱায়েই - 'যেতিয়ালৈকে কংগ্ৰেছ দলৰ এটা জেপত কুলী আৰু আনটো জেপত আলি থাকিব, তেতিয়ালৈকে কংগ্ৰেছ দলক নিৰ্ব্বাচনত কোনেও হৰুৱাব নোৱাৰিব' বুলি দাম্ভিকতাও কৰি থৈ গ'ল । একেদৰে নিৰক্ষৰ, অশিক্ষিত কিন্তু অসম চাহ মজদুৰ সংঘৰ কেন্দ্ৰীয় আৰু শাখা পৰ্য্যায়ৰ নেতা মলিয়া তাঁতী, নাৰদ কুমাৰ আদি বিধায়ক হৈ থাকোতে উচ্চ শিক্ষিত 'চাহ জনজাতি'ৰ যুব-ছাত্ৰ নেতাই ঠাট্টা আৰু উপলুঙা কৰি আমাক জনাইছিল আৰু তেওঁলোকে নিজে যেতিয়া বিধায়ক মন্ত্ৰী হ'ল, একোকে কৰিব নোৱাৰিলে । চাহ বাগিচা শ্ৰমিক আইন, নিম্নতম মজুৰি আইন, কাৰখানা আইন বা ভাৰতীয় সংবিধান প্ৰদত্ত অধিকাৰ বা পঞ্চায়তী ৰাজৰপৰা পাবলগীয়াখিনিৰ পৰা 'চাহ জনজাতি' জনগোষ্ঠীৰ লোকসকল বঞ্চিত হৈয়েই ৰ'বনে ?

ডিব্ৰুগড় লোকসভা সমষ্টিৰ মাৰ্ঘেৰিটা, ডিগবৈ, তিনিচুকীয়া, দুলীয়াজান, নাহৰকটীয়া, টিংখং, লাহোৱাল আৰু মৰাণ লৈ ৮ টা বিধানসভা সমষ্টি আৰু যোৰহাট লোকসভা সমষ্টিৰ সোণাৰী, মাহমৰা, থাওৰা, নাজিৰা, আমগুৰি, টীয়ক, মৰিয়নী, তিতাবৰ আৰু যোৰহাট লৈ ৯টা বিধান সভা সমষ্টিত 'চাহ জনজাতি' ৰ ভোটদাতা ৰাইজেই নিৰ্ণায়ক ভোটদান কৰি আহিছে । লক্ষীমপুৰ লোকসভা সমষ্টিৰ ডুমডুমা, চাবুৱা আৰু নাওবৈছাক লৈ ৩ টা আৰু কলিয়াবৰ লোকসভা সমষ্টিৰ দেৰগাঁও (সংৰক্ষিত), খুমটাই, বোকাখাত, সৰুপথাৰ আৰু কলিয়াবৰক লৈ ৫ টা বিধানসভা সমষ্টিৰো নিৰ্ণায়ক 'চাহ জনজাতি' ভোটাৰেই । সেইদৰে তেজপুৰ লোকসভা সমষ্টিৰ গহপুৰ, বিহালী, বিশ্বনাথ, ৰঙাপাৰা, ঢেকিয়াজুলি আৰু বৰচলাক লৈ ৬ টাত আৰু মংগলদৈ লোকসভা সমষ্টিৰ মাজবাট আৰু পানেৰীক লৈ ২টা সমষ্টিৰো নিৰ্ণায়ক 'চাহ জনজাতি' য়েই । আনকি গুৱাহাটী লোকসভা সমষ্টিত দিছপুৰ আৰু কোকৰাঝাৰ লোকসভা সমষ্টিত গোঁসাইগাঁও সমষ্টি ২ টাক লৈ মুঠ ৩৫ টা বিধান সভা সমষ্টিৰপৰা অসম বিধান সভাত ৩৫ জন লাগিছিল । কৰিমগঞ্জ আৰু শিলচৰ লোক সভা সমষ্টিৰ লক্ষীপুৰ, উদাৰবান্দ, ৰাতাবাৰী, পাথাৰকান্দি, সোণাই, ধলাই, কাটিগৰা, কাটলিচেৰা, আলগাপুৰ আদি ৯ টা বিধানসভা সমষ্টিৰ নিৰ্ব্বাচনী ফলাফল 'চাহ জনজাতি'য়েই নিৰ্দ্ধাৰণ কৰে । অথচ এই ৪৪ টা বিধান সভা সমষ্টিৰ ভাগ্য-নিয়ন্তা 'চাহ জনজাতি' জনগোষ্ঠীৰ লোকসকলে তেওঁলোকৰ নেতা বা শ্ৰমিক

নেতা আখ্যা পোৱা লোকসকলৰ ছলাহী কথাত ভোল গৈ নিজকে অসমৰ দ্বিতীয়-তৃতীয় শ্ৰেণীৰ নাগৰিক হিচাবে প্ৰতিপন্ন কৰি প্ৰতিটো নিৰ্ব্বাচনৰ আগে-আগে দালালৰ মাধ্যমত পোৱা কেইটামান টকাৰ মাধ্যমত বা তেওঁলোকে পি ভাল পোৱা পানীয় বা খাই ভাল পোৱা আমিষ ভোজন কৰি ৫২ টা বছৰ পাৰ কৰি দিলে । টেঁকুৰা কুকুৰ এটাই মঙহ খাবলৈ নেপাই পথাৰত পৰি থকা শুকান হাড় এডাল আনি চোবাই থাকোতে নিজৰ দুই কোৱাৰি ফাটি ওলাই অহা তেজটোক হাডডালৰ পৰাই ওলাইছে ভাবি আপোন মগ্ন হৈ পৰম তৃপ্তিৰে চুহি থকাৰ নিচিনাকৈয়ে 'চাহ জনজাতি' জনগোষ্ঠীৰ লোকসকলেও ইমানদিনে আপোন-পাহৰা হৈ নিজৰ তেজকে নিজে চুহি আহিল । আৰু কিমান দিন এইদৰে চুহিব ?

মধ্য অসম আৰু নামনি অসম আৰু বৰাক উপত্যকাত থকা ধৰ্ম্মীয় সংখ্যালঘু ওৰফে মুছলমান লোকসকলে অসম বিধান সভাই নহয়, অসমৰ পৰা লোকসভালৈ যোৱা সংসদীয় আসন দখল কৰি তেওঁলোকৰ শক্তি-সামৰ্থ্য প্ৰদৰ্শন কৰিছে । তেওঁলোকে আজি ধূতি-পাঞ্জাবী পৰিধান কৰি নামঘৰে-গীৰ্জ্জাঘৰে আঁঠুকাঢ়ি ফুৰা নাই । কংগ্ৰেছ দলৰ বা অসম গণ পৰিষদ দলৰ নেতা সকলেহে তেওঁলোকৰ মছজিদলৈ গৈ লুঙি-টুপী পিন্ধি খাতিৰ কৰি থাকিব লগা হৈছে । চৰ অঞ্চলৰ বাবে সুকীয়া মন্ত্ৰালয়েই হৈছে । কিন্তু কংগ্ৰেছ আৰু অসম গণ পৰিষদৰ আমোলত 'চাহ জনজাতি'ৰ কি হৈছে ? পঞ্চায়তীৰাজ ব্যৱস্থাইনো তেওঁলোকক কি দিলে ? বিংশ শতাব্দীৰ অন্তিম মূহুৰ্ত্তত এইবোৰ ভাবি চাবৰ সময় হ'ল । ভাবি থাকিলেও নহয়, হাতে-কামে কৰিবৰ হ'ল । জধে-মধে হাতে-কামে লাগিলেও নহয়, লক্ষ্য অটুট ৰাখি নিৰ্ভুল সৎ পদ্ধতি অৱলম্বন কৰি আগবাঢ়িবৰ হ'ল । একবিংশ শতাব্দীটোক নিজকে ফুলে-ফুলে জাতিষ্কাৰ কৰি অসমৰ ৰাজনীতিত 'চাহ জনজাতি'ৰ ভূমিকা দিগ্ নিৰ্ণয়কাৰী ৰূপেৰে আদৰিবৰ উপযুক্ত সময় হ'ল ।



# চাহশ্ৰমিক আৰু স্বাধীনতাৰ গণ আন্দোলন

❑ গণেশ চন্দ্ৰ কুৰ্মি

স্বাধীনতাৰ গণ আন্দোলনত চাহ জনগোষ্ঠীৰ লোকসকলে প্ৰত্যক্ষ আৰু পৰোক্ষ উভয় প্ৰকাৰে এক উল্লেখনীয় অৱদান যোগাইছিল। ইয়াৰ অৱশ্যে সঠিক মূল্যাঙ্কন আৰু যথাযথ স্বীকৃতি অদ্য পৰিমিত হোৱা নাই বুলি কোৱাৰ থল বিদ্যমান। এনে হোৱাৰ কাৰণে কেৱল ৰাজনীতিবিদ, বুদ্ধিজীৱী অথবা বুৰঞ্জীবিদসকলকে দায়ী কৰিলেও প্ৰকৃত সত্যৰ ওপৰত প্ৰলেপ ঘঁহা হ'ব। আমাৰ বোধেৰে এইক্ষেত্ৰত অনগ্ৰসৰ লাজকুৰীয়া স্বভাৱৰ চাহ মজদুৰ জনজাতিৰ ধমনীত প্ৰবাহিত হৈ থকা নিজকে অপ্ৰকাশিত কৰি ৰখাৰ এক অহৰহ মানসিকতাও সমপৰিমাণেই দায়ী বুলি ক'ব পৰা যায়। প্ৰকৃতিৰ প্ৰিয় সন্তান এনে জাতিসত্তাৰ লোকসকলে প্ৰকৃতিৰে গছ-লতিকাৰ আচ্ছাদনত সভ্যসমাজৰপৰা যথেষ্ট ব্যৱধান ৰাখি কবি বৰ্ডছৱৰ্থ লুচিৰ দৰেই এক নিৰলস জীৱন-যাপনত যুগ-যুগান্তৰ ধৰি অভ্যস্ত হৈ আছিছে। সেয়ে তেওঁলোকৰ ধ্যান-ধাৰণা আৰু বৃটিছৰ গোলামী পৰিবেশৰ সামাজিক পৰিস্থিতি আৰু অৰ্থনৈতিক অৱস্থাৰ পৰিপ্ৰেক্ষিততহে স্বাধীনতাৰ আন্দোলনত তেওঁলোকে আগবঢ়োৱা অৱদানৰ বিষয়ে আলোচনা কৰা উচিত। বস্তুনিষ্ঠ আৰু নিৰ্মোহ বিচাৰ বিবেচনা কৰিলেহে চাহাব চাহখেতিয়কৰ কটকটীয়া শাসন আৰু নিৰ্মম শোষণ ব্যৱস্থাৰ বিৰুদ্ধে বিষোদগাৰ কৰা অৰ্থনৈতিক আৰু ৰাজনৈতিক মুক্তি পিপাসু আন্দোলনকাৰীৰ প্ৰকৃত অৰিহণাৰ যথাযত পৰ্যালোচনা কৰা হ'ব।

১৮২৬ চনৰ ইয়াণ্ডাবু সন্ধিৰ স্বৰ্ত্ত অনুসৰি ছয়শ বছৰীয়া প্ৰবল প্ৰতাপী আহোম ৰাজত্বৰগৌৰৱ ৰবি চিৰতৰে নিঃশেষ হৈ যায়। ইষ্ট ইণ্ডিয়া কোম্পানীৰ মূল লক্ষ্য আছিল ভাৰতবৰ্ষত বৃটিছৰ এখন উপনিবেশ স্থাপন কৰা আৰু এই উপনিবেশিকা শক্তিৰ মূল স্বাৰ্থই আছিল অৰ্থনৈতিক লুণ্ঠণ। গতিকে ইষ্ট-ইণ্ডিয়া কোম্পানীৰ আটাইবোৰ প্ৰধান নীতি আৰু পৰিকল্পনাৰ মূল বিষয় আছিল বাণিজ্যিক স্বাৰ্থ আৰু সেই স্বাৰ্থ পূৰণৰ বাবে প্ৰয়োজনীয় শোষণৰ বিধিবদ্ধ শাসন ব্যৱস্থাৰ ৰূপায়ন কৰা; এনে এটা উদ্দেশ্য আগত ৰাখিয়েই তেওঁলোকে অসমত চাহ খেতি কৰিবলৈ লয়।

অসমত চাহগছ আৱিষ্কাৰ হোৱাত আৰু অসমৰ মাটি-পানী আৰু জলবায়ু চাহখেতিৰ বাবে অতিকৈ উপযুক্ত বুলি বিবেচিত হোৱাৰ পিছত ১৮৩৯ চনত লণ্ডন চহৰত অসম কোম্পানী নামেৰে ভাৰতৰ প্ৰথম চাহ কোম্পানীটো গঠন হয়। ১৮৪০

চনত নাজিৰাত সদৰ কাৰ্যালয় পাতি অসম চাহকোম্পানীয়ে চাহৰ ব্যৱসায়ত মনপুতি লাগি যায়। চৰকাৰে পতা জয়পুৰৰ পুলি বাগানকে আদি কৰি আটাইবোৰ চাহবাগিচা এই নবজন্মলব্ধ চাহ কোম্পানীৰ হাতত গতাই দিয়া হয়। ইয়াৰ পিছতহে যোৰহাট টি-কোম্পানী, গোলাঘাট টি-কোম্পানী আদি চাহ কোম্পানীবোৰ গঠন হয়।

চাহশিল্পই ইয়াৰ জন্মলগ্নৰেপৰাই অধিক লাভৰ আশাত শ্ৰমিকৰ শোষণ নিৰ্যাতনৰ নীতি গ্ৰহণ কৰি আহিছে। আনহাতে শিল্পপতিসকলৰ এনে গৃহীত নীতিত হস্তক্ষেপ নকৰাটোৱেই আছিল শাসক শ্ৰেণীৰ ৰাজনৈতিক দৰ্শন। গতিকে চাহ খেতিয়কসকলে চাহ শ্ৰমিকৰ ওপৰত নিৰ্ব্বিবাদে শাৰীৰিক নিৰ্যাতনকে ধৰি সকলো প্ৰকাৰৰ শোষণ-নিস্পেষণ আৰু জোৰ-জুলুম প্ৰয়োগ কৰিব পাৰিছিল। অৱশ্যে এনেধৰণৰ জোৰ-জুলুম, অত্যাচাৰ-অনাচাৰ আৰু অন্যায় লুণ্ঠন যে কেৱল পেটে-ভাতে খোৱা নিমাখিত দিন মজুৰি কৰা শ্ৰমিকসকলৰ ওপৰতহে কৰিছিল তেনে নহয়, অসমৰ প্ৰতিষ্ঠিত ব্যক্তি, ৰজাঘৰীয়া যিয়েই বৃটিছৰ স্বাৰ্থৰ সামান্যতম বিৰোধ কৰিছিল, সেই সকলোকে অতি নিৰ্ম্মম হাতেৰে মৰিমুৰ কৰি পেলোৱা হৈছিল। চাহখেতিৰ লগত জড়িত অসমৰ প্ৰথমজন অসমীয়া চাহখেতিৰ মণিৰাম দেৱান বৰভাণ্ডাৰ বৰুৱাই ইংৰাজ শাসনৰ বিৰোধিতা কৰি ফাচী কাঠত ওলমিব লগা হয়। মণিৰাম দেৱানে অসমৰ লুপ্তপ্ৰায় স্বাধীনতাৰ পুনৰুদ্ধাৰৰ বাবে চলোৱা চেষ্টাৰ ওপৰত ইংৰাজ চাহকোম্পানীৰ লগত সমানে চাহখেতি কৰাৰ বাবেহে ইংৰাজৰ চকুৰ কুটা আৰু দাঁতৰ শূল হৈ পৰিছিল। গতিকে অসমৰ স্বাধীনতা আন্দোলনৰ আঁতধৰা এজন অগ্ৰগামী শ্বহীদ হ'ল চাহ খেতিয়ক মণিৰাম দেৱান বৰভাণ্ডাৰ বৰুৱা।

অসম কোম্পানীয়ে ১৮৫০ চনলৈ অসমত চাহ বাগিচা খোলাৰ একচেতীয়া অধিকাৰ লাভ কৰিছিল। এই কোম্পানীৰ মৰ-মতালিৰ বাবে ১৮৪৪ চনতে প্ৰথমবাৰৰ বাবে শ্ৰমিকসকলে ধৰ্মঘট কৰিছিল আৰু ইয়াৰ মালিকপক্ষই তিনিমাহৰ অনাদায়কৃত দৰ্ম্মহাৰ ধন আদায় দিয়াৰ উপৰি মাহে মাহে দৰ্মহা দিবলৈ চুক্তিবদ্ধ হৈছিল।

সমগ্ৰ অসমতে স্বাধীনতাৰ আন্দোলনকাৰী মণিৰাম দেৱান এজন কিম্বদন্তী পুৰুষ হিচাপে স্বীকৃতি লাভ কৰে। তেওঁৰ ওপৰত অনেক লোকগীত ৰচনা হয়। গতিকে চাহাবাগিচাৰ বনুৱাৰ মাজতো তেওঁৰ বিষয়ে প্ৰচাৰ হৈছিল।

সমগ্ৰ অসমতে স্বাধীনতাৰ আন্দোলনকাৰী হিচাপে মণিৰাম দেৱান এজন কিম্বদন্তী পুৰুষ হিচাপে স্বীকৃতি লাভ কৰে। তেওঁৰ ওপৰত অনেক লোকগীত ৰচনা হয়। গতিকে চাহবাগিচাৰ বনুৱাৰ মাজতো তেওঁৰ বিষয়ে প্ৰচাৰ হৈছিল। সেয়ে ১৮৫৭ চনত সমগ্ৰ ভাৰতবৰ্ষ জুৰি বি চিপাহী বিদ্ৰোহ অথবা ভাৰতৰ স্বাধীনতাৰ প্ৰথম আন্দোলন হৈছিল সেই বিদ্ৰোহত চাহ শ্ৰমিকসকলেও অংশ গ্ৰহণ কৰিছিল।

১৯৮২ চনৰ অধিবেশন সংখ্যা 'চাহ মজদুৰত' শ্ৰীন কাকতীদেৱে লিখিছে -

১৮৫৭ চনত গোটেই ভাৰতবৰ্ষত বৃটিছৰ বিৰুদ্ধে বিদ্ৰোহ হয়, যাক বুৰঞ্জীত চিপাহী বিদ্ৰোহ বুলি কোৱা হয়। সেই সময়ত বাগানৰ বনুৱা ঠিকাদাৰ মধু কোঁচৰ নেতৃত্বত অসম চাহ-কোম্পানীৰ ১০ হেজাৰ বনুৱা আৰু কৰ্মচাৰীসকলে কাম বন্ধ কৰে। ফলস্বৰূপে বনুৱাৰ নেতা আৰু কৰ্মচাৰীসকলে অশেষ নিৰ্যাতন ভোগকৰিবলগীয়া হয়। মধু কোঁচক ৭ বছৰ কাৰাদণ্ড হয় আৰু তাৰ পিছতেই কলীয়াপানীলৈ নিৰ্ব্বাসন দিয়া হয়। নিৰ্ব্বাসিত অৱস্থাত মধু কোঁচৰ কলীয়াপানীত মৃত্যু হয়। বাকী ভালেমান নেতাৰ ১ৰপৰা ৪ বছৰলৈ কাৰাদণ্ড হয়।

১৮৪১ চনতে অসম কোম্পানীয়ে পোনপ্ৰথমবাৰৰ বাবে ছোটনাগপুৰৰপৰা বনুৱা আমদানী কৰে। ক্ৰমে ক্ৰমে বৃটিছ চাহ খেতিয়কসকলে অসমৰ বাহিৰৰপৰা শ্ৰমিক অনাত অধিক মনোযোগ দিবলৈ ধৰে। ইংৰাজ চাহখেতিয়কসকলৰ ধাৰণা আছিল যে থলুৱা বনুৱাৰ ঠাইত অনা বাজ্যৰপৰা অনা বনুৱাক কম দৰ্মহাতে কামত খটুৱাব পাৰিব আৰু ছিন্নমূল এনে বহিৰাগত চাহ শ্ৰমিকসকলে চাহখেতিয়কৰ কেতিয়াও মুকলি বিদ্ৰোহ কৰিব নোৱাৰিব। কিন্তু ১৮৫৯ চনতে সেইসময়ৰ শিৱসাগৰ জিলাৰ নেঘেৰিটিং চাহবাগিচাত হোৱা শ্ৰমিক ধৰ্মঘটে মালিক পক্ষৰ এনে ধাৰণাৰ ভুল প্ৰতিপন্ন কৰে। বিশ্বেশ্বৰ চন্দ্ৰ কান্ত ডুবে নামৰ এজন বামুন চাহবনুৱাৰ নেতৃত্বত সেই বাগিচাৰ দুহেজাৰ বনুৱাই দৰ্মহা বৃদ্ধিৰ দাবীত ধৰ্মঘট কৰে। মিলিটাৰী আৰু পুলিচে অত্যাচাৰ চলাই এই ধৰ্মঘটৰ সমাপ্তি ঘটায়। আন্দোলনৰ নেতা ডুবেক ৩ বছৰ কাৰাদণ্ড আৰু আন কেইজনক জিলাৰ ৬ মাহৰ কাৰাদণ্ড দিয়ে।

১৮৮৪ চনত অবিভক্ত কাছাৰৰ বোৱালিয়া চাহবাগিচাৰ মেনেজাৰে এটা সক লৰাক বেয়াকৈ বেতেৰে প্ৰহাৰ কৰিছিল। চাহাবৰ দুৰ্ব্যবহাৰত আগৰেপৰা ক্ষুব্ধ হৈ থকা শ্ৰমিকসকলে এনে অমানুষিক কাৰ্যৰ প্ৰতিবাদ জনাই মেনেজাৰক ঘেৰাও কৰে। যি কি নহওক পিছত পৰিস্থিতি চম্ভালি লোৱা হয়। ঘেৰাও কৰা শ্ৰমিকসকলৰ কেইজনমানক এবছৰ পৰ্যন্ত জেল আৰু চাহাবেও দুশ টকাৰ জৰিমনা ভৰিব লগাত পৰে।

চাহবাগিচাত সংঘটিত এনে ধৰণৰ অপ্ৰীতিকৰ ঘটনাসমূহ পিছৰ কালত মাজেমধ্যে ন্যায়ালয় পৰ্যন্ত পাইছিলগৈ। এনে ঘটনাৰ অপূৰ্ব বৰ্ণনা চাহমজদুৰ ইতিহাসৰ অলিখিত দলিল স্বৰূপে টুচুগীতৰ মাজতো প্ৰতিফলিত হোৱা দেখা যায়। যেনে –

কলিকতাই গিয়েছিল
মকৰ্দ্দমাই কি হইল?
মকৰ্দ্দমাই জিত হইল
চাহাব শালাৰ হাৰ হইল।

আকৌ চাহবাগিচাত চলা নিৰ্য্যাতনৰ ফলত পুঞ্জীভূত হোৱা অন্তৰৰ জ্বালা-যন্ত্ৰণা আৰু মনৰ ক্ষোভৰ বাবে অসম এৰি নিজৰ নিজৰ দেশলৈ প্ৰত্যাবৰ্তন কৰাৰ মনোভাব অতি নিয়াৰিকৈ টুচু গীতৰ মাজত প্ৰকাশ লাভ কৰিছে। যেনে –

চল সাবদা চল্ বাবদা
আসামে বড় দুখ রে
ৰেলে চড়ে দেশ যাব
আৰ এখানে থাকব না।
চান্দপুৰে টিকট কাটে
অগ চলে যাব গুৱালন্দে
চাহাব শ্যালাদেৰ চাহবাগান
আৰু কদম ৰাখব না

চাহবাগিচাৰ প্ৰাৰম্ভিক কালছোৱাত ডিব্ৰুগড়ৰ এখন চাহ বাগিচাতো এনে অপ্ৰীতিকৰ ঘটনা ঘটিছিল। উল্লেখ যে আৰকাঠিৰ ফুচলনিত উত্তৰ প্ৰদেশৰপৰা জনৈক ৰাজপুত চাহ শ্ৰমিকৰ মাতৃয়ে চাহবাগিচাৰ কাম কৰিবলৈ অমান্তি হোৱাত মেনেজাৰৰ লগত শ্ৰমিক জনৰ সংঘাত লাগে। পিছত পলাই যোৱা অৱস্থাত মাক-পুতেক হালেই ধৰা পৰে আৰু চাহাবে উক্ত শ্ৰমিক জনক কঠোৰ শাস্তি বিহিছিল।

১৮৬৫ চনৰ আগলৈকে শ্ৰমিকৰ হাজিৰা দিয়াৰ কোনো ধৰা বন্ধা নিৰিখ নথকাৰ সুযোগ লৈ কোম্পানীবিলাকে নিজৰ খেয়াল খুচিমতে শ্ৰমিকক হাজিৰা দিছিল। কঠোৰ পৰিশ্ৰম কৰা শ্ৰমিকসকলে উপযুক্ত মজুৰি নোপোৱা বাবে আৰু চাহাবসকলৰ অসৎ আচৰণৰ বাবে শ্ৰমিকসকলে মাজে-মধ্যে বিদ্ৰোহ কৰিছিল। কোম্পানীৰ বাহাদুৰৰ ধনবল, ক্ষমতা আৰু তেওঁলোকক সততে ৰক্ষণাবেক্ষন দিয়া শাসন যন্ত্ৰৰ তুলনাত চাহবাগিচাৰ শ্ৰমিকসকল আছিল তেনেই নিমাখিত প্ৰাণী। তথাপিতো স্বাধীনচিতীয়া চাহ বনুৱাসকলে নিৰ্বিবাদে সেইবোৰ অত্যাচাৰ-অনাচাৰ সহ্য কৰা নাছিল। তেওঁলোকে ইয়াৰ প্ৰতিবাদত প্ৰায়েই সোচ্চাৰ হৈ বিক্ষোভ প্ৰদৰ্শন কৰিছিল আৰু কেতিয়াবা কেতিয়াবা হিংসাত্মক ঘটনাও ঘটাইছিল। গুহাৰ চাহাবেও এই বিষয়ে লিখিছে যে ভালদৰে পৰিচালনা কৰিব নোৱাৰা বাগিচাসমূহ শ্ৰমিকে হিংসাৰ আশ্ৰয় লোৱাতো একো নতুন কথা নাছিল। এনে ক্ষেত্ৰত শ্ৰমিকসকলে কেতিয়াবা অতিষ্ঠ হৈ চাহাবৰ বঙলাত জুই লগাই দিয়াৰ দৰে ঘটনাও সংঘটিত হৈছিল।

১৮৬৫ চনত কুৱাৰ দৰ্মহাৰ নিৰিখ ধাৰ্য্য কৰা হৈছিল। সেইমতে মতাৰ ৫ টকা, মাইকীৰ ৪ টকা আৰু ল'ৰা-ছোৱালীৰ বাবে ৩ টকা বা ২ টকা মাহিলি দৰ্মহা ধাৰ্য্য কৰিছিল। ইয়াৰ ফলত আইন সংশোধন নোহোৱালৈকে কোম্পানীসমূহে হাজিৰা নবঢোৱাকৈ থাকিব পৰা হ'ল। আনহাতে বস্তুৰ দাম বাঢ়ি যোৱা সত্ত্বেও আইনৰ দোহাই

দি বনুৱাৰ হাজিৰা বঢ়াই নিদিয়া বাবে শ্ৰমিকৰ লগতে আনেও চৰকাৰক কটু সমালোচনা কৰিছিল।

সেই সময়ত ৰেল বা অন্য বিভাগত শ্ৰমিকৰ দৰ্মহা মাহিলি ৭ টকাৰপৰা ১৬ টকালৈ বৃদ্ধি পাইছিল যদিও চাহশ্ৰমিকৰ দৰ্মহা মাহে মাত্ৰ ০.২৫ পইচাকৈ ৪ বছৰৰ ভিতৰত মাত্ৰ ১ টকাহে বৃদ্ধি পাইছিল। বেগি কমিটিৰ বিৰ্পটৰপৰা চাহশ্ৰমিকৰ শোষণৰ বিষয়ে সম্যক ধাৰণা কৰিব পাৰি। উক্ত বিৰ্পটৰ কিয়দংশৰ উদ্ধৃতি দিয়া হ'ল। 'শ্ৰমিকসকলে লগত অনা দুপৰীয়াৰ আহাৰ খাবলৈ মাত্ৰ ৫ মিনিটৰপৰা ১০ মিনিটলৈকে ছুটি দিয়া হয়। এনে বহুত উদাহৰণ পোৱা গ'ল যত এই তথাকথিত দুপৰীয়া ছুটিৰ সময়ত ঘৰলৈ গ'লে শ্ৰমিকক হাজিৰা দিয়া নহৈছিল। শ্ৰমিকবিলাকক ৫ বা ৬ বজাৰ পিছতো কাম কৰাই বুলি ভবাৰ থল আছে। কিছুমান বাগিচাত গধূলি ৭ বজালৈকে কাম কৰি থকা দেখা গৈছিল। এনেকুৱা উদাহৰণ আছে যে শিশু শ্ৰমিকসকলৰপৰা অধিক কাম আদায় কৰিবৰ বাবে তেওঁলোকক শাৰীৰিক শাস্তি দিয়া হৈছিল। প্ৰায়বোৰ চাহবাগিচাতে দেখা যায় যে শ্ৰমিকক দিয়া বেতন যথেষ্ট নহয় আৰু প্ৰায়বিলাক শ্ৰমিকেই প্ৰয়োজনীয় আহাৰ নোপোৱাকৈ থাকে। প্ৰায়বিলাক মালিকেই আইনসঙ্গতভাৱে যিমান কাম কৰিব লাগে তাতোকৈয়ো অধিক কাম কৰিবলৈ শ্ৰমিকক বাধ্য কৰায়। এইদৰে দেখা যায় যে শ্ৰম পৰিস্থিতি নিয়ন্ত্ৰণ কৰিবলৈ যিমানবিলাক আইনৰ ব্যৱস্থা আছে সেইবিলাকৰপৰা প্ৰকৃতপক্ষে ভাৰতৰ চাহবাগিচাবোৰ একেবাৰে মুক্ত।'

চাহবাগিচাৰ চাহাবৰ প্ৰতাপ আৰু বনুৱাৰ দুৰ্দশাৰ ছবি প্ৰসেনজিত চৌধুৰীয়ে তেওঁৰ অসমৰ চাহবনুৱা আৰু উনৈশ শতিকাৰ বিদ্যুত সমাজৰ পৃঃ নং ৩৬ ত উল্লেখ কৰিছে যে –'হৰিচন্দ্ৰ মুখোপাধ্যায়ে Hind Patriot ত লিখিছে 'The Planter is above law, he laughs at it, he defies it...' সঁচা কথা ক'বলৈ গ'লে অসমৰ প্ৰশাসন যন্ত্ৰটো আছিল তেওঁলোকৰ হাতৰ মুঠিত আৰু সেইবাবে অত্যাচাৰ অনাচাৰবো অন্ত নাছিল। চাহখেতিয়কসকলৰ অবিসম্বাদী প্ৰতাপ আৰু প্ৰভাৱৰ বিষয়ে বেণুধৰ ৰাজখোৱাই লিখিছিল 'সেইকাল বেলেগ আছিল। তেতিয়াৰ অসমৰ সৰ্বময় কৰ্ত্তা চাহবাগিচাৱালা সকলকহে বুলিব লাগে। তেওঁবিলাকৰ বিপক্ষে কোনেও থিয় দিব নোৱাৰে। আনকি প্ৰদেশাধিপতিয়েও তেওঁবিলাকৰ স্বাৰ্থৰ বিৰুদ্ধে কোনো কাৰ্য্যকৰী প্ৰস্তাৱ গ্ৰহণ কৰিবলৈ সাহ কৰিব নোৱাৰিছিল। জিলাধিপতিৰ কথা নক'লেও হব। বাগিচাৰ চাহাবৰ ওপৰত যদি কোনোবা মূৰ্খ মানুহে ফৌজদাৰী অভিযোগ কৰে, তেনেহলে অভিযোগকাৰীৰ যে বিপদৰ আশংকা থাকেই, হাকিমৰো মনত ত্ৰাসৰ উপস্থিত হয়। প্ৰসেনজিত চৌধুৰীয়ে আৰু কৈছে যে—বাগিচাৰ চাহাব মালিক কেইজনে নিজকে একচ্ছত্ৰী শাসনকৰ্ত্তা বুলি ভাবিছিল। কেৱল চাহবাগিচাৰ বনুৱা আৰু কৰ্মচাৰীসকলেই নহয় বাগিচাত কাম নকৰা দেশীয় লোকসকলোও এই প্ৰতিপত্তিশালী

জাতি দাম্ভিক মালিক কেইজনে দাবী কৰিছিল প্ৰায় ৰাজকীয় সন্মান আৰু আনুগত্য। 'The planters are the Lords of the vast wilderness of Assam and the people tremble in fear of them. (Ganguli : 1972.38) বেণুধৰ শৰ্মাইও এইকথাৰ পুষ্টি সাধন কৰি লিখিছিল যে সেইকালত বাগিচাৰ ভিতৰৰ বাটেদি অসমীয়া মানুহ গ'লেও ছাতি জপাই নিজৰ বাহনৰপৰা নামি যাব লাগিছিল।

ইয়াৰপৰাই অনুমান কৰিব পাৰি যে চাহবনুৱাসকলৰ ওপৰত শাসন-শোষণৰ প্ৰক্ৰিয়াতো কিমান কঠোৰতম আছিল। ১৮৫৯ চনৰ 'Workmen Breach Contract Act' খন কিমান ঘৃণনীয়ভাবে অমানবিক আছিল সেইকথা আমি উক্ত আইনৰ তলত উল্লেখ কৰা মূলকথাখিনিৰপৰাই অনুমান কৰিবপৰা যায়।

(১) কোনো শ্ৰমিকে আগধন লৈ কামৰ চুক্তিৰ ম্যাদ শেষ নোহোৱা পৰ্যন্ত কেতিয়াও কাম এৰিব নোৱাৰিছিল।

(২) চুক্তিৰ ম্যাদ ৩১৩ দিন আছিল যদিও ইয়াক ৫ বছৰলৈ বৃদ্ধি কৰা হৈছিল।

(৩) মৌখিভাবে কৰা চুক্তিকো লিখিত চুক্তি বুলি গণ্য কৰা হৈছিল।

(৪) চুক্তিভঙ্গ কৰা অথবা চুক্তিৰ ম্যাদৰ ভিতৰত কাম কৰিবলৈ আপত্তি কৰা, কামৰপৰা পলাই যোৱা, কাম এৰা এইবিলাকক অপৰাধ বলি গণ্য কৰা হৈছিল আৰু সেই অপৰাধৰ বাবে শাস্তি আছিল কাৰাবাস। এনে অপৰাধীসকলক গ্ৰেপ্তাৰ পৰোৱানা লৈ মালিকসকলে নিজে গ্ৰেপ্তাৰ কৰিব পাৰিছিল।

ইয়াৰবাদেও বাগিচাৰ চাহাবসকলে নিজৰ ইচ্ছামতে বনুৱাৰ ওপৰত নানাধৰণৰ শাৰীৰিক আৰু মানসিক অত্যাচাৰ নিৰ্ব্বিবাদে চলাই যাব পাৰিছিল। তাতে আকৌ চাহবাগিচাবোৰ প্ৰতিখনেই একো একোটা নিৰ্জন দ্বীপৰ দৰেই আছিল। ইখন বাগিচাৰ শ্ৰমিকৰ লগত সিখন বাগিচাৰ শ্ৰমিকৰ মাজত যোগাযোগ স্থাপনৰ কোনো উপায় নাছিল। তদুপৰি একেখন চাহবাগিচাৰ ভিতৰতো ঐক্যস্থাপনৰ বাবে বহু ধৰণৰ প্ৰতিবন্ধক আছিল। প্ৰথমতে তেওঁলোকৰ মাজত আজৰি সময় একেবাৰেই নাছিল। পুৱাৰপৰা গধূলীলৈকে চাহবাগিচাৰ কামত আবদ্ধ থকা বনুৱাসকলে সাপ্তাহিক ছুটিৰ দেওবাৰৰ দিনটো হাট বজাৰ কৰা, কানি-কাপোৰ ধোৱা-মেলা কৰা, ক্ষতেক জীৰণিলোৱা আদিতে কটাবলগীয়া হৈছিল। ২য় অসুবিধা আছিল বনুৱাৰ মাজত থকা সামাজিক ব্যৱস্থা, ধৰ্ম, জাতি আৰু ভাষাৰ বিভিন্নতা। স্বাধীনতাৰ কাল পৰ্য্যন্ত চাহবাগিচাত সমূহীয়া ভাষাও ভালদৰে গঢ়লৈ উঠা নাছিল। নতুনকৈ চাহবাগিচালৈ অহা বনুৱাসকলে চাহ বাগিচাৰ প্ৰচলিত ভাষা আয়ত্ত কৰিবলৈ সময়ৰ প্ৰয়োজন হৈছিল। তেওঁলোকৰ মাজত ৰীতি নীতিৰো বহু প্ৰাৰ্থক্য আছিল। পূব ভাৰতৰপৰা দক্ষিণ ভাৰতলৈকে এক বিস্তীৰ্ণ ভূ-ভাগৰপৰা অহা নানা জাতিপুঞ্জৰ চাহবনুৱাসকলৰ মাজত থকা বহু বিভিন্নতাৰ বাবে অনেক সময়ত চাহাবৰ অন্যায়- অনাচাৰৰ প্ৰতিবাদ জনাবলৈ তেওঁলোকে সংঘবদ্ধ

হ'ব পৰা নাছিল।

জনুৱাসকলৰ মাজত থকা এনে প্ৰতিকূল পৰিস্থিতিৰ বিষয়ে চাহজনুৱাৰ বিদ্ৰোহ আৰু আন্দোলন সম্পৰ্কে লিখা লিখকসকলে বস্তুনিষ্ঠ দৃষ্টিভংগীৰে আজিও আলোচনা কৰা নাই। এই বিষয়ে লিখা প্ৰায়সকল লিখকৰে মন্তব্য হ'ল যে জনুৱাসকল অত্যন্ত দুখীয়া, নিপীড়িত, ভোকাতুৰ আৰু জনজাতীয় লোক হোৱা বাবেহে চাহ বাগিচাৰ গোলামী স্বীকাৰ কৰিছিল। প্ৰকৃততে এনে ধাৰণা এশ ভাগ সত্যৰ ওপৰত প্ৰতিষ্ঠিত নহয়। কিয়নো চাহবাগিচাত কাম কৰিবলৈ পিছপৰা জনজাতীয় শ্ৰেণীৰ লগতে অ-জনজাতীয় খেতিয়ক আৰু আনহে নেলাগে বিহাৰ, উত্তৰ প্ৰদেশ, মধ্যপ্ৰদেশ, উৰিষ্যা আদি প্ৰান্তৰপৰা ব্ৰাহ্মণ, কায়স্থ, ৰাজপুত, কুৰ্মি, কৈৱৰ্ত আদি জাতিৰ লোকো আহিছিল। সৰশ্যে সিবিলাক জাতিসত্তাৰ বেছিভাগ মানুহ চাহ বাগিচাৰপৰা ওলাই গৈ এতিয়াও প্ৰাক্তন চাহমজদুৰ হিচাপে অসমতে নিগাজিকৈ বসবাস কৰি আছে। অসমৰ জাতি-জনজাতিসমূহৰ তুলনাত সেই সময়ৰ চাহবাগিচাৰ জাতি আৰু জনজাতিসকল অধিকতৰ ভাগেই স্বাৱলম্বী, কঠোৰ পৰিশ্ৰমী আৰু স্বাধীনতাকামী আছিল। ১৮৫৭ চনৰ চিপাহী বিদ্ৰোহত চাহবাগিচাৰ অনেক জাতি-জনজাতিৰ বংশধৰসকলেই ইংৰাজ শাসক গোষ্ঠীক কম্পমান কৰি তুলিছিল। আমাৰ অসমৰ পাথৰিঘাটৰ কৃষক বিদ্ৰোহৰ দৰে এই জনজাতিসকলেও ভাৰতবৰ্ষৰ বিভিন্ন প্ৰান্তত ইংৰাজ অপশাসনৰ বিৰুদ্ধে বিদ্ৰোহৰ অগণি জ্বলাইছিল। 'Jharkhand movement in Bihar' গ্ৰন্থৰ প্ৰণেতা ইউ, অচ, ৰেখিয়ে বিষয় সন্দৰ্ভত উল্লেখ কৰিছে যে –'Before independence, the communities took the form of sporadic revolts and uprisings took the form of sporadic revolts and uprisings like the revolts of Assam tribes under Gumdhar Konwar in 1828, Revolts of Khasis of Assam in 1829, great Kol insurrection in Bibar in 1831-32, Naik Revolts in Gujrat in 1838, Bhil Revolts in Gujrat in 1840, Revolts of Chekra Bisoyi, the Kond tribal leader in 1850, the Santal Rebellion of 1855, Birsa uprising in 1895-1900.' এইবিলাকৰ বাহিৰেও ওৰাওসকলেও টানা ভগত বিদ্ৰোহ কৰিছিল। ঠিক একেদৰে ভাৰতৰ অতিকৈ প্ৰাচীন জাতি শবৰসকলেও বৃটিছৰ বিৰুদ্ধে মূৰ দাঙি উঠিছিল।

১৮৫৫ চনত হোৱা বিখ্যাত চাওতাল বিদ্ৰোহত পশ্চিমবংগ, বিহাৰ, উৰিষ্যা আৰু মধ্যপ্ৰদেশৰ চাওঁতাল অধ্যুষিত এক সুবিশাল অঞ্চলত বিখ্যাত সিধু কানু(চাওতাল) ভাতৃদ্বয়ৰ যোগ্য নেতৃত্বত হোৱা বিদ্ৰোহ দমন কৰিবলৈ বৃটিছ চৰকাৰে ধোঁৱাকুঁৱা দেখিছিল। অশেষ চেষ্টাৰ ফলত দমন কৰা এই বিদ্ৰোহৰ বিষয়ে 'Santal Rebellion Documents Compillers note' ত তাৰাপদ ৰে-ৰ তলৰ উদ্ধৃতি দিয়া হল : 'The Santals took to arms in 1855. That a local revolt assumed the form of a rebellion compelling the colonial administra-

tion to use all their might to crush it by brute force was no isolated event. Even Karl Marx in his notes on Indian History, recognised the importance of this event. No wonder therefore that it has been hailed by some historians as a precurser to India's first war of independence of 1857 The Santal Rebellion and its aftermath have since been considered a watershed in Indian history and still continue to inspire the deprived in their continued fight against socio-economic exploitation

ঠিক একেদৰেই বীৰ শ্বহীদ বীৰচা মুণ্ডাৰ নেতৃত্বত হোৱা মুণ্ডা বিদ্রোহত ১৮৯৫ চনৰপৰা ১৯০০ চনলৈ ঝাৰখণ্ড আৰু ইয়াৰ আশে পাশে থকা এক ব্যাপক অঞ্চলত বসবাস কৰা ভুমিজ, হো, কমাৰ, কুমাৰ মুছলমান, কুৰ্মি আদি সকলোৱে ইয়াত অংশ গ্ৰহণ কৰিছিল। অশেষ কষ্ট কৰি সুদীৰ্ঘ পাঁচ বছৰৰ পিছতহে এই বিদ্রোহ দমন কৰিবলৈ ইংৰাজসকল সফল হৈছিল।

স্বাধীনচিতিয়া এনেবিলাক জাতি সত্তাৰ লোকেৰেই অসমৰ চাহ জনজাতীয় সমাজখন গঠিত হৈছে। কটকটীয়া শাসন- শোষণৰ মাজতো সেয়ে তেওঁলোকে সুশৃঙ্খলিত ইংৰাজ চাহ খেতিয়কৰ বিৰুদ্ধে অনেকবাৰ বিদ্রোহ কৰিছিল। তেনেধৰণৰ অনেক স্থানীয় বিদ্রোহৰ কথা ইতিহাসৰ পাতত লিপিবদ্ধ নোহোৱাকৈ কালৰ বুকুত হেৰাই গ'ল। চাহবনুৱাসকল অসমত অবৰ্ণনীয় দুখ-কষ্টৰ মাজত কৰকৰকাই থাকি কালাতিপাত কৰিব লগা হৈছিল। তথাপিতো চাহবাগিচাৰ গোলামী পৰিস্থিতিৰ নিপীড়নৰ মোকাবিলা কৰিবৰ বাবে তেওঁলোকৰ মাজত মাজে-মধ্যে জাগৰণ আহিছিল। তাৰ ফলত বাগিছাসমূহত হিংসাত্মক ঘটনা ঘটিছিল। ১৯৪৫ ৰপৰা ১৯১৯ চনৰ ভিতৰত বাগিচাবিলাকত ১৪১ টা মাৰপিটৰ ঘটনা সংঘটিত হৈছিল। অসম চৰকাৰৰ প্ৰতিবেদন অনুযায়ী ১৮৯১ চনৰ আগতে তেনেধৰণৰ ১০৬ টা হিংসাত্মক ঘটনা ঘটিছিল। এইদৰে শ্ৰমিকসকল সংঘবদ্ধ হ'বলৈ চেষ্টা কৰাৰ অপৰাধত অনেক সময়ত গ্ৰেপ্তাৰ বৰণ কৰিব লগাত পৰিছিল। ১৯০২-৩ চনত শ্ৰমিক সংগঠন কৰিবলৈ যাওঁতে ৮২ জন শ্ৰমিক কাৰাগাৰত সোমাব লগা হৈছিল।

ভাৰতৰ স্বাধীনতাৰ আন্দোলনত চাহ শ্ৰমিকসকলে বহুতো কাৰ্যসূচীত মুকলিমূৰীয়াকৈ আৰু স্বতঃস্ফূৰ্তভাৱে হয়তো যোগদান কৰিবপৰা নাছিল। ভাৰতৰ অনন্য ঠাইতো প্ৰায় একেই হোৱা দেখা যায় আৰু এনে হোৱাৰ কাৰণ হিচাপে ইউ, এচ, বেৰ্খি-এ তেওঁৰ Jharkhand movement in Bihar -ত উল্লেখ কৰিছে যে— 'Since the tribal people are at different levels of socio-cultural and economic development and have certain socio-cultural problems which are in many ways different from the problems of other rural people. At the same time the tribals speak different language and they are scattered in the different hills and remote jungles, follow

various beliefs and faiths of primitive animistic nature and belong to different culture & economy.'

গার্ৰপৰা নিলগত থকা চাহ বাগিচাত বাসকৰা চাহশ্ৰমিক জনজাতিৰ ক্ষেত্ৰতো ওপৰত উল্লেখ কৰা কাৰকবোৰে ক্ৰিয়া কৰিছিল। কোৱা নিষ্প্ৰয়োজন যে ভাবাৰ বিষয়টো অসমত আৰুহে জটিল কাৰক আছিল। ইয়াৰ উপৰি শ্ৰমিকসকলে দিন হাজিৰা কৰি পেট প্ৰবৰ্তাইছিল। এদিন কামলৈ নগ'লেই তেওঁলোকৰ আখলত জুই নজ্বলিছিল। তাতে তেওঁলোকৰ জীৱনত আজৰি সময় একেবাৰেই নাছিল। বাহিৰত ঘটা ঘটনাবোৰ চাহ বাগিচাৰ দুৰ্ভেদ্য চাৰিবেৰৰ ভিতৰত প্ৰৱেশ কৰিবলৈ কোনো সুৰুঙাই নেপাইছিল। অসমীয়া গাঁৱলীয়া বাইজ আৰু কংগ্ৰেছৰ ভলণ্টিয়াৰ সকলো চাহাবৰ ভয়ত বাগিচাৰ ভিতৰলৈ সোমাব নোৱাৰিছিল। গাঁৱলীয়া অসমীয়া মানুহেও বনুৱাৰ ভাষা বুজি নেপাইছিল। আনকি হিন্দী জনা অসমীয়া মানুহো সেইকালত একেবাৰেই নাছিল। বনুৱাসকলে কম-বেছি পৰিমাণে হিন্দী বুজি পাইছিল আৰু চাহাবী ধণ্ডত ক'বও পাৰিছিল। পিছে অসমীয়া লোকে হিন্দী নজনা বাবে পৰস্পৰৰ মাজত সেইকালত ভাব বিনিময় কৰা বৰ জটিল কাম আছিল। তাতে উচ্চ-নীচৰ প্ৰাচীৰটোৱেই খোলা অন্তঃকৰণেৰে থলুৱা অসমীয়াৰ লগত চাহ জনগোষ্ঠীৰ মিলনত বাধাৰ সৃষ্টি কৰিছিল। সম্ভৱতঃ এনেবোৰ কাৰণতে প্ৰাক্ স্বাধীনতাৰ কালত ৪-৫ লাখ প্ৰাক্তন চাহমজদুৰৰ লোক সকলো স্বাধীনতাৰ আন্দোলনত সেহা উজাৰি যোগদান কৰিবপৰা নাছিল।

এই ক্ষেত্ৰত অতিশয় ক্ষোভেৰে লিখিবলগীয়াত পৰিছো যে অসমীয়া মূলসুঁতিৰ মানুহে নিজৰ উচ্চ জাত্যাভিমান আৰু অৰ্থহীন গৌৰবৰ বাবে আজিলৈকে চাহজনজাতিৰ লোকসকলক আন্তৰিকতাৰে গ্ৰহণ কৰিব পৰা নাই। আনকি তেওঁলোকৰ বিষয়ে জানিবলৈকো চেষ্টা কৰা দেখা নেযায়। হয়তোবা এনে কাৰণতে বৰ্তিৰ প্ৰাক্তন চাহ বনুৱাসকলেও স্বাধীনতাৰ আন্দোলনত মুখ্য ভূমিকা লব পৰা নাছিল।

**অসহযোগ আন্দোলন আৰু চাহশ্ৰমিক ঃ**

অসহযোগ আন্দোলনত চাহ বনুৱাসকলে অংশলোৱা সম্পৰ্কত শ্ৰমিক নেতা প্ৰাক্তন এম, পি ৰবীন কাকতিদেৱে লিখিছে —মহাত্মা গান্ধীৰ নেতৃত্বত ১৯২১ চনত যি অসহযোগ আন্দোলন চলিছিল তাত গোটেই অসমৰ চাহবাগিচাৰ বনুৱাসকলৰ মাজত আলোড়নৰ সৃষ্টি হৈছিল। বনুৱাসকলৰ মাজত কোৱাকুই হৈছিল যে মহাত্মা গান্ধী এজন অৱতাৰী পুৰুষ আৰু তেওঁলোকক দুৰ্দশাৰপৰা তেওঁ মুক্ত কৰিব। গতিকে মহামানৱ মহাত্মা গান্ধীৰ মাহাত্মাই শ্ৰমিকশ্ৰেণীৰ লোকসকলক ভাৰতবৰ্ষৰ স্বাধীনতাৰ গণ আন্দোলন অংশ গ্ৰহণ কৰিবলৈ বাৰুকৈয়ে উদ্বুদ্ধ কৰিছিল।

অৱশ্যে জাতীয় কংগ্ৰেছে চাহবনুৱাৰ অভাৱ-অভিযোগৰ প্ৰতি আওকণীয়া মনোভাৱ পোষণ কৰিছিল। কিয়নো ১৮৮৫ চনত ভাৰতীয় জাতীয় কংগ্ৰেছে অসমৰ চাহশ্ৰমিকৰ সমস্যাৰ ওপৰত গুৰুত্ব দিয়া নাছিল। ১৮৮৭ চনৰ কংগ্ৰেছৰ মাদ্ৰাজ-অধিবেশনতো দ্বাৰকানাথ গাঙ্গুলীয়ে উত্থাপন কৰা অসমৰ চাহশ্ৰমিকৰ সমস্যাটো মাথোঁ এটা ৰাজ্যিক সমস্যা বুলি ইয়াক আলোচনা কৰা হোৱা নাছিল। যিকি নহওক পিছৰ কালত কংগ্ৰেছ দলটোৱে এচাম বনুৱা দৰদী নেতাৰ সমাবেশ ঘটে আৰু সেইসকলে অসমৰ চাহ শ্ৰমিকৰ সমস্যাবোৰ আন্তৰিকতাৰে কংগ্ৰেছৰ মজিয়াত উত্থাপন কৰিবলৈ লয়। সেয়ে ১৯০১ চনৰ কলিকতা অধিবেশনত অসমৰ চাহশ্ৰমিক বৰ্দ্ধিত মজুৰিৰ দাবীত কংগ্ৰেছ দলে এক ঐতিহাসিক প্ৰস্তাৱ গ্ৰহণ কৰিছিল। ১৯২০ চনৰ ভাৰতীয় জাতীয় কংগ্ৰেছৰ নাগপুৰ অধিবেশনতো অসমৰ চাহ শ্ৰমিকৰ সমস্যাৰ প্ৰতি সহাৰি জনাই কংগ্ৰেছ দলে প্ৰস্তাৱ গ্ৰহণ কৰিছিল। এই সময়তে 'বেঙ্গলী' আৰু 'সঞ্জীৱনী' আদি জাতীয় ভাবাপন্ন বাতৰি কাকত আৰু ইণ্ডিয়ান এছছিয়েচন নামৰ জাতীয় সংগঠনবোৰে চাহশ্ৰমিকৰ জ্বলন্ত সমস্যাসমূহৰ বিষয়ে ঘনাই বাতৰি পৰিবেশন কৰিবলৈ ধৰে। ইয়াৰ ফলত অসমত চাহশ্ৰমিকসকলে নিজৰ সমস্যা দাঙি ধৰিবলৈ নতুনকৈ প্ৰেৰণা লাভ কৰে। চাহ কোম্পানীৰ কঠোৰ শাসন-শোষণ আৰু দমন-পীড়ন থকা সত্বেও চাহশ্ৰমিকসকলে অতিকৈ দুঃসাহসিকতাৰে নিজৰ প্ৰাপ্য আদায়ৰ বাবে বিদ্ৰোহ কৰিবলৈ ধৰে। এনে প্ৰতিক্ৰিয়াৰ ফলতে অসমত বহু চাহবাগিচাতে অপ্ৰীতিকৰ ঘটনা সংঘটিত হয়।

১৯২০ চনত ডুমডুমা চাহকোম্পানীৰ আৰু পাভজান চাহ কোম্পানী শ্ৰমিকসকলে সুলভমূল্যৰ উচ্চমানদণ্ডৰ চাউল যোগান আৰু মজুৰি বৃদ্ধিৰ দাবীৰে আন্দোলন কৰিছিল। ১৯২০ চনৰ ৬ চেপ্তেম্বৰ তাৰিখে বেয়া চাউলৰ ঠাইত ভাল চাউল দিয়াৰ দাবীত ডুমডুমাৰ হাহঁচৰা বাগিচাৰ শ্ৰমিকসকলে ধৰ্মঘট আৰম্ভ কৰে। ইয়াৰ পিছতে ডুমডুমা অঞ্চলৰ প্ৰায়বোৰ চাহবাগিচাতে ধৰ্মঘট আৰম্ভ হ'বলৈ ধৰে। হাঁহচৰা আৰু ডুমডুমাৰ শ্ৰমিকসকলে সেইমাহৰ ৬, ১৫ আৰু ২৬ তাৰিখে কাম বন্ধ ৰাখে। পাভজান বাগিচাৰ শ্ৰমিকসকলে মাহেকীয়া দৰমহা ৬ টকাৰপৰা ৮ টকা বৃদ্ধি কৰাৰ দাবীত চেপ্তেম্বৰ মাহৰ ২১ আৰু ২২ তাৰিখে কাম বন্ধ কৰে। ধৰ্মঘটৰ কালছোৱাত শ্ৰমিকসকল এক অভাৱনীয় পৰিস্থিতিত পৰে। খাবলৈ নোপোৱা শ্ৰমিকসকলে ওচৰৰ হাট বজাৰ সমূহৰ লুটপাট কৰিবলৈ লয়। ফলস্বৰূপে ওচৰে পাজৰে থকা সকলো চাহবাগিচাত শ্ৰমিকৰ অশান্তি বিয়পি যায়। হাঁহচৰা বনুৱাৰ ধৰ্মঘটৰ পিছত যি জটিল অৱস্থাৰ সন্মুখীন হৈছিল তাৰ ফলত সংশ্লিষ্ট আটাইবোৰ বনুৱাই বাগানৰপৰা পাখলাগীয়া হয়। এই বনুৱাবোৰে দামডিং, চিলেট, গোৱালন্দ হৈ দেশলৈ যাওনা হয়। বাটত বহুতৰে মৃত্যু হয়। (অসমৰ বনুৱা আন্দোলন, ৰাষ্ট্ৰীয় মজদুৰ কংগ্ৰেছৰ ৰজতজয়ন্তী স্মৃতিগ্ৰন্থ,

পৃ-১, অতুল চন্দ্র শইকীয়া) দৰং জিলাৰ মনাবাৰী কাটনীবাৰী আদি চাহবাগিচাতো মজুৰি বৃদ্ধি আৰু প্ৰয়োজনীয় বস্তু যোগানৰ দাবীত শ্ৰমিকসকলে ধৰ্মঘট কৰিছিল।

এইদৰে বাগিচা এৰি পলাই যোৱা চাহশ্ৰমিকসকল কৰিমগঞ্জৰ মাজেদি যাওঁতে সেই অঞ্চলত থকা চাহবনুৱাসকলৰ ওপৰত বেয়াকৈ প্ৰভাৱ পেলাই যায়। ১৯২১ চনত কাছাৰ জিলাৰ চৰগোলা বাগিচাৰ শ্ৰমিকে ধৰ্মঘট কৰে। দৰ্মহা বৃদ্ধিৰ ন্যায়সঙ্গত দাবী বাগিচা কৰ্তৃপক্ষই মানি নোলোৱা বাবে আনিপুৰ চাহবাগিচাকে আদি কৰি সেই অঞ্চলৰ চাহবাগিচাৰ ৭৫০ জন শ্ৰমিকে কাম এৰি নিজৰ নিজৰ দেশলৈ প্ৰত্যাবৰ্তন কৰিবলৈ লয়। উত্তেজিতসকলে ভালেমান বাগিচাত হিংসাত্মক ঘটনা ঘটায়। কোম্পানীয়ে বনুৱাসকলক নিয়ন্ত্ৰণলৈ আনিবৰ বাবে ১৪৪ ধাৰা জাৰি কৰায়। পিছে লাভ হ'লে একোকে নহ'ল। অতি কম সময়ৰ ভিতৰতে সেই অঞ্চলৰ প্ৰায় তেৰখন চাহবাগিচাৰপৰা ৪৭১৯ জন শ্ৰমিকে বাগিচা বৰ্জন কৰি দেশলৈ যাবলৈ ওলাই আহে। এই শ্ৰমিকসকলক বাধা দিবৰ বাবে প্ৰথমতে কোম্পানীয়ে ৰেলত উঠিবলৈ নিদিছিল। পিছে মজদুৰ সকলো হাৰ মনা নাছিল। আনহে নেলাগে বুকুত কেঁচুৱা বান্ধিও কেইবাদিন খোজ কাঢ়ি সিহঁত গৈ চিলেট জিলাৰ চান্দপুৰ পাইছিল। পুলিচৰ অত্যাচাৰ আৰু কলেৰা বেমাৰত জৰ্জৰিত এই শ্ৰমিকসকলৰ ওপৰত ১৯২১ চনৰ ৰাতি তেওঁলোক জিৰণি লৈ থকা চান্দপুৰ ৰেল ষ্টেচনত সহস্ৰ গোৰ্খা ফৌজ মেলি দিয়া হয়। নিৰাশ্ৰয়ী চাহশ্ৰমিকৰ ওপৰত মিলিটাৰীয়ে অত্যাচাৰ চলায়। ইয়াৰ ফলত বহুতো শ্ৰমিক ঘূণীয়া হয় আৰু আন বহুতেই মৃত্যুৰ মুখত পৰিব লগা হয়।

জালিনবালাবাগৰ দৰে হোৱা এই নিৰ্মম হত্যাকাণ্ডৰ সমগ্ৰ অসমতে প্ৰতিবাদৰ জোৱাৰ উঠিছিল। গুৱাহাটীত ৰাজহুৱা সভাৰ আয়োজন কৰি উক্ত চৰকাৰী অত্যাচাৰ চোকা ভাষাত গৰিহণা দিয়া হয়। গুৱাহাটীৰ উকীল সন্থাই ইয়াৰ প্ৰতিবাদত তিনিদিন কাছাৰী বৰ্জন কৰিছিল। তেজপুৰতো অসহযোগ আন্দোলনৰ ওৰি ধৰা নেতাসকলে চান্দপুৰৰ অত্যাচাৰৰ বলি হোৱা দুৰ্গত লোকৰ সাহাৰ্য্যৰ বাবে দান-বৰঙণি আগবঢ়াইছিল। সেইসময়ৰ জাতীয়তাবাদী নেতা যতীন্দ্ৰমোহন সেনগুপ্ত, চিত্তৰঞ্জন দাস, অখিল চন্দ্ৰ দত্ত আৰু অসম কংগ্ৰেছৰ তৰুণৰাম ফুকন আদি লোকসকলে শ্ৰমিকৰ ন্যায়সঙ্গত দাবীৰ প্ৰতি সমৰ্থন আগবঢ়াইছিল। এই অমানুষিক অত্যাচাৰৰ প্ৰতিবাদত ৰেলকৰ্মচাৰীসকলে দুমাহৰো অধিক কাল ধৰ্মঘট চলাইছিল, এই ঘটনা সংক্ৰান্ত চান্দপুৰৰ চৰজমীন তদন্ত কৰি লিখা C.F. Andrews চাহাবৰ ৰিপৰ্ট পঢ়িলে বাগিচা কৰ্তৃপক্ষ আৰু ইংৰাজৰ চৰম অমানবীয়তাৰ বিষয়ে উমান পোৱা যায়—"The then Commissioner of Chitagong division arrived upon the scene... the sent the Gurkha soldiers among them at dead of night to drive them out The result might be anticipated. These Gurkhasa used the butt ends of the rifles on sick and helpless women and children who

were to week to move rapidly It was a brutal assault and it was entirely unprovoked '

চান্দপুৰৰ এই মৰ্ম্মান্তিক ঘটনা বৃটিছৰ শোষণ নিষ্পেষণ নীতিৰ এক কদৰ্য্য চিন স্বৰূপে সদায় ইতিহাসত লিপিবদ্ধ হৈ থাকিব। এই ঘটনাৰ প্ৰভাব ব্ৰহ্মপুত্ৰ উপত্যকাৰ চাহবাগিচাসমূহতো পৰিছিল। সেয়ে বহু বাগিচাত ন্যায্য প্ৰাপ্যৰ বাবে আন্দোলন আৰম্ভ হবলৈ ধৰে। এনে সময়তে স্বাধীনতাৰ আন্দোলনকাৰী, কংগ্ৰেছৰ স্বেচ্ছাসেৱী আদিয়ে চাহবাগিচাত মহাত্মাৰ বাণী আৰু আন্দোলন সম্পৰ্কে প্ৰচাৰ কাৰ্য্য চলাইছিল। ইয়াৰ ফলত ইংৰাজ চাহ খেতিয়কৰ বিৰুদ্ধে বিৰুদ্ধাচৰণ আৰু অসহযোগ আন্দোলনত যোগ দিবলৈ শ্ৰমিকসকলে অনুপ্ৰেৰণা লাভ কৰিছিল।

কাছাৰ জিলাৰ খৰিয়াল চাহবাগিচাৰ এক হত্যাকাণ্ডৰ প্ৰতিবাদত ধৰ্ম্মঘট হৈছিল। একে জিলাৰ ময়নাগড় চাহবাগিচাত এজনী ছোৱালীক গ্ৰেপ্তাৰ কৰাৰ প্ৰতিবাদত চাহবাগিচাৰ চাহাবক মাৰধৰ কৰা হয় আৰু মহিলাসকলে ধৰ্ম্মঘট পালন কৰে।

১৯২১ চনত গান্ধীজী অসমলৈ আহিছিল। গান্ধীজীৰ এই ভ্ৰমণে শ্ৰমিকসকলক বৰকৈ উৎসাহ আৰু উদ্দীপনা যোগাইছিল। গান্ধীজীয়েও চাহশ্ৰমিক সমন্ধে তথ্যপাতি সংগ্ৰহ কৰিছিল। তেওঁ অসহযোগ আন্দোলন আৰু খিলাফৎ আন্দোলনৰ লগতে চাহশ্ৰমিকসকলক মানৱীয় ব্যৱহাৰ কৰিবলৈ, উচিত মজুৰি দিবলৈ আৰু ন্যায় বিচাৰ কৰিবলৈ চিনামৰাৰ ক্লাবঘৰত বহা সভাত চাহাবসকলক অনুৰোধ জনাইছিল। চাহমজদুৰসকলো গান্ধীজীৰ প্ৰতি বৰকৈ আকৰ্ষিত হৈছিল। 'গান্ধীজী অসম আৰু অসমৰ চাহ মজদুৰ' পুথিত ৰবীন কাকতিদেৱে সেই সম্পৰ্কে লিখিছে গান্ধীজীৰ আগমনৰ বাবে আয়োজন কৰা তেজপুৰৰ ৰাজহুৱা সভালৈ গৈ গাঁৱৰ বাইজৰ লগতে ৰেল লাইনৰ আশেপাশে থকা বাগান আৰু বস্তিৰ বহুতো বনুৱাই ৰেলত উঠি গান্ধিজীৰ জয় দি সভালৈ আহিছিল। গান্ধীজীয়ে তেজপুৰৰপৰা নগাওঁ, যোৰহাট আৰু শেষত ডিব্ৰুগড়লৈ গৈছিল। বনুৱাসকলে যাতে ডিব্ৰুগড় ৰাজহুৱা সভালৈ গৈ গান্ধীজীক লগ কৰিব নোৱাৰে তাৰ বাবে চাহখেতিয়কসকলে শ্ৰমিকসকলক ভীতি প্ৰদৰ্শন কৰিছিল তথাপিতো ইয়াৰ ৰাজহুৱা সভাত গোটখোৱা ৰাইজৰ ৮-১০ হেজাৰমান লোকেই চাহবাগানৰ আছিল বুলি গান্ধীজীৰ চেক্ৰেটাৰী কৃষ্ণদাস আজুৰে গান্ধীজীৰ ভ্ৰমন ডায়েৰীত উল্লেখ কৰি গৈছে।

গান্ধীজী অসমৰপৰা যোৱাৰ পিছত চাহবাগিচা অঞ্চলত ব্যাপকভাৱে গান্ধীজীৰ বিষয়ে আৰু ভাৰতৰ স্বাধীনতাৰ বিষয়ে প্ৰচাৰ হৈছিল। ইয়াৰ ফলত গান্ধীজীৰ জয়ধ্বনিয়ে চাহবাগিচাৰ আকাশ-বতাহ কম্পমান কৰি তুলিছিল। চাহাবসকলে এই জয়ধ্বনি শুনি অতিকৈ বিৰক্ত হৈ পৰিছিল। চাহাবৰ হৈচাত গান্ধীজীক গ্ৰেপ্তাৰ কৰিবলৈ অসম চৰকাৰে ভাৰত চৰকাৰক টানি অনুৰোধ জনাইছিল। চৰকাৰে সেয়ে গান্ধীজীক

জেলত ভৰাই ৰখাত এক অৰাজক পৰিস্থিতিৰ সৃষ্টি হৈছিল। ইয়াৰ প্ৰভাৱ অসমতো পৰিছিল। অসমত হোৱা স্বাধীনতাৰ আন্দোলনত চাহ বাগানৰ আৰু বস্তিৰ বহুতো শ্ৰমিকে গান্ধীৰ বাইজৰ লগলাগি আন্দোলনত সক্ৰিয় অংশ গ্ৰহণ কৰিছিল। (ৰবীন কাকতি ঃ গান্ধীজী, অসম আৰু অসমৰ চাহমজদুৰ।)

১৯২১ চনত অসমত অসহযোগ আন্দোলনৰ জুই দাউ দাউকৈ জ্বলি উঠাত মেনেজাৰসকলে নিজৰ প্ৰতিপত্তি হেৰুৱাৰ আশংকা কৰি চৰকাৰৰ ওচৰত তীব্ৰ হেঁচা প্ৰয়োগ কৰে। চাহখেতিয়কসকলে আনহে নেলাগে অসমৰ চীফ কমিচনাৰ কটন চাহাবক পদত্যাগ কৰিবলৈ বাধ্য কৰে। নতুন গৰ্ভনৰ উইলিয়াম মৰিছ তেজপুৰলৈ আহোতে চাহ খেতিয়কসকলে তেওঁক লগ ধৰি চাহবাগিচাত উদ্ভৱ হোৱা গণ আন্দোলন দমন কৰিবলৈ দাবী জনাইছিল।

তেজপুৰৰ বেদেতি বাগিচাৰ মেনেজাৰ বাইট চাহাবে কংগ্ৰেছ কৰ্মী মোহন চন্দ্ৰ শৰ্মাক বেদেতিৰ বজাৰৰপৰা অপমান কৰি খেদি পঠিওৱাৰ বাবে কংগ্ৰেছ কৰ্মীসকলৰ লগতে চাহবাগিচাৰ শ্ৰমিক সকলো উত্তেজিত হৈ পৰিছিল। এনে সময়তে হেলেম বাগিচাত ফাকুৱাৰ দিনা ছুটী মজুৰ নকৰা বাবে বনুৱাসকলে ধৰ্মঘট পালন কৰিছিল। উত্তেজনাৰ বশবৰ্ত্তী হৈ শ্ৰমিকসকলে মেনেজাৰক শাৰীৰিকভাৱেও আক্ৰমণ চলাইছিল। ঠিক একেদৰে জিঙিয়া, ফুলবাৰী আদি বাগানতো ইটো-সিটো ঘটনা ঘটিছিল।

১৯৩৪ চনত দহদিনীয়া কাৰ্য্যসূচী লৈ মহাত্মাগান্ধী অসমলৈ আহিছিল। ৰঙাপাৰা, তেজপুৰ, গোলাঘাট, যোৰহাট, শিৱসাগৰ, মৰাণ, খোৱাং আদি ঠাইত মহাত্মাজীৰ উদ্দেশ্যে হোৱা সভাসমূহত বাগান আৰু বস্তিৰ শ শ শ্ৰমিক উপস্থিত হৈছিল। শ্ৰমিক বাইজৰ সমাগম হোৱা সভাবিলাকত মহাত্মা গান্ধীয়ে তেওঁলোকৰ মাজত সমাজ সেৱা আৰু অস্পৃশ্যতা দূৰীকৰণৰ বিষয়ত জোৰ দি বক্তৃতা বাখিছিল।

ইতিমধ্যে চাহবাগিচাত বনুৱাৰ সংগঠন হ'বলৈ ধৰে। ১৯৩৭ চনত কাছাৰ জিলাত 'চিলেত কাছাৰ চাহশ্ৰমিক ইউনিয়ন' গঠন হয়। ১৯৩৯ চনত আসাম টি কোম্পানী লেবাৰ ইউনিয়ন', 'মাকুম টি কোম্পানী লেবাৰ ইউনিয়ন' আদি কেইবাখনো ইউনিয়ন গঠন হয়। বাওঁপন্থী নেতাসকলৰ নেতৃত্বত গঠন হোৱা এই ইউনিয়নবিলাকে ১৯৩৭ চনৰপৰা ১৯৪১ চনৰ ভিতৰত বিভিন্ন চাহ বাগিচাত ৭৮ টাবো অধিক ধৰ্মঘট পালন কৰিছিল।

১৯৪৬ চনত লালপতাকাৰ তলত সংঘবদ্ধ হৈ শিৱসাগৰ জিলাৰ চণ্টক চাহবাগিচাৰ এক জঙ্গী আন্দোলন হৈছিল। এই আন্দোলনতে শ্ৰমিক নেতা বাংকুদ্ধু চাওঁৰাক বাগানৰ মেনেজাৰে গুলিয়াই মাৰিছিল। শ্ৰমিক স্বাৰ্থৰ হকে লড়াইত বাংকুদ্ধু চাওঁৰা অসমৰ শিৱসাগৰ জিলাৰ চাহবাগিচাৰ বনুৱাৰ ভিতৰত হোৱা [illegible]ন শ্বহীদ।

১৯৪০ চনত কাছাৰ এলেনপুৰ বাগানত ধৰ্মঘট হয়। [illegible] বনুৱাই

অংশগ্ৰহণ কৰে আৰু মেনেজাৰৰ দমন নীতিৰ বিৰুদ্ধে শোভাযাত্ৰা কৰি ডেপুটি কমিচনাৰক অভিযোগ দিবলৈ শিলচৰলৈ যায়।

শোণিতপুৰ জিলাৰ জিজ্ৰিয়া, আমবিবাৰী, কছাৰীগাঁও, সোণাজুলি, ধেনদাই আদি চাহবাগিচাত ব্যাপক ধৰণৰ শ্ৰমিক বিক্ষোভ হৈছিল। ইয়াৰ আগতেই ১৯২১ চনৰ অসহযোগ আন্দোলনৰ অংশ স্বৰূপ কানি, ভাং আদি বৰ্জনৰ আন্দোলনত সক্ৰিয় অংশ গ্ৰহণ কৰা মুংৰী ওৰফে মালতী মেমে বৃটিছ চৰকাৰৰ ভেৰোণীয়া বাহিনীৰ গুলিত প্ৰাণ বিসৰ্জন দিব লগাত পৰিছিল। মালতী মেমে মহাত্মাজীৰ অসহযোগ আন্দোলনত অমিয় কুমাৰ দাসৰ অনুপ্ৰেৰণাত অংশ গ্ৰহণ কৰিছিল। তেওঁ কেৱল অসমতে নহয়, সমগ্ৰ ভাৰতৰ ভিতৰতে এগৰাকী প্ৰথম মহিলা শ্বহীদ, কিন্তু অতিকৈ পৰিতাপৰ বিষয় যে এই গৰাকী বনুৱা মহিলা শ্বহীদক আমি আজিলৈকে ৰাষ্ট্ৰীয় স্বীকৃতি দিয়াব পৰা নাই। আনহে নেলাগে উপযুক্ত সন্মান প্ৰদৰ্শনো কৰিব পৰা নাই।

ঢেকীয়াজুলী থানাত পতাকা তুলিবলৈ যাওঁতে গঞা বাইজৰ লগতে বস্তি অঞ্চলৰপৰা হেজাৰে-বিজাৰে শ্ৰমিক ওলাই আহিছিল। এই আন্দোলনকাৰীসকলৰ ওপৰত পুলিচে নিৰ্ম্মমভাবে গুলি চালনা কৰাত অন্যান্যৰ লগতে মঙ্গলকুৰ্মী(কুকু), দয়াল পানিকা আৰু ৰামচৰণ গোৱালা নামৰ তিনিজন লোক শ্বহীদ হয়। ইয়াৰ উপৰি ইংৰাজৰ ভেৰণীয়া গুণ্ডা বাহিনীৰ লোকে ঢেকীয়াজুলীত পুলিচি অত্যাচাৰৰপৰা হাত সাৰি পলাই যোৱা আন্দোলনকাৰীসকলক বাটতে আগচি ধৰি মাৰপিট কৰিছিল। ইয়াৰ ফলত বস্তীৰ বহুতো শ্ৰমিক ঘূণীয়া হৈছিল।

আন্দোলনৰ কালছোৱাত গহপুৰৰ আন্দোলনকাৰীৰ অৱদান অসমৰ ইতিহাসত সদায়েই ৰাউতিযুগীয়া হৈ ৰ'ব। এই অঞ্চলৰ বাসিন্দা গাজাধৰ, মহাচল গড় আদি কেইবাজনো আন্দোলনকাৰীয়ে ২ মাহৰপৰা ছয় মাহলৈকে কাৰাবৰণ কৰিছিল।

শিৱসাগৰৰ ভালেমান চাহবাগিচা আৰু বস্তি অঞ্চলত বসবাস কৰা চাহবনুৱাৰ মাজতো জাগৰণ আহিছিল। স্বাধীনতাৰ গণ আন্দোলনত তেওঁলোকে অংশ গ্ৰহণ কৰিছিল। নাজিৰাৰ সমীপৱৰ্ত্তী ফুলনিবাৰী গাৱঁৰ কিচন সিং ঘাটোৱাৰৰ সুযোগ্য পুত্ৰ চুনু ঘাটোৱাৰে আন্দোলনত সক্ৰিয় অংশ গ্ৰহণ কৰিছিল। ১৯২১ চনত তেওঁ ছয় মাহ জেল হাজোতত আছিল। ১৯৫১ চনত তেওঁ ৭০০ টকাৰ মুক্তি যুজাৰু পেঞ্চন লাভ কৰে। প্ৰয়াত হিতেশ্বৰ শইকীয়া অসমৰ মুখ্যমন্ত্ৰী হৈ থকা কালছোৱাত(১৯৯৬) চকীমুখৰপৰা কচুটেকেলী কৃষিপামলৈ যোৱা ৫০০ মিটাৰৰ পথছোৱা তেওঁৰ নামত উচৰ্গা কৰি চুনু ঘাটোৱাৰ পথ নামেৰে নামাকৰণ কৰা হয়। এনে স্বীকৃতিয়ে চাহ শ্ৰমিকসকলৰ প্ৰাণত উৎসাহ আৰু উদ্দিপনাৰ সঞ্চাৰ কৰা দেখা গৈছে।

যোৰহাট জিলাৰ কোনো এজন চাহবাগিচাৰ শ্ৰমিক টেহলোৱে আন্দোলনকাৰী গঞা ৰাইজ আৰু তেওঁৰ বাগিচাৰ শ্ৰমিকসকলৰ মাজত যোগসূত্ৰ স্থাপনৰ কাম কৰিছিল।

এসময়ৰ দৈনিক জনমভূমি কাকতৰপৰা সম্পাদক ত্ৰৈলোক্য নাথ শৰ্মাই আমাৰবাৰা যোৰহাটৰপৰা প্ৰকাশিত 'মাদল'(১৯৭০-৭১) বাৰ্ত্তালোচনীত চৈহলোৰ সম্পৰ্কে এটি প্ৰবন্ধ প্ৰকাশ কৰিছিল। দুৰ্ভাগ্যবশতঃ মাদল কপি বৰ্ত্তমান আমাৰ হাতত নথকা বাবে তেওঁৰ বিষয়ে সবিশেষ লিখিবপৰা নহ'ল।

ঢেকীয়াজুলিৰ ডিক্ৰুদৰং চাহবাগিচাৰ বনুৱা অৰ্জুন ঘাটোৱাৰে স্বাধীনতাৰ আন্দোলনত সক্ৰিয়ভাৱে অংশ গ্ৰহণ কৰিছিল। তেওঁ বাগিচাৰ মহাত্মা গান্ধীৰ জয় দিয়া আৰু আন্দোলনৰ-বিষয়ে সভা-সমিতি পতাৰ অপৰাধত ৬ মাহৰ কাৰাদণ্ড বৰণ কৰিব লগীয়াত পৰিছিল।

১৯২০-২১ চন অসমৰ বহুতো বাগিচাৰ শ্ৰমিকৰ মাজত জাগৰণৰ ঢল নামিছিল। 'চাহবাগিচাৰ শ্ৰমিক আৰু আইন' নামৰ কিতাপত লিখক দণ্ডেশ্বৰ শইকীয়াই উল্লেখ কৰিছে যে –'১৯৩০ চনৰপৰা ১৯৩৬ চনৰ মাৰ্চ মাহলৈকে অসমত মুঠ ৫৫ খন বাগিচাৰ প্ৰায় ৩০ হেজাৰ শ্ৰমিকে ধৰ্ম্মঘট কৰে।' কোৱা নিষ্প্ৰয়োজন যে এইবিলাক বিক্ষোভ স্বাধীনতাৰ আন্দোলনকাৰীসকলৰ লগত কৰিব পাৰিছিল। ভাত-কাটি আৰু মৰ্যাদা বিপ্লৱেৰে গোলাঘাট জিলাৰ নুমলিগড় চাহবাগিচাৰ শ্ৰমিক বেজা ওৰফে ভীজুবৈষ্ণৱ চাহমজদুৰ সম্প্ৰদায়ৰ এজন শ্বহীদ আছিল। বৈষ্ণৱৰ আইন অমান্য আন্দোলনত গ্ৰেপ্তাৰ হোৱা বীজু বৈষ্ণৱৰ যোৰহাট জেল হাজোতত মৃত্যু হৈছিল।

গোলাঘাট জিলাত স্বাধীনতাৰ আন্দোলনৰ চোক কিছু বেছি আছিল। অভূতপূৰ্ব এই জনজাগৰণত সাধাৰণ ৰাইজৰ লগতে বনুৱা সম্প্ৰদায়ে সমানে অংশ গ্ৰহণ কৰিছিল। আমাৰ অনুৰোধ মৰ্ম্মে গোলাঘাটৰ ডি আৰ মহাবিদ্যালয়ৰ অধ্যাপক অৰুণ খেৰীয়া দেৱে গোলাঘাট জিলাৰ আন্দোলনকাৰী চাহ শ্ৰমিকসকলৰ এখন তালিকা আমালৈ প্ৰেৰণ কৰিছিল। উক্ত তালিকাখন প্ৰকৃতপক্ষে ঢেকীয়াল মৌজাৰ ১ নং শেনচোৱা গাৱঁৰ মাতৃভূমিৰ অন্যতম মুক্তি, সংগ্ৰামী শ্ৰীধৰ্ম্মেশ্বৰ বৰুৱাই প্ৰস্তুত কৰিছিল। আন্দোলনকাৰী শ্ৰীবৰুৱাই ১৯২১, ১৯৩২ আৰু ১৯৪২ চনৰ গণ আন্দোলনত অংশ লৈ কাৰাবাস খাটিছিল আৰু বৰ্ত্তমান তেখেতে ৰাজনৈতিক পেঞ্চন লাভ কৰি আছে। তালিকাত স্থানপোৱা আন্দোলনকাৰীৰ নাম উল্লেখ কৰা হ'ল। গৰজা চাহবাগিচাৰ বিদেশী আন্দোলনত সক্ৰিয় অংশ গ্ৰহণ কৰি ৪ মাহ জেল খাটিছিল। বৰ্ত্তমান তেওঁৰ পত্নী শ্ৰীমতী লুতুমণি কমাৰে মুক্তি যুঁজাৰুৰ পেঞ্চন পায়। বজাজান চাহবাগিচাৰ অনচা ভুঞাই মাতৃভূমিৰ মুক্তিৰ হকে যুঁজ দি চাৰিমাহ জেলৰ ভাত খাইছিল। তেওঁ ৰাজনৈতিক পেঞ্চন লাভ কৰিছিল। বেতিয়নি চাহবাগিচাৰ মুক্তি যুজাৰু বাধু মুণ্ডা আৰু গুণীন তাঁতী উভয়ে ছয়মাহ জেল খাইছিল। এই বাগিচাৰ অন্য এজন আন্দোলনকাৰী দীনবন্ধু তাঁতীয়ে পুলিচৰ ভয়ত আত্মগোপন কৰি থাকিব লগা হৈছিল। শেনচোৱা গাৱঁৰ চুকু মাঝিয়ে চাৰিমাহ জেল খাটিছিল। বৰ্ত্তমান ৰাজনৈতিক পেঞ্চন

লাভ কৰি থকা কমাৰ বন্ধাৰ প্ৰাক্তন চাহশ্ৰমিক শ্ৰীবগাই বাউৰীয়ে চাৰিমাহ জেল খাটিছিল। কমাৰ বন্ধাৰ কছাৰীহাটৰ শ্ৰীবাবুলাল কমাৰেও ৬ মাহ কাৰাবাস খাটিছিল। বেত্তিয়নী চাহ বাগিচাৰ বলিয়া ভূএল আৰু এতোৱা মুণ্ডাই ছয়মাহকৈ আৰু ভাৰত তাঁতীৰ ছয় মাহ জেল হৈছিল। শাওঁতলী চাহবাগিচাৰ মহাবীৰ গোৱালাই তিনিমাহ কাৰাবৰণ কৰিছিল। গটঙ্গা চাহবাগিচাৰ চানতাৰা তাতীয়ে সক্ৰিয় ভূমিকা গ্ৰহণ কৰি দেশমাতৃৰ হকে হোৱা স্বাধীনতা আন্দোলনত নিজৰ অবদান আগবঢাইছিল। ঠিক তেনেদৰে বৰফলং চাহবাগিচাৰ এতোৱা মুণ্ডাইও কাৰাবৰণ কৰিছিল। গোলাঘাট জিলাৰ সৰু পথাৰ মৌজাৰ টেঙ্গাহোলা ১ নং গন্ধাকৰৈ গাওঁৰ সৰ্ব্বশ্ৰী কৰ্ম্মদাস পাণিকা কৌঁৱৰ, মোহন পাণিকা, বুৰ্খা গড় আৰু শুক্ৰা নাগবংশীয়ে স্বাধীনতাৰ আন্দোলনত অংশ গ্ৰহণ কৰিছিল। বৰ্ত্তমান এইসকল ব্যক্তিয়ে ৰাজনৈতিক পেঞ্চন লাভ কৰি আছে।

গোলাঘাটৰ মৌখোৱা মৌজাৰ বেঙ্গেনাখোৱা গাৱঁৰ ছানুখেৰীয়া আৰু তেখেতৰ সুযোগ্যা পত্নী আৰতি ঘাটোৱাৰ খেৰীয়াই ১৯৪২ চনৰ গণ আন্দোলনত অংশ গ্ৰহণ কৰি দেশ মাতৃৰ পূজা কৰিছিল। ১৯২৬ চনত ছাত্ৰ অৱস্থাতে খেৰীয়াই জাতিৰ পিতা মহাত্মা গান্ধীক গোলাঘাট ফৰকাটিং পথত কলগছ পুতি আদৰণি জনাইছিল। ১৯২৯ চনতে মেট্ৰিক পাছ কৰা (গোলাঘাট জিলাৰ প্ৰথম) খেৰীয়াই কটন কলেজৰ ছাত্ৰ হিচাপে ১৯৩২ চনৰ কানিংহাম চাৰ্কোলাৰৰ বিৰুদ্ধে বিক্ষোভ প্ৰদৰ্শন কৰি পুলিচৰ মাৰ খাই পলাতক হিচাপে থাকিব লগা হৈছিল। ১৯৪২ চনৰ ভাৰত ত্যাগ (Quit India Movement) আন্দোলনত তেখেতে জপিয়াই পৰে আৰু পুলিচৰ নিৰ্য্যাতনৰপৰা হাতসাৰি আন্দোলন চলাই যাবৰ বাবে কিছুদিন আত্মগোপন কৰিছিল। ১৯৪৫ চনত তেওঁ জাতীয় কংগ্ৰেছত যোগদান কৰে। ১৯৪৬ চনত নাজিৰাৰপৰা, ১৯৫২ চনত বোকাখাটৰপৰা আৰু ১৯৬২ চনত সৰুপথাৰ সমষ্টিৰপৰা বিধায়ক হিচাপে নিৰ্ব্বাচিত হৈ তেওঁ দেশৰ সেৱা কৰি থৈ গৈছে। খেৰীয়া আৰু তেখেতৰ পত্নী উভয়েই ৰাজনৈতিক পেঞ্চন লাভ কৰিছিল।

দেশ মাতৃৰ মুক্তিৰ হকে হোৱা স্বাধীনতাৰ গণ আন্দোলনত সমগ্ৰ অসমৰ চাহবাগিচা আৰু বস্তি অঞ্চলৰ চাহ আৰু প্ৰাক্তন চাহ জনজাতিৰ অজস্ৰ লোকে গ্ৰহণ কৰা ভূমিকাৰ সম্পূৰ্ণ বিৱৰণ এটি প্ৰবন্ধত উল্লেখ থকা সম্ভৱ নহয়। সেয়ে ইমানতে প্ৰবন্ধটিৰ ইতিৰেখা টনা হ'ল। অৱশেষত এটা কথা নকৈ নোৱাৰিলো যে সীমিত শিক্ষা-দীক্ষাৰে গোলামী পৰিবেশত কালাতিপাত কৰা চাহ শ্ৰমিকসকলে স্বাধীনতাৰ গণ আন্দোলনত যোগাই যোৱা অবিহণাৰ যথাযুক্ত অৱদানৰ কথা লিপিবদ্ধ নোহোৱাকৈয়ে ৰৈ গৈছে। তেনে এজন ব্যক্তি হ'ল নগাওঁ জিলাৰ চিকনী চাহবাগিচাৰ ১০২ বছৰ বয়সীয়া শ্ৰীকালিন্দা। গতিকে বিষয় সন্দৰ্ভত বহল চৰ্চাৰ প্ৰয়োজন অনুভৱ কৰা হয়।○

# অসমৰ সৰ্ব্বাঙ্গীণ উন্নতিত চাহশিল্প আৰু চাহ কৰ্ম্মচাৰীৰ অৱদান

❑ গণেশ চন্দ্ৰ কুৰ্মি

পূজিবাদৰ বিকাশৰ লগতে মালিক আৰু শ্ৰমিকৰ মাজত শ্ৰেণী স্বাৰ্থৰ সংঘাতেও জন্মলাভ কৰে। পোন প্ৰথমতে ইউৰোপ মহাদেশত সৃষ্টি হোৱা এই নিয়োগকৰ্ত্তা আৰু নিয়োজিত দ্বন্দ পুঁজিবাদৰ প্ৰসাৰণৰ লগে লগে পৃথিবীৰ আন আন দেশতো ক্ৰমান্বয়ে গা কৰি উঠিব ধৰে। মানুহ সভ্যতাৰ পথত আগবাঢ়ি অহাৰ ফলস্বৰূপে পৃথিৱীত যন্ত্ৰ যুগৰ আগমন হয়। এই যুগত চিৰাচৰিত সমাজব্যৱস্থাত এক ব্যাপক পৰিবৰ্ত্তন আহি পৰে। যন্ত্ৰযুগত উৎপাদন প্ৰক্ৰিয়াত মানুহৰ অৱদানতকৈ যন্ত্ৰৰ অৱদানকহে পুঁজিবাদী শ্ৰেণীটোৱে অধিক মূল্য দিছিল। অধিক মুনাফাৰ মৰথক স্বভাৱটোৱে উদ্যোগপতিৰ মানৱীয় গুণৰাজিৰ বিলুপ্তি ঘটাই তেওঁলোকৰ অন্তৰৰ দানৱীয় স্বৰূপটোক উৎকটভাৱে জগাই তুলিছিল। ইয়াৰ ফলত উদ্যোগপতিৰ নিৰ্দয় লৌহ চেপেনাত পিষ্টিত হৈছিল হাজাৰ হাজাৰ শ্ৰমিকৰ দল আৰু তেওঁলোকৰ ল'ৰা-ছোৱালী আৰু বৃদ্ধ মাতৃ-পিতৃসকল। উদ্যোগপতিৰ তুলনাত হাজাৰগুণে অধিক সংখ্যাৰ হোৱা সত্বেও সৰ্ব্বহাৰা এইসকল শ্ৰমিক-কৰ্ম্মচাৰীয়ে অন্যায়-অত্যাচাৰৰ প্ৰতিবাদ কৰাৰ সাহস সঞ্চয় কৰিব পৰা নাছিল। প্ৰতিদিনে দহৰ পৰা ওঠৰ ঘন্টা পৰ্য্যন্ত কঠোৰ পৰিশ্ৰম কৰি গাধা-খাটন দিয়াৰ পিছতো জীৱন-ধাৰণৰ ন্যূনতম সা-সুবিধাৰ পৰাও তেওঁলোক বঞ্চিত হৈছিল। পিছে মালিক গোষ্ঠীৰ অন্যায় আচৰণ, নিপীড়ণ আৰু অত্যধিক শাসন-শোষণে হাজাৰ বিজাৰ নিঠৰুৱা শ্ৰমিকৰ অন্তৰত তাৰ প্ৰতিকাৰৰ ভাৱে দোলা দিবলৈ ধৰিলে। চেতনা সম্ভূত মানুহে লাহে লাহে উপলব্ধি কৰিবলৈ ধৰিলে যে তেওঁলোকৰ মালিক অন্নদাতা ভগৱান নহয়। তেওঁলোকৰ নিচিনাই তেজ-মঙহৰ মানুহ। তেওঁলোকে ইয়াকো উপলব্ধি কৰিলে যে যন্ত্ৰ কেতিয়াও মানুহৰ প্ৰভু হ'ব নোৱাৰে, ই মানুহৰ দাসহে। বৈপ্লৱিক চিন্তাধাৰাই গা কৰি উঠাত মানুহে বুজিব পাৰিলে যে জগতত শোষিত আৰু শোষক এই দুটা শ্ৰেণীৰ লোকৰ জন্ম বিধাতাই দিয়া নাই। এই দুয়োটা শ্ৰেণীৰ জন্ম হোৱাৰ মূলতে হ'ল একশ্ৰেণীৰ পূজিবাদী ধুৰন্ধৰ

ব্যক্তি । সেই তেজপিয়া 'ভ্যাম্পায়াৰ' শ্ৰেণীটোৱে লেকাম লগাই নমনীয় কৰিবলৈ খাটি খোৱা মেহনতী জনগণে উপাই বিচাৰিবলৈ ধৰিলে । ইয়াৰ ফলত তেওঁলোকৰ মাজত শ্ৰেণী চেতনাৰ জন্ম হয় আৰু ইয়েই তেওঁলোকক সংঘবদ্ধ হোৱাত সহায় কৰে । এনেকৈ শ্ৰমিক সকল সংঘবদ্ধ হোৱাতে ট্ৰেডইউনিয়নৰ বীজ অঙ্কুৰিত হৈছিল । 'মাউথে উটিলে গুৰি পকৰাৰ মৰণ নাই ।' 'United we stand divided we fall' মানৱ সভ্যতাৰ ফেঁহুজালি দিয়া পশুপালনৰ যুগতে আৰম্ভ হোৱা এই শ্ৰেণী সংগ্ৰাম শিল্প যুগত পৰিপূৰ্ণতা লাভ কৰে । পৃথিৱীৰ শ্ৰেণী সংগ্ৰামে এই যুগতে উৎকট ৰূপ ধাৰণ কৰে । সেয়ে কাৰ্লমাৰ্ক্সে তেওঁৰ বিখ্যাত গ্ৰন্থ 'কমিউনিষ্ট মেনিফেষ্ট'ত মানৱ সভ্যতাৰ ইতিহাসক শ্ৰেণী স্বাৰ্থৰ সংগ্ৰামৰ ইতিহাস বুলি অভিহিত কৰিছে - 'The history of all hitherto existing society is the history of class struggles' দুনিয়াৰ সৰ্ব্বহাৰা শ্ৰমিক কৃষকসকল মাৰবান্ধি শোষণৰ বিৰুদ্ধে থিয় দিবলৈ ধৰিলে ।

১৮শ শতিকাৰ মাজভাগৰপৰা আৰম্ভ হোৱা ট্ৰেড ইউনিয়ন আন্দোলনে প্ৰভাৱ বিস্তাৰ কৰিবৰপৰাকৈ সবল ৰূপ ধাৰণ কৰা কালছোৱাত অনেক বিপ্লৱী শ্ৰমিকে অবৰ্ণনীয় দুখ-দুৰ্দশা ভোগ কৰিব লগীয়াত পৰিছিল । আনকি বহুতেই নিজৰ প্ৰাণ পৰ্য্যন্ত উচৰ্গা কৰিছিল । সি যি কি নহওক ইংলেণ্ড, ফ্ৰান্স, জাৰ্ম্মান আদি ইউৰোপীয় দেশত জাগি উঠা শ্ৰমিক বিপ্লৱৰ প্ৰভাৱ এচিয়া, আমেৰিকা আৰু আফ্ৰিকা আদি মহাদেশত ক্ৰমে ক্ৰমে বিয়পি পৰে । ভাৰতবৰ্ষত শ্ৰমিক আন্দোলন বহু পলমকৈ আৰম্ভ হয় আৰু অসমত তাৰো বহু পিছতহে এই আন্দোলনে গা কৰি উঠে ।

১৮৩৫ চনৰেপৰা অসমত পৰীক্ষামূলকভাৱে আৰম্ভ কৰা চাহ খেতিয়ে প্ৰসাৰণ লাভ কৰে ১৯৩৯ চনত লণ্ডন চহৰত গঠন হোৱা অসম কোম্পানীৰ যোগেদি । শিৱসাগৰত জিলাৰ নাজিৰাত সদৰ কাৰ্য্যালয় পাতি পৃথিৱীৰ সৰ্ব্বপ্ৰথম চাহ কোম্পানী 'অসম কোম্পানীয়ে' চাহখেতিৰ পাতনি তৰে । আৰম্ভণিৰে পৰা অসম কোম্পানীত চাকৰি কৰা মণিৰাম দেৱানে ১৮৪৫ চনত চীনামৰা আৰু চিংলো নামৰ দুখন চাহ বাগিচা খুলি প্ৰথম অসমীয়া, প্ৰথম ভাৰতীয় চাহখেতিয়কৰ গৌৰৱ অৰ্জন কৰে । ইয়াৰ পিছত ১৮৫৯ চনতহে যোৰহাট চাহ কোম্পানী গঠন হয় ।

চাহখেতিৰ বাবে অসমত অপৰ্য্যাপ্ত মাটি থকা বাবে লাহে লাহে নতুন

নতুন চাহ কোম্পানী গঠন হ'বলৈ ধৰে । মাটি, সাংগঠনিক শক্তি আৰু মূলধনৰ অভাৱ নোহোৱা ব্ৰিটিছ চাহখেতিয়কসকলে শিল্পটোৰ বাবে লগা শ্ৰমিকৰ অভাৱ বাৰকৈয়ে অনুভৱ কৰিছিল । অসমৰ সীমিত জনসংখ্যা আৰু আকালো নথকা, ভঁৰালো নথকা উচ্চাকাংক্ষাবিহীন অসমীয়া মানুহৰ স্বভাৱজাত অনীহাৰ বাবে চাহ শিল্পত কাম কৰিবলৈ প্ৰথমতে দক্ষ চীনা শ্ৰমিক আমদানি কৰিবলগীয়াত পৰিছিল । পিছে ই অতিকৈ খৰচ বহুল হোৱা বাবে পিছলৈ ভাৰতবৰ্ষৰে পশ্চিমবংগ, বিহাৰ, উত্তৰ প্ৰদেশ, ছোটনাগপুৰ, উৰিষ্যা, অন্ধ্ৰপ্ৰদেশ, কৰ্নাটক, তামিলনাডু, আদি বিভিন্ন প্ৰান্তৰপৰা মানুহ আনি চাহ শ্ৰমিকৰ চাহিদা পূৰণ কৰা হৈছিল ।

শ্ৰমিকৰ অভাৱ পূৰণ হোৱাত অসমত দোপতদোপে চাহ শিল্পই ঠন ধৰি উঠে । শিল্পটোৰ মালিক, পৰিচালক আৰু শ্ৰমৰত হাজাৰ হাজাৰ শ্ৰমিকৰ মাজত সমন্বয় সাধন কৰা, ব্যৱসায়িক হিচাপ-পত্ৰ ৰখা, শ্ৰমিকসকলক পৰিচালনা কৰা, দা-দৰ্মহা দিয়া আদি যাৱতীয় কৰ্ম্ম সম্পাদন কৰিবলৈ (বাবু) , কেৰাণী শ্ৰেণীটোৰ নিয়োগ কৰা হয় । এইদৰে চাহ শিল্পটোৰ লগত জড়িত থকা তিনি খলপীয়া লোকৰ অৰ্থাৎ মালিক অথবা পৰিচালক, বাবু বা মহৰি আৰু শ্ৰমিকৰ সৃষ্টি কৰা হ'ল । কৌশলগত কাৰণত এই তিনিও শ্ৰেণীৰ মাজত চাহ কোম্পানীসমূহে কোনো কাৰণতেই সংযোগ স্থাপন হ'বলৈ দিয়া নাছিল । সেয়ে শোষণৰ বলি হোৱা শ্ৰমিক কৰ্ম্মচাৰীসকলৰ মাজত সংঘবদ্ধ হোৱাৰ কোনো পথেই উন্মুক্ত নাছিল । ১৮৩৯ চনৰ পৰা ১৯৪৭ চনলৈকে প্ৰায় এশতকৈয়ো অধিক বছৰ যাৱৎ অৱৰ্ণনীয় অত্যাচাৰ-অনাচাৰ, দমন-পীড়ন আৰু শোষণ-নিষ্পেষণত জৰ্জৰীভূত হোৱা সত্বেও চাহ কৰ্ম্মচাৰী আৰু মজদুৰসকলৰ মাজত ঐক্য স্থাপন হোৱা দূৰৰে কথা, এই দুই শ্ৰেণীৰ লোকে বৰং পৰস্পৰে পৰস্পৰক সন্দেহ কৰিহে চলিছিল । এই সুদীৰ্ঘ কালছোৱাৰ ভিতৰত বাগিচাৰ চৰ্দাৰ, বাবু আৰু শ্ৰমিক সকলোৱেই নিৰ্ব্বিবাদে বগা চাহাবৰ হুকুম আখৰে আখৰে পালন কৰিছিল । চেগা-চোৰোকাকৈ দুই-একে প্ৰতিবাদ কৰিলেও সমূহীয়াভাৱে প্ৰতিবাদ কৰাৰ শক্তি বা সাহস সঞ্চয় কৰিবপৰা নাছিল ।

১৯৪৭ চনত আমাৰ দেশে স্বাধীনতা লাভ কৰে । ইয়াৰ পিছতহে ট্ৰেড ইউনিয়ন আন্দোলনবোৰ অসমত মূৰ দাঙি উঠিব পাৰিছিল । অৱশ্যে ১৯২৬ চনত ট্ৰেডই উনিয়ন আইন গৃহীত হোৱাৰ পাছতেই ভাৰতীয় শ্ৰমিকসকলে

শ্ৰমিক সংঘ গঠনৰ কাৰ্যবলে ন্যায়সঙ্গত ভাৱে অধিকাৰ লাভ কৰিছিল । ইয়াৰ আগতে ১৯০৬ চনত গৃহীত হোৱা Trade Disput Act. ৰ যোগেদি ট্ৰেড ইউনিয়ন কৰাৰ অধিকাৰ প্ৰদান কৰা হৈছিল ।

১৮৫৭ চনৰ চিপাহী বিদ্ৰোহ আৰু প্ৰথম অসমীয়া চাহখেতিয়ক মণিৰাম দেৱান বৰভাণ্ডাৰ বৰুৱাৰ ফাঁচী আদি ঘটনাই অসমৰ চাহ বাগিচাত কিছু পৰিমাণে খলক লগাইছিল যদিও অসমৰ 'Planters Raj' ৰ অসীম ক্ষমতা আৰু দূৰ্দান্ত প্ৰতাপৰ ফলত সেই বুৰবুৰণি নিঃশেষ হৈ গৈছিল । নাজিৰাৰ অসম কোম্পানীৰ বিৰুদ্ধে দহ হেজাৰ শ্ৰমিক ঐক্যবদ্ধ কৰি শ্ৰমিক আন্দোলনৰ নেতৃত্ব বহন কৰা মধু কোঁচৰ কলিয়াপানী নিৰ্ব্বাসন হোৱা আৰু আন কিছুমানৰ জেল-জৰিমনা হোৱা ঘটনাও মানুহৰ মনৰপৰা মচ খাই গৈছিল । তথাপিতো ১৯৩৯ চনত অসমৰ বৰাক উপত্যকাত চাহ শ্ৰমিকৰ ধৰ্মঘট হৈছিল । ছিলেট কাছাৰ চাবাগান মজদুৰ ইউনিয়নেই অসমৰ সৰ্ব্বপ্ৰথম ট্ৰেড ইউনিয়ন । ১৯৪৬ চনত ব্ৰহ্মপুত্ৰ উপত্যকাত ডাঃ বিনয় চক্ৰৱৰ্ত্তী আৰু শ্যাম চৌধুৰী আদিৰ তৎপৰতাত গঠন হোৱা 'চাবাগান মজদুৰ ইউনিয়ন 'এ,আই,টি,ইউ,চি-ৰ অন্তৰ্ভুক্ত হৈছিল । ১৯৪৭ চনৰ ১১ আগষ্টত ডিব্ৰুগড়ৰ মাইজান চাহ বাগিচাৰ শ্ৰমিকসকলে কোম্পানীৰ ওচৰত এখন ২২ দফীয়া দাবী চনদ দাখিল কৰিছিল । এই সময়ছোৱাতে লাল ঝাণ্ডাৰ ইউনিয়নে ডিব্ৰুগড় জিলাৰ বিভিন্ন চাহ বাগিচাৰ শ্ৰমিকসকলৰ মাজত সংগঠনৰ কামত নামি পৰিছিল । তেওঁলোকৰ আহ্বানক্ৰমে ১৯৪৭ চনতে বিশ্ব যুৱ আৰু যুৱছাত্ৰ সংঘৰ বাচিয়া, ডেনমাৰ্ক আৰু যুগোশ্লাভিয়াৰপৰা অহা যুৱছাত্ৰ প্ৰতিনিধিৰ দলে ডিব্ৰুগড় জিলাৰ মাইজান আৰু বৰবাৰী চাহ বাগিচাৰ শ্ৰমিকসকলৰ দুখপূৰ্ণ জীৱন যাত্ৰাৰ প্ৰত্যক্ষ কৰি গৈছিল । ১৯৪৮ চনৰ ২০ জুন তাৰিখে এ, আই, টি, ইউ, চি য়ে দাবী দিৱস পালন কৰিছিল ।

১৯২১ চনৰপৰা ১৯৪৫ চনলৈকে ছেগা চোৰোকাকৈ অসমৰ বিভিন্ন চাহ বাগিচাত শ্ৰমিকসকলে বিক্ষিপ্ত ধৰণে ধৰ্ম্মঘট পালন কৰিছিল যদিও পৰাধীনতাৰ কালছোৱাত বৃটিছ চাহ খেতিয়কসকলে সিবিলাক আন্দোলন অতি কঠোৰ হাতেৰে দমন কৰি পেলাইছিল । ফলত শ্ৰমিক সকল যে কেৱল নিজৰ প্ৰাপ্যৰপৰাহে বঞ্চিত হৈছিল এনে নহয়, তেওঁলোকৰ বহুতেই জীৱন পৰ্য্যন্ত আহুতি দিবলগীয়াও পৰিছিল । ১৯৪৯ চনৰ চেপ্তেম্বৰ মাহৰ ১৮ তাৰিখে তেনে এক শ্ৰমিক আন্দোলনৰ নেতৃত্ব দিবলৈ গৈ শিৱসাগৰ জিলাৰ চণ্টক চাহ বাগিচাৰ

শ্ৰমিক নেতা বাংকুড়ু চাওঁৰা নিহত হৈছিল । অসমৰ ট্ৰেড ইউনিয়ন আন্দোলনত অংশ গ্ৰহণ কৰি এনেকৈয়ে আৰু অনেক লোক শ্বহীদ আৰু ঘূণীয়া হ'ব লগা হৈছিল ।

১৯২১ চনত কাছাৰ জিলাৰ খৰিল আৰু লক্ষ্মীপুৰ চাহ বাগিচাত, লংগাই উপত্যকাৰ চাহ বাগিচা সমূহত, দৰং জিলাৰ হেলেম চাহ বাগিচাত আৰু সেই বছৰৰে শেষৰফালে ৰঙা পাৰাৰ ধেনদাই, সোণাজুলি আৰু কছাৰী গাঁও চাহ বাগিচাত শ্ৰমিক আন্দোলন সংঘটিত হৈছিল । অবিভক্ত কাছাৰ জিলাৰ কেইবা খনো চাহ বাগিচাৰ শ্ৰমিকসকল সংঘবদ্ধ হৈ কৰ্তৃপক্ষৰ অমানুষিক শোষণ-শাসনৰ বিৰুদ্ধে আন্দোলনত জপিয়াই পৰে । শোষণৰ প্ৰতিবাদ জনাই নিজৰ নিজৰ দেশলৈ উভতি যাবলৈ তেওঁলোক চান্দপুৰ ৰেল ষ্টেচনত একত্ৰিত হৈছিল । এইদৰে গোট খোৱা হাজাৰ হাজাৰ শ্ৰমিকৰ ওপৰত বাগিচা কৰ্তৃপক্ষই গোৰ্খা চিপাহী বাহিনী মেলি দি জঘন্য অত্যাচাৰ চলাইছিল । এই কাহিনী বাস্তাৱিকতে অতিকে দুখদায়ক । উজনি অসমতো এনেধৰণৰ আন্দোলন সংঘটিত হৈছিল যদিও সেই আটাইবিলাক আন্দোলনেই চাহ কোম্পানীবোৰে অতি নিৰ্ম্মম হাতেৰে দমন কৰিছিল ।

যি কি নহওক ১৯৪৫-৪৬ চনৰ সাধাৰণ নিৰ্ব্বাচনৰ পিছত অসমত শাসন ক্ষমতা লাভ কৰা কংগ্ৰেছ দলৰ সুনামধন্য বিজয় চন্দ্ৰ ভাগৱতীৰ নেতৃত্বত এখনি শ্ৰমিক বিভাগ খুলি ৰবীন কাকতিদেৱক সম্পাদক নিৰ্বাচিত কৰা হয় । তাৰপিছত যদুনাথ ভূঞা আৰু মহেন্দ্ৰ নাথ শৰ্মাক যুটীয়া সম্পাদক হিচাপে লৈ 'অসম মজদুৰ (কনুৰা) সংঘ নাম দি এটি সংগঠন খোলা হয় । অৱশেষত ১৯৪৭ চনৰ ৯ ফেব্ৰুৱাৰীত তিনিচুকীয়াত অনুষ্ঠিত এখন সভাত অসম চাহ কৰ্ম্মচাৰী সংঘৰ জন্ম হয় । বিজয় ভাগৱতী, সভাপতি, পৰশুৰাম দত্ত, উপ সভাপতি, যদুনাথ ভূঞা, সম্পাদক, কমল চন্দ্ৰ সন্দিকৈক, সহকাৰী সম্পাদক হিচাপে লৈ গঠিত হোৱা অসম চাহ কৰ্ম্মচাৰী সংঘই সেই বছৰৰে ২২ এপ্ৰিল তাৰিখে Indian Trade Union আইন অনুযায়ী পঞ্জীভূত হয় আৰু যোৱা ১৯৯৮ চনৰ এপ্ৰিল মাহত সংঘৰ এশ বছৰ পূৰ্ত্তি উপলক্ষ্যে চাহ নগৰী ডুমডুমাত অতি ধুমধামেৰে অসম চাহ কৰ্ম্মচাৰী সংঘৰ সোণালী জয়ন্তী অনুষ্ঠিত হৈ যায় । প্ৰথমতে কৰ্ম্মচাৰী সংঘবোৰ জিলা ভিত্তিতহে গঠিত হৈছিল । বিজয় ভাগৱতী আৰু তেওঁৰ সহযোগীসকলৰ আপ্ৰাণ চেষ্টা আৰু কষ্টত ক্ৰমান্বয়ে সংঘবোৰ সংঘবদ্ধ হ'বলৈ ধৰে আৰু ৰাষ্ট্ৰীয় মজদুৰ কংগ্ৰেছ

অসম শাখাৰ তৎপৰতাত ১৯৫৮ চনৰ ১ আগষ্ট তাৰিখে তিনিচুকীয়াৰ ৰবডুবিত বহা সভাত জিলাভিত্তিৰ সংঘবিলাকক একত্ৰিত কৰি এটি কেন্দ্ৰীয় সংঘৰ জন্ম দিয়া হয় । এইখন সভাতে নকৈ গঠন হোৱা অসম চাহ কৰ্ম্মচাৰী সংঘ, অসম চাহ মজদুৰ সংঘ আৰু অসম শাখা ৰাষ্ট্ৰীয় মজদুৰ কংগ্ৰেছৰ সাধাৰণ সম্পাদকৰ গুৰু দায়িত্ব একেজনা প্ৰখ্যাত ব্যক্তি মহেন্দ্ৰ নাথ শৰ্ম্মা দেৱৰ ওপৰতে ন্যস্ত কৰা হয় ।

এনেকৈয়ে প্ৰথমতে জিলা ভিত্তিত গঠন হোৱা ট্ৰেড ইউনিয়নৰপৰাই অসম চাহ কৰ্ম্মচাৰী সংঘই জন্ম লাভ কৰে । ইয়াৰ দীঘলীয়া যাত্ৰাপথত আহি পৰা উত্থান-পতন আৰু কৰ্ম্মৰাজিৰ বিষয়ে বহলাই আলোচনা নকৰি এই সংঘৰ ছত্ৰছাঁয়াত একত্ৰিত হোৱা চাহ বাগিচাৰ কৰ্ম্মচাৰীসকলে বৃহত্তৰ অসমীয়া জাতি গঠনত তথা অসমৰ সৰ্ব্বাঙ্গীন উন্নতি প্ৰগতিত যি অপৰিসীম বৰঙণি যোগাইছিল সেই বিষয়েহে যৎকিঞ্চিত পৰিমাণে আলোকপাত কৰিবলৈ প্ৰয়াস কৰা হ'ব ।

অসম চাহ কৰ্ম্মচাৰী সংঘ অসমৰ ইমূৰৰপৰা সিমূৰলৈ বিয়পি থকা বহিৰ্জগতৰ লগত সম্পৰ্কৰহিত নিৰ্জন দ্বীপ সদৃশ প্ৰায় আঠ সতাধিক চাহ বাগিচাৰ চাহ কৰ্ম্মচাৰীসকলৰ মাজত ঐক্য, শান্তি আৰু সম্প্ৰীতিৰ ভাব কঢ়িয়াই আনিছিল । ট্ৰেড ইউনিয়নৰ যোগেদি সংঘবদ্ধ হোৱা এই অভিনৱ প্ৰক্ৰিয়াই অসমীয়া মানুহৰ মাজত আৰু বিশেষকৈ চাহ কৰ্ম্মচাৰীসকলৰ মাজত সচেতনতা আৰু একতাৰ বীজ ৰোপন কৰিছিল । তদুপৰি এই আন্দোলনৰ শোষণ প্ৰতিৰোধ কৰিবপৰা শক্তিটোৱে পৰোক্ষ অথবা প্ৰত্যক্ষভাৱে অসমীয়া জনগণৰ মাজত ইয়াৰ জন্মলগ্নৰেপৰাই এক অপৰিসীম প্ৰভাৱ বিস্তাৰ কৰি আহিছে ।

চাহ বাগিচাবোৰ ইংৰাজ চাহ খেতিয়কসকলে এনে এক অভেদ্য দুৰ্গৰূপে ৰাখিছিল যে তাত বহিৰ্জগতৰ মানুহ সোমাই ভাৰতবৰ্ষৰ স্বাধীনতাৰ বাণী প্ৰচাৰ কৰা প্ৰায় অসম্ভৱ আছিল । কেৱল মাত্ৰ চাহ কৰ্ম্মচাৰীসকলে উলিয়াই দিয়া সুকণ্ঠা আৰু সা-সুবিধাৰ ফলতহে আন্দোলনৰ নেতৃস্থানীয় লোকসকল চাহ বাগিচাত প্ৰৱেশ কৰিব পাৰিছিল । বহুতো চাহ কৰ্ম্মচাৰীয়ে ইয়াৰ বাবে দণ্ডও লগীয়াত পৰিছিল । আনহে নেলাগে বৰ্ত্তমান এচিয়া মহাদেশৰ ভিতৰতে এক অন্যতম শক্তিশালী আৰু গৰিষ্ঠ সংখ্যক সদস্যৰে গঠিত অসম চাহ মজদুৰ সংঘৰ গঠনত অসমৰ চাহ কৰ্ম্মচাৰীসকলৰে আটাইতকৈ সৰহ বৰঙণি আছে । সেইসময়ৰ

ট্ৰেড ইউনিয়ন আন্দোলনৰ লগত জড়িত নেতাসকলৰ ভিতৰত সৰ্বশ্ৰী বিজয় ভাগৱতী, প্ৰবীণ গোস্বামী, সৰ্বেশ্বৰ বৰদলৈ, জীৱনৰাম ফুকন, মহেন্দ্ৰনাথ শৰ্ম্মা, যদু ভূঞা, সুৰেন্দ্ৰ নাথ মিশ্ৰ, দুৰ্গেশ্বৰ খাৰঘৰীয়া, লোকেশ্বৰ গগৈ, দেবেন্দ্ৰনাথ বৰদলৈ, তৰুণ চুতীয়া, চানুপ্ৰসাদ খেৰীয়া, পাটনা গাজলু, দুখীয়া ভগত, যোগীন গোস্বামী, গোলোক শৰ্ম্মা ইত্যাদি আৰু অনেক সংগঠকৰ নাম উল্লেখ কৰিব পাৰি । এইসকল ট্ৰেড ইউনিয়ন আন্দোলনৰ নেতাৰ উপৰি স্বাধীনতাৰ আন্দোলনকাৰী সকলোৱেই চাহ বাগিচাৰ কৰ্ম্মচাৰীসকলৰপৰা ৰক্ষণাবেক্ষণ, আশ্ৰয় আৰু অনান্য যাৱতীয় সহায়-সহযোগ লাভ কৰিছিল । কৰ্ম্মচাৰীসকলৰ সহায়ৰ অবিহনে চাহ বাগিচাত শ্ৰমিক সংগঠন কৰা অথবা দেশৰ স্বাধীনতাৰ আন্দোলনত চাহ মজদুৰসকলক অংশ গ্ৰহণ কৰোৱা আদি কোনো এটা কামেই কংগ্ৰেছৰ ভলণ্টিয়াৰ তথা 'ট্ৰেড ইউনিয়নিষ্ট' সকলৰ পক্ষে সম্ভৱপৰ নহ'লহেঁতেন । প্ৰায় এশ বছৰ ধৰি অজ্ঞান-অন্ধকাৰ ডুব গৈ থকা চাহ মজদুৰসকলৰ উত্থানত বাগিচাৰ কৰ্ম্মচাৰীবৃন্দৰ বৰঙণি আমাৰ বোধেৰে সৰাতোকৈ অধিক । আনহে নেলাগে প্ৰথম অৱস্থাত চাহ বাগিচাৰ পৰা শিক্ষা-দীক্ষা লৈ যিসকল চাহ মজদুৰৰ সতি-সন্তান বাগিচাৰ বদ্ধ পৰিৱেশৰপৰা বাহিৰলৈ ওলাই আহিছে সেই সকলৰ শতকৰা নিৰান্নব্বৈজনেই বাগিচাৰ মহৰি বাবুৰ দ্বাৰাই অনুপ্ৰেৰণা তথা অনান্য সাহাৰ্য্য লাভ কৰিছিল । চাহশিল্পৰ আৰম্ভণিৰ কালছোৱাত বঙালি মধ্যবিত্ত শ্ৰেণীৰ বাবুসকলৰ পয়োভৰ ঘটিছিল যদিও ক্ৰমান্বয়ে সেই ঠাই দখল কৰিছিল অসমীয়া বাবুসকলে । অসমীয়া জনজীৱনত এই বাবুসকলৰ অসীম প্ৰভাৱ পৰিছিল । কিয়নো অসমীয়া মধ্যবিত্ত বুদ্ধিজীৱী শ্ৰেণীটোৰ সৃষ্টিৰ মূলতে আছিল চাহ বাগিচাৰ এই অসমীয়া বাবুসকল । ইতিহাস স্বীকৃত এই প্ৰভাৱ আনহে নেলাগে জনজীৱনৰ লোককথা, লোক গীত আদিতো প্ৰতিফলিত হোৱা দেখা যায় । অসমত কয়লা শিল্প, কাঠ শিল্প আদি কোনো শিল্পই ইমান সুদূৰ প্ৰসাৰি প্ৰভাৱ বিস্তাৰ কৰিব পৰা নাই । আনহাতে চাহ শিল্পক লৈ ৰচিত গীত-মাত সমূহে সমসাময়িক অসমীয়া মানুহৰ সমাজব্যৱস্থা, চিন্তা-চৰ্চ্চা, ধ্যান-ধাৰণাৰ উপৰি শ্ৰেণী চেতনাৰ সংঘাত তথা চাহাব, বাবু আৰু বনুৱাৰ মাজৰ সম্পৰ্কৰ ওপৰতো আলোকপাত কৰে । তলত দুটিমান লোকগীতৰ উদাহৰণ দিয়া হ'ল -

(১) কেৰেণী নহ'লো মহৰী নহ'লো

তোমাক কেনে কৰি পাম ?

◆ চাহপাত চিঙিলো চটাইত মেলি দিলোঁ,
তেতেলী পতীয়া হ'ল
◆ শলগুৰি বাগিচা অননি বননি
তাতো নবহিলে মন
সুমলাৰ তাঁতশাল সোণাপুৰ নগৰখন
তাতেহে বহিলে মন ।

◆ তিতিকি তিতাফুল যোৰহাটৰ গোলাপফুল
মৰিয়ণী বাগিচাৰ চিঠি ।

অসমীয়া কৃষক সমাজখনলৈ কৃষিৰ লগত সম্পৰ্ক নৰখাকৈ চাহ বাগিচাৰ চাকৰিৰ তলপৰ ধনেৰে পোন প্ৰথমবাৰৰ কাৰণে জীৱিকা নিৰ্ব্বাহৰ সুযোগ চাহ শিল্পই আনি দিছিল । সেয়ে অসমীয়া মধ্যবিত্ত সমাজখন চাহশিল্পৰ প্ৰতি মোহাচ্ছন্ন হৈ পৰিছিল । জীৱিকা নিৰ্ব্বাহৰ এই আমূল পৰিবৰ্ত্তনে এচাম অসমীয়া মানুহৰ মাজত চিন্তা-চৰ্চ্চা কৰাৰ অৱকাশৰ সৃষ্টি কৰিছিল । সামাজিক চিন্তা আৰু মানৱীয় ভাৱেৰে উদ্বোদ্ধ হোৱা এই কৰ্মচাৰীসকলে চাহ বাগিচাৰ বিভিন্ন মানৱ গোষ্ঠীৰ মাজত ভাতৃত্বৰ ভাৱ জগাই তুলিছিল । কৰ্ম্মচাৰী সংঘই অসমীয়া সমাজ আৰু চাহ বনুৱাৰ মাজত জগাই তোলা প্ৰেম আৰু ভাতৃত্বৰ বান্ধোনৰ সমান ডাঙৰ বৰঙণি আমাৰ বোধেৰে স্বাধীনোত্তৰ কালছোৱাত আন একোৱেই হ'ব নোৱাৰে ।

লৌকিক সাহিত্য ৰচনাত ইন্ধন যোগোৱাৰ উপৰি লিখিত সাহিত্য ৰচনা কৰাৰ ক্ষেত্ৰতো চাহ শিল্প আৰু ইয়াৰ লগত জড়িত চাহ কৰ্ম্মচাৰীসকলে কবি আৰু সাহিত্যিক সকলক অনুপ্ৰাণীত কৰি আহিছে । ইয়াৰ ফলশ্ৰুতি হৈছে 'সেউজী পাতৰ কাহিনী', 'এখন অৰণ্য আৰু এজাক মানুহ' ৰ দৰে কালবিজয়ী অসমীয়া ভাষাৰ উপন্যাসসমূহ । অৱশ্যে এটা কথা নকৈ নোৱাৰি যে বহুতো অসমীয়া বুদ্ধিজীৱী সাহিত্যিক-সমালোচক আদিয়ে শিল্পটোৰ প্ৰতি আৰু ইয়াৰ লগত অঙ্গাঙ্গীভাৱে জড়িত শ্ৰমিক-কৰ্ম্মচাৰীসকলৰ প্ৰতি নিতান্তই অনীহা ভাৱ প্ৰকাশ কৰা দেখা যায় । বহু বুদ্ধিজীৱীয়ে পৃথিৱী পৰিক্ৰমা কৰি বিশ্ব মানৱৰ বিষয়ে নিজৰ লেখনিত বিস্তৃত বৰ্ণনা দিছে ; কিন্তু অসমতে জন্ম গ্ৰহণ কৰি, ইয়াতে লালিত-পালিত হোৱা আৰু দিনৌ নিজ মাতৃভূমিৰে ফেৰফেৰী সুগন্ধি চাহৰ আকুণ্ঠ জুতি লৈ থকা সত্বেও অসমীয়া চাহ শ্ৰমিক আৰু কৰ্ম্মচাৰী সম্পৰ্কে

সম্পূৰ্ণ অজ্ঞতা প্ৰকাশ কৰা দেখা যায় । ই সঁচাকৈয়ে অতিকৈ দুখৰ আৰু পৰিতাপৰ বিষয় ।

আনহাতেদি চাহ শিল্প আৰু বিশেষভাৱে চাহ কৰ্মচাৰীসকলে অগণন শিল্পী-সাহিত্যিকৰ জন্ম দিছে ইয়াৰ প্ৰাৰম্ভিক কালৰেপৰাই । অসমৰ চাহ উদ্যোগৰ লগত জড়িত থাকি ভাষা-জননী আৰু সাহিত্য-সংস্কৃতিলৈ অৱদান যোগোৱাসকলৰ নাম কৈ অন্ত কৰিব পৰা নেযায় । তথাপিতো বিশেষভাৱে সামাজিক প্ৰতিষ্ঠা আৰু প্ৰসিদ্ধি লাভ কৰাসকলৰ ভিতৰত বিশ্ব বিখ্যাত সংস্কৃত পণ্ডিত আৰু গুৱাহাটী বিশ্ববিদ্যালয় প্ৰথম জনা উপাচাৰ্য্য কৃষ্ণকান্ত সন্দিকৈৰ নাম নোলোৱাকৈ আমি থাকিব নোৱাৰো । এইজনা মহা পণ্ডিতে প্ৰথমতে তিনিবছৰ কালজুৰি তিৰুৱাল চাহ বাগিচা পৰিচালনা কৰিছিল । এখেতৰ পৰিয়ালৰ দানেৰেই অসম সাহিত্য সভাৰ প্ৰধান কাৰ্য্যালয় যোৰহাটৰ 'চন্দ্ৰকান্ত সন্দিকৈ ভৱন' নিৰ্মিত হয় আৰু 'চন্দ্ৰকান্ত অভিধান ' সংকলিত হয় । গুৱাহাটীৰ সন্দিকৈ ছোৱালী কলেজ, অসম চৰকাৰৰ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ ঘৰ সন্দিকৈ পৰিয়ালৰ অৱদান । অসম ছাত্ৰ সন্মিলন, অসম সাহিত্য সভা আৰু প্ৰাচ্যতত্ত্ব সন্মিলনৰ সভাপতি তথা বিখ্যাত ডেকান কলেজৰ ফেলো পণ্ডিত প্ৰৱৰ কৃষ্ণকান্ত সন্দিকৈয়ে শ্ৰীহৰ্ষৰ 'নৈষধ চৰিত্ৰ' আৰু সোমদেৱৰ 'যশস্তিলক' আৰু টীকা টিপ্পনী সহ অনুবাদ কৰি আন্তঃৰাষ্ট্ৰীয় মহলত বিশেষ স্থান দখল কৰে ।' 'প্ৰতিমা'ৰ খনিকৰ চন্দ্ৰকুমাৰ আগৰৱালা আৰু ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালা শোণিতপুৰ জিলাৰ ভোলাগুৰি আৰু ডিব্ৰুগড় জিল্যৰ তামোলবাৰী চাহ বাগিচা পৰিচালনা কৰিছিল । কবি-সাহিত্যিক চন্দ্ৰ কুমাৰ আগৰৱালা আৰু সাহিত্যিক, গীতিকাৰ, সুৰকাৰ তথা প্ৰথম চলচিত্ৰ নিৰ্ম্মাতা ৰূপকোঁৱৰ জ্যোতি প্ৰসাদ আগৰৱালাৰ মহতী অৱদান অসমীয়া জাতিৰ ইতিহাসত সদা-সৰ্ব্বদাই সোণালী আখৰেৰে লিপিবদ্ধ হৈ ৰ'ব । যোৰহাটৰ ঠেঙালবাৰী চাহ বাগিচাৰ মালিক শিৱপ্ৰসাদ বৰুৱাই 'বাতৰি' নামৰ প্ৰথম অসমীয়া দৈনিক কাকতখন প্ৰকাশ কৰিছিল । ডিব্ৰুগড়ৰ প্ৰখ্যাত অসমীয়া চাহ খেতিয়ক নন্দেশ্বৰ চক্ৰৱৰ্ত্তীয়ে 'তৰুণ অসম' নামৰ এখন দৈনিক বাতৰি কাকত উলিয়াইছিল । আজিৰ অসমৰ আগশাৰীৰ ইংৰাজী দৈনিক 'আসাম ট্ৰিবিউন' কাকতখন উলিওৱাত ৰাধাগোবিন্দ বৰুৱাক সহায় কৰোঁতাজন আছিল তিনিচুকীয়াৰ চাহখেতিয়ক সোমেশ্বৰ বৰুৱা । চাহ বাগিচাৰে স্বত্বাধিকাৰ ইন্দ্ৰকমল বেজবৰুৱা আৰু তেওঁৰ পৰিয়ালেই 'নতুন অসমীয়া' কাকত চলাইছিল ।

চাহ বাগিচাৰ স্বত্বাধিকাৰ সোণাৰিৰ বৰুৱা পৰিয়ালৰ কথা কোনে নাজানে । গীতি কবি পাৰ্ব্বতী প্ৰসাদ বৰুৱাৰ 'সোণৰ সোলেং,' 'ভগা টোকাৰীৰ সুৰ,' 'গুণগুণনি,' 'শুকুলা ডাৱৰৰ কহুৱা ফুল' আদি গীতসমূহ অসমীয়া সঙ্গীত আৰু সাহিত্যৰ আপুৰুগীয়া সম্পদ । বৰুৱাদেৱে 'ৰূপহী' নামৰ এখন কথা ছবিও নিৰ্ম্মাণ কৰিছিল । এগৰাকী বিশিষ্ট্য কবি সান্ত্বনা বৰুৱা তেখেতৰে বৰ জীয়াৰী হয় । এইজনা মহান অসমীয়া শিল্পীয়ে নিজৰ ককাইদেউ ভগৱতী প্ৰসাদ বৰুৱাৰ স্মৃতিত গুৱাহাটীত থকা অসম সাহিত্য সভাৰ কাৰ্য্যালয় ভগৱতী প্ৰসাদ বৰুৱা ভৱন দান কৰি গৈছে । তদুপৰি শিৱসাগৰৰ ভগৱতী প্ৰসাদ স্মৰণ মঞ্চ আৰু সোণাৰিত উচ্চতৰ মাধ্যমিক বিদ্যালয় এখনো দান কৰি থৈ গৈছে ।

পাৰ্ব্বতি প্ৰসাদ বৰুৱাৰ ভায়েক বিমলাপুৰ চাহ বাগিচাৰ স্বত্বাধিকাৰী কামাখ্যা প্ৰসাদ বৰুৱাৰ জীয়ৰী ইন্দিৰা পি পি বৰা দেশে-বিদেশী ভুৰি ভুৰি প্ৰশংসা বুটলা এগৰাকী প্ৰখ্যাত নৃত্যশিল্পী । নৃত্যশিল্পী মেনকা বৰা তেওঁৰে জীয়ৰী ।

কবি আৰু নাট্যকাৰ চন্দ্ৰধৰ বৰুৱা যোৰহাটৰ ৰৌৱৈয়া চাহ বাগিচাৰ স্বত্বাধিকাৰী আছিল । কবি আৰু নাট্যকাৰ ৰূপে প্ৰসিদ্ধি লাভ কৰা দূৰ্গেশ্বৰ শৰ্ম্মা যোৰহাটৰে কমলপুৰ চাহ বাগিচাৰ মালিক আছিল । বোম্বাইৰ হিন্দী চিনেমা জগতত সঙ্গীত পৰিচালক হিচাপে সুখ্যাতি লভা 'জিতু তপন' শৰ্ম্মাদেৱৰে পুত্ৰ ।

শিৱসাগৰৰ প্ৰখ্যাত চাহ খেতিয়ক সাংসদ প্ৰফুল্ল চন্দ্ৰ বৰুৱা আৰু তেওঁৰ পৰিয়ালৰ সাংস্কৃতিক অৱদান অনেক । অসমীয়া গীতৰ ৰেৰ্কড প্ৰথম বাণীবদ্ধ কৰে বৰুৱা দেৱে । সুনিপুণ অভিনেতা বৰুৱা দেৱৰ ভায়েক ফুনু বৰুৱা এজন সফল অভিনেতা আছিল । বিখ্যাত বেহেলা বাদক ওস্তাদ আমজাদ আলি খানৰ সহ ধৰ্মিনী বিশিষ্টা ভাৰত নাট্যম শিল্পী শুভলক্ষ্মী ফুনু বৰুৱাদেৱৰে দুহিতা । গুৱাহাটীস্থ অসম সাহিত্য সভাৰ পেক্ষাগৃহ লক্ষীৰাম বৰুৱা সদনৰ দাতা হ'ল স্বনামধন্য প্ৰফুল্ল চন্দ্ৰ বৰুৱা । নিজৰ পিতৃৰ স্মৃতিত বৰুৱাদেৱে এই সদন দান কৰিছিল । দাতা পিতৃৰ ইচ্ছানুযায়ী তেওঁৰেই সুযোগ্য সন্তান জয়ন্ত বৰুৱাই এই সদনৰ বিকাশ সাধন কৰিছে ।

অসম সাহিত্য সভাৰ সভাপতি প্ৰয়াত নকুল চন্দ্ৰ ভূঞাৰ সাহিত্যিক অৱদানৰ কথা উল্লেখ নকৰিলেও হ'ব । চাহ বাগিচাৰ লগত জড়িত সাহিত্যিক আৰু সংস্কৃতিবান পুৰুষসকলৰ ভিতৰত বিশেষভাৱে উল্লেখ কৰিবলগীয়াসকল

হ'ল - হিতেশ্বৰ বৰবৰুৱা, দুৰ্গা প্ৰসাদ মজিন্দাৰ বৰুৱা, বকুল বনৰ কবি আনন্দ চন্দ্ৰ বৰুৱা অসম সাহিত্য সভাৰ সভাপতি আৰু সাহিত্য একাডেমি পুৰস্কাৰ প্ৰাপ্ত 'মিতভাষ'ৰ ৰচয়িতা ডঃ নগেন শইকীয়া, চক্ৰাই চাহ বাগিচাত জন্ম গ্ৰহণ কৰা জ্ঞান পীঠ বঁটা বিজয়ী বীৰেন ভট্টাচাৰ্য্য আৰু তেখেতৰ অগ্ৰজ এজন আগশাৰীৰ কবি সমালোচক নলিনীধৰ ভট্টাচাৰ্য্য, নীলমণি ফুকন, শীলভদ্ৰ, অম্বেশ্বৰ চেতিয়া ফুকন , কবি প্ৰমোদ কুমাৰ বৰদলৈ, পদ্মেশ্বৰ বৰঠাকুৰ, মহেন্দ্ৰ বৰঠাকুৰ, সেউজীয়া দেশৰ কবি ৰাম গগৈ, নিৰোদ চৌধুৰী, যোগেশ দাস, যদু বৰপূজাৰী, নন্দ গোস্বামী, প্ৰণতি বৰুৱা, নীলিমা দত্ত, তফজ্জুল আলি, আন্তঃৰাষ্ট্ৰীয় খ্যাতিসম্পন্ন চলচ্চিত্ৰ নিৰ্ম্মাতা জাহ্নু বৰুৱা, উপন্যাসিক নাহু দত্ত ইত্যাদি ।

সাহিত্য-সংস্কৃতিৰ উপৰি অনান্য দিশত বিশেষ বৰঙণি আগবঢ়োৱা সকল হ'ল আইনজীৱী ক্ষীৰোদ শইকীয়া, ৰাজনীতিবিদ হিতেশ্বৰ শইকীয়া, শিক্ষাবিদ, গুৱাহাটি বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্য হীৰালাল দুৱৰা আৰু অনেক খ্যাতিমন্ত লোক চাহ বাগিচাৰ মজিয়াৰপৰাই ওলাই আহিছে ।

গতিকে দেখা গ'ল যে চাহশিল্পৰ লগত জড়িত লোক আৰু তেওঁলোকৰ সতি-সন্ততি সকলেই অসমীয়া ভাষা-সংস্কৃতিৰ শ্ৰীবৃদ্ধি সাধনত আৰু অসমীয়া জাতিটোক এটা লেখত ল'বলগীয়া জাতি হিচাপে প্ৰতিষ্ঠিত কৰাত অপৰিসীম বৰঙণি এই শিল্পটোৰ জন্ম লগ্নৰেপৰাই যোগাই আহিছে ।

স্বাধীনতাৰ গণ আন্দোলনৰ পিছত অসমত সামাজিক আৰু উদ্যোগীক ন্যায় প্ৰতিষ্ঠাৰ বাবে শান্তিপূৰ্ণভাৱে সংঘবদ্ধ আন্দোলনৰ ধাৰা প্ৰৱৰ্ত্তন কৰাৰ হোতাস্বৰূপ চাহ শ্ৰমিক আৰু চাহ কৰ্ম্মচাৰীসকলে অসমত শান্তি-সম্প্ৰীতি আৰু ঐক্য স্থাপন কৰাত বহুলাংশে বৰঙণি যোগাইছে । চাহ কৰ্ম্মচাৰীসকলৰ আপ্ৰাণ্ডুৰীয়া চেষ্টাৰ ফলতে বৃহৎ জনগোষ্ঠীৰ চাহ শ্ৰমিকসকলে অসমীয়া ভাষা খৰতকীয়া ভাৱে আয়ত্ত কৰিবলৈ সক্ষম হয়, যাৰ ফলত সময়ে সময়ে অসমীয়া ভাষালৈ অনাকাংক্ষিতভাৱে আহিপৰা সংকট হেলাৰঙে প্ৰতিহত কৰিবপৰা হৈছে । অসমত অসমীয়া ভাষা নিগাজীকৈ প্ৰতিষ্ঠা কৰাৰ ক্ষেত্ৰত চাহবাগিচাৰ শ্ৰমিক আৰু কৰ্ম্মচাৰীসকলৰ অৱদান নিঃসন্দেহে অতি গুৰুত্বপূৰ্ণ বুলি বিবেচিত হয় ।

প্ৰখ্যাত লিখক, সাহিত্যিক, সাংবাদিক আৰু সমালোচক হোমেন বৰগোহাঁঞীৰ ভাষাত - ' অসম অৰ্থনীতিৰ ঘাই মেৰুদণ্ড হ'ল চাহশিল্প ।'

এই শিল্পটোৱে কৰ হিচাপে প্ৰত্যক্ষ আৰু পৰোক্ষভাৱে অসম চৰকাৰৰ শাসন যন্ত্ৰ পৰিচালনাৰ বাবে ইন্ধন স্বৰূপ অৰ্থৰ যোগান ধৰি আহিছে । তদুপৰি অধুনা কালত মুখ্যমন্ত্ৰীৰ পুঁজিলৈকো শ্ৰমিক-কৰ্ম্মচাৰীৰ ঘামৰ বিনিময়ত উপাৰ্জিত লাভাংশৰ মোটা ধনৰ টোপোলা 'এৰিটা'কে আদি কৰি পৰিচালক বৰ্গৰ দ্বাৰা গঠিত অনান্য মালিকি সস্থাসমূহে আগবঢ়াই অহা দেখা যায় । অসম চৰকাৰ সুচাৰু ৰূপে পৰিচালনা কৰাৰ ক্ষেত্ৰত এয়া হ'ল চাহ কৰ্ম্মচাৰীসকলৰ এটা পৰোক্ষ অৱদান ।

চাহ কৰ্ম্মচাৰীসকলে কেৰাণীৰ সকলো কাৰ্য্য সমাধান কৰাৰ উপৰি চাহ বাগিচাৰ পৰিচালক আৰু শ্ৰমিকসকলৰ মাজত সেঁতু বন্ধনৰ কামো কৰে । ইয়াৰ ফলত শ্ৰমিক আৰু কৰ্তৃপক্ষৰ মাজৰ ভুল বুজাবুজিৰ বহুলাংশে নাইকিয়া হৈ যায় আৰু উভয়ৰ মাজত পাৰস্পৰিক বুজা পৰাৰ পথ সুগম হৈ পৰে । চাহ বাগিচাৰ উৎপাদন বৃদ্ধিত ই পৰোক্ষভাৱে প্ৰচুৰ সহায় কৰে । কোটিৰ ঘৰত কোম্পানীয়ে লাভৰ মুখ দেখাৰ কাৰক স্বৰূপ চাহ কৰ্ম্মচাৰীৰ অক্লান্ত পৰিশ্ৰমৰ বিনিময়ত আমাৰ দেশে বছৰি অতি কমেও পাঁচশ কোটি টকাৰ বিদেশী মুদ্ৰা অৰ্জ্জন কৰে । কোম্পানীয়ে বহুকোটি টকা চৰকাৰক কৰ শোধায় । অসমৰ সৰ্ব্বাঙ্গীন উন্নতি-প্ৰগতিত চাহ শিল্পই নিৰন্তৰে আগবঢ়াই অহা আৰ্থিক সাহাৰ্য্যই অসমত সুস্থিৰ চৰকাৰ বৰ্ত্তাই ৰখাৰ লগে লগে অসমীয়া জাতি গঠন প্ৰক্ৰিয়াতো প্ৰভূত বৰঙণি যোগাই ।

চাহ শিল্পই অসমৰ শিক্ষা ব্যৱস্থাৰ উন্নতি সাধনত প্ৰভূত বৰঙণি যোগাইছে । চৰকাৰৰ কৰ দিয়াৰ উপৰি চাহ শিল্পপতিসকলে অসমৰ নানা শিক্ষানুষ্ঠানত অনুদান আগবঢ়াইছে । উদাহৰণস্বৰূপে ডিব্ৰুগড় কানৈ বাণিজ্য মহাবিদ্যালয়, মনোহৰি দেৱী কানৈ ছোৱালী মহাবিদ্যালয়, নিৰ্ম্মাণ কৰাৰ উপৰি ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ আৰম্ভণি পৰ্য্যায়ত ডিব্ৰুগড়ৰৰ বায় চাহাব হনুমান বক্স কানৈ দেৱে আৰ্থিক সাহাৰ্য্য আগবঢ়াইছিল । শ্ৰমিক কৰ্ম্মচাৰী শ্ৰমৰ বিনিময়ত ঘটা ধনৰপৰা দিয়া এই আৰ্থিক অনুদানত তেওঁলোকৰে পৰোক্ষ অৱদান আছে । এনেকৈ স্থাপন হোৱা শিক্ষানুষ্ঠানসমূহৰপৰা শিক্ষা-দীক্ষা গ্ৰহণ কৰি অসমীয়া জাতীয় জীৱন সমৃদ্ধিশালী হ'ব পাৰিছে ।

অসমৰ মানুহক সোৱোপা বুলি কোৱা হয় । এলেহুৱা অসমীয়া জাতিৰ মাজত কৰ্ম্মসংস্কৃতিৰ প্ৰতিষ্ঠাপক হ'ল এই চাহ-কৰ্ম্মচাৰীসকল । এই কথা স্বীকাৰ নকৰি উপাই নাই । সেয়ে কওঁ কম - সংস্কৃতিৰ পথ প্ৰদৰ্শক হ'ল

চাহ্ কৰ্ম্মচাৰীসকল । সময়ানুবৰ্ত্তিতা আৰু নিয়মানুবৰ্ত্তিতাৰ জলন্ত উদাহৰণ হ'ল চাহ্ কৰ্ম্মচাৰীসকল । ইংৰাজ চাহ্ খেতিয়কসকলৰ আয়ত্ত কৰা এই সদগুণবোৰ চাহ্কৰ্ম্মচাৰীসকলৰপৰাই সৰ্ব্বসাধাৰণে গ্ৰহণ কৰে, বিশেষ গুণে অসমীয়া জাতিক গঢ় দিওঁতে নিঃসন্দেহে গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰিছে ।

অসম প্ৰদেশ নানা জাতি-জনজাতিৰে ভৰা । অধুনাকালত অসমত অসমীয়া পাৰ্বলৈ নোহোৱা হৈ পৰিছে । প্ৰতিটো জাতি-গোষ্ঠীয়েই নিজৰ নিজৰ উন্নতিৰ বাবে যেন প্ৰতিযোগিতাতহে নামিছে । এনেহেন অৱস্থাৰ পৰিপ্ৰেক্ষিতত চাহ্ বাগিচাৰ সমূহ জনগণ আজিও এক দেহ এক মনৰ হৈয়েই আছে । ভাৰতবৰ্ষৰ বিভিন্ন প্ৰদেশৰ পৰা অহা কানাড়ী, তেলেগু, তামিল, হিন্দী, উৰিয়া, বঙলা, আদি ভাষা-ভাষীৰ লোক আজি অসমীয়া চাহ্ কৰ্মচাৰীৰ সৈতে একেলগে হাতত ধৰা-ধৰিকৈ সম্পূৰ্ণ ঐক্য, শান্তি আৰু সম্প্ৰীতিৰে বসবাস কৰি আছে । চাহ্ বাগিচাত এনে এখন সুন্দৰ সমাজ গঠনত অসমীয়া চাহ্ কৰ্ম্মচাৰীসকলৰ সহিষ্ণুতা আৰু উদাৰতাই প্ৰধানকৈ ক্ৰীয়া কৰিছে । অসমীয়া জাতি গঠনত চাহ্ কৰ্মচাৰী সমাজৰ ইয়াতকৈ ডাঙৰ বৰঙণি আন একোৱেই নাই ।

অসমৰ সমাজ জীৱনত বহুমূলীয়া বৰঙণি যোগাই অহা অসম চাহ্ কৰ্মচাৰী সংঘৰ অৰ্দ্ধশতিকা ব্যতিত হৈ গ'ল আৰু চাহ্ শিল্পটোৰ লগত জড়িত অসমীয়া চাহ্ খেতিয়ক, পৰিচালক আৰু কৰ্মচাৰীৰ ডেৰশ বছৰ পাৰ হোৱাৰ পিছতো চাহ্ কৰ্মচাৰীসকলৰ সমূহীয়া উন্নয়ন সাধন কৰিবলৈ চৰকাৰেই হওক অথবা বেচৰকাৰী ভাবেই হওক কোনেও কোনো ধৰণৰ ফলপ্ৰসূ আঁচনি গ্ৰহণ কৰা দেখা নেযায় । চাহ্ কৰ্মচাৰীসকলে নিৰৱচ্ছিন্ন ভাৱে অহৰ্নিশে চাহ্ উৎপাদনত সহায় কৰি আহিছে আৰু তাৰ যোগেদি অসমৰ পৰিবহন ব্যৱস্থা , শিক্ষা-দীক্ষা, কলা-সংস্কৃতি, ভাষা-সাহিত্যকে আদি কৰি সৰ্বাংগীন উন্নতিত উল্লেখনীয় বৰঙণি আগবঢ়াইছে । কিন্তু অতিকৈ পৰিতাপৰ কথা যে তাৰ বিনিময় চাহ্ কৰ্মচাৰীসকলে অসম আৰু অসমীয়াৰ পৰা যোগ্য প্ৰতিদান পোৱা নাই । আমি সকলোৱে জানো যে মানুহে কেৱল অন্ন, বস্ত্ৰ আৰু বাসস্থান লৈয়েই সন্তুষ্ট হ'ব নোৱাৰে । কেৱল ধন উপাৰ্জনেই মানুহৰ জীৱনৰ একমাত্ৰ উদ্দেশ্য বা লক্ষ্য নহয় । দহৰ আৰু দেশৰ মংগলৰ বাবে কৰা সৎকৰ্মৰ বাবে মানুহৰ অন্তৰত স্বভাৱ সুলভ ভাৱেই স্বীকৃতি পাবলৈ আশা জন্মে । চাহ্ বাগিচা কৰ্তৃপক্ষ, অসম চৰকাৰ অথবা অসম সাহিত্য সভাকে আদি কৰি অনুষ্ঠান -প্ৰতিষ্ঠান সমূহে

চাহ্ কর্মচাৰী সকলৰ মনৰ এনে আশা -আকাঙ্খা পূৰণ কৰিবলৈ যত্ন কৰা বাঞ্ছনীয় ।

চাহ্ কৰ্মচাৰীসকল যেন আজিৰ অসমত একেবাৰেই এলাগি এনে অনুমান হয় । কিয়নো, তেওঁলোকৰ বাবে অথবা তেওঁলোকৰ সতি-সন্ততিৰ বাবে কোনো ধৰণৰ আচুতীয়া সা-সুবিধা চৰকাৰী অথবা বেচৰকাৰী পৰ্য্যায়ত উপলব্ধ হোৱা পৰিলক্ষিত নহয় । চাহ্ বাগিচাৰ শিক্ষা ব্যৱস্থাৰ কথা নক'লেও হ'ব । পিছে উচ্চ শিক্ষাৰ ক্ষেত্ৰত চাহ্ বাগানৰ কৰ্মচাৰীৰ ল'ৰা-ছোৱালীৰ বাবে কোনো ধৰণৰ বিশেষ ব্যৱস্থা কোটি কোটি টকাৰ ব্যৱসায় কৰা চাহৰ কৰ্তৃপক্ষ অথবা চৰকাৰী ভাবে কৰা হোৱা নাই । যাৰ ফলত কম বেতন মানৰ কৰ্মচাৰী সকলে নিজৰ সন্তানক উচ্চ শিক্ষা দিয়াত বৰ আহুকাল ভূগিব লগা হয় । যিহেতু গুৱাহাটীয়েই হ'ল অসমৰ নাভিকেন্দ্ৰ, সেয়ে চাহ্ কৰ্মচাৰীসকলৰ অধ্যয়নৰত ল'ৰা-ছোৱালীৰ বাবে গুৱাহাটী চহৰত এটি বিনামূলীয়া ছাত্ৰাবাসৰ খুবেই প্ৰয়োজন অনুভৱ হয় । ঠিক একেদৰেই কৰ্মচাৰীসকলৰ বাবেও গুৱাহাটীত এটি জিৰণী গৃহৰ আশু প্ৰয়োজন আছে । অসম চাহ্ কৰ্মচাৰী সংঘই বিষয়ৰ ওপৰত গুৰুত্ব সহকাৰে বিবেচনা কৰিলে আমাৰ বোধেৰে নিশকটীয়া চাহ্ কৰ্মচাৰীসকলে বৰ সকাহ্ পাব । □□

---

বিঃ দ্রঃ [ মূল প্ৰবন্ধটি অসম চাহ কৰ্মচাৰী সংঘৰ সোণালী জয়ন্তী বৰ্ষ উপলক্ষে ডুমডুমাত গুৱাহাটী বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্য হীৰালাল দুৱৰা দেৱৰ সঞ্চালনাত অনুষ্ঠিত আলোচনা চক্ৰত পঠিত । প্ৰবন্ধটিৰ মূল একে ৰাখি সামান্য ভাবে কলেবৰ বৃদ্ধি কৰা হৈছে । ইয়াত চাহ কৰ্মচাৰী সকলৰ লগত অসমীয়া চাহ খেতিয়ক আৰু চাহৰ লগত জড়িত লোকসকলৰ বৰঙণিৰ কথাও সন্নিবিষ্ট কৰা হৈছে । ]

# চাহ-মজদুৰৰ সাম্প্ৰতিক মনোভাব

❑ সুশীল কুৰ্মী

সদৌ অসম ছাত্ৰ-সন্থা আৰু সদৌ অসম গণ-সংগ্ৰাম পৰিষদৰ নেতৃত্বত অবৈধভাবে অসমত বসবাস কৰা বিদেশী লোকক ভাৰতৰ সাংবিধানিক ভেটিত অসমৰপৰা বহিষ্কাৰ কৰা দীৰ্ঘদিন ধৰি চলা অহিংস গণ-আন্দোলনত সদৌ অসম চাহ মজদুৰ জনজাতি ছাত্ৰসন্থা আৰম্ভণিৰেপৰা ওতঃপ্ৰোত ভাবে 'আছু'ৰ ( সদৌ অসম ছাত্ৰ-সন্থাৰ) লগত জড়িত থাকি সক্ৰিয় অংশ গ্ৰহণ কৰি আন্দোলনৰ কাৰ্যসূচীসমূহ সফল কৰাত নেতৃত্ব দি আহিছে। অসমৰ সমূহ চাহ মজদুৰে ভাত সমানে সমৰ্থন দি আহিছে। তাৰ বাবে সকলো চাহ মজদুৰে গৌৰৱবোধ কৰিছে।

কিন্তু দুখৰ বিষয় যে দীঘলিয়া আন্দোলনৰ সুযোগ লৈ বিভেদকামী শক্তিয়ে ঠনধৰি উঠে। যাৰ ফলস্বৰূপে চাহ মজদুৰৰ মাজত অসমীয়া বিদ্বেষভাৱ ঠায়ে ঠায়ে জগাই তোলাত সেই শক্তিবোৰে সফলতা অৰ্জন কৰে। নানা ধৰণৰ প্ৰলোভন আৰু ভয়-ভীতি দেখুৱাই অসম আৰু অসমীয়াৰ বিৰুদ্ধে পৰিচালিত কৰি চলিত আন্দোলনক মৰিমূৰ কৰিবলৈ উঠি পৰি লাগে। উগ্ৰপন্থী কিছুমান লোকেও বহু ধৰণৰ ভয়-ভীতি দেখুৱাই চাহ মজদুৰৰ মাজত আতংক আৰু সন্ত্ৰাসৰ সৃষ্টি কৰি অসমীয়া বিদ্বেষভাৱ জগাই তোলে। এনে বিভেদকামী লোকসকলে মুক্তকণ্ঠে কয় যে অসমৰ বাহিৰৰপৰা অহা চাহ মজদুৰসকলো বহিৰাগত। তেওঁলোকো অসম এৰি যাব লাগিব। নহ'লে নিস্তাৰ নাই । তেওঁলোকক বাগিচাত কুলী কাম কৰিবলৈহে অনা হৈছিল। খেতি-বাতি কৰি গাঁৱত থাকিবলৈ বা বাবুগিৰি কৰিবলৈ অনা হোৱা নাছিল। অসমত মাটি-জমি চাকৰি- বাকৰি আদি একো দিয়া নহয় ইত্যাদি। দেশী বহিৰাগত চাহ মজদুৰসকলকো অসমৰপৰা খেদিব লাগে বুলি লিখা বেনামী লাচিত সেনাৰ নাম দি ছপাকৰা প্ৰচাৰ পত্ৰ বিতৰণ কৰা হয়। অসম চাহমজদুৰ সংঘ আৰু চাহমজদুৰ বিধায়কসকলক সাৱধান কৰি দি নাম বিহীন ঠিকনা বিহীন চিঠি দিয়া হয়। এনেবোৰ কাৰ্যই কি সূচাইছে চাহমজদুৰসকলে তাৰ স্পষ্ট কৰণ বিচাৰে। চাহ-মজদুৰসকলক দোধোৰ-মোধোৰ অৱস্থাৰ মাজলৈ ঠেলি দি, অসমীয়া বিৰোধী ভাৱ জগাই তুলি গোৱালপাৰা, দৰং, শিৱসাগৰ, ডিব্ৰুগড় জিলাৰ ভালেমান ঠাইত অশান্তিৰ সৃষ্টি কৰা হৈছে।

অশিক্ষিত সহজ-সৰল চাহমজদুৰসকলে ধূৰ্ত-চতুৰ লোকৰ চতুৰালি বুজি নেপায়। বুজি পায় কেৱল পুৱা উঠি হাতে-হাতে দা-কোৰ-টুকুৰীলৈ বাগানলৈ ঢাপলি মেলি দিনৰ দিনটো ৰদে-ধৰখুণে কপালৰ ঘাম মাটিত পেলাই কাম কৰিবলৈ আৰু ঠিক মতে কামৰ পাৰিশ্ৰমিক পাবলৈ। অসমত থকা প্ৰায় ৪৫ লাখ চাহমজদুৰৰ মাজৰ এমুঠি শিক্ষিত চাহমজদুৰে বিভেদকামী দলৰ উচটনিৰপৰা চাহমজদুৰসকলক ৰক্ষা কৰিব পৰা নাই। বাগান বস্তি বিস্তৃত হৈ থকা চাহমজদুৰৰ মাজত সংহতি-সম্প্ৰীতি আৰু শান্তি বজাই ৰখা সম্ভৱপৰ হোৱা নাই।

এফালে আন্দোলনকাৰী নতুন পুৰুষ আৰু অসমীয়া সমাজে চাহমজদুৰসকলক 'চাহবাগিচাৰ অসমীয়া' তথা 'অসমীয়া জাতিৰ অবিচ্ছেদ্য অংগ বুলি অভিহিত কৰি শান্তি সম্প্ৰতি ঐক্য সংহতি অটুট ৰাখি ওচৰলৈ টানি আনিছে। আনহাতেদি আন কিছুমান লোকে চাহমজদুৰসকলক 'বিদেশীকুলী বঙালী' আৰু 'দেশী বহিৰাগত' আদি আখ্যা দি অসমৰপৰা খেদি পঠিওৱাৰ ভাবুকি দিয়ে। ফলত চাহমজদুৰৰ মাজত ভীষণ সন্ত্ৰাসৰ সৃষ্টি হয়; যাৰ হেন্দোলনি এতিয়াও মাৰ যোৱা নাই। এনেবাৰ কাৰণতে চাহমজদুৰ অসমীয়া সমাজৰ মাজত বিৰোধ ভাব জাগি উঠে আৰু দুয়োখন সমাজৰ মাজত-শান্তি-সম্প্ৰীতি -ঐক্য-সংহতি গঢ়ি তোলাত সময়ত বিৰাট অন্তৰায়ে দেখা দিয়ে। ফলত চাহমজদুৰসকল দোধৰমোৰত পৰিছে। দুই নাৱত দুই ভৰি দিয়া অৱস্থা হৈছে। নিজকে বহিৰাগত বা বিদেশী নেকি বুলি মনৰ ভিতৰতে প্ৰশ্ন কৰিবলৈ বাধ্য হৈছে। ভবিষ্যত নিৰাপত্তাৰ চিন্তাই আওৰি ধৰিছে। তেওঁলোকে খুলাখুলিভাবেই কৈছে যে কিছুমানে তেওঁলোকক 'অসমীয়া' বুলি কয় আৰু কিছুমানে দেখোন 'বিদেশী বহিৰাগত' বুলি কয়। তাৰ অৰ্থ কি? জাতৰ 'জাতিৰ গলে অবিচ্ছেদ্য অংগ'ৰ অ'-টো গুছি বিচ্ছেদ্য অংগ হবনেকি? যিকোনো কথাকে অলপতে বিশ্বাসকৰা সৰলমতীয়া চাহমজদুৰসকলৰ মাজত এনে ভাব জাগি উঠাটো কোনো অস্বাভাবিক নহয়।

চাহমজদুৰসকলৰ ঐতিহাসিক বিৱৰণ, মাতৃভাষা, অতীতৰ শিক্ষাৰ মাধ্যম তথা অসমীয়া ভাষা আৰু শিক্ষাৰ বিষয়ে যথাস্থানত যথাযথভাবে উনুকিয়াই অহা হৈছে। কুৰি শতিকাত অসমত ভাৰতীয় চাহমজদুৰসকলেহে কেৱল স্বতঃস্ফূৰ্তভাৱে অসমীয়া ভাষা আৰু শিক্ষাৰ মাধ্যমতো সেই ভাষা গ্ৰহণ কৰিছে। চাহমজদুৰৰ বাহিৰে আনকোনো ভাৰতীয়লোকে ইমান আনন্দেৰে অসমীয়া ভাষাক ঘৰৰ ভিতৰে বাহিৰে গ্ৰহণ কৰা নাই। তীব্ৰ গতিৰে অসমীয়া ভাষা চাহমজদুৰৰ মাজলৈ সোমাই গৈছে। চাহমজদুৰসকলে অসমীয়া জাতিৰ অবিচ্ছেদ্য অংগ বুলি ভবাৰ দৰে অসমকো নিজৰ মাতৃভূমি বুলি ভাবে। পূৰ্ব ভূমিৰ কথা আৰু চিন্তাৰ নকৰে। অসম যে নিজৰ দেশ আৰু যি কোনো প্ৰকাৰে ইয়াক যে ৰক্ষা কৰিব লাগে তাৰ পৰিকল্পনা প্ৰমাণ ১৯৬২ চনৰ চীনা আক্ৰমণৰ সময়তে দি থৈছে। চীনা সৈন্য বোমডিলা পোৱাৰ লগে লগে উত্তৰ

লক্ষীমপুৰ আৰু দৰং জিলাৰ বিশেষকৈ তেজপুৰ মহকুমাৰ সকলো অসমীয়া বাইজে ঘৰবাৰী অফিচ কাৰখানা আদি সকলো এৰি গুৱাহাটী আৰু নগাওঁলৈ ঢাপলি মেলিছিল। তেজপুৰ নগৰ জনশূন্য হৈ পৰিছিল। বেঙ্কৰ টকাৰ নোট খাণ্ডিলে খাণ্ডিলে পুৰি পেলাইছিল। ভঙনীয়া খুচুৰা পইচাবোৰ বস্তাই বস্তাই পদুম পুখুৰীত পেলাই দিছিল। তেজপুৰবাৰে জেইল আৰু পগলা ফাটেকৰ (মানসিক চিকিৎসালয়) দুৱাৰ মুকলি কৰি সকলোকে এৰি দিছিল। পলাই মানুহে পানপুৰ ঘাটিকে ঠাঁহ খাই পৰিছিল। সকলো পলাই পত্রং দিছিল। কিন্তু বাগান বস্তিৰ কোনো চাহমজদুৰ ঘৰ এৰি পলাই যোৱা নাছিল। নিজৰ নিজৰ বাগান বস্তিতে ধনু-কাৰ-বল্লম-জাঠি লৈ সমৰ সজ্জাৰে চীনা সৈন্যৰ অপেক্ষাত বৈ আছিল। পলাই যোৱাতকৈ যুজি মৰা শ্রেয় বুলি বিবেচনা কৰিছিল। তেওঁলোকে নগাওঁ গুৱাহাটী বিহাৰ উৰিষ্যা মধ্যপ্রদেশ বংগ তামিলনাডু আদি কলৈকো পলাই যোৱা নাছিল। এই কথা কোনে নেজানে? ইয়াতকৈ অধিক দেশপ্রেমৰ নিদর্শন কি হ'ব পাৰে?

অসমৰ বিকোনো ক্ষেত্রত পৰাজয় অকল অসমীয়া জাতিৰেই পৰাজয় হ'ব নোৱাৰে। ই চাহমজদুৰৰো পৰাজয়। অসমৰ চাহবাগিচা সৃষ্টিকাৰী চাহমজদুৰসকলৰ কেঁচা তেজ অসমৰ চাহবাগিচাৰ লগত মিহলি হৈ আছে। চাহবাগিচাৰ খোলাৰ সময়ত শত-সহস্র চাহমজদুৰে অটব্য অৰণ্য হাবি জংঘল চাফা কৰোতে বনৰীয়া হিংস্র জন্তুৰ মুখত পৰি মৃত্যু বৰণ কৰে। কতজনে কলেৰা আদি বেমাৰত পৰি ঔষধ —চিকিৎসাৰ অভাৱত ইহ সংসাৰ ত্যাগ কৰে। এই কথা বাইজে নজনা নহয়। জীৱন-মৰণৰ সম্পর্ক থকা চাহ বাগিচাবোৰক বিদেশীৰ হাতত এৰি দিয়াৰ কথা কোনোবাই চিন্তা কৰিলেও চাহমজদুৰসকলে নোৱাৰে। চাহমজদুৰৰ তেজৰ বিনিময়ত গঢ়ি উঠা চাহ শিল্পৰ বাবে গৌৰৱৰ পাত্র একমাত্র চাহমজদুৰসকল। তাৰ কাৰণে আনে কেতিয়াও দাবী কৰিব নোৱাৰে। অসমকেই একমাত্র নিজৰ দেশ বুলি গণ্য কৰা চাহমজদুৰসকলে 'আসাম মৰলে হামৰাও মৰব' বুলি সংকল্পবদ্ধ হৈছে। বিদেশী খেদা আন্দোলনকে আদি কৰি অসমৰ স্বার্থত চলা বিকোনো আন্দোলনৰ বিৰুদ্ধে কোনো দিনে তেওঁলোকে বিৰোধ ভাব প্রকাশ কৰা নাই বা প্রতি আন্দোনো গঢ়ি তোলা নাই। মাথোন তেওঁলোকক সুপথে নেতৃত্ব দি পৰিচালিত কৰিবলৈ জানিব লাগে। অসমীয়া বাইজক নিঃস্বার্থ-নিকপট-মৰম-স্নেহ আশা-ভৰষা সহায়-সহানুভূতি তেওঁলোকে পাব লাগিব। ঘৃণা-ভাব অন্তৰত ৰাখি বুকুৰ মাজলৈ টানি আনি কাকো আপোন কৰিব নোৱাৰি। কমবেছি পৰিমাণে বুজাৰ শক্তি সকলোৰে আছে। স্বার্থ পূৰণৰ পিছত হেয় জ্ঞান কৰিলে কোনেও কেতিয়াও সহ্য কৰিব নোৱাৰে। জাতীয়-শ্বহীদ ছাত্রনেতা স্বর্গীয় বাধনা ওৰাঙে নিজৰ মাতৃভূমিৰ কাৰণে বিদেশী খেদা আন্দোলনত জপিয়াই পৰি নিজৰ কৌপাতি চাহবাগিচাৰ মাজতে

আততায়ীৰ হাতত প্ৰাণ বিসৰ্জন দিব লগা হয়। এই কথা অসম বুৰঞ্জীত জিলিকি ৰব। তাক কোনেও নুই কৰিব নোৱাৰে।

চাহমজদুৰ আৰু অসমীয়া সম্প্ৰদায়ৰ মাজত সমন্বয় ৰক্ষা কৰাত বাধাৰ সৃষ্টি চাহমজদুৰে কৰা নাই। কৰিছে সেই হেয়জ্ঞান দূৰ নকৰা আৰু চাহমজদুৰসকলক বহিৰাগত হিচাবে আখ্যা দিয়া অদূৰদৰ্শীলোক সকলে আৰু লগতে কুলী-বঙাল বুলি পূৰা গধূলি তুচ্ছ জ্ঞান কৰি নিজকে বৰ ওপৰ শ্ৰেণীৰ বুলি ভবা বাগিচাৰ তথাকথিত 'বাবু' সকলে। চাহাবগিচাৰ বাবুসকলেই বিভেদৰ সৃষ্টি বেছি কৰিছে বুলি কলেও বোধকৰো বঢ়াই কোৱা নহব। চাহবাগিচাৰ মাজলৈ এবাৰ সোমাই গলেই তাৰ আচল ৰূপ দেখা পোৱা যায়।

চাহমজদুৰসকলে অতীজৰেপৰা পাই অহা তিক্ততাৰ অভিজ্ঞতা আক্ষেপ আৰু পৰিতাপ সহজে পাহৰিব নোৱাৰে। অপ্ৰিয় হলেও সত্য যে চাহমজদুৰসকলে বৃটিছ যুগৰে পৰা আৰম্ভ কৰি দেশ স্বাধীন হোৱাৰ ৩৪ বছৰৰ পিছতো চৰকাৰৰপৰা ৰাজনৈতিক দলৰপৰা মালিক গোষ্ঠীৰপৰা ধনীৰপৰা, শিক্ষিত অশিক্ষতৰপৰা সদায় শোষিত লুণ্ঠিত লাঞ্ছিত বঞ্চিত উৎপীৰিত অৱেহিলত অপমানিত ঘৃণিত হৈ সকলো ধৰণৰ অত্যাচাৰৰ অনাচাৰ, অবিচাৰৰ বলি হৈ আহিছে আৰু দুশ বছৰে তাক নীৰৱে সহ্য কৰি আহিছে। চাহপাতৰ বাবে বিশ্বদৰবাৰত নাম জিলিকাবলৈ সমৰ্থ হোৱাৰ বাবে চাহ শিল্পক সৈ অসমে গৌৰব অনুভব কৰে, কিন্তু এই চাহপাতৰ প্ৰকৃত উৎপাদনকাৰী চাহপাতৰ জীয়া শিল্পী যাৰ অবিহনে চাহশিল্পৰ অস্তিত্ব নাই সেইসকলক লৈ গৌৰব অনুভব কৰে, কিন্তু সেই চাহপাতৰ প্ৰকৃত উৎবাদনকাৰী চাহপাতৰ জীয়া শিল্পী যাৰ অবিহনে চাহ শিল্পৰ অস্তিত্ব নাই। সেই চাহ মজদুৰসকলক লৈ গৌৰব কৰা দেখা নাযায়। তেওঁলোক অনাদৃত অৱহেলিত! ইয়াতকৈ আৰু পৰিতাপৰ কথা কি থাকিব পাৰে।

কুৰি শতিকাৰ চাহমজদুৰ নতুন পুৰুষ আৰু সচেতন লোকসকলে বুজি উঠিছে যে আগৰদৰে 'কুলী-বঙালী' হৈ থকাৰ দিন আৰু নাই। যি কুলী-বঙালী শব্দৰ দ্বাৰা যুগ যুগ ধৰি কলংকিত অপমানিত অৱহেলিত লজ্জিত হবলগা হৈছে, যিয়ে চাহমজদুৰ সমাজখনক বিষাক্ত কৰি তুলিছে, সেই অসহ্য-ঘৃণিত অপমানিত 'কুল-বঙালী' শব্দ দুটা চাহ মজদুৰসকলে চিৰদিনৰ কাৰণে মুচিব বিচাৰে। তাৰি পিছতে 'চাহমজদুৰ' 'চাহ-শ্ৰমিক' 'চাহবনুৱা' আদি শব্দবোৰো আৰ্তৰাব বিচাৰে আৰু তাৰ পৰিৱৰ্তে নতুন নামেৰে নামাকৰণ কৰাটো বিচাৰে। অনুসূচিত জনজাতি আৰু অনুসূচিত জাতিৰ ক্ষেত্ৰত হীনাত্মিকা নামধাৰী শব্দ পৰিহাৰ কৰি সন্মানসূচক নামধাৰী নতুন শব্দৰে প্ৰয়োগ কৰা দেখা গৈছে। তাৰ ভিতৰত 'ডোম'ৰ পৰিৱৰ্তে 'কৈৱৰ্ত', 'মেতৰ'ৰ পৰিৱৰ্তে 'হৰিজন', 'মিৰি'ৰ পৰিৱৰ্তে মিচিং' 'মিকিৰৰ পৰিৱৰ্তে 'কাৰ্বি' আদি উল্লেখযোগ্য। সেইদৰে

চাহমজদুৰসকলেও তেওঁলোকৰ বাবে সন্মানসূচক নতুন শব্দৰে নামাকৰণ হোৱাটো আশা কৰে।

অসমীয়া ৰাইজে যদি আন্তৰিকতাৰে চাহমজদুৰ জনগোষ্ঠীৰ লগত চিৰস্থায়ীভাৱে শান্তি সম্প্ৰীতি সদ্ভাৱ ৰক্ষা কৰিব বিচাৰে, তেন্তে 'কুলী' জাতীয় শব্দেৰে সম্বোধন কৰা শব্দ চিৰদিনৰ বাবে মনৰ মাজৰপৰা বাদ দিব লাগিব আৰু কাগজে পত্ৰই তাৰ ব্যৱহাৰ মুচি পেলাব লাগিব। তাৰ পৰিবৰ্তে সৰ্বজন গ্ৰহণযোগ্য নামেৰে নামাকৰণ কৰি অসমীয়া জাতিৰ অবিচ্ছেদ্য অংগ বুলি খোলামনেৰে গ্ৰহণ কৰিব লাগিব। অতীতৰ সকলো ভেদা-ভেদ নীচাত্মিকা ভাব আদি কামে-কাজে, আচাৰে-ব্যৱহাৰে পৰিহাৰ কৰিব পাৰিব লাগিব তথা সকলোৰে জ্ঞাতাৰ্থে ঘোষণা কৰিবলৈ ইতস্ততঃ বোধ কৰিব নালাগিব।

নিষ্পেষিত অৱহেলিত চাহমজদুৰৰ প্ৰতি অসমীয়া জাতীয়তা ভাব, জন্মভাব, মাতৃভাব, ভাতৃভাব, প্ৰেমভাব, সদ্ভাব, আপোনভাব, সামাজিক ভাব, ভাষা-সাহিত্য সাংস্কৃতিক ভাব আৰু মৰম, স্নেহভাব জগাই তুলিব লাগিব। একজাতি এক সমাজভাবেৰে এক বৃহত্তৰ অসমীয়া সমাজ গঠন কৰিব লাগিব। যদি এনে কৰিবপৰা যায় তেন্তে আমাৰ দৃঢ় বিশ্বাস যে এনে কোনো শক্তি নাই যি আমাৰ ঐক্য-সংহতি সম্প্ৰতি-ধ্বংস কৰি এই দুই সমাজৰ মাজত বিভ্ৰান্ত ভেদভাব শত্ৰুতা অশান্তি আৰু সংঘৰ্ষ আদিৰ সৃষ্টি কৰিব পাৰে।

অসমৰ অস্তিত্ব ৰক্ষাৰ সংগ্ৰামত চাহমজদুৰসকলে কি বিচাৰে? চাহমজদুৰসকলে বিচাৰে –

(ক) নিজকে অসমীয়া জাতিৰ এক অবিচ্ছেদ্য অংগ হিচাপে পৰিচয় দিবলৈ,

(খ) বিনা বাধাই সমৰ্থন দি অস্তিত্ব ৰক্ষাৰ সংগ্ৰাম থলীত জপিয়াই পৰিবলৈ,

(গ) মিশ্ৰিত জাতিৰে গঠিত হোৱা অমসীয়া জাতিৰ লগত অন্য এক মিশ্ৰিত জাতিৰে গঠিত হোৱা প্ৰায় ৪৫ লাখ চাহমজদুৰ জনজাতি লোক চামিল হৈ এক বৃহত্তৰ অসমীয়া সমাজ বা জাতি গঠন কৰিবলৈ আৰু যাৰদ্বাৰাই সূচনা হ'ব অসম বুৰঞ্জীৰ এক নতুন অধ্যায়।

ইয়াৰ ফলত লোক পিয়লত অসমীয়া ভাষা বা জাতিৰ সংখ্যালঘু হোৱাৰ যি আশংকা কৰা হৈছে তাত সেই সেই ৪৫ লাখ চাহমজদুৰৰ লোক যোগ হৈ সংখ্যাগৰিষ্ঠ অনায়াসে কৰিব পাৰিব বুলি দৃঢ় বিশ্বাস।

অসমীয়া ৰাইজেই এই পিচপৰা সমাজখনৰ উন্নতি সাধনৰ কাৰণে আন্তৰিকতাৰে আগুৱাই আহি অৰ্থনৈতিক, সামাজিক, ভাষা, শিক্ষা, সাহিত্য-সংস্কৃতি, কৰ্ম-সংস্থাপন আদি সকলো দিশতে সহায় সুবিধা আগবঢ়াই বৃহত্তৰ জাতি বা সমাজ গঠনত অৰিহণা লাগিব। এইদৰে যদি কৰা হয়, তেন্তে আমাৰ দৃঢ় বিশ্বাস যে চাহমজদুৰ

সম্প্ৰদায়ৰ মাজত অতি সোনকালে পৰিৱৰ্তন হোৱা পৰিলক্ষিত হব তাত সন্দেহ নাই।

সেয়ে বাগিচা-বস্তি সমন্বিতে প্ৰায় ৪৫ লাখ জনসংখ্যাৰ সমষ্টি অসমৰ বিশাল চাহমজদুৰ সমাজখনৰ লোকে বৰ্তমান সংগ্ৰাম থলীত বিচৰণ কৰা নতুন পুৰণি সংগ্ৰামী তথা বিপ্লৱী-পুৰুষ, সদৌ অসম ছাত্ৰ-সন্থা, সদৌ অসম গণ-সংগ্ৰাম পৰিষদ, অসম সাহিত্য-সভা, জাতীয়তাবাদী আৰু চিন্তাশীল হিতাকাঙ্খীসকলৰ সংগঠন আদিয়ে এক নতুন বৃহত্তৰ অসমীয়া সমাজ গঠনৰ যোগ-সূত্ৰৰ এক বুজা-পৰাৰ স্পষ্টিকৰণ আনুষ্ঠানিকভাৱে দাঙি ধৰি সমৰ্থন আৰু সমিধানযুক্ত জাতীয় ইস্তাহাৰ গ্ৰহণ কৰাৰ প্ৰয়োজন অনুভব কৰে।

সৰ্বশেষত চাহমজদুৰে অনুভব কৰে – 'আসাম মৰলে হামৰাও মৰব। আসাম হামনিকে, হামনি আসামকে।'



# অসমৰ শ্ৰমিক আন্দোলন আৰু ট্ৰেড ইউনিয়নৰ ভূমিকা

❑ কণ্ঠলাল কুৰ্মী

আকাৰ আৰু প্ৰকৃতিত আকাশ-পাতাল পাৰ্থক্য থাকিলেও মানুহৰ ক্ষুদ্ৰ সংসাৰখনতো বহু উত্থান-পতন হৈ আছে, তাৰ হিচাব ৰখাই টান। মানুহৰ সমাজত একো একোটা সময়ত জোকাৰণি মাৰে আৰু সি পুৰণি বহুত কথাই পৰিবৰ্তন আনি দিয়ে আৰু নতুন ধাৰা পৰিবৰ্তন কৰে। যুগৰ আহ্বান অনুসৰি মানুহৰ অশুভৰ পাছত শুভক্ষণ আহে। মানুহৰ ইতিহাসত কেৱল ৰাষ্ট্ৰীয় আৰু সামাজিক ক্ষেত্ৰতেই নহয় ব্যক্তিগত আৰু ঘৰুৱা জীৱনতো শুভ আৰু অশুভ শক্তিৰ সৃষ্টি হয়। ইয়াত দুয়ো পক্ষৰ জয়-পৰাজয় আছে। ঈশ্বৰৰ এনে অনুগ্ৰহ যে বিশ্বসৃষ্টিৰ মূল আইনখনেই এনেকৈ ৰচনা কৰা হৈছে যে শুভ শক্তিৰেই সদায় জয় হৈ আহিছে। আমাৰ ৰামায়ণ-মহাভাৰতৰ কাহিনীয়ে তাকে প্ৰমাণ কৰিছে।

অসমৰ শ্ৰমিক আন্দোলন আৰু ট্ৰেড ইউনিয়নৰ ভূমিকাৰ বিষয়ে ক'বলৈ গ'লে প্ৰথমে গান্ধীজীয়ে শ্ৰমিকৰ ওপৰত চলোৱা শোষণ আৰু নিপীড়নৰ কেনেকৈ অৱসান ঘটাইছিল এই কথাই পোনতেই ক'ব লাগিব। ১৯১৬ চনৰ ২২ ডিচেম্বৰ অবিখে এলাহাবাদৰ মুইৰ কলেজৰ অৰ্থনীতিবিদ সমাজৰ (Economic Society) আগত ভাষণ দি গান্ধীজীয়ে সৰ্বহাৰা শ্ৰেণীয়ে কোটিপতিৰ দ্বাৰা অৰ্থনৈতিক যাতনা কেনেকৈ ভোগ কৰিছে, এই বিষয়ে উক্তি দাঙি ধৰিছিল। তেখেতৰ এনে অৰ্থনৈতিক ধাৰণা কাৰ্য্যকৰী কৰাৰ প্ৰথম খোজ হিচাপে সমাজৰ দুৰ্বল শ্ৰেণীৰ লোকসকলৰ সমস্যাৰ বিষয়ে তেখেতে পোনপ্ৰথমেই মন দিছিল। কৃষি আৰু উদ্যোগ ক্ষেত্ৰত কাম কৰা শ্ৰমিক তলতীয়া প্ৰজা। আধিয়াৰ আদিৰ সমস্যা সম্পৰ্কে তেখেত কেনেকৈ ভাৰতৰ স্বাধীনতা আন্দোলন আৰম্ভ কৰাৰ আগতেই আত্মনিয়োগ কৰিছিল তাৰ বিৱৰণে আজিও বিশেষ প্ৰেৰণা যোগাব পাৰে।

সৰ্বভাৰতত যেতিয়া শ্ৰমিক আন্দোলনৰ জোৱাৰ উঠে তেতিয়া আমাৰ চাহ শ্ৰমিকসকল গান্ধীজীক অৱতাৰ পুৰুষ বুলি আখ্যা দিছিল। অসমৰ চাহ বাগিচাত ট্ৰেড ইউনিয়নৰ ভূমিকাৰ কথা ক'বলৈ গ'লে গান্ধীজী অসমৰ চাহ শ্ৰমিকসকলৰ প্ৰতিও অশেষ চিন্তা কৰিছিল। ১৯২১ চনৰ আগষ্ট মাহত গান্ধীজীয়ে অসমলৈ অহাতে গুৱাহাটীত গান্ধীজীক অসম চাহ শ্ৰমিকসকলৰ অৱস্থা, তথ্যপাতি সকলো সংগ্ৰহ

কৰি দিছিল কৰ্মবীৰ নবীন চন্দ্ৰ বৰদলৈদেৱে। ডিব্ৰুগড়তো গৈ তেখেতে গান্ধীজীক চাহ শ্ৰমিকসকলৰ বিষয়ে সকলো তথ্যপাতি সংগ্ৰহ কৰাৰ কামত সহায় কৰি দিছিল। ভাৰতৰ ব্যৱস্থা পৰিষদৰ সদস্য থাকোঁতেও তেখেতে অসমৰ চাহ শ্ৰমিকসকলৰ কথা পাহৰা নাছিল আৰু সুযোগ পালেই সেই বিষয়ে সমালোচনা কৰিছিল। ভাৰতত ঔদ্যোগিক বিকাশৰ লগে লগে শ্ৰমিক সামাজিক নিৰাপত্তা আৰু অন্যান্য স্বাৰ্থৰ কথা অনুভূত হ'ল। তথাপিও ১৯২৬ চনত ট্ৰেড ইউনিয়ন আইন প্ৰণয়ন হোৱাৰ আগতে কোনো প্ৰণালীবদ্ধ ইউনিয়ন গঠন হোৱা নাছিল। নিখিল ভাৰত ট্ৰেড ইউনিয়ন কংগ্ৰেছ জাতীয় পৰ্য্যায়ত সংগঠন হোৱাৰ পিছত সময়ত অন্য এক পটভূমিত ৰাষ্ট্ৰীয় মজদুৰ কংগ্ৰেছ (INTUC) গঠন কৰা হয়। সময়ৰ গতিত AITUC সম্পূৰ্ণভাৱে কমিউনিষ্ট দলৰ হাতলৈ যোৱাত কংগ্ৰেছ দলে INTUE গঠন কৰে । ফলস্বৰূপে শ্ৰমিকৰ মাজত দুখন সমান্তৰাল সংগঠন চলিব ধৰে। সময়ৰ গতিত AITUC ৰ জন্ম হয় ১৯২০ চনত আৰু INIUC জন্ম হয় ১৯৪৭ চনৰ ৩ মে'ত ।এটা সময়ত AITUC ৰ প্ৰভাৱ অসমত যথেষ্ট আছিল। চাহ শ্ৰমিকৰ মাজত ইয়াৰ প্ৰভাৱ যথেষ্ট পৰিছিল। এই সংগঠনে অসম শাখাত শ্ৰমিক শ্ৰেণীৰ মাজত এটি জাগৰণ সৃষ্টি কৰিছিল। তেতিয়া ই এক শক্তিশালী বনুৱা সংগঠন হিচাবে পৰিচিত আছিল। ইয়াৰ অধীনতে প্ৰথমে চিলেট কাছাৰ চাহ শ্ৰমিক ইউনিয়ন গঠিত হৈছিল আৰু উজনি অসমত কেইবাটাও উপ-শাখা গঠন কৰিছিল। AITUC ৰ প্ৰভাৱ ১৯৪৫ চনত মাৰিক চাৰোৱানৰ নেতৃত্বত 'অসম চাহ শ্ৰমিক সঙ্ঘ' গঠিত হয়। ই বিশেষ প্ৰসাৰতা লাভ কৰিব নোৱাৰিলে আৰু এদিন অসম চাহ বাগিচা মজদুৰ ইউনিয়ন নামেৰে এটি সংগঠনে জন্মলাভ কৰে। এই সংগঠনটোও বেছিদিন স্থায়ী হ'ব নোৱাৰিলে আৰু কমদিনৰ ভিতৰতে মৃত্যুমুখত পৰে।

সেই সময়ত অসমতে প্ৰদেশ কংগ্ৰেছ কমিটিয়ে ১৯৪৫ চনৰপৰা বিশেষকৈ স্বৰ্গীয় অমিয় কুমাৰ দাসে অসমৰ বনুৱাৰ মাজত কমিউনিষ্টসকলৰ প্ৰভাৱ আৰু প্ৰতিক্ৰিয়াশীলসকলে বনুৱাসকলক বিপথে নিছে বুলি উদ্বেগ প্ৰকাশ কৰে আৰু কংগ্ৰেছে বিশেষভাৱে বনুৱা সংগঠন কৰিব লাগে বুলি আহ্বান জনায়। অসম প্ৰদেশ কংগ্ৰেছ কমিটিয়ে স্বৰ্গীয় দাসৰ কথাৰ ওপৰত গুৰুত্ব দি এখন উপ-সমিতি গঠন কৰি দিয়ে। এই প্ৰসঙ্গত এটা কথা উল্লেখ কৰিব পাৰি যে ১৯৪৬ চনত সাধাৰণ নিৰ্বাচনৰ বাবে ৪ জন বনুৱা প্ৰতিনিধিক মনোনয়ন প্ৰসঙ্গত আৰু তাৰ পাছত নিৰ্বাচনৰ সময়তো চাহ বাগিচাৰ বনুৱা সংগঠনত বেছিকৈ গুৰুত্ব দিয়াৰ প্ৰয়োজন অনুভৱ কৰে । উক্ত চাৰিজনীয়া বনুৱা কৰ্মী নিৰ্বাচনৰ প্ৰাৰ্থীৰ ভিতৰত আছিল স্বৰ্গীয় ছানু খেৰিয়া, স্বৰ্গীয় হলধীৰ সিং লোহাৰ। এইখিনিতে উল্লেখ

কৰিব পাৰি যে কংগ্ৰেছৰ ফালৰপৰা বনুৱা কৰ্মী জড়িত হয়। ১৯৪০ চনৰ এটা কথা উল্লেখ কৰিব পাৰি যে সুৰমা উপত্যকাত এলেপুৰ চাহ বাগিচাত প্ৰায় ২০০ শ্ৰমিক তিৰোতাই বনুৱাৰ দৰমহা বৃদ্ধি আৰু কামৰ নিৰিখৰ ধৰ্মঘট আৰম্ভ কৰে। পিছত পুৰুষসকলেও ইয়াত যোগদান কৰে। মুঠৰ ওপৰত ১৯৩৭-১৯৪১ এই চাৰি বছৰৰ ভিতৰত প্ৰায় ৮০টা মান শ্ৰমিক আন্দোলন অসমত হৈছিল।

অসম প্ৰদেশ কমিটিয়ে যদিও শ্ৰমিক সংগঠনৰ কাৰণে একোখনকৈ উপ-সমিতি পাতি দিছিল, কিন্তু উপ-সমিতিসমূহে ১৯৪৬ চনলৈকে কোনো অগ্ৰগতি লাভ কৰিবপৰা নাছিল। ইফালে কমিউনিষ্ট আৰু অন্যান্য প্ৰতিক্ৰিয়াশীল সকলে ব্যাপকৰূপে সোমাই পৰিছিল। তেতিয়া উপ-সমিতি বিলাক ভংগ কৰি তলত নাম দিয়া সভ্যসকলক লৈ এটি নতুন কমিটি গঠন কৰিছিল। এইটো শাখা স্বৰ্গীয় অমিয় কুমাৰ দাস, শ্ৰীবিজয় চন্দ্ৰ ভাগৱতী, দেবেশ্বৰ শৰ্মা আদি কেইজনমান সদস্য লৈ গঠন কৰিছিল। শ্ৰীযুত ৰবিন কাকতিদেৱক ইয়াৰ আহ্বায়ক ৰূপে নিৰ্বাচন কৰিছিল। ১৯৪৭ চনৰ ৩ আৰু ৪ মে'ত কংগ্ৰেছ শ্ৰমিক নেতা কমিউনিষ্ট আৰু হিন্দুস্থান মজদুৰ সেৱক সংঘৰ তেতিয়াৰ সভাপতি আছিল চৰ্দাৰ বল্লভভাই পেটেল আৰু কংগ্ৰেছৰ আছিল জে.বি. কৃপালনী। এই দুইজন নেতাই সভা উদ্বোধন কৰে। অসমৰ পৰা প্ৰতিনিধি কৰিছিল শ্ৰীৰবিন কাকতি আৰু চিলেটৰ পৰা স্বৰ্গীয় পূৰ্ণেন্দ্ৰ কিশোৰ সেন গুপ্তা। বম্বে এই অধিবৰ্ত্তনত বহুতো আলোচনাৰ পিছত ভাৰতীয় জাতীয় ৰাষ্ট্ৰীয় মজদুৰ কংগ্ৰেছ ১৯৪৭ চন সেই তাৰিখে (INTUC) India National Trade Union Congress গঠন কৰা হয়। ইয়াৰ জৰিয়তে কিছুমান Sub-Committe উপ শাখা গঠন কৰা হয়। কিন্তু এই উপ সমিতি বিলাক চলাবলৈ কৰ্মীৰ অভাৱ হৈছিল। ডিব্ৰুগড়ৰ বাহিৰে আন ঠাইত তেনে সমাজ সেৱক কৰ্মী নাছিল। তেতিয়া প্ৰতি জিলাৰ দুই চাৰিজনে সমাজ সেৱক কৰ্মী বাছি উলিয়াই আহমদাবাদৰ হিন্দুস্থান মজদুৰ সংঘৰ জৰিয়তে গঠনমূলক কাম কৰাৰ প্ৰশিক্ষণ দিয়াৰ ব্যৱস্থা কৰে। মহাত্মা গান্ধীৰ অনুৰোধত হিন্দুস্থান মজদুৰ সেৱক সংঘই ভাৰতৰ গোটেই ৰাজ্যজুৰি ছমহীয়া এটি প্ৰশিক্ষণ শিবিৰ পাতে। এই প্ৰশিক্ষণত অসমৰ পৰা শ্ৰীজগন্নাথ সিংহ, শ্ৰীমুহিতোষ পুৰকায়স্থ শ্ৰীঅতুল চন্দ্ৰ শইকীয়া, শ্ৰীশৰৎ গোস্বামী, শ্ৰীগকুল চন্দ্ৰ বৰুৱা আৰু ৰাজেন্দ্ৰ নাথ ফুকনক পঠোৱা হৈছিল। এইটো দেখা গ'ল যে বিভিন্ন সমাজ সেৱা অনুষ্ঠানৰ যিসকল কৰ্মীকে বনুৱা সংগঠনৰ বাবে নিৰ্বাচন কৰা হৈছিল সেইসকলক তেতিয়া সংগঠনৰ অভিজ্ঞতাৰ উপৰি শ্ৰমিক আইনৰ

কথাৰ শিক্ষা দিয়া আৱশ্যকবোধ কৰিছিল আৰু এই শিক্ষা অসমৰ যোৰহাট জিলাৰ ৰবৈয়াত প্ৰথম ত্ৰিশজন কৰ্ম্মীক লৈ শিক্ষা দিয়া হৈছিল । সেই সময়ত চাহ বাগিচাৰ শ্ৰমিক লাইনত এই কৰ্ম্মীসকলক সোমাবলৈ দিয়া নাছিল । ১৯৪৫ চনত প্ৰফেচাৰ চাৰোৱানে অসমত চাহ বনুৱা এচোচিয়েচন নামে এটা অনুষ্ঠান পঞ্জীয়ন ভুক্ত কৰিছিল আৰু তেওঁলোকে বাগানৰ ভিতৰত সভা সমিতি কৰাত বিশেষ বাধা পোৱা নাছিল । বৃটিছ চাহাব সকলে শ্ৰমিক কৰ্ম্মী সকলক বনুৱা লাইনত সভা- সমিতি পতাত প্ৰথম অৱস্থাত বাধা দিয়াত বাগিচাৰ বজাৰবিলাক লাইনৰ বাহিৰত পাতিছিল আৰু বনুৱাসকলৰ মনত চেতনা ভাৱ জগাই তুলিছিল । ১৯৪৫ চনৰ পূৰ্বে মাওচেতুঙৰ নেতৃত্বত কমিউনিষ্ট সকল আগবাঢ়ি আহি ১৯৪৮ চনত গোটেই চীনতেই কমিউনিষ্ট শাসন প্ৰৱৰ্ত্তন কৰে । ক্ৰমান্বয়ে ইয়াৰ প্ৰভাৱ মালয়এচিয়া, চিঙ্গাপুৰ, ইন্দোনেচিয়া, ব্ৰহ্মদেশ ইত্যাদি দক্ষিণ পূব এচিয়াৰ সৰু সৰু ৰাজ্য বিলাকতো বিয়পি পৰিছিল । কমিউনিষ্ট সকলৰ এই প্ৰভাৱ মালয়েচিয়া, চিঙ্গাপুৰ জাভাৰ চাহ বাগিচা বিলাকত ব্যাপক ধৰ্ম্মঘট আৰু হিংসাত্মক কাৰ্য্য সংগঠিত হৈছিল । এই সময়ত ১৯৪৬ চনৰ সাধাৰণ নিৰ্বাচনত অসম আৰু ভাৰতৰ প্ৰায় সকলো ৰাজ্যতে কংগ্ৰেছ দলে সংখ্যাগৰিষ্ঠতা লাভ কৰি মন্ত্ৰী সভা গঠন কৰিছিল । এই মন্ত্ৰী সভা আৰু ভাৰতৰ ১৯৪৭ চনৰ স্বাধীনতাক কমিউনিষ্ট সকলে ভুৱা বুলি ধ্বনি তোলে । কমিউনিষ্ট বামপন্থী সকলে ভুল প্ৰচাৰ কৰি অসমৰ চাহ বাগিচা বিলাকত হিংসাত্মক কাৰ্য্য চলাবলৈ ধৰে । সেই সময়ত অসমত মুখ্যমন্ত্ৰী স্বৰ্গীয় গোপীনাথ বৰদলৈদেৱে অসম বনুৱা শাখাৰ মুৰব্বী আছিল আৰু স্বৰ্গীয় গোপীনাথ বৰদলৈদেৱে বাগিচা বিলাক সু পৰিচালনাৰ বাবে (ABITA)ৰ লগত আলোচনা কৰিবৰ বাবে শ্ৰীৰবিন কাকতিদেৱক দায়িত্ব দিয়ে । এই আলোচনাত শিৱসাগৰ বনুৱা সংগঠনৰ শ্ৰীধৰণীধৰ দাসে কাকতি দেৱক যথেষ্ট সহায় কৰিছিল । সেই সময়ত কমিউনিষ্টে খুৱেই ভুল তথ্য বাতৰি কাকত আৰু অনাতাঁৰ কেন্দ্ৰবিলাকত প্ৰচাৰ কৰিছিল আৰু বনুৱাসকলৰ মাজত বিভ্ৰান্তি সৃষ্টি কৰিছিল । বিভিন্ন বাধা বিঘিনি অতিক্ৰম কৰিও অসমত এই কালছোৱাৰ ভিতৰত ব্ৰহ্মপুত্ৰ উপত্যকাত প্ৰায় তিনিশটা অধিক বাগানত বাগান সমিতি গঠন হয় । সেই সময়ত এই সংগঠন বিলাক জিলা পৰ্য্যায়ত গঠন কৰা হৈছিল । ডিব্ৰুগড় জিলা চাহ মজদুৰ সংঘ, শিৱসাগৰ জিলা চাহ মজদুৰ সংঘ, যোৰহাট জিলা চাহ মজদুৰ সংঘ, তেজপুৰ জিলা চাহ মজদুৰ সংঘ, লখীমপুৰ জিলা চাহ মজদুৰ সংঘ, গোলাঘাট জিলা চাহ মজদুৰ

সংঘ, মঙ্গলদৈ জিলা চাহ মজদুৰ সংঘ আৰু কিছুমান চাৰ্কোল পৰ্য্যায়ত গঠন কৰা হয় যেনে : পানীতোলা চাহ মজদুৰ সংঘ, দিহা চাহ মজদুৰ সংঘ, দিবৈ চাহ বাগিচা মজদুৰ সংঘ ।

১৯৪৭ চনত সমসাময়িক ভাবে ১। অসম চাহ কৰ্ম্মচাৰী সংঘ, ২। সুৰমা উপত্যকাত চাহ শ্ৰমিক ইউনিয়ন ৩। ভাৰতীয় চাহ কৰ্ম্মী সংঘ গঠিত হয় । কংগ্ৰেছৰ দৰে আন কিছুমান ৰাজনৈতিক দলেও চাহ বাগিচাত নিজৰ কিছুমান শ্ৰমিক সংগঠন গঢ়ি তোলাত জোৰ দিছিল । ৰাজনীতিৰ পৰা কোনো এটা সংগঠনেই মুক্ত নাছিল, যিটো নেকি এতিয়াও এই ৰাজনীতিৰ প্ৰভাৱৰ পৰা মুক্ত নহয় । ১৯৪৭ চনৰ ৩ চেপ্তেম্বৰত শ্বিলংত অসমৰ বিভিন্ন চাহ মজদুৰ আৰু আন্যান্য উদ্যোগৰ শ্ৰমিক আৰু কৰ্ম্মচাৰী লৈ এখন অভিবৰ্ত্তন পতা হয় । সেই অভিবৰ্ত্তনত অসমৰ মুখ্য মন্ত্ৰী স্বৰ্গীয় গোপীনাথ বৰদলৈ আৰু অসম প্ৰদেশ কংগ্ৰেছৰ সভাপতি মহম্মদ তৈয়বুল্লা আৰু অসমৰ বিশিষ্ট নেতাসকল উপস্থিত আছিল । এই অভিবৰ্ত্তনত কামাখ্যা প্ৰসাদ ত্ৰিপাঠী সভাপতি আৰু ৰবিন কাকতিক সম্পাদক হিচাবে লোৱা হৈছিল । এই কমিটি ৩০ জন সদস্যৰ গঠিত হৈছিল । এই সময়তেই চাহ মজদুৰ সংঘ গঠন হোৱাৰ লগে লগেই চাহ কৰ্ম্মচাৰী সংঘ স্বৰ্গীয় জীৱন ফুকনৰ নেতৃত্বত প্ৰথমতেই ডিব্ৰুগড় কাজীখোৱা বাগিচাৰ আশে - পাশে কিছু বাগিচাক গঠন কৰা হৈছিল । ১৯৪৭ চনৰ ৯ ফেব্ৰুৱাৰীত ডিব্ৰুগড়ত বহল ভাবে প্ৰতিষ্ঠা কৰা হয় । স্বৰ্গীয় মহেন্দ্ৰ নাথ শৰ্ম্মাৰ দ্বাৰা গোটেই অসম ধৰি জিলা আৰু মহকুমা পৰ্য্যায়ত কৰ্ম্মচাৰী সংঘ গঠন কৰাত অৰিহণা যোগাইছিল । অসম চাহ মজদুৰ সংঘ আৰু অসম চাহ কৰ্ম্মচাৰী দুয়ো সংঘৰ সংগঠনৰ মাজত প্ৰথম পৰ্য্যায়ত কিছু ভুল বুজাবুজি হৈছিল । কিন্তু পিছৰ পৰ্য্যায়ত এই ভুল ধাৰণাৰ অৱসান ঘটে । বৰ্তমান কৰ্ম্মচাৰী সংঘ আৰু শ্ৰমিকৰ নিবিড় সম্বন্ধ গঢ়ি উঠিছে আৰু কোনো ভেদাভেদ ভাব নাই ।

১৯৪৮ চনত বোম্বে অধিবেশনত অসমৰ পৰা বহু কৰ্ম্মচাৰী আৰু চাহ শ্ৰমিকৰ লোকে অধিবেশনত যোগদান কৰিছিল । ইয়াৰ পাছত অসমৰ শিৱসাগৰ জিলা ৰাষ্ট্ৰীয় মজদুৰ কংগ্ৰেছৰ অধিবেশনত বিভিন্ন সংঘৰপৰা প্ৰতিনিধি আহিছিল । এই অধিবেশন উদ্বোধন কৰিছিল স্বৰ্গীয় গোপীনাথ বৰদলৈ দেৱে । এই অধিবেশনত নিখিল ভাৰত ৰাষ্ট্ৰীয় মজদুৰ কংগ্ৰেছৰ উপ-সভাপতিয়ে বিশিষ্ট অতিথি হিচাবে যোগদান কৰিছিল । এই অধিবেশনত বিশেষকৈ প্ৰস্তাৱ লৈছিল শ্ৰমিকসকলৰ সামাজিক, ৰাজনৈতিক চেতনা কেনেকৈ জগাই তুলিব

পাৰি, ইয়াতে অসমৰ বিশেষকৈ মাননীয় স্বৰ্গীয় নবীন বৰদলৈ আৰু স্বৰ্গীয় অমিয় কুমাৰ দাস শ্ৰম মন্ত্ৰী হোৱাৰ লগে লগে শ্ৰমিকৰ সামাজিক উন্নয়নৰ অৰ্থে ল'ৰা-ছোৱালীবিলাকৰ উন্নতিৰ অৰ্থে সৰ্ব্বভাৰতীয় জনজাতি উন্নয়ন সমিতিৰ সভাপতি স্বৰ্গীয় বি, কে ভাণ্ডাৰী ডাঙৰীয়াক দায়িত্ব অৰ্পণ কৰে। স্বৰ্গীয় বি, কে, ভাণ্ডাৰী দেৱেও গান্ধীজীৰ আদৰ্শতে শ্ৰমিক সকলৰ সামাজিক, শৈক্ষিক আৰু আৰ্থিক দিশত উন্নতিৰ কল্পে ডিব্ৰুগড, বৰহাপজান, শিৱসাগৰ, মৰাণ, মেজেঙ্গা, বোকাখাত, উত্তৰ লক্ষীমপুৰ আৰু দৰং জিলাত কিছুমান অনুষ্ঠান স্থাপন কৰে। এই অনুষ্ঠান বিলাকৰ জৰিয়তে পঢ়া-শুনাৰ বাবে ছাত্ৰা বাস আৰু বিভিন্ন ধৰণৰ কাৰিকৰী শিক্ষা দিয়া হৈছিল। সেই সময়ত এই অনুষ্ঠানবিলাকৰ জৰিয়তে, গীত, বাদ্য, নৃত্য আদি সংস্কৃতিৰ দিশতো শ্ৰমিকসকলক সংগঠিত কৰা হৈছিল। এইখিনিতে উল্লেখ কৰিব পাৰি যে তাৰা সিং নামৰ এজন সঙ্গীত শিক্ষক আছিল। তেখেতে বনুৱাসকলৰ ওপৰত বিভিন্ন গীত মাত ৰচনা কৰিছিল আৰু শ্ৰমিক সকলক সংগঠনৰ দিশত সহায় কৰিছিল। যোৰহাটৰ ৰবৈয়াত শ্ৰমিক প্ৰশিক্ষণ লৈ নেতা গঢ় লৈ উঠিছিল।

এইটো আমি স্বীকাৰ কৰিব লাগিব যে চাহ্ মজদুৰ সংঘৰ প্ৰচেষ্টাত শ্ৰমিক সকলৰ সামাজিক ,অৰ্থনৈতিক , শৈক্ষিক আৰু সাংস্কৃতিক দিশত যিমানদূৰ উপকৃত হ'ব লাগিছিল সেই পৰিমাণে উপকৃত হোৱা নাই। কিন্তু দীৰ্ঘদিনৰ তেওঁলোকৰ নিৰ্য্যাতন ইতিহাসৰ পিনে চালে দেখা যায় যে ঐক্যবদ্ধ আৰু প্ৰণালীবদ্ধভাৱে যি গতিত শ্ৰমিকসকল আগবাঢ়ি আহিছে এই গতিত গৈ থাকিলে অদূৰ ভৱিষ্যতত নিশ্চয় ন্যায় সঙ্গত আৰু বিধিবদ্ধ সা-সুবিধা আৰু উপযুক্ত নাগৰিক হৈ নিজৰ আৰু দেশৰ সম্পদ বৃদ্ধিত সহায় কৰিব পাৰিব। সৰ্ব্বশেষত এইটো স্বীকাৰ কৰিব লাগিব যে অসমত শ্ৰমিক আন্দোলনত ট্ৰেড ইউনিয়নৰ ভূমিকা শীৰ্ষক এই প্ৰবন্ধত যিসকল ব্যক্তিৰ নাম ঠাই পাইছে আৰু অৱদান দি গৈছে সেইসকলৰ স্মৃতি সংগঠন জীয়াই থকালৈকে ভাৰতবৰ্ষৰ তথা অসমৰ ইতিহাসত চিৰস্মৰণীয় হৈ থাকিব। □

# চাহ জনগোষ্ঠীৰ উন্নয়নত অসম চাহ মজদুৰ সংঘৰ ভূমিকা

❑ মধুসূদন খাউণ্ড

ভাৰতবৰ্ষই স্বাধীনতা লাভ কৰাৰ আগে আগে ৰাষ্ট্ৰীয় মজদুৰ কংগ্ৰেছৰ দ্বাৰা অসমৰ চাহ বাগিচাসমূহত আৰম্ভ কৰা শ্ৰম সংগঠনেই কালক্ৰমত অসমৰ তথা ভাৰতৰ এক সৰ্ববৃহৎ শ্ৰম সংগঠন ৰূপে গঢ় লৈ উঠে । চাহ বাগিচাৰ মজদুৰৰ মাজৰ এই ঐতিহাসিক আন্দোলনৰ বিষয়ে দু-আষাৰ দাঙি ধৰা হ'ল ।

গান্ধীবাদী আদৰ্শৰে সৰ্বভাৰতীয় ভিত্তিত এটা গণতান্ত্ৰিক ট্ৰেড ইউনিয়ন অনুষ্ঠান প্ৰতিষ্ঠা কৰাৰ উদ্দেশ্যে গুলজাৰিলাল নন্দ, স্বৰ্গীয় খণ্ডুভাই দেশাই প্ৰমুখ্যে নেতৃবৃন্দৰ আহ্বান ক্ৰমে হিন্দুস্থান মজদুৰ সেৱক সংঘৰ ফালৰপৰা ১৯৪৭ চনৰ ৩ আৰু ৪ মে' তাৰিখে দিল্লীত ট্ৰেড ইউনিয়নৰ প্ৰতিনিধিসকলৰ এখন সন্মিলনৰ আয়োজন কৰা হয়। স্বৰ্গীয় বল্লভভাই পেটেল এই সন্মিলনত সভাপতিত্ব কৰে। অসমৰ স্বৰ্গীয় বিজয় চন্দ্ৰ ভাগৱতী আৰু স্বৰ্গীয় ৰবীন কাকতীয়ে এই সন্মিলনত যোগদান কৰিছিল । উক্ত সন্মিলনৰ সিদ্ধান্ত ক্ৰমে ৪ মে' তাৰিখে ভাৰতীয় ৰাষ্ট্ৰীয় মজদুৰ কংগ্ৰেছ প্ৰতিষ্ঠা কৰা হয় । সেই বছৰৰ শেহৰ ফালেই স্বৰ্গীয় কামাখ্যাপ্ৰসাদ ত্ৰিপাঠী আৰু স্বৰ্গীয় ৰবীন কাকতিক যথাক্ৰমে সভাপতি আৰু সাধাৰণ সম্পাদক স্বৰূপে লৈ ভাৰতীয় ৰাষ্ট্ৰীয় মজদুৰ কংগ্ৰেছৰ পতাকাৰ তলত অসমৰ উদ্যোগসমূহৰ শ্ৰমিকসকলক সংগঠিত কৰাৰ কাম আৰম্ভ কৰা হয় ।

চাহ উদ্যোগৰ মজদুৰসকলৰ কাৰণে কিছুদিনৰ ভিতৰতে ৰাজ্যখনত কেইবাটাও চাহমজদুৰ সংঘ গঠিত হৈ উঠে । এই চাহ মজদুৰ সংঘবোৰৰ যোগেদি ৰাইজৰ সেৱাৰ কাৰণে জীৱন আগবঢ়োৱা এচাম কৰ্মীৰ অক্লান্ত পৰিশ্ৰম আৰু ত্যাগৰ ফলস্বৰূপে প্ৰায় ১০০ বছৰ জুৰি শোষিত, নিপীড়িত, অৱহেলিত চাহ মজদুৰসকলৰ আৰ্থিক, সামাজিক, ৰাজনৈতিক, সাংস্কৃতিক আদি সকলো ক্ষেত্ৰতে এটা বিপ্লৱৰ সূচনা হয় আৰু ধীৰে ধীৰে চাহ মজদুৰ সমাজ প্ৰগতিৰ পথত আগবাঢ়িবলৈ ধৰে ।

সময় যোৱাৰ লগে লগে অসম শাখা ৰাষ্ট্ৰীয় মজদুৰ কংগ্ৰেছে এই বুলি বিবেচনা কৰে যে চাহ মজদুৰ সংঘৰ যোগেদি আন্দোলন আৰু শক্তিশালী কৰি

গঢ়ি তোলাৰ কাৰণে আৰু লগতে ৰাষ্ট্ৰীয় স্বাৰ্থৰ বহল অৰ্থত চাহ মজদুৰসকলক সু-সংগঠিত কৰাৰ উদ্দেশ্যে একোটা বিশেষ ভৌগোলিক প্ৰান্তত বহুতখিনি চাহ মজদুৰ সংঘৰ ঠাইত একোটা মাথোন চাহ মজদুৰ সংঘৰহে প্ৰয়োজন । এই মৰ্মে ৰাষ্ট্ৰীয় মজদুৰ কংগ্ৰেছে এখন আঁচনি প্ৰস্তুত কৰে আৰু সেই আঁচনি অনুযায়ী ১৯৫৮ চনৰ ৯ আগষ্ট তাৰিখে ৰবড়ুবিত বহা অসম শাখা ৰাষ্ট্ৰীয় মজদুৰ কংগ্ৰেছৰ সাধাৰণ পৰিষদৰ সদস্যসকল আৰু জিলা চৰ্কোল চাহ মজদুৰ সংঘ সমূহৰ কাৰ্যনিৰ্বাহক সমিতিৰ সদস্যসকলৰ অভিবৰ্ত্তনে অসম উপত্যকাত থকা ৰাষ্ট্ৰীয় মজদুৰ কংগ্ৰেছৰ অন্তৰ্ভুক্ত চাহ মজদুৰ সংঘসমূহ একেলগ কৰি এটা কেন্দ্ৰীভূত সংঘ পতাৰ সিদ্ধান্ত গ্ৰহণ কৰে । এই সিদ্ধান্ত ক্ৰমেই গঠন কৰা হ'ল 'অসম চাহ মজদুৰ সংঘ' । উল্লেখযোগ্য যে অসম চাহ মজদুৰ সংঘৰ প্ৰতিষ্ঠা কৰাৰ কাৰ্য্য ভাৰতীয় ট্ৰেড ইউনিয়নৰ ইতিহাসত ৰাষ্ট্ৰীয় মজদুৰ কংগ্ৰেছৰ এটা অতুলনীয় কৃতিত্ব । এই কাৰ্য্যৰ কাৰণে অসম শাখা ৰাষ্ট্ৰীয় মজদুৰ কংগ্ৰেছৰ তেতিয়াৰ সম্পাদক শ্ৰমিকপ্ৰাণ স্বৰ্গীয় মহেন্দ্ৰ নাথ শৰ্মাৰ অবদান চিৰ-স্মৰণীয় । প্ৰকৃততে এই কেন্দ্ৰীয়কৰণ আঁচনিৰ তেখেতেই জন্মদাতা আছিল ।

অসম চাহ মজদুৰ সংঘৰ সাংগঠনিক গাঁথনি আৰু কৰ্মপদ্ধতি সংঘৰ দ্বাৰা গৃহীত সংবিধানত নিৰূপিত কৰা আছে । সংঘৰ উদ্দেশ্যসমূহো সংবিধানত অন্তৰ্ভুক্ত কৰা আছে । উদ্দেস্যসমূহৰ ভিতৰত ঃ

ন্যায়সংগত আৰু সংবিধানিক উপায়েৰে সভ্য-সভ্যাসকলৰ ব্যক্তিগত আৰু সামূহিক স্বাৰ্থৰ সংৰক্ষণ আৰু তেওঁলোকৰ কৰ্ম সংস্থাপনৰ অৱস্থা, দা-দৰমহা সা-সুবিধা ইত্যাদিৰ উন্নতি সাধন কৰা ;

তেওঁলোকৰ মাজত সহযোগ, সমন্বয়, সম্প্ৰীতি আৰু যোগাযোগ বঢ়োৱা; তেওঁলোকৰ অভাৱ-অভিযোগ দূৰীকৰণ আৰু দাবীদাবা আদায়ৰ চেষ্টা কৰা ;

তেওঁলোকৰ মাজত থকা বৰ্ণ-বৈষম্য, সাম্প্ৰদায়িক বৈষম্য, শ্ৰেণীগত বৈসম্য, স্বজন তোষণ ইত্যাদিবিলাকৰ দূৰ কৰা;

আইনগত বিচাৰ, চালিচী, আপোচ চেষ্টা, দ্বি-দলীয় বা ত্ৰিদলীয় আলোচনা ইত্যাদিত সংঘ বা সভ্যসকলৰ প্ৰতিনিধিত্ব কৰা;

মীমাংসাৰ চেষ্টা বিফল হ'লে দাবী আদায় বা অভাৱ অভিযোগ আদিৰ মোচনৰ অৰ্থে সমবেত শক্তি প্ৰয়োগৰ দ্বাৰা ধৰ্মঘট কিম্বা ব্যক্তিগত বা সমবেত সত্যাগ্ৰহ আদি কৰা ,

সভ্যসকলৰ মাজত আৰু নিয়োগকৰ্তাৰ লগত বুজাবুজি আৰু সদ্ভাৱ বঢ়োৱা;

চাকৰিত থকা কালছোৱাত তেওঁলোকৰ বেতন, বানচ, লাভাংশ, কমিচন, কামৰ সময়, ভৱিষ্যনিধি, পেঞ্চন, বাসস্থান, চিকিৎসা সাহায্য, চাকৰিৰ নিৰাপত্তা

আদিৰ ক্ষেত্ৰত স্থিতি আৰু মৰ্যাদাৰ উন্নতি সাধন কৰা আৰু অৱসৰ গ্ৰহণ, কৰ্মচ্যুতি, বৰ্খাস্ত, মৃত্যুৰ ক্ষেত্ৰত সাহায্য দিওৱাৰ চেষ্টা তথা কৰ্মচ্যুতি বৰ্খাস্তৰ ক্ষেত্ৰত উপযুক্ত নিৰাপত্তা প্ৰদানৰ ব্যৱস্থা কৰা ;

শিক্ষা, আকস্মিক বিপদ, মৃত্যু, ৰোগ-ব্যাধি ইত্যাদিৰ কাৰণে সামাজিক নিৰাপত্তাৰ ব্যৱস্থা কৰা আৰু সাহায্য দিয়া;

বিধান সভা বা সংসদৰ যোগে সভ্যসকলৰ নিৰাপত্তা উন্নয়ন ইত্যাদিৰ বিষয়ে আইন প্ৰণয়নৰ কাৰণে চেষ্টা কৰা ;

সভ্যসকলৰ কাৰণে উদ্যোগৰ লাভৰ ন্যায্য অংশ আদায় কৰা, পৰিচালনাত ন্যায্য অংশ দিওৱা আৰু ন্যায্য অৰ্থনৈতিক আৰু সামাজিক অধিকাৰ আদায় কৰা;

এখন শোষণহীন, গণতান্ত্ৰিক, কল্যাণকামী ৰাষ্ট্ৰ প্ৰতিষ্ঠাৰ কামত সভ্যসকলৰ সমবেত শক্তি প্ৰয়োগ কৰা ;

সামাজিক ন্যায় প্ৰতিষ্ঠাৰ কাৰণে অবিৰাম চেষ্টা চলোৱা;

সংঘই উদ্দেশ্যসমূহ সাধনৰ ক্ষেত্ৰত সদায় গণতান্ত্ৰিক আৰু অহিংস উপায় অবলম্বন কৰিব ইত্যাদি ।

অসম চাহ মজদুৰ সংঘৰ সংবিধানৰ নিৰ্দেশাৱলী অনুযায়ী সংঘৰ সাংগঠনিক গাঁথনি তিনিতৰপীয়া - নিৰ্বাচিত প্ৰতিনিধিৰে বাগিচা প্ৰাথমিক সংঘ, শাখা আৰু কেন্দ্ৰীয় সংঘ গঠন কৰা হয় । সংঘৰ বৰ্তমানে অসম উপত্যকা জুৰি ২১ (একৈশ) টা শাখা সংঘ আছে । এই শাখাসমূহ ঃ ডিব্ৰুগড়, পানীতোলা, ডুমডুমা, মাৰ্ঘেৰিটা, টিংৰাই, নাহৰকটীয়া, মৰাণ, নাজিৰা, সোণাৰি, যোৰহাট, গোলাঘাট, বোকাখাত, নগাঁও, কামৰূপ, গোৱালপাৰা, মঙ্গলদৈ, বৰচলা, তেজপুৰ, বিশ্বনাথ, হেলেম আৰু উত্তৰ লক্ষীমপুৰ । কেন্দ্ৰীয় সংঘৰ লগতে প্ৰত্যেক শাখা সংঘৰ নিজা মাটিত নিজা স্থায়ী কাৰ্য্যালয় ভৱন আছে । কেন্দ্ৰীয় সংঘৰ কাৰ্য্যালয় ডিব্ৰুগড়ত । কেন্দ্ৰীয় তথা শাখা সংঘৰ দৈনন্দিন কামকাজ অৰ্হতাসম্পন্ন নিয়োজিত চাৰিশৰো অধিক বিভাগীয় কৰ্মচাৰীয়ে সম্পাদন কৰে ।

একে আষাৰে ক'বলৈ হ'লে অসম উপত্যকাৰ ৭৮৬ খন চাহ বাগিচাৰ প্ৰত্যেকখনতে অসম চাহ মজদুৰ সংঘৰ সংবিধানসন্মত ভাৱে গঠিত প্ৰাথমিক সংঘ আছে আৰু সভ্য সংখ্যা বৰ্তমানে প্ৰায় চাৰিলাখ পঞ্চাশ হেজাৰৰ কম নহ'ব । সভ্য সংখ্যাৰ সংখ্যাগৰিষ্ঠতাৰ কাৰণে অসম চাহমজদুৰ সংঘ ভাৰতৰ অন্যতম সৰ্ববৃহৎ শ্ৰম সংঘ । সংঘৰ সভ্যৰ সংখ্যা আৰু কাৰ্য্যাৱলীৰ কাৰণে অসম চাহ মজদুৰ সংঘই পৃথিৱীৰ বিভিন্ন শ্ৰম মহাসংঘৰ অন্তৰ্ভুক্তি লাভ কৰিছে । এই মহা সংঘসমূহত অসম চাহ মজদুৰ সংঘৰ প্ৰতিনিধি আছে । পৃথিৱীৰ বিভিন্ন দেশত অনুষ্ঠিত হোৱা মহাসংঘ সমূহৰ সন্মিলন, অধ্যয়নচক্ৰ, আলোচনা চক্ৰত অসম

চাহ মজদুৰ সংঘৰ প্ৰতিনিধিয়ে যোগদান কৰি আহিছে ।

অসম চাহ মজদুৰ সংঘই চাহ শিল্পত শান্তিপূৰ্ণ পৰিৱেশ অটুট ৰখাত যত্নবান হৈ গান্ধীবাদী নীতি আৰু আদৰ্শেৰে চাহ শ্ৰমিকসকলৰ সৰ্বতো প্ৰকাৰৰ কল্যাণৰ হকে শ্ৰম আন্দোলনৰ নেতৃত্ব দি আহিছে । এই সংঘই চাহ শ্ৰমিকসকলৰ অৰ্থনৈতিক, সামাজিক, সাংস্কৃতিক, শৈক্ষিক, ৰাজনৈতিক আদি বিভিন্ন দিশৰ উন্নয়নৰ ক্ষেত্ৰত এক অতীৱ গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰি আহিছে । অসমৰ বিভিন্ন জনগোষ্ঠীৰ মাজত সমন্বয়-সম্প্ৰীতি, ঐক্য-সংহতি গঢ়াৰ ক্ষেত্ৰত অসম চাহ মজদুৰ সংঘই এক উল্লেখনীয় ভূমিকা গ্ৰহণ কৰি আহিছে । তদুপৰি ভাৰতীয় ৰাষ্ট্ৰীয় মজদুৰ কংগ্ৰেছৰ অন্তৰ্ভুক্ত শ্ৰম সংগঠন হোৱা হেতুকে অসম চাহ মজদুৰ সংঘই অসমৰ চাহ শ্ৰমিকসকলক ৰাষ্ট্ৰীয় ঘাই সুঁতিৰ সৈতে মিলি যোৱাত উল্লেখনীয় অবদান আগবঢ়াইছে ।

অসম চাহমজদুৰ সংঘই আদিৱেগৰা মজদুৰ সমাজত এটা শৈক্ষিক বাতাৱৰণ তথা জাগৰণ সৃষ্টি কৰাৰ লগতে চাহ মজদুৰ তথা তেওঁলোকৰ ল'ৰা-ছোৱালী, পৰিয়ালবৰ্গৰ মাজত শিক্ষা বিস্তাৰৰ বিষয়টো গুৰুত্ব সহকাৰে লৈ সেই উদ্দেশ্যে যাৱতীয় ব্যৱস্থা গ্ৰহণ কৰি আহিছে । বাগিচাৰ প্ৰাথমিক বিদ্যালয়ৰ ছাত্ৰ-ছাত্ৰীসকলক দুপৰীয়াৰ আহাৰ যোগান, ইউনিফৰ্ম যোগান, স্কুল, কলেজ, চিকিৎসা, মহাবিদ্যালয়, কাৰিকৰী মহাবিদ্যালয়, বিশ্ববিদ্যালয় আদিত পঢ়ি থকা চাহ মজদুৰৰ সন্তানসকলৰ কাৰণে চৰকাৰী, অৰ্দ্ধ-চৰকাৰী অনুষ্ঠান-প্ৰতিষ্ঠানে আগবঢ়োৱা বৃত্তি তথা সাহায্য লাভৰ কাৰণে সংঘ সদায় যত্নবান হৈ আহিছে । সংঘই মহাবিদ্যালয়, বিশ্ববিদ্যালয় আদিত শিক্ষা লাভ কৰিবলৈ চাহ মজদুৰৰ সন্তানৰ কাৰণে আছুতীয়াকৈ স্থান সংৰক্ষণৰ কাৰণে দাবী তোলাৰ লগতে গুৱাহাটীত চাহ জনগোষ্ঠীৰ বাবে এটি জিৰণি গৃহ নিৰ্মাণৰ দাবী কৰিছে । কেন্দ্ৰীয় সংঘ তথা শাখা সংঘৰ ফালৰ পৰা সীমিত সামৰ্থ্যৰে চাহ মজদুৰৰ ছাত্ৰ-ছাত্ৰীসকলৰ কিতাপ-পত্ৰ যোগান ধৰাৰ লগতে আৰ্থিক সাহায্যও আগবঢ়াই আহিছে । ডুমডুমা শাখা আৰু সোণাৰি শাখাই নিজ নিজ অঞ্চলত একোখনকৈ উচ্চ ইংৰাজী বিদ্যালয় প্ৰতিষ্ঠা কৰি পৰিচালনা কৰি আছে । মাৰ্ঘেৰিটা, সোণাৰি, যোৰহাট, গোলাঘাট শাখাই চাহ মজদুৰৰ দুৰণিবটীয়া ছাত্ৰ-ছাত্ৰীয়ে চহৰ অঞ্চলত থাকি পঢ়া-শুনা কৰিবলৈ ছাত্ৰ-ছাত্ৰী আবাস নিৰ্মাণ কৰি যাৱতীয় সা-সুবিধাৰ ব্যৱস্থা কৰি দিছে ।

অসম চাহ মজদুৰ সংঘৰ ডিব্ৰুগড় শাখাৰ দ্বাৰা পৰিচালিত 'ডিব্ৰুগড় চাহ মজদুৰ কল্যাণ সমাজ' অনুষ্ঠানটিয়ে আজি দুকুৰি বছৰ ধৰি অবিৰতভাৱে সেৱা আগবঢ়াই আহিছে । এই অনুষ্ঠানত এবছৰীয়া পাঠ্যক্ৰমৰ যোগেদি বিশেষকৈ চাহ জনগোষ্ঠী আৰু পিছপৰা শ্ৰেণীৰ মহিলাসকলক স্বাৱলম্বী হোৱাত সহায়ক হোৱাকৈ

বোৱা-কটা, উলগোঁঠা, চিলাই আদিৰ প্ৰশিক্ষণ দিয়া হয় । এই অনুষ্ঠানটিত একেলগে ৪০ গৰাকী প্ৰশিক্ষাৰ্থীয়ে বছৰেকীয়া প্ৰশিক্ষণ ল'ব পৰাৰ যাৱতীয় সা-সৰঞ্জামৰ সু-ব্যৱস্থা আছে । বৰ্তমানলৈকে এই অনুষ্ঠানটিৰপৰা ১৭০০ গৰাকী প্ৰশিক্ষাৰ্থীয়ে বছৰেকীয়া পাঠ্যক্ৰম সম্পূৰ্ণ কৰি উত্তীৰ্ণ হৈ ওলাই গৈছে । অসম চাহ মজদুৰ সংঘৰ বৰচলা শাখাই লোকনায়ক অমিয় কুমাৰ দাস নামেৰে মধ্য ইংৰাজী বিদ্যালয় এখন প্ৰতিষ্ঠা কৰি পৰিচালনা কৰি আছে ।

শ্ৰমিক প্ৰশিক্ষণৰ ক্ষেত্ৰত তিনিচুকীয়া আৰু তেজপুৰত থকা কেন্দ্ৰীয় চৰকাৰৰ শ্ৰমিক শিক্ষা কেন্দ্ৰ, অসম চাহ শ্ৰমিক কল্যাণ পৰিষদৰ দ্বাৰা পৰিচালিত মেজেঙা মহিলা শ্ৰমিক উন্নয়ন প্ৰশিক্ষণ কেন্দ্ৰ, ৰবৈয়া শ্ৰমিক কল্যাণ প্ৰশিক্ষণ কেন্দ্ৰত প্ৰশিক্ষাৰ্থী ভৰ্তিকৰণত সংঘৰ শাখাসমূহে যাৱতীয় ব্যৱস্থা গ্ৰহণ কৰি আহিছে ।

সংঘৰ শাখাসমূহে নিজ নিজ শাখাৰ অন্তৰ্গত বাগিচাসমূহৰ সভ্য-সভ্যাসকলক খেলা-ধূলাৰ প্ৰতি আগ্ৰহী কৰি তুলি সিহঁতলাকৰ চৰ্চা তথা প্ৰতিযোগিতাৰ কাৰণে সহায়-সহযোগ আগবঢ়ায় । নাজিৰা শাখাৰ দ্বাৰা অসম চাহ মজদুৰ সংঘৰ প্ৰতিষ্ঠাপক সাধাৰণ সম্পাদক স্বৰ্গীয় মহেন্দ্ৰ নাথ শৰ্মাৰ স্মৃতিত 'সদৌ অসম আন্তঃ চাহ বাগিচা মহেন্দ্ৰ নাথ শৰ্মা সোঁৱৰণী ফুটবল প্ৰতিযোগিতা'খনি ৰাজ্যিক ভিত্তিত সুচাৰুৰূপে খেলাই আহিছে । সংঘৰ নেৰানেপেৰা যত্নৰ ফলত ১৯৭৫ চনৰ এপ্ৰিল মাহৰপৰা আকাশবাণী ডিব্ৰুগড় কেন্দ্ৰৰ যোগেদি সপ্তাহত এবাৰকৈ চাহ মজদুৰ বাইজৰ কাৰণে আছুতীয়াকৈ কাৰ্য্যসূচী প্ৰচাৰৰ ব্যৱস্থা কৰা হয় । পিছলৈ অনুষ্ঠানটিৰ নাম 'চাহ শ্ৰমিকৰ আচৰ' দিয়া হয় আৰু বৰ্তমানে সপ্তাহত তিনিবাৰকৈ প্ৰচাৰ হ'ব ধৰিছে ।

১৯৫৬ চনত অসম শাখা ৰাষ্ট্ৰীয় মজদুৰ কংগ্ৰেছৰ সৌজন্যত ইয়াৰ কৃষ্টি শাখাৰ যোগে চাহ বাগিচাত এটা সাংস্কৃতিক জাগৰণ আনি চাহ জনগোষ্ঠীৰ কলা-কৃষ্টিৰ চৰ্চা আৰু ইয়াৰ প্ৰকাশ-বিকাশৰ কাৰণে আঁচনি লৈ আগবঢ়া হয়। চাহ জনগোষ্ঠী আৰু অনা চাহ জনগোষ্ঠীৰ শিল্পীৰে সাংস্কৃতিক দল গঠন কৰি বাগিচাই বাগিচাই সাংস্কৃতিক অনুষ্ঠান পতাৰ উপৰি অসমৰ বাহিৰত শিল্পীকে ধৰি বিভিন্ন স্থানত চাহ জনগোষ্ঠীৰ কলা-কৃষ্টিৰ সুন্দৰ ৰূপ পৰিৱেশন কৰা হয় । ১৯৫৮ চনত কৃষ্টি শাখাৰ ফালৰপৰা নটসূৰ্য্য ফণী শৰ্মাৰ দ্বাৰা পৰিচালিত 'কৈঁচাসোণ' নামৰ এখন পূৰ্ণদৈৰ্ঘ্য কাহিনী চিত্ৰ নিৰ্মাণ কৰে । শ্ৰম সংগঠনৰ দ্বাৰা নিৰ্মিত 'কৈঁচাসোণ'েই বিশ্বৰ প্ৰথম বোলছবি । ১৯৭৫ চনত অসম চাহ মজদুৰ সংঘই 'ৰতনলাল' নামৰ পূৰ্ণদৈৰ্ঘ্য কাহিনী চিত্ৰ নিৰ্মাণ কৰে । ই শ্ৰম সংগঠনৰ দ্বাৰা নিৰ্মিত দ্বিতীয়খন বোলছবি । সংঘৰ সাংস্কৃতিক কাৰ্য্যকলাপে সমন্বয়-সম্প্ৰীতি

গঢ়াতো মূল্যবান বৰঙণি আগবঢ়াই আহিছে । চাহ মজদুৰ সংঘৰ সৌজন্যত ১৯৯৩ চনত অসম চাহ জনগোষ্ঠীৰ কলা-কৃষ্টি বিকাশ কেন্দ্ৰই আয়োজন কৰা ডিব্ৰুগড় চহৰত অসম ভিত্তিত এখনি ঝুমইৰ প্ৰতিযোগিতা অনুষ্ঠিত কৰা হয় ।

অসম চাহ মজদুৰ সংঘৰ দ্বাৰা 'অসম চাহ শ্ৰমিক ঔদ্যোগিক সমবায় প্ৰতিষ্ঠান লিমিটেড' (ATEICOL) নামৰ চাহ শ্ৰমিকৰ এক সুবৃহৎ সমবায় প্ৰতিষ্ঠান ১৯৭১ চনত গঠন কৰা হয় । এই প্ৰতিষ্ঠানে বৰ্তমানে 'এটেইকল প্ৰিণ্টাৰ্ছ' আৰু উষা চাহ বাগিচা' পৰিচালনা কৰি আছে আৰু অন্যান্য ব্যৱসায় চলাই আছে ।

১৯৬২ চনৰ চীনা আক্ৰমণৰ সময়ত ৰাষ্ট্ৰীয় মজদুৰ কংগ্ৰেছৰ নেতৃত্বত অসম চাহ মজদুৰ সংঘই জৰুৰীকালীন পৰিস্থিতিৰ সন্মুখীন হোৱাৰ উদ্দেশ্যে বিশেষ কাৰ্য্যতৎপৰতাৰ সৈতে এক উল্লেখযোগ্য ভূমিকা গ্ৰহণ কৰিছিল । প্ৰতি বাগিচাতে একোখন প্ৰতিৰক্ষা সমিতি গঠন কৰা হৈছিল আৰু ৰাষ্ট্ৰীয় প্ৰতিৰক্ষা পুঁজিলৈ প্ৰত্যেক চাহ মজদুৰে কমেও এদিনৰ মজুৰি বৰঙণি স্বৰূপে ১০ (দহ) লাখ টকা আগবঢ়ায় । ইয়াৰ লগতে সংঘৰ সকলো কৰ্মীয়েও এদিনৰ উপাৰ্জন ৰাষ্ট্ৰীয় প্ৰতিৰক্ষা পুঁজিলৈ বৰঙণি আগবঢ়ায়। ১৯৭৫ চনত দিবৰাম বাগিচাত বা-মাৰলীত ক্ষতিগ্ৰস্ত হোৱা পৰিয়ালবৰ্গলৈ সংঘই সাহায্য আগবঢ়ায় । ১৯৭৭ চনত তামিলনাড়ু, অন্ধ্ৰ আৰু কেৰেলা ৰাজ্যত হোৱা বা-মাৰলী আৰু সাগৰীয় জোৱাৰৰ ঢৌৰে ক্ষতিগ্ৰস্ত কৰা লোকসকললৈ চাহ মজদুৰসকলে সাহায্য আগবঢ়ায়।

১৯৪৪ চনত মহাৰাষ্ট্ৰৰ প্ৰলয়ংকৰী ভূমিকম্পত পীড়িতসকলৰ সাহায্যাৰ্থে সংঘৰ সভ্য-সভ্যাসকলৰপৰা তোলা ১ লাখ ১ হেজাৰ ৩৮ টকা প্ৰধানমন্ত্ৰী সাহায্য পুঁজিলৈ আগবঢ়ায় । ১৯৯৬ চনত কোকাৰাঝাৰ আৰু বঙাইগাঁও জিলাৰ বিভিন্ন অঞ্চলত গোষ্ঠীগত সংঘৰ্ষত পীড়িত লোকসকললৈ সংঘই বাগিচা শ্ৰমিকসকলৰপৰা সংগ্ৰহ কৰা প্ৰায় ৪০০ কুইণ্টল চাউল আৰু আটা আৰু ৩৪৬ টা বস্তা, নতুন আৰু পুৰণি কাপোৰ আৰু কিছু বাচন-বৰ্তন আৰু ৪ (চাৰি লাখ) টকা সাহায্য হিচাবে আগবঢ়ায় ।

১৯৮৮ চনত অসমত হোৱা প্ৰলয়ংকৰী বানপানীৰ গৰাহতপৰা দুৰ্গতসকলৰ সাহায্যাৰ্থে প্ৰয়োজনীয় সা-সামগ্ৰী আৰু সংগৃহীত ধন মুখ্যমন্ত্ৰী সাহায্য পুঁজিলৈ আগবঢ়ায় ।

ছোভিয়েট দেশৰ আৰ্মেনিয়াত হৈ যোৱা ভয়াৱহ ভূমিকম্পত বিপদাপন্ন দুৰ্গতসকলৰ কাৰণে সংঘই ভাৰতৰ প্ৰধানমন্ত্ৰী সাহায্য পুঁজিলৈ দান আগবঢ়ায় ।

অসম চাহ মজদুৰ সংঘই সাহিত্য জগতলৈও অৱদান আগবঢ়ায় আহিছে। এতিয়ালৈকে অসমীয়া ভাষাত কেইখাননো গ্ৰন্থ প্ৰকাশ কৰিছে । প্ৰকাশিত গ্ৰন্থকেইখন ঃ শ্ৰীসুশীল কুৰ্মীৰ দ্বাৰা ৰচিত ঃ "টুচু গীতৰ মাজে মাজে", স্বৰ্গীয়

ৰবীন কাকতিৰ দ্বাৰা ৰচিত "গান্ধীজী, অসম আৰু অসমৰ চাহ মজদুৰ", শ্ৰীবিপুলাল উপাধ্যায়ৰ দ্বাৰা সংকলিত "স্বাধীনতা সংগ্ৰামী শ্ৰমিক নেতা দলবীৰ সিং লোহাৰ", শ্ৰীপ্ৰহ্লাদ তাঁতীৰ দ্বাৰা ৰচিত "চাহ বাগিচাত শিক্ষাৰ প্ৰসাৰ"।

অসমৰ চাহ মজদুৰ সংঘৰ কাৰ্যাৱলী কাৰ্য্যকৰী সমিতিৰ এক স্মৰণীয় সিদ্ধান্ত অনুক্ৰমে ১৯৬৯ চনত সংঘৰ মুখপত্ৰৰূপে 'চাহমজদুৰ' বাৰ্ত্তা আলোচনীখনিৰ শুভাৰম্ভণ কৰা হয়। তেতিয়াৰপৰা 'চাহ মজদুৰ'ৰ প্ৰকাশ অব্যাহত গতিত আগবাঢ়ি থাকি ২৫ বছৰ সম্পূৰ্ণ কৰি ৰূপালী জয়ন্তী বৰ্ষ অতিক্ৰম কৰি বৰ্তমান ৩০ বছৰ হৈছে। উল্লেখযোগ্য যে, ১৯৯৩ চনৰ ১০৭ ডিচেম্বৰ তাৰিখে কাকত ফেডাৰেচনৰ অভিবৰ্তনত 'চাহ মজদুৰ'লৈ উৎকৃষ্টতাৰ সৰ্বভাৰতীয় বঁটা আগবঢ়োৱা হয়। বঁটা প্ৰদান কৰে ভাৰতৰ সূচনা আৰু প্ৰচাৰ মন্ত্ৰী শ্ৰীকে. পি. সিংদেৱে।

উক্ত কাকতখনৰ যোগেদি চাহ জনগোষ্ঠীৰ নবীন লেখক-লেখিকাই আত্মপ্ৰকাশ কৰিবলৈও সুবিধা লাভ কৰিছে।

অসমৰ ৰাজনৈতিক ক্ষেত্ৰতো চাহ মজদুৰসকলে এক উল্লেখনীয় গুৰুত্বপূৰ্ণ ভূমিকা লৈ আহিছে। দেশৰ সংবিধানে দিয়া অধিকাৰ সাব্যস্ত কৰি চাহ মজদুৰসকলে মুক্তভাৱে নিজৰ প্ৰতিনিধি নিৰ্বাচনত অংশ গ্ৰহণ কৰাৰ লগতে নিজৰ প্ৰাৰ্থীত্বও আগবঢ়াই নিৰ্বাচনত প্ৰতিনিধিৰূপে অসম বিধান সভা, লোকসভাৰ সদস্য পদত অধিষ্ঠিত হৈছে। অসম তথা কেন্দ্ৰতো মন্ত্ৰীত্বৰ দায়িত্বও লৈছে। লগতে পঞ্চায়ত নিৰ্বাচনত অংশ গ্ৰহণ তথা নিৰ্বাচিত প্ৰতিনিধিৰূপে দায়িত্ব গ্ৰহণো কৰিছে।

চাহ মজদুৰসকলৰ ন্যায্য অধিকাৰ সাব্যস্তকৰণ আৰু প্ৰাপ্যৰ ক্ষেত্ৰত অসম চাহ মজদুৰ সংঘ সদা সতৰ্ক থাকি চৰকাৰ তথা নিয়োগকৰ্তা পক্ষৰ ওচৰত অভাৱ-অভিযোগ আৰু ন্যায্য দাবী দাঙি ধৰি শান্তিপূৰ্ণ আলোচনাৰ জৰিয়তে সিবিলাকৰ মীমাংসাৰ কাৰণে যত্নপৰ হৈ আহিছে। সেই মৰ্মে বাগিচা স্তৰকে ধৰি শাখা সংঘ স্তৰতো দ্বি-পাক্ষিক মীমাংসা চুক্তি কৰা হয়।'অসম চাহ মজদুৰ সংঘই কেন্দ্ৰীয় স্তৰত উদ্যোগ ভিত্তিত বিভিন্ন বিষয়ৰ ওপৰত বৰ্তমানলৈকে সম্পাদন কৰা প্ৰায় তিনিকুৰিখনবো অধিক দ্বি-পাক্ষিক চুক্তি আছে। এই চুক্তিসমূহৰ সু-ফল অসম উপত্যকাৰ সকলো চাহ বাগিচাৰ সকলো চাহ মজদুৰে সমানেই ভোগ কৰিবলৈ পায়। তাৰে ভিতৰত বিশেষ কেইখনমান চুক্তিৰ বিষয়ে তলত উল্লেখ কৰা হ'ল ঃ

(১) ১৯৬২ চনৰ ২২ আৰু ২৩ মে' আৰু ১৯৬৩ চনৰ ১৫ জুন তাৰিখে বাগিচা শ্ৰমিকসকলৰ বাবে খৰি যোগান দিয়া আৰু খৰি দিব নোৱাৰিলে তাৰ বাবদ ইন্ধনৰ বিকল্প হিচাপে প্ৰতিটো পৰিয়াললৈ সপ্তাহত একাৰকৈ ১০০ আউন্সকৈ

কেৰাচিন তেল দিয়াৰ সম্পৰ্কত এক দ্বি-পাক্ষিক চুক্তি স্বাক্ষৰিত হয় ।

(২) ১৯৬৬ চনৰ ২৫ ফেব্ৰুৱাৰী তাৰিখে শ্ৰমিকৰ হাজিৰা বৃদ্ধি কৰি পাঁচ বছৰৰ কাৰণে এখনি দ্বি-পাক্ষিক চুক্তি কৰা হয় ।

(৩) শ্ৰমিকসকলক ৰেচন যোগান (খাদ্য সামগ্ৰী) দিবনোৱাৰিলে তাৰ বাবদ নগদ ধনৰ ক্ষতিপূৰণ দিবলৈ ১৯৬৭ চনৰ ১৬ মে'ত এক দ্বি-পাক্ষিক চুক্তি কৰা হয় ।

(৪) ১৯৬৭ চনৰ ২৯ জুন তাৰিখে হোৱা চুক্তিমতে 'পুৰুষ-মহিলা আৰু শিশু শ্ৰমিক সকলোৱে নতুন নিৰিখমতে প্ৰতি কেজি পাত তোলাৰ বাবদ অতিৰিক্ত ৯ পইচাকৈ পাব আৰু সেইমতে ১ নং আৰু ২ নং জ'নৰ পুৰুষ শ্ৰমিকসকলে ৫৮ পইচাকৈ, মহিলা শ্ৰমিকসকলে ৫৬ পইচাকৈ আৰু শিশু শ্ৰমিকসকলে ২৪ পইচাকৈ দৈনিক ভাট্টা পাব । নগাঁও চাৰ্কোলৰ পুৰুষ - শ্ৰমিকসকলে ৩৭ পইচাকৈ মহিলা শ্ৰমিকসকলে ৩৫ পইচাকৈ আৰু শিশু শ্ৰমিকসকলে ১৪ পইচাকৈ দৈনিক ভাট্টা পাব । আনহাতে ৩ নং জ'নৰ পুৰুষ শ্ৰমিকসকলে ৪৩ পইচাকৈ, মহিলা শ্ৰমিকসকলে ৪১ পইচাকৈ আৰু শিশু শ্ৰমিকসকলে ১৭ পইচাকৈ দৈনিক ভাট্টা পাব ।

(৫) ১৯৬৭ চনৰ ২৫ চেপ্তেম্বৰ তাৰিখে হোৱা চুক্তিমৰ্মে খাদ্য সামগ্ৰী যোগান নাটনি সম্পৰ্কত অতিৰিক্ত হাজিৰা দিবলৈ সিদ্ধান্ত গ্ৰহণ কৰা হয় ।

(৬) ১৯৬৭ চনৰ ৮ নবেম্বৰ তাৰিখে ঠাণ্ডা দিনৰ কামৰ নিৰিখ সম্পৰ্কত হোৱা চুক্তিমৰ্মে একে পৰিমাণৰ হাজিৰা পৰিশোধ কৰি যোৱাৰ সিদ্ধান্ত কৰা হয়।

(৭) ১৯৬৮ চনৰ ১৯ চেপ্তেম্বৰত হোৱা চুক্তিমৰ্মে হাজিৰাসহ বহাগ বিহুৰ বন্ধৰ দিন ঘোষণা কৰা হয় আৰু প্ৰতি বছৰৰ ৩০ জানুৱাৰী দিনটো শ্বহীদ দিৱস হিচাপে হাজিৰাসহ বন্ধৰ দিন ঘোষণা কৰা হয় । ২ অক্টোবৰৰ বন্ধৰ সলনি প্ৰতি বছৰে ৩০ জানুৱাৰী দিনটো বন্ধ দিবলৈ চুক্তিবদ্ধ হয় ।

(৮) ১৯৬৮ চনৰ ১১ জুন তাৰিখে হোৱা চুক্তিমতে খেতি কৰিবৰ বাবে প্ৰতি বিঘা মাটিৰ কাৰণে হাজিৰাসহ ৩ দিনকৈ আৰু খেতি চপাবৰ বাবে ২ দিনকৈ ছুটী পাব । অৱশ্যে এই বন্ধ ১৫ দিনতকৈ বেছি হ'ব নোৱাৰিব।

(৯) ১৯৬৮ চনৰ ২৯ জুনত হোৱা চুক্তিমতে দৰমহা বোৰ্ডৰ সিদ্ধান্তমতে বিশেষ কিছুমান কামৰ বাবে উপ-কৰ্মচাৰীলৈ পদোন্নতি কৰা হয় ।

(১০) ১৯৬৮ চনৰ ২৯ জুনৰ চুক্তি অনুসৰি অসম উপত্যকাস্থিত সকলো চাহ বাগিচা এলেকাতে গ্ৰাহক সমবায় দোকান (Co-operative Consumers' Stores) দিয়াৰ সিদ্ধান্ত কৰা হয় ।

(১১) ১৯৬৯ চনৰ ২৩ অক্টোবৰ তাৰিখে হোৱা চুক্তিমতে দৈনিক হাজিৰা,

দৈনিক ভাট্টা, বেচন, পাতভোলা হাজিৰা, চাহপাত যোগান আৰু অতিৰিক্ত ১৫,০০০ শ্ৰমিক নিয়োগ আৰু আন বহুতো বিষয়ৰ ওপৰত দ্বি-পাক্ষিক চুক্তি কৰা হয় ।

(১২) ১৯৭০ চনৰ ৬ জুলাই তাৰিখে হোৱা দ্বি-পাক্ষিক চুক্তিমতে পাতভোলা বাবদ প্ৰত্যেক শ্ৰমিকে দৈনিক ১৫ পইচাকৈ অতিৰিক্ত বৃদ্ধি হাজিৰা পাব ।

(১৩) ১৯৭০ চনৰ ৩০ চেপ্তেম্বৰ তাৰিখে হোৱা চুক্তিমৰ্মে অতিৰিক্ত হাজিৰা সহ মাঘ বিহুৰ বন্ধ ঘোষণা কৰা হয় ।

(১৪) ১৯৭০ চনৰ ১ অক্টোবৰ তাৰিখে হোৱা চুক্তিমতে মাহেকীয়া দৰমহাভুক্ত শ্ৰমিকসকলে নতুন দৰমহা স্কেলৰ মতে হাজিৰা পাব । সেই মৰ্মে ২ নং গ্ৰেডৰ শ্ৰমিকসকলে মুঠ মাহে ১২৬ টকাকৈ আৰু ৩ নং গ্ৰেডৰ শ্ৰমিকসকলে ১১৫ টকাকৈ পায়।

(১৫) ১৯৭০ চনৰ ১ অক্টোবৰ তাৰিখে হোৱা চুক্তিমতে শ্ৰমিকৰ দৈনিক মজুৰি সংশোধন কৰা হয়, উপ-কৰ্মচাৰীসকলৰ মাহিলি দৰমহা সংশোধন কৰা হয়, উৎসৱ-পাৰ্বন আৰু ৰাষ্ট্ৰীয় বন্ধ দিনৰ চুক্তি কৰা হয়, উপ-কৰ্মচাৰীসকলক আকস্মিক ছুটী দিয়াৰ ব্যৱস্থা কৰা হয় ।

(১৬) ২০ মাৰ্চ, ১৯৭২ চনৰ চুক্তিমতে ৰবৰুণৰ বতৰত ব্যৱহাৰৰ কাৰণে ১৯৭২ চনৰ পৰা মহিলা শ্ৰমিকসকলে আৰু ১৯৭৩ চনৰ পৰা পুৰুষ শ্ৰমিকসকলে একে মানদণ্ডৰ ছাতি পাব ।

(১৭) ১৯৭২ চনৰ নবেম্বৰত হোৱা চুক্তিমতে অসম উপত্যকা আৰু কাছাৰ জিলাৰ দৈনিক হাজিৰাত অন্তৰ্ভুক্ত শ্ৰমিকৰ প্ৰাপ্তবয়স্কসকলৰ ২০ পইচা আৰু ১৮ পইচাকৈ আৰু শিশু শ্ৰমিকসকলৰ ১০ পইচা আৰু ৯ পইচাকৈ হাজিৰা বৃদ্ধি পায় ।

(১৮) ২১ মে' ১৯৬৫ চনত হোৱা চুক্তিমৰ্মে প্ৰত্যেক শ্ৰমিক পৰিয়ালক মাহে ১৬ ঘনফুটকৈ (cft) খৰি যোগান বৃদ্ধি পায় ।

(১৯) ১২ মাৰ্চ ১৯৭৪ চনত হোৱা চুক্তিমতে কেৰাণী আৰু মেডিকেল ষ্টাফ আৰু কাৰিকৰী আৰু উপ-কৰ্মচাৰী আৰু অন্যান্য মাহেকীয়া দৰমহা পোৱা কৰ্মচাৰীসকলৰ দৰমহা পুনৰ সংশোধন কৰা হয় ।

(২০) ১৯৭৪ চনৰ ২ মে'ত হোৱা চুক্তিমতে উপ-কৰ্মচাৰী আৰু অন্যান্য মাহেকীয়া কৰ্মচাৰীৰ দৰমহা পুনৰ সংশোধন কৰা হয় ।

(২১) ১৪ জুন, ১৯৭৪ চনত হোৱা চুক্তি অনুসৰি পাতভোলা বাবদ প্ৰত্যেক প্ৰাপ্তবয়স্ক আৰু শিশু শ্ৰমিক উভয়ে প্ৰতি কেজিত ১২ পইচাকৈ নতুন

হাৰত হাজিৰা পাব ।

(২২) ১২ ডিচেম্বৰ, ১৯৭৪ চনৰ চুক্তিমৰ্মে অসম আৰু বৰাক উপত্যকাৰ দৈনিক হাজিৰাভুক্ত শ্ৰমিকসকলে নিম্নলিখিত ধৰণেৰে বৰ্দ্ধিত হাজিৰা পাব । প্ৰাপ্তবয়স্ক শ্ৰমিকে ৩২ পইচা আৰু শিশু শ্ৰমিকে ১৬ পইচাকৈ পাব । এই ব্যৱস্থা ১৯৭৫ চনৰ ৫ জানুৱাৰী আৰু ১৯৭৪ চনৰ ৭ ফেব্ৰুৱাৰীৰপৰা কাৰ্যকৰী হ'ব ।

(২৩) ১৭ ডিচেম্বৰ, ১৯৭৪ চনৰ চুক্তিমতে জাৰৰপৰা ৰক্ষা পাবলৈ প্ৰত্যেক শ্ৰমিকক কম্বল (Blankets) যোগান দিয়া হয়।

(২৪) ১৯৭৫ চনৰ ৩ জানুৱাৰীত হোৱা চুক্তিমতে পূৰ্বে অনুমোদিত অনুসৰি কম্বল যোগান দিব । এই কম্বলৰ জোখ হ'ব এনে ধৰণৰ ঃ ১২৭ চে মি. বহল আৰু ২০৩ চে, মি. দীঘল আৰু ওজন ৮০০ গ্ৰাম ।

(২৫) ১৮ চেপ্তেম্বৰ, ১৯৭৫ চনত শ্ৰমিকসকলক উন্নত মানৰ (Rain Coat) পানী কাপোৰ যোগান দিয়াৰ বিষয়ে চুক্তি কৰা হয় ।

(২৬) ১০ ফেব্ৰুৱাৰী, ১৯৭৭ চনত চাহ বাগিচাত দৈনিক হাজিৰাত কাম কৰা শ্ৰমিক, উপ-কৰ্মচাৰী আৰু আন মাহেকীয়া দৰমহাৰ শ্ৰমিকৰ মজুৰি সম্পৰ্কত এক চুক্তি স্বাক্ষৰিত হয় ।

(২৭) ২৬ জুলাই, ১৯৭৭ চনত হোৱা চুক্তি অনুসৰি উপ-কৰ্মচাৰী আৰু আন মাহেকীয়া দৰমহা ভুক্ত শ্ৰমিকে এক সংশোধিত নিৰিখত দৰমহা লাভ কৰিব। সেইমতে ৩০০ একৰৰ ওপৰত থকা বাগিচাৰ ২ নং গ্ৰেডৰ শ্ৰমিকসকলে ২৩৫.০০ টকাকৈ আৰু ৩ নং গ্ৰেডৰ শ্ৰমিকসকলে ২১৭.০০ টকাকৈ আৰু আন বাগিচাৰ ২ নং গ্ৰেডৰ শ্ৰমিকসকলে ২৩৫.০০ টকাকৈ আৰু ৩ নং গ্ৰেডৰ ২১৭.০০ টকাকৈ দৰমহা পাব, লগতে ১৪% হিচাপে মৰগীয়া ভাট্টা পাব ।

(২৮) ৯ অক্টোবৰ, ১৯৭৭ চনৰ দ্বি-পাক্ষিক চুক্তি অনুসৰি প্ৰত্যেক প্ৰাপ্ত বয়স্ক আৰু ল'ৰা-ছোৱালীয়ে পাত তোলাৰ বাবদ প্ৰতি কিঃ গ্ৰামত ১৮ পইচাকৈ পাব ।

(২৯) ১৯৭৮ চনৰ ২০ নবেম্বৰত হোৱা চুক্তিমতে প্ৰাপ্তবয়স্ক শ্ৰমিকৰ বাবে দৈনিক ৫০ পইচাকৈ আৰু শিশু শ্ৰমিকৰ বাবে ২৫ পইচাকৈ হাজিৰা বৃদ্ধি হ'ব ।

(৩০) ১৯৭৮ চনৰ ২০ নবেম্বৰত অসম আৰু কাছাৰ উপত্যকাৰ বাগিচাত অতিৰিক্ত ২৫,০০০ শ্ৰমিক নিয়োগৰ সম্পৰ্কত চুক্তি স্বাক্ষৰিত হয় ।

(৩১) ১০ নবেম্বৰ, ১৯৭৯ চনত হোৱা চুক্তিমতে প্ৰত্যেক স্থায়ী শ্ৰমিক পৰিয়ালে ২২৮ কিউবিক ফুট (Cft) খৰি আৰু প্ৰতি মাহে পৰিয়ালে প্ৰতি ৬০০ গ্ৰামকৈ চাহপাত পাব । অৱশ্যে একেলীয়া পৰিয়ালৰ বাবে এই পৰিমাণ ৩০০ গ্ৰাম হ'ব।

(৩২) ২৪ জুলাই, ১৯৮০ চনত হোৱা চুক্তিমতে অসম উপত্যকাৰ বাগিচাত শ্ৰমিকসকলৰ কাৰণে দৈনিক হাজিৰা বৃদ্ধি কৰা হয় ।

(৩৩) ২১ আগষ্ট, ১৯৮১ চনৰ চুক্তি অনুসৰি উপ-কৰ্মচাৰী আৰু মাহেকীয়া দৰমহাভুক্ত শ্ৰমিকসকলৰ কাৰণে সংশোধিতভাৱে পুনৰ দৰমহা বৃদ্ধি কৰা হয় ।

(৩৪) ১৯৮২ চনৰ ৪ জুলাইৰ চুক্তিমতে উপ-কৰ্মচাৰী আৰু মাহেকীয়া দৰমহাভুক্ত শ্ৰমিকসকলৰ কাৰণে সংশোধিতভাৱে পুনৰ দৰমহা বৃদ্ধি কৰা হয়।

(৩৫) ১ আগষ্ট, ১৯৮৩ চনত অসম উপত্যকাৰ দৈনিক হাজিৰাৰ কাম কৰা শ্ৰমিকৰ হাজিৰা নিৰ্দ্ধাৰণৰ ওপৰত চুক্তি স্বাক্ষৰিত হয় ।

(৩৬) ১ আগষ্ট, ১৯৮৩ চনৰ দ্বি-পাক্ষিক চুক্তিমতে উপ-কৰ্মচাৰী আৰু অন্যান্য মাহেকীয়া দৰমহাভুক্ত শ্ৰমিকসকলে অতিৰিক্তভাৱে হাৰত V. D.A পাৰ।

(৩৭) ১৮ নবেম্বৰ, ১৯৮৫ চনত হোৱা চুক্তিমতে, উপ-কৰ্মচাৰী আৰু অন্যান্য মাহেকীয়া দৰমহাভুক্ত শ্ৰমিকসকলৰ দৰমহা পুনৰ সংশোধন কৰা হয় ।

(৩৮) ১২ ফেব্ৰুৱাৰী, ১৯৮৬ চনত হোৱা চুক্তিমতে উপ-কৰ্মচাৰী আৰু অন্যান্য মাহেকীয়া দৰমহাভুক্ত দ্বিতীয় গ্ৰেডৰ উপ-কৰ্মচাৰীক ১ নং গ্ৰেডলৈ নতুন পদোন্নতি কৰা হয়।

(৩৯) ২৯ নবেম্বৰ, ১৯৮৬ চনত হোৱা চুক্তিমতে অসম উপত্যকাৰ বাগিচাৰ দৈনিক হাজিৰাভুক্ত প্ৰাপ্তবয়স্ক আৰু অপ্ৰাপ্তবয়স্কসকলৰ দৈনিক হাজিৰা ক্ৰমে ৬৫ পইচা আৰু ৩৩ পইচাকৈ বৃদ্ধি কৰা হয় ।

(৪০) ৬ মাৰ্চ, ১৯৮৭ চনৰ চুক্তি অনুসৰি বাগিচাৰ বাহিৰত বাস কৰা স্থায়ী শ্ৰমিকে ঘৰ ভাড়া বাবদ প্ৰতি মাহে ১৫.০০ টকাকৈ পায় ।

(৪১) ১১ মে', ১৯৮৮ চনত হোৱা চুক্তিমতে যিসকল স্থায়ী শ্ৰমিকে কোম্পানীয়ে দিয়া ঘৰ পোৱা নাই সেইসকলক প্ৰতিমাহে বিনামূলীয়া ১৫০ ঘনফুটকৈ (Cft) খৰি যোগান দিব ।

(৪২) ১০ অক্টোবৰ, ১৯৮৮ চনত স্থায়ী বনুৱাই আইন অনুসৰি অতিৰিক্ত লোকক নিয়োগৰ সম্পৰ্কে চুক্তি কৰা হয় ।

(৪৩) ১৬ মে', ১৯৮৯ তাৰিখে উপ-কৰ্মচাৰী আৰু আন মাহেকীয়া দৰমহাভুক্ত শ্ৰমিকসকলৰ দৰমহাৰ স্কেল পুনৰ সংশোধন কৰা হয় ।

(৪৪) ২৬ মে' ১৯৮৯ তাৰিখে উপ-কৰ্মচাৰী আৰু অন্যান্য মাহেকীয়া বেতনভোগী শ্ৰমিকসকলৰ দৰমহা পুনৰ সংশোধনৰ ওপৰত চুক্তি কৰা হয় ।

(৪৫) ১৮ ডিচেম্বৰ' ১৯৯১ তাৰিখে উপ-কৰ্মচাৰী আৰু আন আন

মাহেকীয়া বেতনভোগী শ্ৰমিকসকলৰ নতুন দৰমহা স্কেল প্ৰৱৰ্তন কৰা হয় ।

(৪৬) ১৮ ডিচেম্বৰ, ১৯৯১ চনত প্ৰথম শ্ৰম বোনাচ চুক্তিত স্বাক্ষৰিত হয় । এই চুক্তিমতে বিবাহিত শ্ৰমিকসকলে ১০০.০০ টকা আৰু অবিবাহিত শ্ৰমিকসকলে ৫০.০০ টকাকৈ পাব ।

(৪৭) ১০ জুন, ১৯৯২ তাৰিখে উপ-কৰ্মচাৰী আৰু আন আন মাহেকীয়া বেতনভোগী শ্ৰমিকসকলক খৰিব বাবদ LPG চিলিণ্ডাৰ গেছৰ যোগান দিয়াৰ ওপৰত সন্মতিসূচক চুক্তি কৰা হয় ।

(৪৮) ১০ জুন, ১৯৯২ চনত হোৱা চুক্তিমতে বাগিচাৰ বাহিৰত বাস কৰা স্থায়ী শ্ৰমিকসকলে ঘৰ ভাড়া বাবদ প্ৰতি মাহে ৩৫.০০ টকাকৈ লাভ কৰে।

(৪৯) ১০ জানুৱাৰী, ১৯৯৩ তাৰিখে হোৱা চুক্তিমতে ঠিকা পাত চিঙা হাৰ প্ৰতি কেজিত ২৭ পইচাকৈ পাব ।

(৫০) ১০ জানুৱাৰী, ১৯৯৩ তাৰিখৰ আন এক চুক্তিমতে দৈনিক হাজিৰাভুক্ত শ্ৰমিকসকলৰ পৰ্য্যায়ক্ৰমে ২.৫০ পইচা, ১৭৫ পইচা আৰু ১৭৫ পইচা হাজিৰা বৃদ্ধি কৰা হয় ।

(৫১) ১০ জানুৱাৰী, ১৯৯৩ তাৰিখৰ চুক্তিমতে পাত চিঙা বতৰত যিসকল অস্থায়ী শ্ৰমিকে অতি কমেও ৩ মাহ কাম কৰে তেওঁলোকৰ বাবে ছাতি, চপ্পল, এপ্ৰ'ন বিনামূলীয়াকৈ দিয়াৰ ব্যৱস্থা কৰা হয় ।

(৫২) ২৭ মাৰ্চ, ১৯৯৩ তাৰিখে পাত চিঙা নিৰিখ নিৰ্দ্ধাৰণ দৈনিক ভাট্টাৰ ওপৰত চুক্তি কৰা হয় ।

(৫৩) ১৮ জুন, ১৯৯৪ তাৰিখে কোম্পানীৰ কোৱাৰ্টাৰ নোপোৱা স্থায়ী শ্ৰমিকসকলৰ খৰিৰ পৰিমাণ বৃদ্ধি, দৈনিক ভাট্টা বৃদ্ধি, উপ-কৰ্মচাৰীৰ কোৱাৰ্টাৰলৈ পানী যোগানৰ ব্যৱস্থা কৰাৰ লগতে শ্ৰমিকসকললৈ আঠুৱা যোগান দিয়াৰ ওপৰত চুক্তি হয় ।

(৫৪) ২৮ মাৰ্চ, ১৯৯৫ তাৰিখে উপ-কৰ্মচাৰী আৰু অন্যান্য মাহেকীয়া বেতন ভোগী শ্ৰমিকৰ দৰমহাৰ পুনৰ সংশোধন কৰা হয় ।

(৫৫) ৫ আগষ্ট, ১৯৯৫ চনত উপ-কৰ্মচাৰী আৰু অন্যান্য মাহেকীয়া বেতনভোগী শ্ৰমিকক প্ৰতিমাহে প্ৰতি পৰিয়ালক ৯৫০ গ্ৰামকৈ আৰু একক পৰিয়ালক ৪৭৫ গ্ৰামকৈ চাহপাত দিয়াৰ ওপৰত চুক্তি কৰা হয় ।

(৫৬) ১৬ নৱেম্বৰ, ১৯৯৫ তাৰিখে অস্থায়ী শ্ৰমিকসকলৰ বাবে দৈনিক ভাট্টা সহ বেমাৰী ছুটি দিবলৈ চুক্তি কৰা হয় ।

(৫৭) ৬ ফেব্ৰুৱাৰী, ১৯৯৬ তাৰিখে শ্ৰমিকৰ বাসস্থানত বিজুলী যোগান সম্পৰ্কে এক পাঁচ বছৰীয়া চুক্তি কৰা হয় ।

(৫৮) ১২ জুন, ১৯৯৬ তাৰিখে শ্ৰমিকৰ দৈনিক হাজিৰা পৰ্য্যায়ক্ৰমে ৩.০০ টকা ২.৫০ পইচা আৰু ২.৫০ পইচা বৃদ্ধিৰ এখনি চুক্তি স্বাক্ষৰিত হয় ।

(৫৯) ১৬ জুন, ১৯৯৭ তাৰিখে শ্ৰমিকসকলৰ ভ্ৰমণ বানচ বৃদ্ধি কৰা হয়। সেই অনুসৰি বিবাহিত শ্ৰমিকে ১৯৯৬ চনৰপৰা বছৰি ২৫০.০০ টকা আৰু অবিবাহিত শ্ৰমিকে ১২৫.০০ টকাকৈ পাব ।

(৬০) ১৩/৬/৯৮ তাৰিখে অসম চাহ মজদুৰ সংঘৰ সংঘ আৰু আটাইকেউটা চাহ বাগিচাৰ মালিক সন্থাৰ মাজত হোৱা চুক্তিমতে উপ-কৰ্মচাৰী আৰু মাহেকীয়া দৰমহা পোৱা অন্যান্য চাহ শ্ৰমিকসকলৰ দৰমহা বৃদ্ধি কৰি তিনিবছৰীয়া এখন নতুন চুক্তি স্বাক্ষৰিত হয় ।

প্ৰসংগক্ৰমে উল্লেখ কৰা হৈছে যে দ্বি-পাক্ষিক আলোচনাত মতানৈক্য ঘটিলে বিশেষ ক্ষেত্ৰত শ্ৰমিকৰ স্বাৰ্থ সুৰক্ষাৰ কাৰণে অসম চাহ মজদুৰ সংঘে আদালতলৈকো কাষ চাপি শ্ৰমিকৰ হৈ যুঁজ দি আহিছে ।

চাহ শিল্পত ১৯৫৬ চনৰ আগতে চাহ শ্ৰমিকক বোনাচ দিয়াৰ কোনো নিয়মেই নাছিল । অৱশ্যে কিছুমান ডাঙৰ ডাঙৰ প্ৰতিষ্ঠানে চাহ কৰ্মচাৰীসকলক নিজ নিজ ইচ্ছা অনুযায়ী লাভৰ এটা অংশ বোনাচ হিচাপে দিছিল । ১৯৫৪ চনত যেতিয়া চাহ শিল্পত অভূতপূৰ্ব লাভ হয় তেতিয়া ৰাষ্ট্ৰীয় কংগ্ৰেছে চাহ শিল্পৰ শ্ৰমিকক বোনাচ দিব লাগে বুলি এটা দাবী মালিকসকলৰ আগত দাঙি ধৰে । মালিক পক্ষই যদিও প্ৰথমে দাবীটো প্ৰত্যাখ্যান কৰিছিল, চৰকাৰৰ হস্তক্ষেপৰ ফলত ১৯৫৩-৫৪ চনৰ লাভৰ ওপৰত ১৯৫৬ চনৰ জানুৱাৰী মাহৰ ৮ তাৰিখে শ্ৰমিক আৰু মালিক পক্ষৰ এখন চুক্তি দিল্লীত স্বাক্ষৰিত হয় । ৰাষ্ট্ৰীয় মজদুৰ কংগ্ৰেছৰ পক্ষৰ পৰা উত্তৰ ভাৰতৰ প্ৰতিনিধি হিচাপে স্বৰ্গীয় কামাখ্যা প্ৰসাদ ত্ৰিপাঠীয়ে (অসম শাখা ৰাষ্ট্ৰীয় মজদুৰ কংগ্ৰেছৰ তেতিয়াৰ সভাপতি) আৰু দক্ষিণ ভাৰতৰ প্ৰতিনিধি হিচাপে শ্ৰীবি, কে নায়াৰে চুক্তিখনত স্বাক্ষৰ কৰিছিল। এই চুক্তিখন আজিও দিল্লী চুক্তি (Delhi Agreement) নামে জনাজাত । এই চুক্তিৰ ফলত চাহ শিল্পৰ চাহ শ্ৰমিকে প্ৰথমবাৰৰ বাবে বোনাচ লাভ কৰে ।

# চাহ মজদুৰৰ সমাজ আৰু সামাজিক ৰীতি-নীতি

❑ ডিম্বেশ্বৰ তাচা

ভাৰতৰ বিভিন্ন প্ৰান্তৰপৰা বিভিন্ন জনগোষ্ঠী তথা বিভিন্ন ভাষা-ভাষীৰ লোকেৰে গঠিত এক বৈচিত্ৰময় জন গোষ্ঠীয়ে হৈছে চাহ মজদুৰ সমাজ । তেওঁলোক অসমলৈ অহা নাছিল অনাহে হৈছিল । অসমত নতুনকৈ আৰম্ভ কৰা চাহ বাগিচাসমূহত কাম কৰাবলৈ তথা হাবি-জঙ্ঘলেৰে পৰিপূৰ্ণ সোণসেৰীয়া উৰ্ব্বৰা শক্তি সম্পন্ন মাটিক চাফ-চিকুনাই দখল কোৰ মাৰি, সমান কৰি তাত কেঁচা সোণৰ গছ বোৱাবলৈ বণিক ইংৰাজ জাতিৰ দ্বাৰা, তেওঁলোকক পতিয়ন নিয়াইছিল অসমৰ মাটি খুচুৰিলেই ধন পোৱা যায় ,সোণ পোৱা যায় অলপমান শ্ৰমৰ-বিনিময়ত । সেয়েহে তাড়নাত পৰি প্ৰেৰণা পাইছিল জীয়াই থাকিবলৈ অনাগত ভবিষ্যতৰ ৰঙীন সপোন কল্প চিত্ৰত ভাঁহি উঠা দেখা পায় । বিনিময়ত আঁৰকাঠিৰ (দালাল) কবলত পৰি অসমৰ মাটিত কেঁচাসোণ বুটলিবলৈ নিজৰ আত্মীয়-স্বজনক এৰি, 'ঘৰ্ সে বাহিৰ, হৰ, দেছ ছাড়ি বিদেছ যাব, বিদেছ গেলে মনে পৰে ধনীকে । ছাড়ি দে মোৰ ছাঁদমণিকে । বা 'আম লাগে থপা থপা, তেতুল (তেতেলি) লাগে বাঁকা, যাএে দেখ গ' আসাম দেশে ছা গাছে টকা ।' টকা কামানি কৰি অৰ্থনৈতিকভাৱে নিজকে টনকিয়াল কৰিবলৈ নিজৰ জন্ম ভেগাক চিৰদিনৰ বাবে এৰি আহিছিল ভূত-ভৱিষ্যতৰ কথা চিন্তা নকৰাকৈ । সেয়া আছিল ৰবাৰ্ট ব্ৰুচ চাহাবে ১৮২৩ চনতে চাহ গছ অসমত আবিষ্কাৰ কৰাৰ বহুত পাছত অৰ্থাৎ প্ৰায় ১৮৩৭ চন মানৰ কথা ।

কল্পনাতকৈয়ো যে বাস্তৱ অতি ৰূঢ় তাক বুজি পালে অসমৰ মাটিত ভৰি দি ঘূৰি যাবলৈ তেতিয়া কোনো পথেই নাছিল । সেয়েহে নিষ্ঠুৰ বাস্তৱ সত্যক স্বীকাৰ কৰি ললে ভাগ্যমন্দ বুলি ।

ইংৰাজ জাতি আছিল চালাকি অৰ্থাৎ বুধিয়ক, তেওঁলোকে সেয়েহে একে ভাষা-ভাষীৰ তথা একেজন গোষ্ঠীৰ মানুহক একেলগে স্থাপিত নকৰি বিভিন্ন ভাষা-ভাষীৰ তথা জনগোষ্ঠীৰ সংমিশ্ৰণকৈ স্থাপিত কৰিলে যাতে তেওঁলোকে ঐক্যবদ্ধভাৱে মালিকৰ বিপক্ষে থিয় দিব নোৱাৰে, প্ৰতিবাদ কৰিব নোৱাৰে,

ভাষাৰ অভাৱত নাইবা গোষ্ঠীগত অভাৱত, সেয়ে চাহ মজদুৰ সমাজৰ বিভিন্ন জনগোষ্ঠীৰ সংমিশ্ৰণ হোৱা দেখা যায় যাক অস্বীকাৰ কৰি লাভ নাই, এইখিনিতে উল্লেখ কৰিব পাৰি যে অসমত আহোম স্বৰ্গদেউসকলেও বিভিন্ন জনগোষ্ঠীৰ লোকৰ সমষ্টিৰে গাঁওসমূহ সংগঠন কৰিছিল (প্ৰথম মোমাই তামুলী বৰবৰুৱাৰ দিনত হৈছিল ) যাতে সাম্প্ৰদায়িক মনোভাব নাহে, ইংৰাজ জাতিয়ে যি অভিসন্ধিৰেই চাহ মজদুৰ সমাজক সংস্থাপন নকৰক কিয় বিভিন্ন ভাষা-ভাষী, গোষ্ঠীৰ মাজত সমন্বয়ৰ সংস্থাপনহে কৰিলে বুলি ক'লেও হয়তো অত্যুক্তি কৰা নহ'ব যেন অনুমান কৰিব পাৰি । উনুকিয়াই অহা হৈছে যে চাহ মজদুৰ সমাজখন ভাৰতৰ বিভিন্ন প্ৰান্তৰপৰা অহা বিভিন্ন জাতি-উপজাতিৰে গঠিত এক সংমিশ্ৰণ জনগোষ্ঠী, ইয়াত আছে বিভিন্ন ভাষা-ভাষী আৰু উপ-ভাষী লোক, যেনেকৈ অসমত কোঁচ, কুমাৰ, কৈবৰ্ত্ত, কমাৰ, আহোম, চুতীয়া, কছাৰী, যোগী, বামুন, মহন্ত, মিচিং, বড়ো, দেউৰী আদি জনগোষ্ঠীৰ লোক বিৰাজমান আৰু গোষ্ঠীগত অনুপাতে আচাৰ-ব্যৱহাৰ, নিয়ম-কানুন আদি বেলেগ বেলেগ হয় । অদ্ৰূপ চাহ মজদুৰ জনগোষ্ঠীৰ মাজতো তাছা , তেলী, তাঁতী, পাণতাঁতী, তন্তুবায়, খন্দাইত, চানু, খেৰীয়া, মুণ্ডা, চাওতাল, চাওৰা, চৰৰ, কুৰ্মী, মাহাত্ম, ভূমিজ, গোৱালা, মানকি, বৰাইক, মাহাস্তি, গৌৰ, গড়, গোধা, লুধি, হাড়ি, ডম আদি বিভিন্ন জনগোষ্ঠীৰ লোক আছে আৰু সেইদৰে তেওঁলোকৰ ভাষা-সংস্কৃতি, সমাজ ব্যৱস্থাও বেলেগ বেলেগ । সেয়েহে চাহ মজদুৰ জনগোষ্ঠীৰ মাজত থকা বিভিন্ন জাতি-উপজাতিৰ সমাজ আৰু সংস্কৃতিৰ বিষয়ে ফঁহিয়াই লিখিবলৈ যোৱা যায়, তেতিয়াহ'লে এখন যে মহাভাৰত সৃষ্টি হ'ব তাত কোনো সন্দেহ নাই, যেনেদৰে আহোম, চুতীয়া, কছাৰী, কলিতা, ব্ৰাহ্মণ, মহন্ত, কুমাৰ, কৈৱৰ্ত্ত, দেউৰী, বড়ো আদি জনগোষ্ঠীৰ সমাজ আৰু সংস্কৃতিৰ বিষয়ে ক'বলৈ বা লিপিবদ্ধ কৰিবলৈ গ'লে যি পৰিস্থিতি উদ্ভৱ হ'ব চাহ মজদুৰ সকলৰ বিভিন্ন জনগোষ্ঠীৰ বিষয়ে লিখিবলৈ গ'লেও সেই একেই সমস্যাৰেই সৃষ্টি হ'ব ই প্ৰশ্ন সত্য । সেয়ে চাহ মজদুৰ গোষ্ঠীৰ সমাজ আৰু সংস্কৃতিৰ বিষয়ে বিশদভাৱে আলোচনা নকৰি বৎ কিঞ্চিৎহে আলোচনা কৰিব বিচাৰিছো সমূহীয়াভাৱে ।

চাহ মজদুৰ সমাজখনলৈ সোমাই গ'লেই দেখিবলৈ পোৱা যায় লেতেৰা-পেটেৰা, নাওঠ-পিণ্ঠ, শেঙুননকা, পেট ওলোৱা ল'ৰা-ছোৱালীৰ জাক, ধূলিয়ে-বালিয়ে হৈ-হাল্লা কৰি খেলি থকা এক অদ্ভুত দৃশ্য, তেওঁলোকৰ গাত

কাপোৰ-কানি নাই, জাৰ-জহ কি বস্তু চিনি নাপায়, বুজি নাপায়, ডেকা গাভৰু তথা মাক-বাপেক সকলো যেন কাঠৰ একোটা পুতলাহে । গছৰ তলত, চোতালত নাইবা পিৰালিত জুম বান্ধি বহি আছে কিছুৱে টুৱেন্টি নাইন বা কট্‌পিছ খেলিছে, খেনোৱে বিয়নী মেল মাৰিছে হয়তো কিছুৱে সামান্য কথা এটিকে লৈ বিয়াগোম হৈ হাল্লা কৰি কাজিয়া কৰিছে যেন এতিয়াই কিবা এটা মাৰাত্মক ঘটনা ঘটি যাব আৰু অলপমান আগুৱাই গ'লেই দেখিবলৈ পাব ঢলং পলংকৈ অহা মাতাল মদপীক আৰু শুনিবলৈ পাব মাতালৰ প্ৰলাপ, 'চৰ্ চৰ্, কিছনে ফাছায়া, হামনে ফাছায়া মাই নেম ইজ বিপীন উৰাঁয়া, 'বহুত পস্তায়েগা ঠাকুৰ বহুত পস্তায়েগা, তাৰ পাছত মাইকৰ মাত ফুল ভলিউম দিয়া ৰেডিয়ৰ গান তথা মাদলৰ ছেও' এক কল্পনা কৰিব নোৱাৰা অদ্ভুত পৰিৱেশ । লাইনসমূহলৈ (শাৰী শাৰীকৈ সজা ঘৰ) সোমাই গ'লেই দেখিবলৈ পাব ঠেক বোকাময় তথা দুগন্ধময় ৰাস্তা-পদূলি, অস্বাস্থ্যকৰ ঠেক, খিৰিকিবিহীন ঘৰ-দুৱাৰ আৰু দেখিবলৈ পাব হাঁহ্-মূৰ্গীয়ে, ছাগলীয়ে ঘৰৰ ভিতৰত মানুহৰ লগত সহবাস, ইফালেদি চোতালত গাহৰি আছেই । মুঠতে এক কদৰ্য্যময় দৃশ্য ।

ওপৰত উল্লেখ কৰা দৃশ্যসমূহৰপৰাই অনুমান কৰিব পাৰি যে চাহ মজদুৰ সমাজখন শৈক্ষিক, অৰ্থনৈতিক, সামাজিক তথা ৰাজনৈতিক দিশত একেবাৰে পিছপৰা । যাৰ ফলত চাহ মজদুৰ সমাজখনে আজিও সূৰ্য্যৰ পোহৰ নাপাই আন্ধাৰতে কক্‌বকাই আছে । মৃত্যু যন্ত্ৰণাত চট্‌ফটাই আছে মুক্তিৰ বাট বিচাৰি । চাহ মজদুৰ সমাজখনৰপৰা যিকেইজন মুষ্টিমেয় শিক্ষিত লোক সূৰ্য্যৰ পোহৰ পাই আন্ধাৰ গলিৰপৰা ওলাই আহিছে, আজি সেইসকলেও বৃহৎ সংখ্যক নিৰক্ষৰ চাহ মজদুৰ সমাজখনৰ বাবে একো অৱিহণা যোগাবপৰা নাই বুলি ক'লেও হয়তো অত্যুক্তি কৰা নহ'ব যেন মনে ধৰে । কিয়নো যিখন সমাজত প্ৰায় শতকৰা ৯৮ জনেই নিৰক্ষৰ তথা অশিক্ষিত তাত ২টা মাত্ৰ টিপ চাকিয়ে ৯৮ জনক পোহৰ বিলাব নোৱাৰি নিজেই ম্লান হৈ গৈছে, অৰ্থাৎ যেক্ৰে মেৰিজিমৰ নিচিনা সেই দুজনেও ৯৮ জনৰ মতকেই মানি ল'বলৈ বাধ্য হৈছে - বাধা বা প্ৰতিকাৰৰ উপায় নেদেখি, যিখন সমাজত পিতৃ-মাতৃ তথা অভিভাৱকেই নিৰক্ষৰ তথা অশিক্ষিত সেইখন সমাজৰ পিতৃ-মাতৃয়ে বা অভিভাৱকে শিক্ষাৰ মূল্য কিমান গুৰুত্ব সহকাৰে ল'ব সি সহজেই অনুমেয় , মাক-বাপেক ৰাতিপুৱা বেতিয়া বাগানৰ কামলৈ বুলি ওলাই যায়

আৰু ভাগৰে-জোগৰে ভোকে-পিয়াহে গধূলি ঘৰলৈ সোমাই, তেতিয়া ল'ৰা-ছোৱালী স্কুললৈ গৈছিলনে নাই তাৰ খবৰ কৰিবলৈ সময় আৰু ধৈৰ্য্যৰ অভাৱ, ফলত ল'ৰা-ছোৱালীসকলেও স্কুলমুখী হোৱাত উৎসাহবোধ নকৰে, অন্যহাতেদি গাঁৱৰ ল'ৰা-ছোৱালীবিলাকে যদি স্কুললৈ নগৈ বাটতে মাৰ্বল গুটি আদি খেলি থাকে তেতিয়া গাঁৱৰ কোনোবা এজনে 'স্কুললৈ নগৈ ইয়াত মাৰ্বল গুটি খেলি আছে ' বুলি ধমক এটা দিয়াৰ লগে লগে ল'ৰা বা ছোৱালীজনী ভয়তে স্কুললৈ ঢাপলি মেলিব ; ফলত শিক্ষা লোৱাত বাধাপ্ৰাপ্ত নহয়, কিন্তু বাগানীয়া সমাজত যদি কোনোবাই তেনেদৰে ধমক দিয়ে তেতিয়া হ'লে ধমক দিয়াজনৰ কালে বাব বাজিল । সাত পুৰুষ উদ্ধাৰ কৰি মাক-বাপেকে গালি দিব ; ধমক দিয়া জনক - তেওঁৰ কোনো অধিকাৰ নাই বুলি । তেওঁৰ ল'ৰা-ছোৱালী পঢ়ক-নপঢ়ক - তাত কাৰো মাত মতাৰ অধিকাৰ নাই । সেয়েহে চাহ মজদুৰ সমাজখন শিক্ষা-দীক্ষাত আজিও বিজ্ঞানৰ চৰম উন্নতিৰ দিনটো বৰ দুখ লগাকৈ পিছ পৰি আছে ।

প্ৰাথমিক বিদ্যালয়সমূহো লাইনৰপৰা প্ৰায় ২-৩ কিঃমিঃ দূৰত্বত জন-মানৱহীন বাগানৰ সীমামূৰীয়াত অৱস্থিত হোৱাৰ কাৰণেও শিক্ষা লোৱাৰ ক্ষেত্ৰত হেঙাৰ ৰূপে থিয় হোৱা দেখা যায় । যিহেতুকে এনেই তেওঁলোকৰ শিক্ষাৰ প্ৰতি অনীহা মনোভাৱ ; তাতে আকৌ প্ৰাথমিক বিদ্যালয় লাইনৰপৰা বহুতো দূৰত থকাৰ কাৰণে যোৱাত বাধাপ্ৰাপ্ত হয় ; অঁৰকা ধৰাই (মূৰকটীয়া) ল'ৰা নিব বুলি । সৰহ সংখ্যক প্ৰাথমিক বিদ্যালয়েই ২ ৩ কি-মিঃ দূৰত অৱস্থিত আৰু লগতে শিক্ষকজনো বাগানীয়া কথিত ভাষা নজনাৰ ফলত ল'ৰা-ছোৱালীবিলাকে শিক্ষা লোৱাত বাধাপ্ৰাপ্ত হয় - অৰ্থ তথা বুজি নোপোৱাৰ দুখত ।

চাহ-মজদুৰ সমাজখন 'Eat, drink and be merry, for tommorrow you die' তথা 'যাবৎ জীৱেৎ সুখং জীৱেৎ ঋণং কৃত্বা ঘৃতং পীৱেৎ'- এনে মনোভাৱাপন্ন হোৱাৰ কাৰণেও ল'ৰা-ছোৱালীবিলাকক স্কুলমুখী নকৰি কাৰোবাৰ ঘৰত গৰখীয়া ল'ৰা বখা আদি কামত নিয়োগ কৰি নাইবা নিজৰ লগতে প্ৰাপ্য শিক্ষাৰপৰা বঞ্চিত হ'বলগীয়া হয় । আনহাতেদি অৰ্থনৈতিক ভাৱে জুৰুলা হোৱাৰ কাৰণেও সংসাৰখন বিষময় হৈ উঠে । নিৰক্ষৰ তথা অশিক্ষিত হোৱাৰ কাৰণে কামানি কৰে দহ টকা, খৰচ কৰে পোন্ধৰ টকা, বিনিময়ত সন্ধ্যাৰ ঘৰত শূন্য গলগ লাগে ধাৰ পাঁচ টকা । যাৰ ফলত খাদ্য সংকটে দেখা দিয়ে

বাটি-ঘটি দোকানত বন্ধকীত যাবলগীয়া হয় কেইটামান আহাৰৰ বিনিময়ত , নিজৰ দখলত থকা খেতি মাটি যি দুই-এবিঘা থাকে তাকো বন্ধকত যায় খাদ্যৰ বিনিময়ত । শেষত খাদ্য তথা অপুষ্টিকৰত ভুগি হাড় ভঙা পৰিশ্ৰম কৰি খাদ্যৰ বিনিময়ত খুউব কম বয়সতে ন্যনান বেমাৰত ভুগি হাড়-ছাল ওলাই বুঢ়া হৈ যায় আৰু চিকিৎসাৰ অভাৱত বৰ কৰুণভাৱে মৃত্যুক সাবটি লয় ।

সমাজৰ বান্ধোন বৰ কটকটীয়া নহয় যেন অনুমান হয়, অসবৰ্ণ বিবাহৰ ক্ষেত্ৰত দুয়ো ঘৰেই দুয়োখন সমাজকেই পা-পৰাচিত কৰি উদ্ধাৰণি দিব লাগে নিজৰ নিজৰ জনগোষ্ঠীৰ ৰীতি-নীতি অনুযায়ী । যাৰফলত দুয়োখন ঘৰেই অৰ্থ সংকটত জুকলা হয় নহ'লে যে সমাজচ্যুত হ'বলগীয়া হয় ।

চাহ মজদুৰ সমাজত যৌথ পৰিয়াল প্ৰায় নাই বুলিয়েই ক'ব পাৰি । বিয়া হোৱাৰ এক সপ্তাহ পাছতেই বেলেগকৈ চৰু-হাড়ি পতা দেখা যায় । তাতে আকৌ কম বয়সতে ঘৰ-সংসাৰ পতাৰ কাৰণে ঘৰ এখন কেনেকৈ নিয়াৰিভাৱে চলাব লাগে তাৰ একো ভূ নাপায় । কম বয়সত ঘৰ পতাৰ কাৰণে ল'ৰা-ছোৱালীৰ সংখ্যাও তদানুসাৰে বাঢ়ি যায় । সৰু পৰিয়াল যে সুখী পৰিয়াল তাৰ খবৰ নাৰাখে । শিক্ষাৰ অভাৱত ইফালেদি ৰৰবিহ মদৰ প্ৰচলন আছেই ।

চাহ মজদুৰ সমাজত মদ নহ'লে যেন একো কামেই সমাধা নহয় (অৱশ্যে অন্য জনগোষ্ঠীৰ মাজতো মদৰ প্ৰচলন কম-বেছি পৰিমাণে আছে ।) সন্তান-সন্ততিৰ জন্ম হ'লেও লাগে মদ, সকাম পাতিলেও লাগে মদ, বিয়া সবাহ পাতিলেও লাগে মদ, পূজা-পাৰ্বনতো লাগে মদ, কঠোৰ পৰিশ্ৰমৰ বিনিময়তো লাগে মদ, মুঠতে চাহ মজদুৰ সমাজখনক ৰৰবিহ মদে (চুলাই) এককালৰপৰা ধ্বংস কৰি নিছে । যেতিয়ালৈকে এইখন সমাজৰ পৰা ৰৰবিহ চুলাই মদৰ প্ৰচলন বন্ধ নহয়, তেতিয়ালৈকে হয়তো চাহ মজদুৰ সমাজখনে শৈক্ষিক, অৰ্থনৈতিক, সামাজিক, সাংস্কৃতিক, ৰাজনৈতিক দিশত গা কৰি উঠাব নোৱাৰে - ই চিৰসত্য । উন্নতিৰ জখলাত উঠাব নোৱাৰাকৈ প্ৰচীৰ ৰূপে থিয় দি আছে কেৱল মদেই বুলি ক'লেও ভুল কোৱা নহ'ব যেন অনুমান কৰিব পাৰি । অৱশ্যে বৰ্তমানে অন্য সমাজতো মদৰ নিচিনা ৰৰবিহে বৰ বেয়া ধৰণে ছানি ধৰিছে - পূজা-পাৰ্বনকে ধৰি বিহুলৈকে মদ নহ'লে যেন কাৰোৱেই গা-মূৰ নটঙায় । বাস্তৱতাৰে দৃষ্টিপাত কৰিলে ঠিক তেনে যেনেই অনুমান হয় । সেয়েহে সকলোৱে মিলি যদি এতিয়াই ইয়াক বাধা দিব নোৱাৰি তেতিয়াহ'লে

ই সমাজত বৰ বেয়া ধৰণে ছাটি ধৰিব যাৰ ফলত হয়তো এদিন গোটেই অসমীয়া জাতিটোৱেই পস্তাব লাগিব - অনুতাপ কৰিব লাগিব, সেয়েহে সকলোৱে সাৱধান হ'বৰ সময় আহি পৰিছে ।

সমাজৰ দায়বদ্ধতা বুলিলে যি বুজা যায় চাহ মজদুৰ সমাজত সেইটো দেখা পোৱা নাযায় । সৰহ সংখ্যকে বৰ্ত্তমান কৃষি শতিকাৰ দিনটো গ্ৰাহ্য নোহোৱা অন্ধবিশ্বাসী নিয়ম-নীতিৰ দ্বাৰাই পৰিচালিত হোৱা দেখা যায় । আঙুলিৰ মূৰত লেখিবপৰা মুষ্টিমেয় শিক্ষিত চামেও (কিবা এটা কৰাৰ মনোভাব থাকিলেও ) কিছু ক্ষেত্ৰত বিপাঙত পৰি নীৰৱ দৰ্শকৰ ভূমিকা পালন কৰিবলীগাম হয় ।

চাহ মজদুৰ সমাজখন আজি ভাৰতবৰ্ষই স্বাধীনতাপ্ৰাপ্ত হোৱা ৩৯ বছৰৰ পিছতো বৰ দুখ লগাকৈ পিছ পৰি থকা দেখিলে সঁচাকৈয়ে বৰ দুখ লাগে । যি কেইজন মুষ্টিমেয় শিক্ষিত ব্যক্তি চাহ মজদুৰ সমাজৰপৰা সৃষ্টি হৈছে সেইসকলে নিজৰ নিজৰ ক্ষুদ্ৰ স্বাৰ্থৰ প্ৰতি বেছিকৈ গুৰুত্ব দিয়াত তথা সৎ সাহসৰ অভাৱত চাহ মজদুৰ সমাজখন আজিও অন্য সমাজৰ দৃষ্টিত অৱহেলিত, ঘৃণিত , লুণ্ঠিত । যেতিয়া অসমখন তথা বৃহৎ অসমীয়া জাতিটো বিপদগ্ৰস্ত হয়, তেতিয়া চাহ মজদুৰ সমাজখনক সকলোৱে সু দৃষ্টিৰে চাই বুকুৰ মাজত আকোঁৱালি ল'বলৈ হাবিয়াস কৰে, যেন চাহ মজদুৰসকলৰ দুখত, বেদনাত তেওঁলোকৰ বুকু ফাটি যাঁও, ফুটি যাঁও কৰে অৰ্থাৎ তেওঁলোকৰ দুখত সকলোৱে সমবেদনা জ্ঞাপন কৰে, প্ৰতিকাৰৰ ধৰ্ত্তীন পৰিকল্পনাৰ আঁচনি তৈয়াৰ কৰে । কিন্তু বিপদ আঁতৰি গ'লে সেই সকলেই ক'ব - 'এই কুলীচবক খেদিব লাগে ' বুলি আৰু যেনেকৈ বাঁহনি তলৰ লালুকীৰ খবৰ কোনেও নাৰাখে বা নকৰে - ঠিক তেনেদৰে চাহ মজদুৰ জনগোষ্ঠীটো কোনেও খবৰ নকৰে - নাৰাখে - এয়া অপ্ৰিয় সত্য । অৱশ্যে ৰাজনৈতিক মুনাফা আদায়কাৰী দালালইঁতে, সমাজ তথা জাতি দ্ৰোহীইঁতে নিজৰ নিজৰ মুনাফা আদায় কৰাৰ অভিলাষত জাতি ভেদৰ সৃষ্টি কৰি অনাখৰী তথা অশিক্ষিত সহজ-সৰল চাহ মজদুৰ সমাজখনত কেতিয়াবা কেতিয়াবা বৰ বেয়া ধৰণে বিশৃংখলতাৰ সৃষ্টি কৰে - যাৰ ক্ষতি অপূৰণীয় ।

অৱশ্যে আনক দোষাৰোপ কৰি লাভ নাই । কিয়নো ওপৰলৈ থুৱালে নিজৰ গাতে পৰে, চাহ মজদুৰ সমাজখনৰ উন্নতিৰ কথা, প্ৰগতিৰ কথা চিন্তা কৰিবৰ কাৰণে বিভিন্ন চাহ শ্ৰমিক সংগঠন আছে, সমাজ কল্যাণ বৰ্ড আছে

আনকি চাহ্ মজদুৰ সমাজখনৰ অন্তৰৰ কথা, বেদনাৰ কথা উপলব্ধি কৰিব পৰা, বুজিব পৰা আৰু তাক কাৰ্য্যত নিৰাময় কৰিবৰ বাবে সৌ তাহানিখনৰ পৰাই চাহ্ মজদুৰ সন্তানক শ্ৰমৰ মৰ্য্যাদা বুজি পোৱা, শ্ৰমৰ মন্ত্ৰীৰ বাব দিয়া হৈছে, চাহ্ মজদুৰৰ ভিতৰৰপৰাই এম পি, এম এল এ হৈছে - তথাপিও চাহ্ মজদুৰ সমাজখন এতিয়াও ইমান পিছ পৰি থকাৰ কাৰণ কি ??

বিশ্লেষণ কৰিলে দেখা পোৱা যায় নীচাশ্মিকতা মনোভাব, ক্ষুদ্ৰ স্বাৰ্থ (ব্যক্তিগত) আৰু সংসাহসৰ অভাৱ , তাৰ মাজতে যিসকল শিক্ষিত তথা সংগ্ৰামী নতুন পুৰুষে চাহ্ মজদুৰ সমাজখন নতুন বাটেৰে বাট বুলোৱাৰ চেষ্টা কৰিছে সেইসকলেও ধৈৰ্য্য, চেষ্টা, সহিষ্ণুতাৰ অভাৱত তথা অৰ্থনৈতিক তাড়ণাত পৰি মাজ বাটতে থমকি ৰ'ব লগা হৈছে । শক্তিশালী ব্যক্তিৰ ওচৰত নতি স্বীকাৰ কৰি পলায়ন মনোভাব গ্ৰহণ কৰিছে । এনে হীন মনোবৃত্তি তথা নীচাশ্মিকতা মনোভাৱ আৰু সং সাহসৰ অভাৱৰ কাৰণেই আজি চাহ্ মজদুৰ সমাজখন জহি-খহি যাবলৈ উপক্ৰম হৈছে । ফলস্বৰূপে চাহ্ মজদুৰ সমাজখনৰ লগতে গোটেই অসমীয়া জাতিৰ সমাজখনৰেই ক্ষতি হ'ব। পৰিণাম স্বৰূপে স্বাৰ্থান্বেষী প্ৰতিক্ৰিয়াশীল চক্ৰই সুবিধা লৈ নিজৰ স্বাৰ্থ পূৰণাৰ্থে ভায়ে ভায়ে কটা-কটি তথা ভুল বুজাবুজিৰ সৃষ্টি কৰি নিজৰ প্ৰাপ্য আদায় কৰি ল'ব আৰু লৈছেও । কাজেই সুস্থ, সবল, নিকা মনৰ অধিকাৰী শিক্ষিত বুদ্ধিজীৱী তথা শিক্ষাবিদসকল তথা অসমীয়া জাতি সমাজপ্ৰেমী সকল, চাহ্ মজদুৰৰ সন্তান-সন্ততিসকল সমাজখনক নতুনকৈ গঢ় দিবলৈ নিঃস্বাৰ্থভাৱে ওলাই আহিব হ'ল । অন্যথা এদিন সকলোৱে ইয়াৰ জবাবদিহি হ'ব লাগিব - ই ধ্ৰুৱপ ।

আগতেই উল্লেখ কৰা হৈছে যে চাহ্ মজদুৰ সমাজখন বিভিন্ন ভাষা-ভাষী, বিভিন্ন ধৰ্মাৱলম্বী আৰু বিভিন্ন জন-গোষ্ঠীৰ লোকেৰে গঠিত এক বৈচিত্ৰময় সমাজ । গোষ্ঠীগত আৰু ধৰ্মীয় ভেদে প্ৰত্যেকটো জন গোষ্ঠীৰে সমাজৰ বান্ধোন বা নিয়ম-নীতিৰ সুকীয়া সত্তা আছে আৰু প্ৰত্যেকটো গোষ্ঠীয়েই নিজস্বতা বজাই ৰাখিবলৈ চেষ্টা কৰে যদিও সমূহীয়াভাৱে অৰ্থাৎ বহল অৰ্থত - 'আমি সকলো চাহ্ মজদুৰ' বুলি স্বীকাৰ কৰাৰ কাৰণেই চাহ্ মজদুৰ সমাজৰ স্বকীয়তা বিৰাজমান । অৱশ্যে সময়ৰ ক্ৰম বিৱৰ্তনৰ ফলত চাহ্ মজদুৰ সমাজখনৰো যে কিছু পৰিবৰ্তন হৈছে তাক নুই কৰাৰ উপায় নাই । যিহেতুকে অন্য সমাজৰ তুলনাত সেই পৰিবৰ্তনৰ তুলনা একেবাৰে নগণ্য অৰ্থাৎ

তুলনাবিহীন ।

ওপৰত চাহ মজদুৰ সমাজখনৰ বিষয়ে কিছু আলোকপাত কৰা হ'ল । কিন্তু এটা কথা ক'ব লাগিব চাহ মজদুৰ সমাজখনক শিক্ষাহীনতা, অৰ্থনৈতিক দুৰৱস্থা, মদ, জুৱা, চিনেমা তথা কু-সংস্কাৰ আদিৰ প্ৰভাৱে বৰ বেয়া ধৰণে গ্ৰাস কৰি পেলাইছে আৰু বিশেষকৈ সামাজিক তথা ব্যক্তি সচেতনতা নথকাৰ কাৰণে এই সমাজখনৰ কংকাল বেয়া ধৰণে ভাঙি পেলাইছে ।

সংস্কৃতিৰ দিশতো চাহ মজদুৰ জনগোষ্ঠী সিমান চহকী বোধ হয় অন্য জনগোষ্ঠীৰ মাজত বিচাৰিলে হয়তো সিমান পোৱা নাযাব । বিশেষকৈ চাহ মজদুৰ সমাজখনৰ অন্তৰ্গত বিভিন্ন জনগোষ্ঠীৰ যি বৈচিত্ৰময় গীত-মাত, নৃত্য, মৌখিক সাহিত্য (মন্ত্ৰ সাহিত্য, ফকৰা যোজনা, পটন্তৰ, নিচুকণি গীত, সাধু কথা) , কলা, হস্তশিল্প আদি লোক-সংস্কৃতিৰ সম্পদেৰে ভৰপুৰ হৈ আছে তাক হয়তো সময়মতে সংগ্ৰহ কৰি সংৰক্ষণ নকৰিলে কালৰ গতিত হেৰাই যাব সংৰক্ষণকাৰীৰ অভাৱতে । যিটো বৰ্ত্তমান দেখিবলৈ পোৱা গৈছে । সহজ অনাক্ষৰী তথা অশিক্ষিত চাহ মজদুৰ জনগোষ্ঠীৰ মনৰ কোঁহত লিপিবদ্ধ হৈ থকা শুদ্ধ উচ্চাৰণৰ সলনি বিকৃত উচ্চাৰণৰ প্ৰভাৱ । যেনেদৰে আজিৰ সৰহ ভাগ ডেকা-গাভৰুৱে অসমীয়া বিহুগীত আৰু বনগীতৰ মাজত পাৰ্থক্য বিচাৰি নাপায় ।

চাহ মজদুৰসকল অসমলৈ আহোতে লগত লৈ আহিছিল তেওঁলোকৰ নিজ নিজ গোষ্ঠীগত বাপতি সাহোন জন-সংস্কৃতি বা কৃষ্টি । সেয়ে প্ৰতিটো জনগোষ্ঠীৰ সংস্কৃতিৰ বিষয়ে লিপিবদ্ধ কৰাটো কিছু দুৰূহ কাৰ্য্য তথাপিও ভুৰুকাত হাতী ভৰোৱাৰহে চেষ্টা কৰা হৈছে এই প্ৰবন্ধটিত । যিহেতুকে চাহ মজদুৰ জনগোষ্ঠীৰ মাজতো জনজাতি আৰু অজনজাতিৰ গোষ্ঠী বিৰাজমান । মুণ্ডা, চাওতাল, মাঝি, চাওৰা, বৰাইক, চবৰ, ওৰাং, ভূমিজ, হালধীয়া কন্ধ আদি কৰি বহুতো পাহৰীয়া জাতি বা জনজাতিৰ গোষ্ঠী চাহ বাগানৰ সমাজত বিৰাজমান । ঠিক তেনেকৈয়ে নিম্নবৰ্ণৰ হিন্দুকে ধৰি উচ্চ বৰ্ণৰ হিন্দুলৈকেও চাহ মজদুৰ সমাজত আছে । সেয়েহে তেওঁলোকৰ প্ৰত্যেকৰে সুকীয়া আচাৰ-ব্যৱহাৰ, ৰীতি-নীতি, পূজা-পাতল, বিয়া-বাৰু, গীত-মাত, নৃত্য-কলাৰ সুকীয়া সুকীয়া অস্তিত্ব বিৰাজমান আৰু প্ৰতিটো জনগোষ্ঠীয়েই নিজস্বতা বজাই ৰখাৰ চেষ্টা অব্যাহত ৰাখিছে । যদিও নিজৰ ভাব-ভংগীমা প্ৰকাশৰ বাবে অথবা ভাবৰ আদান-প্ৰদান কৰিবৰ অৰ্থে চাহ মজদুৰৰ মাজত

থকা বিভিন্ন জনগোষ্ঠীৰ লগত সমন্বয়ৰ সৃষ্টি কৰিবৰ বাবে এক কথিত ভাষা বাছি ল'লে বাক কিছুৱে 'চাদানী' বুলিও ক'ব খোজে। 'চাদানী' ভাষা অসমীয়া ভাষাৰেই এটি অপভ্ৰংশ ভাষা বুলি ক'লেও হয়তো ভুল কোৱা নহ'ব যেন অনুমান হয়। যিহেতুকে এই কথিত ভাষাত অসমীয়া, বঙালী, হিন্দী, উড়িয়াৰ এক অপূৰ্ব সংমিশ্ৰণ সৃষ্টি হৈছে। অৱশ্যে ভাষা বিজ্ঞানীসকলে এই কথিত ভাষাতেই বহুত কিছু দেখা পাব তথা সমল পাব আৰু তেওঁলোকৰ দৃষ্টিকোণো সুকীয়া হোৱাটো স্বাভাৱিক, কিন্তু আমি হ'লে ওপৰে ওপৰে চাই বুজি যেনিহে অসমীয়া, বঙালী, হিন্দী, উড়িয়া ভাষাৰ সংমিশ্ৰণত সৃষ্টি হোৱা এক অসমীয়া ভাষাৰেই অপভ্ৰংশ বুলি ক'বলৈ প্ৰয়াস কৰোঁ। চাহ মজদুৰ জন সমাজত প্ৰচলিত কথিত ভাষাৰ কিছু নমুনা দাঙি ধৰা হ'ল - 'মাগ' ভাত দে' ( মা অ ভাত দে) আলহী কোথা কাৰ গ' (আলহী ক'ৰ) এ মায়া আগুণ টুকু আনত (এই ভনী অকণমান জুই আনচোন ) ইয়াত সৰু ল'ৰা-ছোৱালীক 'মায়া / মিনি আৰু ল'ৰা বিলাকক 'বাবু/নুনু' বুলি মৰমতে মতা নাম। 'আংগনা' (চোতাল), 'নংলা' (নঙলা), 'কড়াই' (কৰাহী), 'বটলাই' (বটোৱা) কাঠাল, (কঠাল) লেচু (লিচু), টেংগা, (টেঙা), 'মছা-মছি' (মহা-মাহী) , নানা-নানী/ অজা-আজী (কাকা-আইতা), দাদা-দিদি, (ককাইদেউ-বাইদেউ), ভাই-বহীন (ভাই-ভনী), মুই (মই), তুই (তই), তৰা (তহঁত), হামদেৰ-হামনিকেৰ (আমাৰ) ইত্যাদি শব্দবিলাকৰপৰাই বুজিব পাৰি যে চাহ মজদুৰৰ কথিত ভাষাত কি কি ভাষাৰ ছাঁ পৰিছে সি সহজেই অনুমেয়।

খোৱা-বোৱাৰ ক্ষেত্ৰতো চাহ মজদুৰ জনগোষ্ঠীৰ মাজত গোষ্ঠীগত অনুযায়ী কিছুৱে মাছ-মাংস, বন-লতা, শাক-পাচলিকে আদি কৰি কুচীয়া, বেং, সাপ, নিগনি, নেউল, কেৰ্কেটুৱা, গাহৰি, শামুক, শুকান মাছ, মহ, মৰা গৰু, হাগা গেন্দৰা, (জহামাল) গুই, কাঠফুলা, কুকুৰা আদি ভক্ষণ কৰে। উচ্চ বৰ্ণৰ হিন্দুসকলে অভক্ষ বস্তুক গ্ৰহণ নকৰে। আনকি তেওঁলোকে মুৰ্গীটো বাদেই, মুৰ্গীৰ কণী পৰ্যন্ত ভক্ষণ নকৰে। চাহ মজদুৰ জনগোষ্ঠীৰ বিষয়ে নজনা লোকসকলে অৰ্থাৎ চাহ মজদুৰ সমাজৰ লোকসকলে চাহ মজদুৰ সমাজৰ খাদ্যনিৰ বিষয়ে নাজানি সকলোকে একে দৃষ্টিৰে চাবলৈ প্ৰয়াস কৰে। তেওঁলোকে গাহৰি যায় অসমৰ অন্য সমাজৰ যেনে, আহোমসকলে ভক্ষণ কৰা কিছু বস্তু অন্য সমাজৰ কাৰণে অভক্ষ অথচ উক্ত সত্যতাক স্বীকাৰ কৰিও চাহ মজদুৰ সমাজত থকা বিভিন্ন জনগোষ্ঠীৰ লোকক সাঙুৰি একে দৃষ্টিৰে চাবলৈ প্ৰয়াস

কৰাটো কিমান দুখৰ কথা ।

অসমত বসবাস কৰা জনগোষ্ঠীৰ মাজত যেনেকৈ গোষ্ঠীগত অনুযায়ী কৰ্মবৃত্তি বেলেগ বেলেগ আছে-আছিল, তেনেকৈ চাহ মজদুৰ সমাজতো গোষ্ঠীগত অনুযায়ী কৰ্মবৃত্তি সুকীয়া সুকীয়া, উদাহৰণ স্বৰূপে তাঁতী বা জোলা বায়সকল পিতৃ ভিঠাত আছিল কাপোৰ বোৱা, ৰবিদাস- বৈদাস সকলৰ জোতা বনোৱা, মৈৰাসকল মিঠাই বনোৱা, মালি-মাহলিসকলৰ পাচি, খৰাহি বনোৱা, হালধীয়া কন্ধসকলৰ হালধি খেতি কৰা, কেওঁট সকলৰ মাছ ধৰা, ৰজক-বেলয়াৰ সকলৰ কাপোৰ ধোৱা, হাজাম-ঠাকুৰ সকলৰ চুলি কটা, অহা-চাহাসকলৰ খেতি কৰা, গোৱালা সকলৰ গাখীৰ বেচা বৃত্তি আছিল যদিও চাহ বাগিচাৰ নিচিনা কঠোৰ পৰিশ্ৰমৰ মাজত নিজৰ কৰ্মবৃত্তি বজাই ৰখাটো কিমান দুৰুহ কাম তাক ভুক্তভোগীয়েহে উপলব্ধি কৰিব পাৰে । সেয়েহে তেলীৰ ঘৰত তেল, তাঁতীৰ ঘৰত কাপোৰ, গোৱালাৰ ঘৰত গাখীৰ বিচাৰি যোৱাটো পৰ্বতত কাছৰ কণী বিচাৰি যোৱাৰ নিচিনা হ'ব বৰ্তমান ক্ষেত্ৰত ।

পূজা-পাৰ্বণৰ বেলিকাও চাহ মজদুৰ জনগোষ্ঠীৰ মাজত এক আলোড়ন সৃষ্টি কৰিছে বুলি ক'লেও ভুল কোৱা নহ'ব । বাৰটা মাহত তেৰটা পূজা যদি আছে কেৱল এইখন সমাজতে আছে । কৰম পূজা, টুচু পূজা, গ্ৰাম পূজা, গৰয়া পূজা, বুঢ়া ডাঙৰীয়া পূজা, সূৰ্য্যাহি পূজা, চড়ক পূজা, ফুচপুনি পূজা, দূৰ্গা পূজা, কালী পূজা, মনসা পূজা, ফাগুৱা পূজা আদি বহুতো ধৰণৰ পূজা-পাৰ্বনৰ প্ৰচলন আছে । পূজাৰ নৈবেদ্য স্বৰূপে পূজা অনুযায়ী মদ, কুকুৰা, ছাগলী, পাৰ, হাঁহ, গাহৰিকে আদি কৰি আখৈ, মুৰি, কণী, ৰঙা কাপোৰ ইত্যাদি বহুতো ধৰণৰ নৈবেদ্য আগবঢ়োৱা হয় । অৱশ্যে বৰ্ত্তমান আধুনিকতা তথা মহাপুৰুষীয়া ধৰ্মৰ পৰশ পাই কল, বুট, মগু, কুঁহিয়াৰ, মিঠাই আদিও নৈবেদ্য স্বৰূপে আগবঢ়োৱা দেখা যায় যদিও মদটো বিশেষভাৱে উল্লেখনীয় ।

পূজা-পাৰ্বণত ব্ৰাহ্মণ পুৰোহিতৰ ব্যৱহাৰ প্ৰায় নায়েই বুলি ক'ব পাৰি - মাত্ৰ দূৰ্গা পূজাতহে ব্যৱহাৰ কৰে । অৱশ্যে আজি কালি ব্ৰাহ্মণ পুৰোহিতৰ দ্বাৰা ঠায়ে ঠায়ে পূজা কৰোৱাৰ ধুম উঠিছে । নহ'লে সমাজৰ এজনক পুৰোহিত বৰণ কৰি ঢাল-ঢোল বজাই বস্ত্ৰ পৰিধান কৰোৱাই মান-সংকাৰ কৰি পূজা হোৱা স্থানলৈ আগবঢ়াই লৈ আহে । উক্ত বৰণ কৰা পুৰোহিতজনেই, চাকি, ধূপ-ধূনা জ্বলাই পূজাৰ নৈবেদ্য আগত ৰাখি দেৱীৰ ধ্যানত বহি

থাকে। ইফালে ৰাইজে দেবীৰ মাহাত্ম্য কথা-গীত গাই মতলীয়া হৈ দেবীক গীতবদ্ধাৰা তেওঁলোকৰ পূজা স্থানলৈ আমন্ত্ৰণ জনায়। উপবাসে থকা পুৰোহিত দুজনৰ গাত যেতিয়া দেবী লম্ভে তেতিয়া পুৰোহিত দুজনৰ গাত কঁপনি উঠে আৰু তেওঁ কঁপি কঁপি দেওধনী নৃত্য (বাগানৰ ভাষাত) 'ঝোপান' অহা বুলি কয়) দিয়ে। ঝোপান আহি থকা পুৰোহিতজনক তেতিয়া ধৰ্মপ্ৰাণ ৰাইজে নানা ধৰণে প্ৰশ্ন কৰি নিজৰ নিজৰ দুখ-বিপদৰ কথা কৈ সমিধান বিচাৰে আৰু সেইমতে বিধান পাই সন্তুষ্টি লভে। তেনে ধৰণৰ দেৱী লম্ভা পুৰোহিতজনে জপিয়াই জপিয়াই জোঙা গজালেৰে পৰিপূৰ্ণ পীৰাত জপিয়াই উঠি নাচিবলৈ ধৰে, পকা অণ্ডঠাত জপিয়াই পৰে, আগলি বাঁহত উঠি নানা ধৰণৰ অলৌকিক কাৰ্য্য-কলাপ দেখুৱাই শেষত চেতনাহীন হৈ পৰি যায়। পৰি যোৱাৰ লগে লগে মূৰত ঠাণ্ডা পানীৰ ছাটি মাৰি, বিছনীৰে বিচি পুৰোহিতজনৰ চেতনা ঘূৰাই আনে, আৰু লগে লগে পূজাৰ কাৰ্য্য সমাধা হয়। এনেধৰণে গজালি পীৰাত জাপ মৰাৰ ফলত গজালে বিন্ধি লগে লগে মৃত্যু হোৱাও দেখা হৈছে, যদিও তাক নিৰক্ষৰ ৰাইজে দেবীয়ে অসন্তুষ্ট হোৱাৰ ফলতেই দেবীয়ে নিছে বুলি সান্ত্বনা লভা দেখা যায়। আনহাতেদি কিছুৱে মদৰ নিচাত নিজৰ গাত দেৱী লম্ভিছে বুলি ৰাইজক পতিয়ন নিয়াবলৈ যাওতেও বিপদত পৰাও দেখা যায়, জুইয়ে পুৰি ভৰি জ্বলকা-জ্বলক কৰে, তথাপি এনে ধৰণৰ জঘন্যতম কাণ্ড-কাৰখানাৰ পৰা বিৰত কৰাব নোৱাৰি অন্ধবিশ্বাসী নিৰক্ষৰ তথা অশিক্ষিত চাহ মজদুৰ সকলক। হায়! অনাক্ষৰী চাহ মজদুৰ সমাজ।

বিয়া বাৰুৰ ক্ষেত্ৰতো চাহ মজদুৰসকলৰ নীতি-নিয়ম গোষ্ঠীগত অনুযায়ী সুকীয়া সুকীয়া যৌতুক প্ৰথাৰ নিয়ম আছে যদিও সামান্য অৰ্থাৎ মা শাৰী, নানা ধুতী, নানী শাৰী, শালা ধুতী, সশুৰ ধুতী, মামী শাৰী, মামা ধুতী আদি। দৰাঘৰীয়াই কন্যাঘৰীয়াক বিয়াৰ আগত দিব লাগে। কন্যাক দিবলগীয়াখিনিৰ উপৰি আনহাতে মাকে জীয়েকক জন্ম দি তুলি তালি ডাঙৰ-দীঘল কৰাৰ বাবদ কন্যাৰ মাকক দৰাঘৰে দৰাৰ হৈ ১.২৫ (এক টকা পচিশ পচিশ পইচা) বা পাঁচ টকা দি মান ধৰি ঋণ শুজাৰো নিয়ম দেখা যায়। ইফালেদি আঠমঙলা, চমদিভেট, বেহাইন ভেট আদি কাৰ্য্য আছেই। অৰ্থাৎ দৰাৰ বাপেকে কন্যাৰ বাপেকক মান-সংকাৰেৰে নিমন্ত্ৰণ কৰি আনিব লাগে নাইবা দৰাৰ মাকে কন্যাৰ মাকক নিমন্ত্ৰণ কৰি আনি ঘৰত যথা নিয়মৰে মান-সংকাৰ কৰিলেহে কন্যাৰ বাপেক-মাকে দৰাৰ ঘৰত চাউল মুঠি ধৰিব; অন্যথা নকৰে। ঠিক

তদ্ৰূপ কন্যাৰ মাক-বাপেকেও দৰাৰ মাক-বাপেকক একেদৰেই নিমন্ত্ৰণ কৰি মান সংকাৰ কৰিব লাগে আৰু তেতিয়াহে তেওঁলোকৰ ঘৰত খাব । সেইটো চমদিভেট, (বিঁয়ৈ বিঁয়ৈৰ সাক্ষাৎ) আৰু চমদিয়াইন বা বেহাইনভেট (বিঁয়ৈনীৰ সাক্ষাৎ) বুলি চাহ মজদুৰ সমাজত প্ৰচলিত । অন্য সমাজত আছেনে নাই নাজানো - চাহ মজদুৰ সমাজত হ'লে এতিয়াও প্ৰচলিত । বিয়াসমূহত বিয়া নাম, জোৰানাম গোৱা হয় । বিয়াৰ নিমন্ত্ৰণ কৰিবলৈ যাওঁতে কলপাতত হালধি বুলোৱা চাউল দি নিমন্ত্ৰণ কৰে । হালধি বুলোৱা চাউল দেখিলেই বুজিব লাগিব সেয়া বিয়াৰ নিমন্ত্ৰণ বুলি । অৱশ্যে বৰ্ত্তমানে ঠাই ভেদে আধুনিকতাৰ পৰশ পোৱা সকলে চিঠি বা তামোল-পাণেৰেও নিমন্ত্ৰণ কৰা দেখা যায় । কিন্তু তামোল-পাণেৰে নিমন্ত্ৰণ কৰিলেও যদি গৃহস্থক তামোলৰ এফাল বা এডোখৰ দি নিমন্ত্ৰণ কৰে । গোটা তামোলৰ পৰিবৰ্ত্তে তেতিয়াহ'লে গৃহস্থই সেই বিয়ালৈ নাযায় । ফলীয়া তামোল দি মতাৰ অৰ্থ হ'ল যে গৃহস্থজনক অন্তঃকৰণেৰে মতা নাই, এৰিব নোৱাৰাৰ বাবেহে নিমন্ত্ৰণ কৰিছে । অৱশ্যে মাতোতাজনৰ মনত সেই ভাৱ নাথাকিবও পাৰে ।

আকৌ আলহী খাবলৈ যাওঁতে গৃহস্থই যদি আলহীজনক পানী ঘটি আগবঢ়াই সন্মান প্ৰদৰ্শন নকৰে তেতিয়া হ'লে আলহীজন সেই ঘৰৰ প্ৰতি ক্ষুণ্ন হয় । আলহীজন যোৱাৰ লগে লগে যদি আলহীজনক পানী এঘটি দি আগবঢ়াই দুঘন্টাৰ পাছতো খাবলৈ দিয়া হয়, তেতিয়াও আলহীজন বেয়া নাপায় । গুৰুত্ব দিয়া বুলি ভাবে । ঠিক সেইদৰেই ভাত খাবলৈ দিয়াৰ আগমুহূৰ্ত্তত পানী এঘটি আগবঢ়াই দি খাবলৈ মাতিব লাগে আৰু খাবলৈ আহি পীৰাত বা বস্তাত বহাৰ পিছতহে খাদ্য সম্ভাৰ আগত থব লাগিব অন্যথা আলহীজন আহি পীৰাত বহাৰ আগতেই যদি খাদ্যসম্ভাৰ দি ৰখা হয় তেতিয়াই তেওঁ ক্ষুণ্ন হ'ব - কুকুৰক দিয়াৰ দৰে দিলে বুলি । আলহী-দুলহীৰ কাৰণে দুখীয়া হ'লেও বাটি-ঘটি বন্ধক দিও মদে , মাছে বা মাংসই আলহীক উদৰ পুৰাই খুৱাব লাগে, তাৰ তাৰ পিছদিনাখন গৃহস্থৰ ঘৰৰ মানুহে, পেটত লাগে পানী গামোছাই বান্ধক আপত্তি নাই -ইত্যাদিবিলাক কাৰণতো চাহ মজদুৰ সমাজখন বহুতো ক্ষেত্ৰত অৰ্থ সংকটত পৰি কৰু বকাই থাকিবলগীয়া হোৱা দেখা যায় । আলহীজনেও সেইৰূপ সুবিধা লৈ নিজকে ধন্য মানে । গৃহস্থৰ হকা-বধা নকৰে । বৰঞ্চ ভালহে পায় ।

চাহ মজদুৰ সমাজৰ প্ৰতিটো কৃষ্টি বা সংস্কৃতিৰ বিষয়ে ক'বলৈ গৈ

থাকিলে দেখাৰ ওলাব । ফকৰা যোজনা, পটন্তৰ, সাধুকথা আদি আছেই । ডেকা চামতকৈ বুঢ়াচামৰ মুখতহে ফকৰা যোজনা বা পটন্তৰ আদিৰ কথা শুনা যায় । চাহ মজদুৰ ভাষাত শ্লোক মৰা বুলি কয় । শ্লোকতেই কথা কটা-কটি হোৱা দেখা যায় । একোটা-শ্লোকত গূঢ়াৰ্থ থকা দেখা পোৱা যায় । যেনে - কোনোবা এজনে বৰ ডাঙৰ ডাঙৰ কথা কৈ আছে আৰু তেওঁৰ ফোপজহী কথা মান্য কৰিব নোৱাৰি এজনে উড়িয়া ভাষাত শ্লোক এফাঁকি তেওঁলৈ মাৰি পঠিয়ালে - (ছেৰে ছতীয়া মাদৰ ছুদীয়া ) সে কথা কহছন্তে যাওছি গঞ্জেই গাছকো বিজলীমাৰলে গুৱা গাছ ঢলি পড়েছি । অৰ্থাৎ হেৰা, তুমি যিবোৰ দাংকোপ মৰা কথা কৈছা তাকে শুনি আমি ভয় খাইছো বুলি ভাৱিছানেকি ? বিজলী ঢেৰেকনি ডাঙৰ গছকহে লক্ষ্য কৰি মাৰে কিন্তু ভয়তে তামোল গছে নিজেই ঢলি পৰে তেনেকুৱা বুলি নাভাৱিবা । তেতিয়া সিজন জব্দ হৈ মনে মনে থাকে । ঠিক তেনেকৈয়ে - 'দেশে দেশে আইলি বন্ধু দেশ তোমাৰ কোথায় । জলেৰ মধ্যে বাঘেৰ পাস্তাত দেখেছে কোথায় ।' 'অৰে ছইনা ছগি তৰ ওপৰে ৰহিল ৰাগ, যখন খাব গাছেৰ ছাগ তখন যাবেক মনেৰ ৰাগ, ' ইত্যাদি ধৰণৰ বহুতো ফকৰা যোজনা, পটন্তৰ আদি লুকাই আছে-যিবিলাক বুটলিলে হয়তো ভাষা-সাহিত্যৰ ভঁৰাল চহকী হ'ব । নতুন নতুন শব্দ সম্ভাৰত সাধু কথাও বহুতো আছে । যদিহে এতিয়াই এইবোৰ সংৰক্ষণ কৰা নাযায়, তেতিয়াহ'লে কালৰ লগত ই হেৰাই যাব ইতিমধ্যে বহুতো হেৰাই গৈছে, পুৰণি চামৰ লগত যাৰ ফলত অসমীয়া সাহিত্যৰেই এক অপূৰণীয় ক্ষতি হ'ব, গতিকে ছাত্ৰ-ছাত্ৰী তথা সংস্কৃতিৰ সাধকসকলৰ চকু মেল খুৱাবৰ হ'ল । ঠিক সেইদৰে নিচুকণি গীতৰ ক্ষেত্ৰতো চাহ মজদুৰ জনগোষ্ঠী পিছপৰা নহয়, সৰু সুৰু ল'ৰা-ছোৱালীক টোপনি যোৱাৰ কাৰণে নানান চলাহী কথাৰে তথা ভয় খুৱাবলৈ চেষ্টা কৰা যায় - 'আইৰে বান্দিয়া চিয়াল ঘৰ পিন্দাৰে থাক্ বাবুৰ মা জলকে গেল বাবুৰ কাণ কাট' আইৰে ছেনা পোনা মাছ ধৰিতে যাব মাছেৰ কাঁটা পায়ে লাগলে দলাই ছাপে যাব, দলাই আছে কাম বাংগা খাতে খাতে যাব ' আদি । □□

# সাম্প্ৰতিক পটভূমিত চাহ শ্ৰমিক মহিলাৰ কৰ্তব্য

❑ সুমিত্ৰা নাগ ( গোৱালা)

আমাৰ দেশে স্বাধীনতা লাভ কৰা ৪৩ বছৰ পূৰ হ'ল । অতীত এই চাৰি দশকত ভাৰত তথা অসমৰ অন্যান্য সমাজৰ মহিলাসকলে জীৱনৰ সকলো দিশতে কিমান আগবাঢ়িল তাৰ তুলনাত চাহ শ্ৰমিক মহিলাসকল দুখ লগাকৈ পিছ পৰি আছে । ইয়াৰ কাৰণ আৰু নিৰাময়ৰ ব্যৱস্থা কি হ'ব পাৰে সেই বিষয়ে সামান্যভাৱে আলোকপাত কৰিবলৈ এই প্ৰবন্ধৰ জৰিয়তে এটি ক্ষীণ প্ৰচেষ্টা কৰা হৈছে ।

স্ত্ৰী-পুৰুষ লৈয়ে সমাজ গঠিত । বাক্যটো অলপ মন কৰিলে দেখিবলৈ পোৱা যায় যে স্ত্ৰীক সদায় আগ ঠাই দিয়া হৈছে । সেই কাৰণে বোধহয় সীতাৰাম, ৰাধাকৃষ্ণ আদি নামবাচক শব্দৰ উৎপত্তি । ইয়াত আন্তৰিকতা আছে নে নাই ক'ব নোৱাৰি । কাৰণ পুৰুষ প্ৰধান সমাজত স্ত্ৰীক সদায় চাৰিবেৰৰ মাজত আবদ্ধ ৰাখি তেওঁলোকৰ মানসিক বিকাশৰ উৎকৰ্ষ সাধন কৰিবলৈ দিয়া দেখা নাযায় । অৱশ্যে সুযোগৰ সুৰুঙা পাই দুই এগৰাকী বিদুষী মহিলাৰ আৱিৰ্ভাব হৈছে । অতি প্ৰচীন কালৰেপৰা তেনে মহিলাৰ সংখ্যা নিচেই তাকৰ । আনকি সাম্প্ৰতিক কালতো ইয়াৰ ব্যতিক্ৰম দেখিবলৈ পোৱা নাযায় । সমগ্ৰ দেশতে শৈক্ষিক হাৰৰ খতিয়ান অনুধাৱন কৰিলেই এই কথাৰ সম্ভেদ পোৱাত অসুবিধা নহ'ব । এনে পৰিস্থিতিত চাহ শ্ৰমিক মহিলাৰ কৰ্তব্য যে সমাজ জীৱনত লেখত লব'লগীয়া হ'ব তাক সতকাই কোৱা টান ।

বৃজন সংখ্যক চাহ শ্ৰমিকেই অশিক্ষিত, তেহেঁলৈ পুৰুষ বা মহিলাই হওক । তথাপিও তেওঁলোকৰ সংগঠন শক্তিৰ জৰিয়তে আজি ন্যায্য দাবী প্ৰতিপন্ন কৰিবলৈ তেওঁলোক সক্ষম হৈছে আৰু সমগ্ৰ এচিয়া মহাদেশৰ ভিতৰতে এটি অতি শক্তিশালী সংগঠন ৰূপে বিবেচিত হৈছে । কম গৌৰৱৰ কথা নহয় । অথচ এই লোকসকল শিক্ষা-দীক্ষাই তেনেই পিছপৰা । শৈক্ষিক দিশ যেনেকুৱাই নহওক লাগে সংগঠন শক্তিৰে যে বলীয়ান হৈ আছে সেই

কথা কোনোৱে স্বীকাৰ নকৰাকৈ নাথাকে । এনে পৰিপ্ৰেক্ষিতত চাহ শ্ৰমিক মহিলাসকলে কৰো বুলি ক'লে নিশ্চয় বহু কিছু কৰিব পাৰে - সমাজ পুনৰ গঠনৰ বাবে । বিশৃংখলাপূৰ্ণ সমাজখনক শৃংখলিত, সংস্কৃত কৰি তুলিবলৈ মহিলা সকলৰ দায়িত্ব আছে । আমি অতি সূক্ষ্ম দৃষ্টিৰে লক্ষ্য কৰিছোঁ যে বিদেশী শাসন কালত চাহ শ্ৰমিক সকলক শাৰীৰিক আৰু মানসিকভাৱে পঙ্গু কৰিবলৈ শাসক গোষ্ঠীয়ে চাহ বাগিচাৰ কাষে কাষে মদ, কানি আৰু ভাঙৰ মহল খুলি দিছিল । জাতীয় চৰকাৰৰ দিনতো ইয়াৰ ব্যাপকতা কমিল বুলি ক'ব নোৱাৰি । কাৰণ চৰকাৰী মদৰ মহলৰ তুলনাত অবৈধ চুলাই মদৰ ঘাটিৰ সংখ্যা দিনক দিনে বাঢ়ি অহা দেখা গৈছে । চৰকাৰী আবকাৰী বিভাগৰ চকুত ধূলি দি তেওঁলোকে অবাধ ব্যৱসায় চলাই আছে । এই ঘাটি সমূহ সাধাৰণতে চাহ বাগিচাৰ আশে-পাশে প্ৰতিষ্ঠিত হোৱাত চাহ শ্ৰমিকসকলক বাৰুকৈয়ে জুৰুলা কৰিছে । ইয়াক সেৱন কৰি শাৰীৰিক আৰু মানসিক দুৰ্গতি মাতি আনিছে । পাৰিবাৰিক অশান্তিৰো সৃষ্টি নোহোৱাকৈ থকা নাই । এনে পৰিস্থিতিত চাহ শ্ৰমিক মহিলাসকলে মহিলা সমিতি আদি গঠন কৰি সংগঠন শক্তিৰে অবৈধ মদৰ যোগান ধৰোঁতা আৰু সেৱনকাৰী পুৰুষকো বাধা দিবলৈ আগবাঢ়ি আহিব লাগে । সংগঠিত শক্তিৰে সকলোকে সৈমান কৰিব নোৱাৰিলে সমাজদ্ৰোহী সেইসকল লোকে সমাজখনক একেবাৰে পঙ্গু কৰি তুলিব । প্ৰয়োজন সাপেক্ষে প্ৰাদেশিক মহিলা সমিতিৰ লগত সংযোগ স্থাপন কৰি প্ৰয়োজনীয় দিহা-পৰামৰ্শ লোৱা উচিত । ইয়াৰ বাবে উদ্যোগ-জোৰা আন্দোলন গঢ়ি তুলিব পাৰিলে বোধহয় উপকৃত হোৱাৰ স্থল থাকিব । উল্লেখিত উদ্যোগজোৰা আন্দোলনৰ গঢ় দিবলৈ প্ৰাদেশিক ভিত্তিত চাহ শ্ৰমিক মহিলা সমিতি গঠনৰ একান্ত প্ৰয়োজন তেহে হয়তো বাঞ্চিত ফল ভোগ কৰিবপৰা হ'ব । আমাৰ বোধেৰে অসম চাহ মজদুৰ সংঘ আৰু কাছাৰ চাহ শ্ৰমিক য়ুনিয়নে সংগঠনৰ তত্বাৱধানত মহিলা উপশাখা (Women Front) গঠন কৰি এই বিষয়ত প্ৰাথমিক নেতৃত্ব দিব পাৰিলে অধিক ফলৱতী হোৱাৰ স্থল থাকিব । কাৰণ প্ৰতিষ্ঠিত সংগঠনৰ ছত্ৰছায়াত ইয়াৰ নেতৃত্ব দিবলৈ অতি সহজ ।

ই সকলোৱে স্বীকাৰ্য্য যে স্বাধীনোত্তৰ কালত চাহ শ্ৰমিকসকল আৰ্থিক দিশত কিছু নহয় কিছু টনকিয়াল হৈছে । বৰ্দ্ধিত হাৰত নিয়মীয়া বেতন ব'নাচ, ভৱিষ্যনিধি, জীৱন বীমা আদিৰপৰা পোৱা টকা কোনো গুণে কম নহয় । কিন্তু মিতব্যয়িতাৰ অভাৱত এনেদৰে পোৱা টকাৰ সততে সদ্ব্যৱহাৰ হোৱা দেখা

নাযায় । নিৰক্ষৰতাই ইয়াৰ মূল কাৰণ বুলিব পাৰি । ইয়াৰ বাবে তেওঁলোকৰ মাজত সামাজিক শিক্ষাই গা কৰিব নোৱাৰাটোও আন এটি কাৰণ বুলিব পাৰি । ঘূণে ধৰা সামাজিক পৰিৱেশ ইয়াৰ মূল কাৰণ কাৰণ ইংৰাজৰ দিনৰেপৰা এতিয়ালৈকে সামাজিক পৰিবেশৰ আশানুৰূপ উদ্গতি হোৱা দেখা নাযায় ফলত তেওঁলোকৰ হাতলৈ মাজে সময়ে ব'নাচৰ সময়ত যথেষ্ট পৰিমাণৰ টকা আহিছে যদিও সেই টকা দুদিনমানৰ ভিতৰতে নগৰীয়া চতুৰ ব্যৱসায়ীৰ হাতলৈ গুচি গৈছে । তদুপৰি যি সময়ত ব'নাচ দিয়া হয় সেই সময়ত সাধাৰণতে খৰচৰ পথ অনেক । বিশেষকৈ শাৰদীয় দুৰ্গোৎসৱৰ ভৰপক বতৰত ৰং বিৰঙী মনটোৱে ৰং-বিৰঙী সাজোন-কাচোন বিচাৰিব উত্ৰাৱল কৰি তোলে । ইয়াৰে সম্পূৰ্ণ সুযোগ গ্ৰহণ কৰে ব্যৱসায়ী শ্ৰেণীটোৱে । ব'নাচৰ পইচা কেইটা দুৰ্গোৎসৱৰ নামত শৰাধ কৰিব লাগে তাৰ কিবা অৰ্থ আছে জানো ? কিয় যি সময়ত ব'নাচৰ প্ৰচলন নাছিল তেতিয়া চাহ শ্ৰমিকে দুৰ্গোৎসৱত নিজৰ ল'ৰা-ছোৱালীক কাপোৰ কানি পিন্ধাব পৰা নাছিল জানো ? অৱশ্যে এই সময়ত লাহ-বিলাহৰ অন্যান্য সামগ্ৰীও চাহ শ্ৰমিকে কিনি অধিক দাম ভৰি হ'লেও কদৰ্য্য মানসিকতাৰ ওৰ পেলাবলৈ হ'লে বিশেষকৈ পুৰুষৰ লগতে মহিলা সকলেও, কম-বেছি পৰিমাণে শিক্ষিতও হ'ব লাগিব তেহে মহিলা সকলে টকা-পইচাৰ মোল বুজি নিতান্ত লাগতিয়াল বস্তুকেইপদ কিনাৰ কথাহে চিন্তা কৰিব পাৰিব । নহ'লে পুৰুষৰ ওপৰত সকলো দায়িত্ব ন্যস্ত থাকিলে টকা-পইচাৰ অবাধ অপব্যয় হোৱাটো স্বাভাৱিক । কাৰণ ঘৰ সংসাৰৰ দায়িত্ব উভয়ৰে যেতিয়া মহিলা সকলৰো কৰণীয় কাম যথেষ্ট আছে । মধে-মধে কিছুমান অলাগতিয়াল বস্তু ক্ৰয় কৰাৰ মানসিকতাক কেতিয়াও প্ৰশ্ৰয় দিব নালাগে । এনে কৰিলে কোনো দিনেই আৰ্থিক দুৰ্গতিৰ পৰা হাত সাৰিব নোৱাৰি ।

সকলো প্ৰকাৰ দুৰ্গতিৰ আদি মূল হৈছে নিৰক্ষৰতা । ইয়াক এক প্ৰকাৰ সামাজিক ব্যাধি বুলিব পাৰি । এই ব্যাধিৰ পৰা ৰক্ষা পাবলৈ হ'লে সাক্ষৰতা অভিযান দ্ৰুত গতিত চলাব লাগিব । চাহ শ্ৰমিকৰ মাজত । বৰ্তমান সময়ত এই অভিযান দ্ৰুতগামী কৰিবলৈ দেশত ব্যাপক চৰকাৰী ব্যৱস্থা হাতত লোৱা হৈছে যদিও চাহ শ্ৰমিক মহিলাসকল এই দিশত দুখ লগাকৈ পিছ পৰি আছে । যিখন সমাজৰ নাৰী পিছ পৰা সেই সমাজৰ ভৱিষ্যত তেনেই অন্ধকাৰ । কাৰণ নাৰীয়েই বিশেষকৈ শিশু সন্তান-সন্ততিৰ আদি গুৰু । এইটো

সকলোৰে জনা কথা যে ল'ৰা-ছোৱালীৰ পোনপতীয়া সম্বন্ধ মাকৰ লগতহে । কাজেই মাতৃৰ শিক্ষাই পৰৱৰ্তী জীৱনত শিশুক প্ৰভাৱান্বিত কৰে । কিন্তু, পৰিতাপৰ বিষয় এয়ে যে যি মাতৃৰ নিজৰে আক্ষৰিক শিক্ষা নাই তেওঁ বাৰু নিজৰ ল'ৰা-ছোৱালীৰ পথ প্ৰদৰ্শক কেনেকৈ হ'ব ? প্ৰাপ্ত বয়স্ক শিক্ষা আঁচনিৰ ছত্ৰছায়াত গঢ় লৈ উঠা সাক্ষৰতা অভিযান সাফল্যমণ্ডিত কৰি তুলিবলৈও চাহ শ্ৰমিক মহিলাই পিছ পৰি থাকিব নালাগিব । উঠি অহা গাভৰুহঁতে এই অভিযানত গা-মন ঢালি দিব পাৰিলে ভৱিষ্যত বংশধৰ সকলৰ বাবে এক অনুকূল মানসিকতা আপোনা-আপুনি গঢ় লৈ উঠিব । ইয়াৰ বাবে চৰকাৰী আৰু বাগিচা কৰ্তৃপক্ষৰ প্ৰচাৰবো একান্ত প্ৰয়োজন । প্ৰচাৰৰ বিভিন্ন মাধ্যমৰ সৎ ব্যৱহাৰ কৰি এই কাৰ্য্যত অৱতীৰ্ণ হ'ব পাৰি । কম বেছি পৰিমাণে যিসকল শিক্ষিতা মহিলা চাহ শ্ৰমিকৰ মাজত আছে তেওঁলোকে সেৱাৰ মনোভাৱেৰে সভা-সমিতি পাতি সতীৰ্থ ভাই-ভনীক এই বিষয়ত উৎসাহ যোগাব পাৰিলে সাক্ষৰতা অভিযান নিশ্চয় ফলপ্ৰসু হ'ব ।

স্বাধীনতাৰ চাৰিটা দশক অতীত হৈ যোৱাৰ উপক্ৰম হোৱাৰ পিছতো চাহ শ্ৰমিকৰ জীৱন ধাৰাৰ মানদণ্ড উন্নত হোৱা দেখা নগ'ল । এই ক্ষেত্ৰত চাহ শ্ৰমিক মহিলাসকলও উদ্যোগী নহয় যেন লাগে । কিছুমান কাম যেনে ঘৰৰ কাপোৰ-কানি নিকা কৰি যতনাই থোৱা, ল'ৰা-ছোৱালীক ধুৱাই পখলাই দিয়া, ঘৰ-দুৱাৰ চাফ-চিকুণ কৰি ৰখা আদি সাধাৰণ অথচ অতি লাগতিয়াল কাম বিলাকত মহিলাসকলেহে অধিক মনোযোগ দিয়া উচিত । ইয়াৰ বাবে চাহ শ্ৰমিক মহিলাসকলৰ আজৰি সময় নোহোৱা নহয় । তদুপৰি আৰ্থিক দিশ অধিক মজবুত কৰিবৰ বাবে গৰু-ছাগলী, হাঁহ-কুকুৰা, পাৰ পালনতো অধিক গুৰুত্ব দিব লাগে । আৰ্থিক দিশ বাদ দিও নিজে খাবৰ কাৰণে গাখীৰ অকণমান, আমিষ ভোজন আদিৰ প্ৰয়োজন সকলো সময়তে আছে । সেয়েহে বৰ্তমান সকলো বস্তুৰ মহঙাৰ এই সময়ছোৱাত ওপৰত উল্লেখ কৰা কথাখিনি আপাতঃদৃষ্টিত সাধাৰণ হ'লেও ইয়াৰ গুৰুত্ব কোনো লোকে নুই কৰিব নোৱাৰে । অৱশ্যে গৰু-গাই পুহিবলৈ আজিকালি প্ৰত্যেক বাগিচাত চৰণীয়া পথাৰৰ অভাৱ পৰিলক্ষিত হৈছে । কাৰণ বাগিচা কৰ্তৃপক্ষই বাম মাটি দেখিলেই তাত নতুনকৈ চাহ বাগিচা খুলি বাগিচাৰ কলেবৰ বৃদ্ধি কৰাত অধিক মনোযোগী । সেয়ে হ'লেও কেৱল নিজৰ পৰিয়ালটিৰ চাহিদা পূৰণ কৰিব পৰাকৈ ছাগলী, হাঁহ, কুকুৰা, পাৰ আদি পুহিব নোৱৰাৰ কোনো কাৰণ থাকিব

নোৱাৰে । এই সকলোকে লৈহে ঘৰ সংসাৰৰ পূৰ্ণতা আনিব পাৰি । তেহে চাহ শ্ৰমিকৰ কথিত ভাষাৰ শব্দ ঘৰ কৰণায়ো পূৰ্ণতা লাভ কৰিব । এই ঘৰ কৰণা কৰাৰ অধিক দায়িত্ব চাহ শ্ৰমিক মহিলাৰহে । ইয়াকে কৰিবলৈ হ'লে পুৰুষ সকলকো সমান কৰি তেনে এক মানসিকতাৰ সৃষ্টি কৰিব লাগিব ।

সাঁচি থোৱাৰ মৰণ নাই বোলা কথাষাৰ নিশ্চয় তাৎপৰ্য্যপূৰ্ণ । অনাগত ভৱিষ্যতৰ বাবে সঞ্চয় কৰা বিষয়ত কাৰো দ্বিমত থাকিব নোৱাৰে । কাৰণ ভৱিষ্যত কাৰো আয়ত্তাধীন নহয় । এনে পৰিপ্ৰেক্ষিতত সঞ্চয়ৰ প্ৰতি অধিক মনোযোগী হোৱা উচিত চাহ শ্ৰমিক মহিলাসকলো । কাৰণ ওপৰত উল্লেখ কৰা ঘৰ কৰণাৰ তেতিয়াহে অধিকাৰিণী হ'ব পাৰিব । তেতিয়া সঞ্চয়ৰো পথ বাছি ল'ব পাৰিব । ভৱিষ্যতে নিজৰ ল'ৰা-ছোৱালীক পঢ়ুৱাবলৈ, বিয়া দিবলৈ, আকস্মিক বিপদৰ সন্মুখীন হ'বলৈ সঞ্চয়ৰ একান্ত প্ৰয়োজন । আজিকালি ডাকঘৰ, বেঙ্ক আদিত সঞ্চয়ৰ বিভিন্ন প্ৰকাৰৰ সু-ব্যৱস্থা আছে । আন নহ'লেও ব'নাচৰ টকা কেইটা বাহিৰে বাহিৰে খৰচ নকৰি ডাকঘৰ বা বেঙ্কত জমা ৰখাৰ ব্যৱস্থা কৰাটো ভাল । এঘৰত কেইবাজনে ব'নাচ পালে অন্ততঃ এজনৰ টকাখিনি এনেদৰে জমা থ'ব পাৰি । দেখা গৈছে যে বৰ্ত্তমান সময়ত টিপ চহী মাৰিও টকা থ'ব পাৰি আৰু উলিয়াবও পাৰি । ঘৰত টকা থ'লে হয়তো চুৰি হোৱাৰ ভয় থাকে । কাৰো কাৰো ঘৰত খোঁৱাখুলীয়া স্বভাৱৰ লোকে ঘৰৰ পইচাও চুৰ নকৰাকৈ নাথাকে । গতিকে এনে লোকৰ পৰাও ৰক্ষা পাবলৈ হ'লে ঘৰত টকা নৰখাই ভাল । ঘৰখনত কি আছে, কি নাই আদি যাবতীয় বয়-বস্তুৰ বিষয়ে ঘৰৰ মহিলা গৰাকীয়ে অধিক জানে পুৰুষতকৈ । তেনে স্থলত মহিলা গৰাকীহে সদা সচেতন হৈ থাকিব লগীয়াত পৰে । ঘৰখন চলোৱাৰ সক্ৰিয় সদস্যা হিচাবে চাহ শ্ৰমিক মহিলা এগৰাকীৰ দায়িত্ব অধিক গুৰুত্বপূৰ্ণ । নিজৰ দায়িত্বপূৰ্ণ ভূমিকাৰ কথা মনত ৰাখি সমূহ চাহ শ্ৰমিক মহিলাই সাম্প্ৰতিক কালত অবলা নহৈ সবলাৰ ভূমিকাত অৱতীৰ্ণ হোৱা বাঞ্চনীয় ।

□□

# অসমৰ অৰ্থনৈতিক উন্নতিত চাহ জনজাতিৰ অৱদান

❑ মণিশ ঠাকুৰ

সেউজ সোণৰ দেশ বুলি খ্যাত অসম চাহ উৎপাদনৰ বাবে পৃথিৱী বিখ্যাত। অসম তথা ভাৰত ৰাষ্ট্ৰৰ ৰাজভঁৰাললৈ সেউজ সোণৰ দ্বাৰা বৈদেশিক মুদ্ৰা অৰ্জ্জন কৰা চাহ জনজাতিসকল অস্বীকৃত নেপথ্যৰ খনিকৰ । যুগ-যুগান্তৰৰ পৰা মানুহ জাতিৰ উন্নতিৰ সৌধ নিৰ্মাণ কৰোঁতা - এওঁলোক কঠোৰ পৰিশ্ৰমী, সহজ-সৰল, শান্তিপ্ৰিয় লোক । চাহ শিল্পৰ বাবে বৃটিছৰ দালালিৰে ফুচুলাই আড়কাঠিয়া আৰু গিৰমিটিয়া পদ্ধতিৰে অসমলৈ অনা চাহ জনজাতিসকল ভাৰতৰ বিভিন্ন ৰাজ্যৰ (বিহাৰ, উৰিষ্যা, মধ্যপ্ৰদেশ, পশ্চিমবঙ্গ আদি) প্ৰবঞ্চিত লোক । ইতিহাসৰ পাত লুটিয়ালে দেখা যায় যে পোন প্ৰথম বাৰৰ বাবে অসমৰ চাবুৱাত কৰা চাহখেতিয়ে বৃটিছৰ বাণিজ্যিক কৃষি কৌশলৰ সূত্ৰপাত ঘটায় । সেয়ে অসমৰ হাবি বন কাটি কঠোৰ পৰিশ্ৰমেৰে লাভজনক চাহ খেতি সৰ্ব্বাত্মক কৰিবৰ বাবে বহুতো পৰিশ্ৰমী বনুৱাৰ প্ৰয়োজন হয় । ফলস্বৰূপে ভাৰতৰ বিভিন্ন ৰাজ্যৰ দৰিদ্ৰ জনসাধাৰণৰ মাজত কৃত্ৰিম দুৰ্ভিক্ষৰ সৃষ্টি কৰি নানান প্ৰলোভনেৰে প্ৰলোভিত কৰি কিনা গোলামৰ দৰে প্ৰব্ৰজন ঘটোৱা হৈছিল এই চাহ জনজাতিসকলক । অসমৰ ৰসাল মাটিত লহপহকৈ ঠন ধৰি উঠা এটি কলি দুটি পাতৰ লগত জীৱন ধাৰণৰ সম্পৰ্ক গঢ়ি তুলি কেৱল অসমক চিৰসুন্দৰ কৰাই নহয়, ইয়াৰ অৰ্থনৈতিক অৱস্থাৰো সুন্দৰতম নিদৰ্শন দাঙি ধৰে এই জনগোষ্ঠীয়ে । ভাৰতৰ স্বাধীনোত্তৰ কালৰপৰাই চাহ জনজাতিৰ অক্লান্ত পৰিশ্ৰমৰ বিনিময়ত উৎপাদিত চাহৰ বাবে অসমৰ অৰ্থনৈতিক চালুকীয়া অৱস্থাৰ সৃষ্টি হয় । নিজ নিজ আত্মীয় স্বজনৰ পৰা বিতাৰিত হৈ অসমৰ ইমূৰৰ পৰা সিমূৰলৈ প্ৰায় ডেৰশ বছৰ ধৰি বসবাস কৰা এই বৃহৎ জনগোষ্ঠীৰ লোকসকল অসমকে মাতৃভূমি বুলি আঁকোৱালি লৈ অসমৰ সৰ্ব্বাঙ্গীন উন্নতিত অৰিহণ যোগাইছে আৰু এখন বৃহৎ শক্তিশালী, মংগলকামী অসমীয়া সমাজ গঠন প্ৰক্ৰিয়াত আত্মনিয়োগ কৰিছে । সেয়ে চাহ বাগিচাক বাদ দি যিদৰে অৰ্থনীতি পূৰ্ণাংগ হ'ব নোৱাৰে, অসমৰ চাহ জনজাতিসকলক বাদ দি অসমীয়া জাতিও পূৰ্ণাংগ হ'ব নোৱাৰে ।

বৰ্তমান প্ৰায় ৭৪ লাখ জনসমষ্টিৰ এই বৃহৎ অসমীয়া জনগোষ্ঠীয়ে অসমৰ অৰ্থনৈতিক, ৰাজনৈতিক, সামাজিক আৰু সাংস্কৃতিক সকলো দিশতে এক গুৰুত্বপূৰ্ণ ভূমিকা পালন কৰি আহিছে। চাহ জনজাতিসকলৰ হাড়ভগা পৰিশ্ৰমৰ ফলস্বৰূপে উৎপাদিত চাহ বিশ্ব দৰবাৰত ভাৰত তথা অসমৰ অৰ্থনীতিৰ মুখ উজ্জ্বল কৰি চাহ উৎপাদনত প্ৰথম শাৰীৰ দেশ হিচাপে স্বীকৃতি দিয়াইছে আৰু বৈদেশিক মুদ্ৰা অৰ্জ্জনৰ পথ মুকলি কৰিছে। চাহ জনজাতিসকলেও উল্লেখযোগ্য পৰিশ্ৰমীক অৱদানেৰে সমৃদ্ধ অসমৰ মুঠ ১১২৫ খন চাহ বাগিচাৰ ২০,৩৮,৮৪২ বিঘা মাটিত বছৰি গড়ে ৩০ কোটি কেজি চাহ উৎপাদিত কৰে। ভাৰতৰ মুঠ চাহ উৎপাদনৰ ৭০ শতাংশ অসমৰ চাহৰ বাবে বৈদেশিক মুদ্ৰাৰ কেন্দ্ৰীয় কৰ কাটল বাদ দি ৫৫ শতাংশ অসমে পায়। এই ৫৫ শতাংশ টকা আনুমানিক ৬০০ কোটি বুলি জনা যায়। তদুপৰি ভাৰতৰ ৰাজহৰ মুঠ ২২০০ কোটি টকাৰ অসমে ৰাজহ হিচাবে মুঠ ১৪০ কোটি পায়। ১৯৯২ চনৰ এক সমীক্ষামতে ভাৰত চৰকাৰে কেৱল কেন্দ্ৰীয় আবকাৰী কৰ হিচাবে চাহৰপৰা প্ৰায় ৭৫ কোটি টকা লাভ কৰে আৰু অসম চৰকাৰে কেৱল কৃষি আয় কৰৰ ১০০ কোটি টকা পায়। ইকাৰ উপৰিও ৰাজ্য চৰকাৰে বিক্ৰী কৰ, চেজ ফিজ, ভূমি ৰাজহৰ বাবদ এক বুজন পৰিমাণৰ ধন সংগ্ৰহ কৰে। উল্লেখযোগ্য যে চলিত বৃত্তীয় বৰ্ষত অসম চৰকাৰে বিক্ৰীকৰ হিচাপে চাহৰ প্ৰতি কেজিত আগৰ ১৭ পইচাৰ ঠাইত ৩০ পইচাকৈ সংগ্ৰহ কৰিব। ইয়াৰ পৰা অনুমান কৰিব পাৰি যে অসমৰ অৰ্থনৈতিক উন্নতিত চাহ উদ্যোগৰ গুৰিতে চাহ জনজাতিসকলৰ অৱদান লেখত ল'বলগীয়া।

অসৰ চাহ উদ্যোগত চাহ জনজাতিৰ ঐকান্তিক আৰু অপৰিসীম শ্ৰমৰ বাবে হোৱা অধিক হাৰৰ চাহ উৎপাদনে ৰাজ্যখনৰ সামগ্ৰিক উন্নয়নত বাৰুকৈ প্ৰভাৱ পেলাইছে। যাৰ ফলত ভাৰতীয় চাহ সংস্থাৰ অসম শাখাই ১৯৯৬-৯৭ বৰ্ষত ৰাজ্যখনৰ শৈক্ষিক ক্ৰীড়া আৰু সাংস্কৃতিক আদি জনকল্যাণৰ কামৰ বাবে মুঠ ৫০ লাখ টকা ব্যয়ৰ শিতান ধাৰ্য্য কৰিছে। এইদৰে কৰা জনকল্যাণৰ কাম পৰোক্ষভাৱে চৰকাৰৰ বিত্তীয় ব্যৱস্থাত সহায়ক হয় আৰু অৰ্থনৈতিক উন্নয়নত অৰিহণা যোগায়।

অসমৰ অৰ্থনৈতিক উন্নতিত অৰিহণা যোগোৱা চাহ জনজাতিৰ ভৱিষ্যনিধি আৰু বৃত্তিনিধি আঁচনি এক উল্লেখনীয় বিষয়। ১৯৫৫ চনৰ অসম চৰকাৰৰ আইন তথা প্ৰতিনিধিত্বৰে আৰম্ভ হোৱা চাহ জনজাতিৰ শ্ৰমিকৰ কল্যাণমূলক এই আত্মনিৰ্ভৰশীল সংস্থাটি বিশ্বৰ এক অন্যতম শ্ৰমিক কল্যাণ সংস্থা। চাহ বাগিচাৰ স্থায়ী শ্ৰমিকৰ সভাভুক্ত টকা (বৰ্তমান ৫০০০/- টকা) অৱসৰ নোহোৱালৈকে

চৰকাৰী সুৰক্ষাত জমা ৰাখি সংস্থাটিয়ে অসম চৰকাৰ তথা কেন্দ্ৰীয় চৰকাৰক আৰ্থিক দিশত উপকৃত কৰি আহিছে । যোৱা ১৯৯১ চনত অসমৰ মুঠ ৪.৫ লাখ সভ্যভুক্ত শ্ৰমিকৰ মুঠ ২০০ কোটি টকাৰ ধন চৰকাৰে বিভিন্ন উন্নয়নমূলক শিতানত খৰচ কৰে আৰু চৰকাৰী কোষত ১০ কোটি টকা ধাৰলৈ লৈ বিত্তীয় সংকটৰ পৰা হাত সাৰে । চৰকাৰী সুৰক্ষাত থকা চাহ শ্ৰমিকৰ ভৱিষ্যনিধিৰ ধন দীৰ্ঘদিন (৫৮ বছৰৰ পিছত অৱসৰ বা মৃত্যুলৈকে) জমা থকা বাবে চৰকাৰে বিভিন্ন প্ৰজেক্ট বা উচ্চ কাৰিকৰী সংস্থান গঢ়ি তোলাৰ বাবে যেনে IDBI loan, G I loan, Assam loan, ASEB Bond, Assam Finance Corporation Bond আদিত ব্যয় কৰি অৰ্থনৈতিক দিশত লাভৱান হোৱাৰ লগতে ৰাজ্যৰ উন্নয়ন সাধনো হয় । তদুপৰি এক বৃজন পৰিমাণৰ টকা অসমৰ ৰাষ্ট্ৰীয় বেংকসমূহত জমা থকা বাবে ক্ৰেডিট ক্ৰিয়েচন জমা হিচাবে চৰকাৰে কিছু টকা লাভ কৰে। ১৯৯১ চনৰ ৰূপালী জয়ন্তী বৰ্ষত অসম চাহ শ্ৰমিক ভৱিষ্যনিধি আৰু পেঞ্চন আঁচনিয়ে কেন্দ্ৰীয় চৰকাৰৰ এক অনুমোদন মৰ্মে ৰাজ্যখনৰ উন্নয়নৰ কাৰ্য্যক্ৰমৰ বাবে মুঠ ৬৮.৯০ কোটি টকা সহায় হিচাপে লাভ কৰে । অসমৰ অৰ্থনৈতিক উন্নতিত এই সহায়ে বাৰুকৈ প্ৰভাৱ পেলায় আৰু ৰাজ্য চৰকাৰৰ ঘাটি বাজেটত সকাহ দিয়ে । ১৯৯৭ চনৰ এক সমীক্ষা মতে অসম চাহ বাগিচা ভৱিষ্যনিধি আৰু বৃত্তিনিধি আঁচনিয়ে মুঠ ৯০ কোটি টকা যোৱা মাৰ্চ মাহলৈকে সংগ্ৰহ কৰিছে । এইদৰে চাহ শ্ৰমিকৰ জমা টকাৰে অসমৰ অৰ্থনীতি শক্তিশালী হোৱা বুলি ক'লেও বঢ়াই কোৱা নহয় । অসমৰ অৰ্থনৈতিক উন্নয়ন আৰু বিকাশত চাহ জনজাতিৰ অন্যতম অৱদান হ'ল অসম চৰকাৰৰ শ্ৰম বিভাগৰ আয়ুক্ত তথা পূৰ্বৰ শ্ৰমমন্ত্ৰী কামাখ্যা প্ৰসাদ ত্ৰিপাঠীদেৱৰ প্ৰচেষ্টাত গঠিত অসম চাহ শ্ৰমিক মালিক পক্ষ আৰু চৰকাৰৰ সমূহীয়া অৱদানেৰে সংগৃহীত ২৩ লাখ ৪০ হেজাৰ টকাৰে নিজাববীয়াকৈ আঁচনি গ্ৰহণ কৰি চাহ শ্ৰমিকৰ কল্যাণত খৰচ কৰিছিল । কিন্তু পিছলৈ এটি পূৰ্ণ পৰ্য্যায়ৰ বৰ্ড গঠন কৰি চাহ শ্ৰমিকৰ প্ৰতিজনৰপৰা ১ টকাৰ বিপৰীতে চৰকাৰেও ১ টকা আৰু মালিকপক্ষৰ পৰা ২ টকা (বৰ্তমান ৪ টকা, ১৯৯৭) সংগৃহীত অসমৰ সৰ্বমুঠ প্ৰায় ১৫ লাখ চাহ শ্ৰমিকৰ একত্ৰিত ধনেৰে বিভিন্ন কল্যাণমূলক আঁচনি গ্ৰহণ কৰি চলাই থকা হৈছে । আঁচনি সমূহৰ ভিতৰত মুখ্যতঃ ছাত্ৰাবাস ব্যৱস্থা, অতিথিশালা, শিক্ষা-বৃত্তি, নাৰ্চিং প্ৰশিক্ষণ, ৰোগীৰ (দুৰাৰোগ্য) সাহায্য, খেলা-ধূলাৰ তথা সাংস্কৃতিক উৎকৰ্ষ আৰু অসমৰ মুঠ ১৮ টা সমূহীয়া কল্যাণ কেন্দ্ৰ স্থাপন কৰি কাৰিকৰী শিক্ষাব্যৱস্থা, মহিলা উন্নয়ন কেন্দ্ৰ আদি প্ৰধান । এইদৰে চাহ জনজাতিসকলে

দিয়া আৰ্থিক অৱদানেৰে নিজাববীয়াকৈ কল্যাণৰ ব্যৱস্থাত হাত উজান দি প্ৰকৃতাৰ্থত চৰকাৰৰ আৰ্থিক বিকাশত প্ৰত্যক্ষভাৱে সহায় কৰিছে।

চাহ জনজাতিসকলৰ চাকৰি জীৱনত পোৱা ন্যূনতম মজুৰি আৰু বানচে আৰ্থিক দিশত জুকলা কৰি ৰাখিলেও কৰ্ম জীৱনৰ পৰা অৱসৰ লোৱাৰ সময়ত এজন স্থায়ী শ্ৰমিকৰ হাতলৈ আহিব লগা মুঠ ১২-১৮ হাজাৰ টকা (ভৱিষ্যনিধি, পেঞ্চন গ্ৰেচুইটি) বেংকযোগে দিয়াৰ ব্যৱস্থা থকা বাবে আৰু জনপ্ৰিয় হৈ উঠা বিভিন্ন বেংক আঁচনিত জমা ৰখা ব্যৱস্থাই ৰাজ্য চৰকাৰ তথা অন্যান্য পাৰাবেংকিং সংগঠনক অৰ্থনৈতিক দিশত সহায় কৰে।

চাহ জনজাতিসকলৰ বাগিচাৰ বাহিৰত থকা প্ৰাক্তন চাহ জনজাতি লোকসকলে খেতি-বাতি তথা বিভিন্ন চৰকাৰী-বেচৰকাৰী উদ্যোগ গোটসমূহত পৰোক্ষভাৱে জড়িত হৈ আৰ্থিক স্বচ্ছলতা বজাই ৰাখি দেশৰ উন্নতিত অৰিহণা যোগাইছে। ৰাজহৰ বিনিময়ত মাটি ভোগ দখল কৰি থকা এই লোকসকল প্ৰয়োজনৰ সময়ত বাগিচাৰ সংৰক্ষিত বনুৱা হিচাপে কাম কৰে। ইয়াৰ ফলত মালিক পক্ষই কম খৰচত বনুৱা লাভ কৰি মুনাফা ঘটাৰ সুবিধা পায়। চাহ জনজাতিসকলৰ অসমৰ অৰ্থনৈতিক উন্নতিত অৱদান যোগোৱাৰ ধনাত্মক দিশৰ বিপৰীতে ঋণাত্মক দিশ নথকাও নহয়। তাৰ ভিতৰত চাহ জনজাতি শ্ৰমিক সকলৰ মজুৰি ব্যৱস্থা উল্লেখনীয়। মজুৰিৰ ক্ষেত্ৰত কোনো স্পষ্ট নীতি বলবৎ কৰাৰ বাবে অসমৰ চাহ শ্ৰমিকসকল পূৰ্বৰেপৰা শোষিত হৈ আহিছে। ১৯৯৩ চনত অসম চৰকাৰে ধাৰ্য্য কৰা ordinary unskilled শ্ৰমিকৰ বাবে দৈনিক মজুৰি ৩৩ টকা, Semi skilled শ্ৰমিকৰ বাবে দৈনিক মজুৰি ৩৫ টকা আৰু skilled শ্ৰমিকৰ বাবে ৩৮ টকা। কিন্তু ইয়াৰ পৰিৱৰ্তে প্ৰাপ্তবয়স্ক শ্ৰমিক এজনক ২০.০৩ টকা আৰু অপ্ৰাপ্তবয়স্ক শ্ৰমিক এজনক ১০.০৬ টকা মজুৰি দি খটুওৱা হয়। অসমৰ চাহ বাগিচাৰ অপ্ৰাপ্তবয়স্ক শিশু শ্ৰমিক প্ৰায় ডেৰলাখৰো অধিক বুলি ঠাৱৰ কৰা হৈছে। এইক্ষেত্ৰত চৰকাৰৰ ভূমিকা শূন্য। ভাৰতৰ কেন্দ্ৰীয় মজুৰি বৰ্ডৰ গৃহীত সূত্ৰমতে যিকোনো শিল্পৰ শ্ৰমিকক তিনি উপভোক্তা এককত মজুৰি দিব লাগে - কিন্তু অসমৰ চাহ শ্ৰমিকক ডেৰজন উপভোক্তা এককৰ ভিত্তিতহে মজুৰি দিয়া হয়। ইয়াৰ ফলস্বৰূপে চাহ বাগিচাৰ সৰহ সংখ্যক শ্ৰমিক পৰিয়াল দাৰিদ্ৰতা সীমাৰেখাৰ তলত বাস কৰে। তদুপৰি অসমৰ চাহ বাগিচাৰ সম্প্ৰসাৰণ, চাহ শ্ৰমিকৰ জনসংখ্যা বৃদ্ধিৰ পিছতো বৰ্তমানলৈকে পূৰ্বৰ হিচাপমতে (১৯৭১) অসমৰ চাহ বাগিচাত মুঠ স্থায়ী শ্ৰমিক কেৱল ৮ লাখ বুলি দেখুওৱা হৈছে। তাৰে ৪.৫ লাখ ভৱিষ্যনিধিৰ

সভ্যভুক্ত । এনে বৃহৎ জনসংখ্যাৰ লোকৰ প্ৰধান অৱলম্বন চাহ উদ্যোগ হোৱা সত্বেও কেৱল ৪.৫ বা ৮ লাখ শ্ৰমিক স্থায়ী বুলিলে এক উপহাস যেনহে লাগে । এনেধৰণৰ ভুল তথ্যই চাহ শিল্পৰ 'বৰ্ড অফ ট্ৰাষ্টিজ'ক এক বৃহৎ ধনৰপৰা বঞ্চিত কৰি অসমৰ অৰ্থনীতিতো আঘাত হানিছে । সেয়ে এখন বাগিচাত কিমান স্থায়ী মজদুৰ নিযুক্তি দিয়া দৰ্কাৰ ভবিষ্যনিধি আইনত স্পষ্টতঃ নাথাকিলেও অসম চৰকাৰৰ শ্ৰম আয়ুক্তৰ এক্তিয়াৰৰ ভিতৰত এই বিষয়ে চিন্তা-চৰ্চাৰ গভীৰ প্ৰয়োজনীয়তা আহি পৰিছে ।

অসমৰ চাহ বাগিচাৰ ভোগ দখলত থকা অসমৰ মাটিৰ বৃটিছৰ দিনতে ৯৯ বছৰৰ বাবে লীজত লোৱাৰ দিন উকলি যোৱা আৰু ১৭,৬,৪৪৫ বিঘা মাটি অবৈধভাৱে বিনা ৰাজহত ভোগ কৰি থকা বাবে অসম চৰকাৰে এক বৃজন অংশ ৰাজহ ধন হেৰুৱাব লগাত পৰিছে বুলি অসমৰ ৰাহজমন্ত্ৰী শ্ৰীজয়নাথ শৰ্মাদেৱে যোৱা বিধান সভা অধিৱেশনত উল্লেখ কৰি গৈছে । এনেধৰণৰ ঋণাত্মক ভূমিকাই অসমৰ অৰ্থনীতিত প্ৰভাৱ পেলোৱা বাবেই আশা কৰা মতে অসমৰ উন্নতি হোৱা দেখা নাযায় । ইয়াৰ বাবে চৰকাৰে কেৱল আইন প্ৰণয়নতে সীমাৱদ্ধ নাথাকি আইনসমূহ বলবৎ কৰাৰ বাবে চেষ্টা কৰিলে নিশ্চয় অসমৰ অৰ্থনীতিৰ ভেটি আৰু সুদৃঢ় হ'ব বুলি ক'ব পাৰি। চাহ বাগিচাৰ কৰ্তৃপক্ষই অসমক বিভিন্ন জাল-চাতুৰিৰে কিদৰে ঠগি আহিছে তাৰ উৎকৃষ্ট প্ৰমাণ ষ্টেট্‌চমেন কাকতৰ এটা সংখ্যাত প্ৰকাশিত তলৰ বাক্যকেইশাৰীৰ পৰাই জনা যায় । "Owners have for years been content only to siphon off profits by manipulation of books paying ridiculously low wages to employee and showing a loss in the annual balance sheet ....

..... but the whole tea garden properties live off the fact of the land making little effort to increase productivity "

এই দিশৰ পৰা চালে চাহ বাগিচাসমূহৰ ৰাষ্ট্ৰীয়কৰণৰ প্ৰয়োজনীযতাও অনুভৱ কৰা যায় । অসম চাহ নিগমৰ চৰকাৰী চেয়াৰ ব্যৱস্থাই এক উৎকৃষ্ট ফলাফল ১৯৭৪ চনৰ বছৰতে দাঙি ধৰি এক সন্তোষজনক দিশ উনুকিয়াই দিয়ে বুলি কোৱা হয় । অসম চাহ নিগমৰ প্ৰথম বছৰত ৭৫ লাখ টকাৰ লাভ আৰু ২৭ লাখ টকা কৰ দিয়াৰ উপৰি ২০ লাখ টকা ৰাজ্যৰ জনহিতকৰ কামত ব্যয় কৰা দৃষ্টান্ত বৰ্তমান কোনো বাগিচাগোটে দেখুৱাব পৰা নাই । ইয়াৰপৰা অনুমান হয় যে অসমৰ চাহ কোম্পানীসমূহৰ লাভৰ সমস্ত টকা পুঁজিপতিৰ অৰ্থনৈতিক সাম্ৰাজ্য সম্প্ৰসাৰণত ব্যয় হৈছে ।

অসমৰ অৰ্থনৈতিক বিকাশৰ বাবে অসমৰ চাহ বাগিচাসমূহৰ আধুনিকীকৰণ প্ৰক্ৰিয়া অতি লাগতীয়াল বুলি বহুতো বুদ্ধিজীৱীয়ে ক'ব খোজে। ইয়াৰ দ্বাৰা চাহ জনজাতিসকলৰ জীৱন ধাৰণৰ মানদণ্ড উন্নত হোৱাৰ আশা কৰা যায় । বৰ্তমান চৰকাৰৰ উদ্যোগনীতিৰ ওপৰত অধিক গুৰুত্ব আৰোপ আৰু চাহ উদ্যোগৰ শ্ৰমিক জীৱনৰ উন্নয়ন প্ৰধান প্ৰচেষ্টা হোৱা উচিত । অসম চৰকাৰৰ অধানস্থ চাহ আৰু প্ৰাক্তন চাহ সঞ্চালকালয়ৰ জনকল্যাণ তথা নিবনুৱা যুৱক-যুৱতীৰ স্ব-নিৰ্ভৰশীল আঁচনিসমূহ সঠিক ৰূপায়ণৰ বাবে অধিক গুৰুত্ব দিয়াৰ প্ৰয়োজন । চাহ বাগিচাৰ আশে-পাশে থকা অব্যৱহৃত মাটিত মীনপালন, উন্নত খেতি-বাতি আৰু চাহ বাগিচাক কেন্দ্ৰ কৰি গঢ়ি উঠা চহৰবোৰত বিভিন্ন ক্ষুদ্ৰ কুটিৰ উদ্যোগৰ সম্প্ৰসাৰণ ব্যৱস্থাই অসমৰ অৰ্থনীতিত সহযোগিতা আগবঢ়াব পাৰিব । সেয়ে চাহ জনজাতিসকলৰ জনসংখ্যাৰ অনুপাতে বিত্তীয় বাজেটত অধিক ধন বিনিয়োগ কৰি বৃহৎ জনগোষ্ঠীটোৰ উন্নয়নত মনোনিবেশ কৰিলে অসমৰ অৰ্থনৈতিক সংকট দূৰ হোৱাৰ উপৰি অসমৰ অৰ্থনীতি টনকিয়াল হ'ব বুলি ক'ব পাৰি ।

এনেবোৰ উন্নয়মূলক আঁচনিৰ বাবে শিক্ষা দীক্ষা আৰু গণতান্ত্ৰিক সচেতনতা জগাই তুলিবৰ বাবে শ্ৰমিক সংগঠন, চৰকাৰ আৰু চাহ শ্ৰমিকৰ স্বেচ্ছাসেৱী সংগঠনসমূহ ঐক্যবদ্ধ হৈ আগুৱাই আহিব লাগিব । অসম চাহ মজদুৰ সংঘ শ্ৰমিক সংগঠন হিচাবে অসমৰ চাহ জনজাতিৰ বাবে ভাৰতৰ শ্ৰম সংগঠন, কেন্দ্ৰীয় চৰকাৰৰ বিভিন্ন জনকল্যাণ আঁচনিৰ অধীনত বহুতো কৰণীয় আছে । চাহ জনজাতি ছাত্ৰ সন্থা, শোষিত, বঞ্চিত জনগোষ্ঠীটোৰ জাগ্ৰত প্ৰহৰী। সেয়ে অসম চাহ জনজাতি ছাত্ৰ সন্থাৰ ওপৰত ঐতিহাসিক ভাৱে ন্যস্ত দায়িত্ব জাতিৰ উদ্ধাৰৰ বাবে পৰিকল্পিত কাৰ্যপন্থাৰে সামগ্ৰিক কল্যাণত মনোনিবেশ কৰি আত্মবিশ্বাসেৰে নেতৃত্ব দিলে অসমৰ চাহ জনজাতিৰ উন্নতি হ'ব আৰু অসমৰ উন্নতিৰ ভেটিও সুদৃঢ় হ'ব বুলি আশা কৰিব পাৰি । ❀

# অসমৰ চাহ জনগোষ্ঠী আৰু মূলসুঁতি ঃ সমন্বয় আৰু সংঘাত

❑ ড° লিখেনেশ্বৰ ঘাটোৱাৰ

অসমীয়া জাতি আৰু ইয়াৰ সংস্কৃতি গঢ়ি উঠিছে ভাৰতীয় বিভিন্ন জাতি-উপজাতিৰ ভাষা আৰু সংস্কৃতিৰ সংমিশ্ৰণত। প্ৰাচীন কালৰ নৰকাসুৰ, বীৰ ভগদত্ত, বান, ভীষ্মক আদি ৰজা-মহাৰজাসকলৰ কথা অসম তথা ভাৰতৰ বুৰঞ্জীত উল্লেখ পোৱা যায়। এই অসমতে আহোম, কছাৰী, চুটীয়া, কোচ, জয়ন্তীয়া আদি ৰাজ্যৰ উত্থান-পতন হৈছিল। আহোম ৰাজ্যৰ ছশ বছৰীয়া ৰাজত্বকাল যোৱা শতিকাৰ তৃতীয় দশকতহে অস্ত পৰে।

প্ৰাচীন কালৰপৰাই প্ৰধানকৈ তিনিটা নৃ-গোষ্ঠীৰ লোক আহি ভাৰতৰ উত্তৰ-পূৰ্বাঞ্চলৰ বিভিন্ন অংশত বসবাস কৰিবলৈ লৈছিল। ভাৰতৰ উত্তৰ-পূব ফালেদি মংগোলীয় জাতিৰ লোকসকল বিভিন্ন সময়ত এই অঞ্চললৈ আহিছিল। আহোম , বড়ো, কছাৰী, মৰাণ, খামটি, ৰাভা, কাৰ্বি, মিচিং, আবৰ, নগা আদি লোকসকল এই জাতিৰ লোক। দ্বিতীয় জাতিৰলোকসকল হৈছে অষ্ট্ৰিক জাতিৰ। এই জাতিৰ লোকসকল হৈছে খাচীয়া আৰু জয়ন্তীয়া সকল। এওঁলোক বৰ্ত্তমান মেঘালয়ত বসবাস কৰে। তৃতীয় জাতিৰ লোকসকল হৈছে আৰ্য্যসকল। এওঁলোকৰ সোঁত পুৰণি কালৰপৰা বৰ্ত্তমানলৈকে বৈ আছে। ইয়াৰ উপৰি ইংৰাজসকলৰ ছকুৰি বছৰীয়া ৰাজত্বকালৰপৰা বৰ্ত্তমানলৈকে ব্যৱসায়, বাণিজ্য, শিল্প, চাকৰি আদিৰ কাৰণে ভাৰতৰ বিভিন্ন অঞ্চলৰ লোক আহি এই অঞ্চলত বসবাস কৰিছেহি। এওঁলোকৰ ভিতৰত ইংৰাজসকলে ১৮৪১ চনৰ পৰাই অসমৰ চাহ শিল্পত কাম কৰিবলৈ অনা ভাৰতৰ বিভিন্ন প্ৰান্তৰ শ্ৰমিকসকল অন্যতম। চাহ শিল্পৰ বাবে অনা এই শ্ৰমিকসকল সময়ৰ সোঁতত বিলীন হৈ অসমতে বংশানুক্ৰমে স্থায়ীভাৱে থাকি আজি ‘চাহ জনগোষ্ঠী’ হিচাবে পৰিচয় লাভ কৰিছে। এই বৃহৎ চাহ জনগোষ্ঠী ভাৰতৰ বিভিন্ন প্ৰান্তৰ, বিভিন্ন জাতি-উপজাতিৰ ভিন্ন ভিন্ন বৈশিষ্ট্য থাকিলেও তেওঁলোক অসমত স্থায়ীভাৱে থাকি অসমৰ ভাষা-সংস্কৃতি গ্ৰহণ কৰি অসমীয়া জাতি গঢ়াত আগবাঢ়িছে।

অসম এখন এনে দেশ যিখন দেশলৈ চামে চামে বিভিন্ন ঠাইৰ পৰা

মানুহৰ সোঁত লানি নিছিগাকৈ বৈ আছে । ঠিক তেনেকৈ এই দেশৰ সংস্কৃতিৰ সংমিশ্ৰণৰ ধাৰা যুগ যুগ ধৰি প্ৰবাহিত হৈ আছে । ভাৰতৰ বিভিন্ন ঠাইৰপৰা অসমলৈ অহা চাহ শ্ৰমিকসকলৰ বংশধৰ সকলে নিজৰ কলাকৃষ্টি বজাই ৰাখিও অসমৰ মাটিত ডাঙৰ দীঘল হৈ অসমকে নিজৰ মাতৃভূমি আৰু নিজকে অসমীয়া বুলি চিনাকি দিছে । এই শ্ৰমমুখী জনগোষ্ঠীৰ ভাষা আৰু সংস্কৃতিৰ মাজত বহু গভীৰ তত্ত্ব বিৰাজমান । এইবোৰে অসমৰ বাৰেবৰণীয়া কৃষ্টি-সংস্কৃতিৰ মূলসূঁতিক সুদৃঢ় কৰাত অৱদান যোগাই আহিছে ।

অসমৰ জনসাধাৰণৰ মাজত এতিয়াও এই বৃহৎ চাহ জনগোষ্ঠীৰ সামাজিক, সাংস্কৃতিক দিশসমূহৰ বিষয়ে অনগ্ৰসৰতা বিৰাজ হোৱা দেখা যায় । এই জনগোষ্ঠীক এতিয়াও পৰিকল্পিতভাৱে বিভিন্ন সময়ৰ শাসকগোষ্ঠী আৰু শোষণকামীয়ে কেৱল শ্ৰমিক হিচাবেই গণ্য কৰা দেখা যায় । বিভিন্ন সময়ত বহু স্বাৰ্থান্বেষী কুচক্ৰই নিজ নিজ স্বাৰ্থ সিদ্ধিৰ বাবে এই জনগোষ্ঠীৰ লোকৰ মনৰ মাজত শঙ্কা, অসন্তোষ ইত্যাদি ভাৱ জগাই তোলে । কিন্তু এইটো চিৰন্তন সত্য যে অসমৰ বৰ্ণাঢ্য সংস্কৃতিয়ে সকলোকে একতাৰ বান্ধোনেৰে বান্ধি থ'বলৈ সক্ষম হৈছে । বিভিন্ন জনগোষ্ঠীৰ সংস্কৃতিৰ সমন্বয়ৰ ফলস্বৰূপে সৃষ্টি হৈছে এক চহকী অসমীয়া সংস্কৃতি । বৰ্তমান যুগত কোনো জাতিৰ সংস্কৃতিয়েই একক সংস্কৃতি হৈ থকা নাই । একক সংস্কৃতিৰ কথা চিন্তা কৰাটো এটা অশুভ চিন্তা । এনে চিন্তাই মানুহৰ মনৰ মাজত ভুল বুজাবুজিৰ সৃষ্টি কৰে আৰু এটা জাতিৰ সুদৃঢ় উন্নত সংস্কৃতি গঢ়ি উঠাত বাধা জন্মায় । এই ক্ষেত্ৰত জ্যোতিপ্ৰসাদ আগৰৱালা দেৱৰ এক মন্তব্য আছিল - 'আজি অসমলৈ যিসকল আহিছে তেওঁলোকৰ সৈতে দ্বেষমূলক, অভিমানমূলক কোনো চিন্তা বা কৰ্মৰেই তেওঁলোকক আমাৰ সংস্কৃতি দিব বা লোৱাব নোৱাৰি । তেওঁলোকক আমাৰ সংস্কৃতিৰে মুগ্ধ কৰিব পাৰিলেহে তেওঁলোক আমাৰ আপোন হ'ব ।'

অসমৰ যিকোনো ঠাইৰ মানুহৰে নিজস্ব সংস্কৃতিৰ উমান পোৱা যায় । সাজোন-কাচোনৰ পৰা আৰম্ভ কৰি খোৱা-বোৱা, থকা-মেলা, গীত-পদ গোৱা ইত্যাদি সমাজৰ প্ৰতিটো বিষয়তে সংস্কৃতিৰ স্বকীয় বৈশিষ্ট্য বিৰাজ কৰি আছে । অসমৰ জাতীয় সংস্কৃতিত চাহ জনগোষ্ঠী আৰু অসমীয়া সমাজৰ পৰস্পৰৰ মাজত ক্ৰমবৰ্ধমান সমন্বয়ৰ বিকাশ কেনে হৈছে তাৰ পৰ্যালোচনা কৰাটো নিতান্ত প্ৰয়োজন । বৰ্তমান সমাজত ঐক্য সংহতি ৰক্ষা কৰাত সাংস্কৃতিক সমন্বয়ে এক বিশেষ অবিহণা যোগায় ।

অসমত বাস কৰা বিভিন্ন খিলঞ্জীয়া জনগোষ্ঠীৰ সংস্কৃতিয়ে যেনেকৈ অসমীয়া

সংস্কৃতিত প্ৰভাৱ পেলাইছে ঠিক তেনেকৈ চাহ্ জনগোষ্ঠীৰ সংস্কৃতিয়েও অসমীয়া সংস্কৃতিত প্ৰভাৱ পেলাইছে । এনে হোৱাটো স্বাভাৱিক কথা, কাৰণ একে পৰিৱেশত বহুদিন একেলগে বসবাস কৰিলে মানুহৰ সংস্কৃতিৰ পৰিৱৰ্ত্তন ঘটেই, ই চিৰন্তন সত্য । চাহ্ জনগোষ্ঠীয়ে অসমীয়া ভাষাক আপোন কৰি গ্ৰহণ কৰিছে । ইয়াৰ ফলত এই জনগোষ্ঠীৰ ভাষা তথা সংস্কৃতিৰ ওপৰতো প্ৰভাৱ পৰিছে । সাজোন-কাচোন, খোৱা-বোৱা, গীত-পদ ইত্যাদিতো ইয়াৰ প্ৰভাৱ নপৰাকৈ থকা নাই । এই জনগোষ্ঠীৰ কৰ্ম কৌশল, সাহিত্য উপন্যাস ইত্যাদিও অসমীয়া সংস্কৃতিত স্থান পাইছে । এনে সমন্বয় প্ৰাক-স্বাধীনতা কালৰ তুলনাত বৰ্ত্তমান বহু পৰিমাণে উন্নত হৈছে বুলি ক'লে ভুল কোৱা নহ'ব । প্ৰাক-স্বাধীনতা কালত অসমীয়া মানুহৰ ৰক্ষণশীলতা স্বভাৱ আৰু চাহ্ বাগিচাৰ মালিক পক্ষৰ বিভাজন কৰি শাসন কৰা নীতিয়ে জনগোষ্ঠীক অসমীয়া মানুহৰ লগত সমন্বয় ঘটিব দিয়া নাছিল । স্বাধীন ভাৰত হোৱাৰ পাছৰেপৰা কালক্ৰমে বাগিচাৰ বহুতো শ্ৰমিকে বাগিচাৰ পৰা ওলাই আহি বাগিচাৰ কাষে কাষে গাঁও ভূই পাতি থাকি থলুৱা মানুহৰ সংস্পৰ্শলৈ আহে আৰু লাহে লাহে দুয়োখন সমাজৰ বিভিন্ন ক্ষেত্ৰত সমন্বয় ঘটিব ধৰে । কিন্তু বৰ্ত্তমানেও বাগিচাসমূহত থকা চাহ্ জনগোষ্ঠীৰ মানুহৰ আৰু অসমীয়া মানুহৰ যিমানখিনি সংমিশ্ৰণ আৰু সমন্বয় ঘটিব লাগিছিল সিমানখিনি হ'ব পৰা নাই । বৰ্ত্তমান চাহ্ বাগিছাৰ কিছু সংখ্যক শিক্ষিত যুৱক-যুৱতীয়ে এই ক্ষেত্ৰত বহু আগবাঢ়িবলৈ সক্ষম হৈছে । বৈবাহিক সমন্বয়ৰ সহায়েৰেও বিভিন্ন জনগোষ্ঠীৰ মাজত সমন্বয় আৰু সম্প্ৰীতি স্থাপন কৰাত বহু পৰিমাণে অৰিহণা যোগায় । এনে সম্বন্ধ বহুতে সমৰ্থন কৰে আৰু ইয়াৰ ফলত নতুন প্ৰজন্ম স্বাস্থ্য আৰু মানসিক দিশত উন্নত হয় বুলি মত পোষণ কৰে । অৱশেো এতিয়া অসমৰ বিভিন্ন ঠাইত থলুৱা জনগোষ্ঠী আৰু চাহ্ জনগোষ্ঠীৰ লোকৰ মাজত বৈবাহিক সম্বন্ধ গঢ়ি উঠা দেখা গৈছে । এনে সম্বন্ধ কেৱল শিক্ষিত লোকসমূহৰ মাজতহে দেখিবলৈ পোৱা যায় । অশিক্ষিত লোকসমূহৰ মাজত এনে সম্বন্ধ কম দেখা যায় । সামাজিক প্ৰথা আৰু ৰক্ষণশীল মনোভাৱে এই ক্ষেত্ৰত বহু পৰিমাণে বাধাৰ সৃষ্টি কৰে । অসমৰ চাহ্ জনগোষ্ঠীৰ ৭০ শতাংশতকৈ বেছি লোক এতিয়াও অশিক্ষিত । এই শ্ৰমমুখী লোকসকলৰ শ্ৰমদানৰ বাদে সামাজিক আৰু মানসিক উন্নয়নৰ কথা চিন্তা কৰাৰ সময় নাই । এই সকল লোকক এতিয়াও শোষক গোষ্ঠীয়ে শ্ৰমিক হিচাবে গণ্য কৰি আহিছে আৰু এইসকল লোকক শিক্ষা আৰু মানসিক উৎকৰ্ষ সাধন কৰাৰ দিশত আগবঢ়াই নিয়াত বেনে পদক্ষেপ ল'ব

লাগিছিল তেনে পদক্ষেপ লোৱা হোৱা নাই । আনকি বহুক্ষেত্ৰত শ্ৰমৰ মৰ্য্যাদা দিবলৈকো কুণ্ঠাবোধ কৰে । যিকোনো জনগোষ্ঠী বা জাতিৰ ৰীতি-নীতি আৰু পৰম্পৰা চিৰাচৰিত হ'লেও গতিশীল সমাজত আগৰ কিছুমান পুৰণা ৰীতি-নীতি সমাজত অচল হৈ পৰে আৰু নতুন ৰীতি-নীতি হোৱা দেখা যায় । বৰ্ত্তমান যুগত জ্ঞানৰ বিস্ফোৰণ, বিজ্ঞানৰ অৱদান আৰু ভিন্ন ভিন্ন সমাজৰ নতুন নতুন ভাবদৰ্শনে উন্নত সামাজিক জীৱন যাপনৰ পথ সুগম কৰি দিছে । এনে অৱস্থাত পুৰণিকলীয়া ৰীতি-নীতি বাদ দি বাস্তৱমুখী ৰীতি নীতি আঁকোৱালি লোৱাই উচিত ।

এটা জনগোষ্ঠীৰ লোকসকলৰ মাত-কথা, চিন্তা-চৰ্চা, সাহিত্য-কলা, ৰীতি-নীতি, জীৱন যাপনৰ ব্যৱস্থা ইত্যাদি লৈ যি এটা সামগ্ৰিক স্বৰূপ পোৱা যায় সেইটোৱেই হৈছে সেই জনগোষ্ঠীৰ সংস্কৃতি । এই সংস্কৃতিৰ সহায়েৰেই সেই জনগোষ্ঠীৰ সভ্যতাৰ মানদণ্ড নিৰ্ণয় কৰা হয় । উন্নত ৰীতি-নীতি, উন্নত ভাবচিন্তা , বিজ্ঞানসন্মত জীৱন যাপন, উচ্চ আধ্যাত্মিকতা আদিৰ ওপৰতে ভিত্তি কৰি উন্নত সংস্কৃতি গঢ়ি উঠে । বৰ্ত্তমান যুগত বিজ্ঞান আৰু প্ৰযুক্তি বিদ্যাৰ অৱদানৰ বলত আমি ভালেখিনি সা-সুবিধা ভোগ কৰিবলৈ সক্ষম হৈছো । মানুহৰ অন্তৰ জগতৰ মানবীয় গুণৰাজিৰ বিকাশ কৰাই আধ্যাত্মিকতা । ইয়াৰ বিকাশতহে মানুহৰ মাজৰ মধুৰ সম্বন্ধ গঢ়ি উঠে । সেয়ে বিজ্ঞান আৰু আধ্যাত্মিকতাৰ সমন্বয়ত উৎকৃষ্ট সংস্কৃতি গঢ়ি উঠে । এই সমন্বয়ৰ ওপৰতে মানৱ সমাজৰ শান্তি প্ৰগতি নিৰ্ভৰশীল ।

অসমৰ বৃহৎ চাহ জনগোষ্ঠীৰ প্ৰায় ১১০ টা জাতি-উপজাতিৰ সংমিশ্ৰণত গঢ়ি উঠিছে এক নতুন সংস্কৃতি । এই জনগোষ্ঠীৰ বিভিন্ন ভাষা মিশ্ৰিত হৈ খৰঠা, বাগানীয়া, বাংলা, সাদৰি আদি কথিত ভাষাৰ সৃষ্টি হৈছে । এই ভাষাই বিভিন্ন জাতি-উপজাতিৰ সমন্বয় ঘটাত সহায় কৰিছে । এই জনগোষ্ঠীৰ সংস্কৃতি অন্য জনগোষ্ঠীৰ সংস্কৃতিৰ তুলনাত বহু পিচ পৰি আছে, এই কথা কোনেও নুই কৰিব নোৱাৰে । এই ক্ষেত্ৰত চাহ জনগোষ্ঠীৰ প্ৰত্যেকজন লোকেই দেৰিকৈ হ'লেও চিন্তা চৰ্চা কৰাৰ সময় আহি পৰিছে । এই জনগোষ্ঠীক নৈতিক আদৰ্শ, উদাৰতা, সদাচাৰ, সহিষ্ণুতা, দেশপ্ৰেম আৰু নিয়মানুবৰ্ত্তিতাৰ আদৰ্শৰে সজাগ কৰি তুলিবলৈ অসমৰ সচেতন প্ৰত্যেক ব্যক্তিয়েই চিন্তা কৰা উচিত । এই ক্ষেত্ৰত চৰকাৰ, বিভিন্ন সংগঠন আৰু অনুষ্ঠান-প্ৰতিষ্ঠানে এক স্পষ্ট আঁচনি লোৱাটো নিতান্ত প্ৰয়োজন হৈ পৰিছে । চাহ জনগোষ্ঠীৰ শিক্ষিত লোকসকলৰ দায়িত্ব এইক্ষেত্ৰত সকলোতকৈ বেছি । □□

# চাহ্ বাগিচাৰ খেলা-ধূলা ঃ অতীত, বৰ্ত্তমানৰ আৰু সম্ভাৱনাৰ ক্ষেত্ৰ

❑ ৰাজেন গগৈ

যি সময়ত সমগ্ৰ ভাৰতবাসীয়ে অলিম্পিকত এটা পুৰস্কাৰৰ বাবে হাহাকাৰ কৰিবলগীয়া হৈছে সেই সময়ত একমাত্ৰ আনুষ্ঠানিক অনুশীলন আৰু অৰ্থনৈতিক দুৰৱস্থাৰ বাবে অলেখ সোণৰ পুৰস্কাৰ আনিবৰ খেলুৱৈ চাহ্ বাগিচাত অপচয় হৈছে। আহোম ৰাজত্ব কালৰ পিছত অসমত আধুনিক খেলা-ধূলাৰ ইতিহাস চাহ্ উদ্যোগে আৰম্ভ কৰে। ফুটবলেই চাহ্ বাগিচাৰ একমাত্ৰ খেলা হিচাবে আৰম্ভ হৈছিল আৰু উজনি অসমত জনসাধাৰণৰ মাজত এইখনে আলোড়ন সৃষ্টি কৰিছিল। নামনি অসমত দৰং জিলাত চাহ-শ্ৰমিকসকলে অৱশ্যে হকী খেলিছিল। এতিয়াও হকী খেল দৰং জিলাত শ্ৰমিকসকলৰ মাজত জনপ্ৰিয়। অৱশ্যে বগা চাহাবসকলে কৃত্ৰিমাই অনা ফুটবলেই হ'ল চাহ বাগিচাৰ অতীত আৰু বৰ্ত্তমানৰ আটাইতকৈ জনপ্ৰিয় খেল। ল'ৰা-বুঢ়া, ডেকা-গাভৰু সকলোৱে সমানে আনন্দ ভাগ ল'ব পৰা খেল। এটা কথা ভাবিও এতিযাও আচৰিত লাগে যে যি বৃটিছ জাতিয়ে চাহ্ শ্ৰমিকসকলক জীব-জন্তুৰ দৰে ব্যৱহাৰ কৰিছিল —সেই বৃটিছ জাতিৰ বগা চাহাবসকলে ফুটবল খেল পথাৰত খেলুৱৈসকলক মৰ্যদাপূৰ্ণ আসন দিছিল। আনহে নালাগে বগা চাহাবসকলে গ্ৰাম্যঅঞ্চলৰ পৰাও খেলা-ধূলাৰ আগৰণুৱা মানুহক চাহ বাগিচাত চাকৰি দিছিল। আৰু চাহ বাগিচাৰ খেলুৱৈক কৰ্মৰ দিশত সহানুভূতিৰে চাইছিল।

চাহ উদ্যোগৰ অগ্ৰগতিত 'আসাম কোম্পানী' আৰু 'যোৰহাট টি কোম্পানী'ৰ বিশেষ অৱদান আছে। এই দুই কোম্পানীয়ে চাহ বাগিচা খোলাত অগ্ৰগতি লাভ কৰাৰ লগে লগে নিজৰ বাগিচাই বাগিচাই একোখন খেলপথাৰ গঢ়ি তুলিছিল। এই খেলপথাৰবোৰত শ্ৰমিক, কৰ্মচাৰী আৰু চাহাবসকলৰ অপূৰ্ব সমন্বয়ত গঢ়ি উঠিছিল ফুটবলৰ ইতিহাস। য'ত এইসমূহে একঘেয়ামী জীৱনত কৰ্মোদ্যম জগাই তুলিছিল।

স্বাধীনতাৰ পূৰ্বে আমগুৰি, হালোৱাটিং, ৰবঘাম, বিহুবৰ, চেলেং আদি বাগিচাই ফুটবল খেলৰ এক পৰিবেশ গঠন কৰিছিল। সুন্দৰ খেল প্ৰদৰ্শন কৰি খেলপথাৰ প্ৰাণৱন্ত কৰা খেলুৱৈ সকলক হ'ল —আমগুৰিৰ চামাৱাং, এওঁ লিখিব পঢ়িব নাজানেঃ কিন্তু বৃটিছৰ লগত ইংৰাজীতে প্ৰয়োজনীয় কথা পাতিব পাৰিছিল। ভাল গ'লকিপাৰ

আছিল। আৰু বাগিচাৰ ওলাম চকীদাৰ আছিল। বনমালি বৰগোহাঁই এওঁ একমাত্ৰ ভাল খেলুৱৈ বাবেই আমগুৰি বাগিচাত চাকৰি পাইছিল। ঠিক সেইদৰে তাহানিৰ কটন কলেজৰ খেলুৱৈ লম্বিত চেতিয়াই আমগুৰি চাহ বাগিচাত চাকৰি কৰি বাগিচাৰ খেলুৱৈ হৈছিল। ঠিক সেইদৰে আমগুৰি চাহ বাগিচাৰ কৰ্মচাৰী কানিয়া হুচেইন, মতি উল ইচলাম চাহ, নাজিৰাৰ 'জানটি' আৰু 'ঘটক' আমগুৰি চাহ বাগিচাৰ সুদক্ষ খেলুৱৈ আছিল। আনহাতে ৰৰবাম চাহবাগিচাৰ অৰুণ দত্ত, হালোৱাটিং চাহ বাগিচাৰ মেনেজাৰ জে. এন. ৰে, চেলেং চাহ বাগিচাৰ ঘৃত গগৈ সুদক্ষ খেলুৱৈ আছিল। খেল পৰিচালনা কৰা ৰেফী হিচাবে হালোৱাটিং চাহ বাগিচাৰ ডাঃ জেঃ চি. দত্ত, ৰৰবাম চাহ বাগিচাৰ ডাঃ হবিবুৰ ৰহমান (বৰ্ত্তমান তেওঁৰ পুত্ৰ ডাঃ জামানুৰ ৰহমান চেচা চাহ বাগিচাত আছে) ৰৰবাম চাহ বাগিচাৰ ডাঃ এন্টি মেলেৰীয়া বিভাগৰ কাম কৰা মঃ ইকামুল হুচেইন (বৰ্ত্তমান তেওঁৰ পুত্ৰ মঃ ইয়াকুব আলি ৰৰবাম চাহ বাগিচাৰ শ্ৰমিক কল্যাণ বিষয়া) হালোৱাটিং চাহ বাগিচাৰ প্ৰেমা গগৈ, আমগুৰি চাহ বাগিচাৰ প্ৰভাত বৰপাত্ৰ গোহাঁই আদি উল্লেখযোগ্য। অলিম্পিকত অংশ গ্ৰহণ খ্যাতি কৰি কঢ়িয়াই অনা ভাৰতীয় ফুটবল দলৰ কেপ্তেইন ডাঃ টি আও ৰৰবাম চাহবাগিচাৰ সন্তান। যাকে এই বাগিচাত নাৰ্চ কৰিছিল।

স্বাধীনতাৰ পিছৰ কালত শিৱসাগৰ জিলাত বিৰকৰ চাহবাগিচাৰপৰা ওলাই অহা ৰকম তাঁতীয়ে খেল পথাৰত দৰ্শকৰ মন মুহিব পাৰিছিল। লিপিৰী চাহ বাগিচাৰ 'আন' নামৰ এজন খেলুৱৈয়ে ফুটবলত যথেষ্ট পাকদৰ্শিতা দেখুৱাইছিল। ৰৰবাম চাহবাগিচাৰ 'জিংগাক' কৰ্ণাৰ কিক মৰাৰ বাবে বিখ্যাত আছিল। তেওঁ কৰ্ণাৰ মাৰিলে গ'ল হোৱাটো নিশ্চিত আছিল। টিফুক চাহবাগিচাৰ কমল ৰৰা, আঠখেল চাহ বাগিচাৰ মতৰাম গগৈ, আমগুৰি চাহ বাগিচাৰ কাৰ্ত্তিক তাচা আদি সুদক্ষ খেলুৱৈৰ নাম ল'ব পাৰি।

১৯৩৯-৪০ চনত ডিব্ৰুগড় জিলাৰ টেঙাখাটৰ লেখোই চাহবাগিচাৰ ফুটবল দলটোৱে উল্লেখযোগ্য পাকদৰ্শিতাৰে খেল প্ৰদৰ্শন কৰিছিল। গজানন কাকতি, নৱকুমাৰ হাজৰিকা, অৰ্জুন চৰ্দাৰ আছিল দলটোৰ আটাইতকৈ চকুত লগা খেলুৱৈ। ১৯৪৭-৪৮ চনত সেই চাহ বাগিচাতে মহেন্দ্ৰ নামৰ এজন সুদক্ষ ফুটবলাৰ ওলাইছিল। ১৯৪৭-৪৮ চনত বজাআলি চাহবাগিচাৰপৰা মিঃ জনচন, কীৰ্ত্তি ৰৰা, বালিজান চাহবাগিচাৰপৰা গোমন গোস্বামী, অতুল দত্ত, ভোলা ৰৰা আৰু সুদক্ষ খেলুৱৈয়ে অঞ্চলটোত চমক লগাইছিল। পিছৰ কালত ভোলা ৰৰাই ভাৰতীয় নৌ-বাহিনীত যোগদান কৰি সৰ্বভাৰতীয় ফুটবল খেলাৰ সুযোগ লাভ কৰিলে। ১৯৫২ চনত আসাম ফ্ৰন্টিয়াৰ কোম্পানীৰ মাকুমৰ খেলপথাৰত 'বাইলুং' উপাধিৰ এজন সুদক্ষ খেলুৱৈয়ে ঢকাক লগাইছিল। ১৯৫৩-৫৪ চনত দিখৌ চাহ কোম্পানীত অৰ্জুন, আসনু, ৰাম, আনন্দ চন্দ্ৰ মেচ,

প্ৰফুল্ল চন্দ্ৰ পাল আদি সুদক্ষ খেলুৱৈয়ে দৰ্শকৰ প্ৰশংসা লাভ কৰিছিল।

পঞ্চাছৰ দশকত মৰাণ অঞ্চলত চাহ বাগিচাত ফুটবল দল গঠনে খেলৰ পৰিৱেশ ৰচনা কৰিছিল। মৰাণ, চেপন, খুমটাই, শিঙৰিজান, খোৱাং আদি বাগিচাৰ ফুটবল দলবোৰ শক্তিশালী আছিল। নীল বৰুৱা, বিশ্বনাথ শীল, নন্দ বৰপাত্ৰ গোহাঁই ফাইজুদ্দিন আহমদ, নিৰ্মল দাস, ফুলন দত্ত, চুচন গগৈ, অতুল বৰপাত্ৰ গোহাঁই, মহেন্দ্ৰ বুঢ়া গোহাঁই, জামাল আহমদ, কামাল আহমদ, ধনপদ তাঁতী, দণ্ডি কোৱৰ, কুশৰাম গোহাঁই, মহেন্দ্ৰ গগৈ, গংগাধৰ ফুকন, মাণিক বসুমতাৰী, অমৃত চুতীয়া, প্ৰসন্ন গগৈ, বীৰেন্দ্ৰ কুমাৰ গগৈ, মাণিক দিহিঙীয়া, সুনীল দত্ত, বীৰেশ্বৰ বাগচি আদি আছিল মৰাণ অঞ্চলৰ সুদক্ষ খেলুৱৈ। খোৱাং চাহ বাগিচাৰ মেনেজাৰ মেজৰ চৌধুৰী, ঔফুলীয়া চাহ বাগিচাৰ মেনেজাৰ মেজৰ এচ. এন. বেনাৰ্জী, চেপন চাহবাগিচাৰ মেনেজাৰ মিঃ মিং, মৰাণ চাহ বাগিচাৰ মেনেজাৰ লাৰকিন আদিয়ে ফুটবল খেলৰ উন্নতিৰ বাবে আগভাগ লৈছিল। ডাঃ গিৰীশ ফুকন হ'ল এই অঞ্চলৰ ফুটবলৰ অনুপ্ৰেৰণাৰ জীৱন্ত সাক্ষী। সুৱৰ্ণ আৰু চুৰেশ আছিল সেই সময়ত থাওৱা চাহ বাগিচাৰ প্ৰতিভাৱান খেলুৱৈ।

চাহ বাগিচাৰ খেল জগতৰ ইতিহাসত গোলাঘাটৰ চন্দ্ৰ মোহন গঞ্জু হ'ল মাইলৰ খুটি স্বৰূপ। গোলাঘাটৰ বেতয়নী চাহ বাগিচাত জন্ম হোৱা গঞ্জুৱে ১৯৬৭-৭২ চনলৈকে মুঠ পাঁচবাৰ ৰাজ্যিক দলৰ প্ৰতিনিধিত্ব কৰিছে। ঠিক সেইদৰে ১৯৬০ চনত অসম ফুটবল দলত বিজয় কাৱা, ৰিচাৰ্ড হৰ'ই ভাগ লৈছে। ১৯৫৯-৭২ চনৰ ভিতৰত বাগিচাৰ খেলুৱৈ বিজয় কাৱাই চাৰিবাৰ ৰাজ্যিক ফুটবল দ'লৰ হৈ খেলিছিল। চামুৱেল কিচকু, কয়াম কিচকু, লৰেন্স হৰ'ই ৰাজ্যিক দলত স্থান পাইছিল। আগষ্টিন মিঞ্জ, অঞ্জুলচ বাক্সলা, নহাল কুৰ্মি, বিষ্ণু কটকী (তাঁতী) অসমৰ ফুটবল জগতৰ চিনাকি নাম। বৰদলৈ ট্ৰফীত যোগদান কৰা গোলাঘাট চাহ বাগিচা দলৰ সুদক্ষ খেলুৱৈ ফিলিপ দাহাংগা সকলোৰে চকুত পৰাকৈ জিলিকি উঠিছিল। ষ্ট্ৰাইকাৰ হিচাবে তেওঁ অসম, স্কুল দলৰ হৈ নেচনেল স্কুল গেমছত সুনাম আৰ্জন কৰিছিল। গুৱাহাটীত প্ৰথম ডিভিজনৰ লিগ খেলিছিল আৰু ৰাজ্যিক দলতো স্থান লাভ কৰিছিল। বৰদলৈ ট্ৰফীৰ আন এজন খেলুৱৈ আছিল গোঁসাই গাৱঁৰ বৰহন খা ক্লাবৰ খেলুৱৈ মিমিয়াছ টুডু। টুডু কটন কলেজৰহৈ ৰাইট বেক খেলিছিল। টুডু পিছলৈ এম. এল. এ হৈছিলগৈ। আন এজন সুদক্ষ ফুটবলাৰ আছিল নগাওঁ জিলাৰ বিচাদ হৰেল। মোহন মিৰ্দ্ধা ১৯৯৫-৯৬ চনৰ ক্ৰীড়া সাংবাদিক সন্থাৰ দ্বাৰা শ্ৰেষ্ঠ ফুটবলাৰ ৰূপে পৰিগণিত হৈছিল। খুদিৰাম ৰবিদাস মেগাৰ দলৰ এজন সুদক্ষ খেলুৱৈ। ১৯৬৭-৬৮ চনত দেৰগাঁৱৰ অসম পুলিচ দলৰ মহেন্দ্ৰ গঞ্জু আছিল এজন সুদক্ষ খেলুৱৈ।

অসমৰ ৰাজ্যিক জুনিয়ৰ ফুটবল দলটো সময়ে সময়ে চাহবাগিচাৰ খেলুৱৈ অন্তৰ্ভুক্ত হৈ আহিছে। নুইচ্ টপ্প (১৯৭৫), ফিলিপ দাহাংগা (১৯৮১), ফিলিপ পিনাক

(১৯৮১), খলাবিন পিনাক (১৯৮২), মাচিলিন পিনাক (১৯৮৫), কর্ণেলিচ কুজুৰ (১৯৮৫), ভেলেন্টাইন টপ্প (১৯৯৩-৯৪)। ১৯৬৯ চনত অসম স্কুল দলে পোন প্ৰথমবাৰৰ বাবে ৰাষ্ট্ৰীয় ফুটবলৰ চেম্পিয়ন খিতাপ লাভ কৰিছিল। তাত নিতাই পুখুৰী হাইস্কুলৰ প্ৰদীপ কুমাৰ কংগাৰ অন্যতম সুদক্ষ খেলুৱৈ আছিল।

অসমৰ বিভিন্ন অঞ্চলত আগৰণুৱা ক্ৰীড়া সন্থাসমূহত চাহ বাগিচাৰ খেলুৱৈয়ে অবদান আগবঢ়াই আহিছে। নাহৰকটীয়া ক্ৰীড়া সন্থাৰ ৰাফেল আছিল দুধৰ্ষ ফৰৱাৰ্ড, টিংৰাই চাৰ্কোলৰ বিনোদ, চনাৰাম, ৰামচন্দ্ৰ, হৰিচন্দ্ৰ, ৰমেশ আছিল চকুত লগা খেলুৱৈ। আমগুৰি ক্ৰীড়া সন্থাৰ বৰবাম চাহ বাগিচাৰ খেলুৱৈ বিশ্বকৰ্মা কৌৰৰ বঙ্কিম তাঁতী, বাঘজান চাহ বাগিচাৰ সঞ্জীৱ মোদী আছিল সুদক্ষ খেলুৱৈ। বোকাখাত ক্ৰীড়া সন্থাৰ কেইবাজনো সুদক্ষ খেলুৱৈ তাৰ কাৰুৱীয়া চাহ বাগিচাৰ।

**মহিলা ফুটবল আৰু চাহ-বাগিচাৰ অৱদান ঃ**

অসমৰ মহিলা ফুটবলৰ ইতিহাস মানে চাহ বাগিচা মহিলা ফুটবলৰ ইতিহাস বুলিব পাৰি। কাৰণ অসমৰ মহিলা ফুটবলত চাহবাগিচাৰ খেলুৱৈয়ে প্ৰধানত সক্ৰিয় অংশ গ্ৰহণ কৰি আহিছে। যি সময়ত অসমৰ মহিলাসকলে ফুটবল খেলিবলৈ আনকি চাবলৈও লজ্জাবোধ কৰিছিল সেই সময়ত বাগিচা অঞ্চলত —বিশেষকৈ মৰাণ, চেপন, বোকাখাত, চাবুৱা, নাহৰকটীয়া, জয়পুৰ, ওদালগুৰি, ডিমাকুছি আদি বাগিচাত মহিলা ফুটবল খেলুৱৈয়ে খেলপথাৰ জগাই তুলিছিল। ৰাজ্যিক পৰ্যায়ত বিভিন্ন প্ৰতি যোগিতামূলক খেল-খেলি ফুটবলৰ বহখিনি দিশ আয়ত্ত কৰি চাহবাগিচাৰ যুৱতীসকলে ৰাষ্ট্ৰীয় পৰ্যায়ত প্ৰথমটো পদক্ষেপ দিয়ে ১৯৮২ চনত। ১৯৮২ চনৰ জানুৱাৰী মাহত বৰ্ত্তমানৰ চেন্নাইত নেচেনেল স্পৰটিং ফেটাৰনিটিয়ে অনুষ্ঠিত কৰা Women Foot-ball Tounament ত অসম ফুটবল দলৰ হৈ বাগিচাৰ খেলুৱৈ শ্ৰীমতী মুংগী উৰাঙে মেৰিট্ চাৰটিফিকেট পাইছে। ১৯৮২ চনৰ অক্টোবৰ মাহত অসম ক্ৰীড়া পৰিষদৰ সৌজন্যত অনুষ্ঠিত হোৱা অসম মহিলা ফুটবল উৎসৱত ডিব্ৰুগড় জিলাৰ হৈ মৰাণ, চেপন, চাহবাগিচাৰ খেলুৱৈৰে গঠিত দলটোৱে ভাগ লয়। সেই দলটোৰ খেলুৱৈসকল আছিল স্বৰ্গীয় বীণা বাউৰী, শ্ৰীমতী বিদ্যা মুণ্ডা, চাম্বিৰা ধান, মুংগী উৰাং, চুতুৰাণী চাওঁৰা, মিনতী চাওঁৰা, কাৰকী চাওঁৰা, দুৰ্গী চাওঁৰা, গাংগী চাওঁৰা, চেনাই কুৰ্মি, বাসন্তী পাটৰ। ইয়াৰে বহখিনি খেলুৱৈ ৰাজ্যিক বাচনি শিবিৰলৈ নিমন্ত্ৰিত হৈছিল। ১৯৮৫ চনৰ ২২ চেপ্তেম্বৰপৰা ৭ অক্টোবৰলৈকে অনুষ্ঠিত হোৱা ৰাষ্ট্ৰীয় মহিলা ফুটবল খেলত অংশলোৱা অসমৰ দলটোত প্ৰায়ভাগ চাহবাগিচাৰ খেলুৱৈ আছিল। অসমৰ দলটোৱে ফাইনেল খেলাৰ যোগ্যতা আৰ্জন কৰে। শ্ৰীমতী মিনতী চাওঁৰাই ভাল খেল প্ৰদৰ্শন কৰি ৰাষ্ট্ৰীয় দলৰ বাবে বাছনি হৈছিল।

অসমৰ মহিলা ফুটবলৰ ইতিহাসত বীণা বাউৰী আছিল চাহ বাগিচাৰ প্ৰতিভাৰ

স্বাক্ষৰ। ১৯৮৬ চনত বীণাই অসম মহিলা ফুটবল দলৰ অধিনায়ক ৰূপে নির্ব্বাচিত হৈছিল। বীণাই কাঠমাণ্ডুত হোৱা আন্তৰাষ্ট্ৰীয় মহিলা ফুটবলত ভাৰতীয় ৰাষ্ট্ৰীয় দলৰ হৈ অংশ গ্ৰহণ কৰে। কিন্তু এই প্ৰতিভাশালী খেলুৱৈ গৰাকী ১৯৯৫ চনৰ ২৮ জানুৱাৰীত দুৰ্ঘটনাত মৃত্যু মুখত পৰে।

১৯৯২ চনত বোকাখাত আৰু হাফলঙত অনুষ্ঠিত হোৱা ফেডাৰেল কাপ প্ৰতিযোগিতাত অসম ৰাজ্যিক দলৰহৈ মৰাণ চাহ বাগিচাৰ মিনতী চাওঁৰা, কাৰকী চাওঁৰা, দুৰ্গী চাওঁৰা, গাংগী চাওঁৰা, পমিলা ভূমিজ আৰু চাবুৱা চাহ বাগিচাৰ পাৰ্ব্বতি ফেৰিয়া, জ্যোতি পালোৱাৰী, নীলিমা তন্ত্ৰ, সৰোজিনী তন্ত্ৰ। ১৯৯৫ চনত নাহৰকটীয়া আৰু যোৰহাটত অনুষ্ঠিত হোৱা ফেডাৰেল কাপ প্ৰতিযোগিতাত কোৱাটাৰ ফাইনেল পৰ্যন্ত খেলা ৰাজ্যিক দলটোত মৰাণ চাহ বাগিচাৰ কাৰকী চাওঁৰা, দুৰ্গী চাওঁৰা, নাহৰকটীয়া চাহ বাগিচাৰ জুলী তন্ত্ৰ, গীতা ৰমণী, উত্তৰ লক্ষীমপুৰৰ মৰিয়ম তন্ত্ৰ, ৰেবিকা কাণ্ডুলানা, জিমী তন্ত্ৰই অংশ গ্ৰহণ কৰে। ১৯৯৭ চনত কলিকতাত অনুষ্ঠিত হোৱা ফেডাৰেল কাপ প্ৰতিযোগিতাত নাহৰকটীয়াৰ জুলী তন্ত্ৰ, ডিমাকুছিৰ কেমৰিণা ভেংৰাই, উত্তৰ লক্ষীমপুৰৰ মৰিয়ম তন্ত্ৰই অংশ গ্ৰহণ কৰি কোৱাটাৰ ফাইনেল পৰ্যন্ত খেলে। ১৯৯৯ চনত শিলঙত অনুষ্ঠিত হোৱা মহিলা ফুটবলত অসম ৰাজ্যিক দলৰহৈ ডিমাকুছিৰ বীণা টুৰি, অপু তাচা, লক্ষীমপুৰৰ মৰিয়ম তন্ত্ৰ, নাহৰকটীয়াৰ গীতা ৰমণী, ১৯৯৯ চনত মণিপুৰত অনুষ্ঠিত হোৱা ৰাষ্ট্ৰীয় খেল প্ৰতিযোগিতাত অসম দলৰহৈ নাহৰকটীয়াৰ গীতা ৰমণী, জুলী তন্ত্ৰ, উত্তৰ লক্ষীমপুৰৰ মৰিয়ম তন্ত্ৰই অংশ গ্ৰহণ কৰিছিল। ডিফুত অনুষ্ঠিত হোৱা ৰাষ্ট্ৰীয় মহিলা ফুটবল প্ৰতিযোগিতাত ডিমাকুছীৰ বীণা টুৰি। নাহৰকটীয়াৰ গীতা ৰমণী, উত্তৰ লক্ষীমপুৰৰ মৰিয়ম তন্ত্ৰই অংশ গ্ৰহণ কৰিছিল। তিনিচুকীয়াত অনুষ্ঠিত হোৱা উত্তৰ পূব ক্ৰীড়া প্ৰতিযোগিতাত চেম্পিয়ন ট্ৰফী লাভ কৰা অসম দলত গীতা ৰমণী আৰু দিপালী মুণ্ডাই ভাগ লৈছিল।

ফুটবল খেলৰ বাহিৰে আন খেলত চাহবাগিচাৰ বিশেষ খেলুৱৈ ওলোৱা নাই। আনবিলাক খেলত প্ৰচেষ্টাও চলোৱা হোৱা নাই। তথাপি কিক্ বক্সাৰ ডিগবৈ কলেজৰ ছাত্ৰ কৃষ্ণ মাহাতুৰ নাম উল্লেখ কৰিব পাৰি। তেওঁ ভাৰতবৰ্ষৰ ৰাষ্ট্ৰীয় খেলুৱৈ হিচাবে ১৯৯৭ চনত মুম্বাইত আৰু ১৯৯৫ চনত মৰিচাচত কিক্ বক্সিঙত দ্বিতীয় স্থান অধিকাৰ কৰি সন্মান কঢ়িয়াই আনিছে। আন্তঃৰাষ্ট্ৰীয় শিশু ক্ৰীড়াবিদ শ্ৰনীল কুমাৰ গড়(দহ বছৰৰ) মাদ্ৰাজত অনুষ্ঠিত কুংফু প্ৰতিযোগিতাত বিজয়ী সন্মান কঢ়িয়াই আনে। শিৱসাগৰ জিলাৰ ডিমৌৰ শ্ৰীদীপক ঘাটোৱাৰ এজন সুদক্ষ ভৰা খেলুৱৈ। তৃতীয় উত্তৰ পূৰ্বাঞ্চল টাইকোৱাণ্ডো আৰু কিক্ বক্সিঙৰ ১৯৯৬ চনৰ প্ৰতিযোগিতাত (৩১-৩৫ কিলো শাখাত) সোণৰ পদক লাভ কৰা তেজপুৰৰ শ্ৰীঅনিল গগৈ, দৰং মহাবিদ্যালয়ৰ হৈ ভাগ লোৱা চেকিয়াজুলিৰ শ্ৰীনেহেমিয়া হেৰোঞ্জ সোণৰ পদক

লাভ কৰিছিল, আনহাতে তেওঁ এজন প্ৰতিভাবান ফুটবল খেলুৱৈ।

**চাহ বাগিচাত খেলা-ধূলাৰ আন্তঃ গাথনি আৰু সম্ভাৱনীয়তা ঃ**

প্ৰতিখন চাহবাগিচাত একো নহ'লেও অন্ততঃ একোখনকৈ খেলপথাৰ আছে। অসমত বৰ্ত্তমান পঞ্জীয়নভুক্ত প্ৰায় ৯০০ খন চাহ বাগিচা আছে আৰু প্ৰতিখন বাগিচাতে অন্ততঃ দুটা-তিনিটাকৈ ডিভিজন অৰ্থাৎ শাখা বাগিচাবিলাকতো একোখন ফুটবল পথাৰ অতীতৰপৰা আছে বৃটিছে প্ৰতিষ্ঠা কৰা সংস্কৃতি মাথোঁ ভাৰতীয় চাহাবসকলৰ হাতত শ্ৰমিকসকলৰ অত্যাচাৰত কিছু বাগিচাত খেলপথাৰসমূহ নষ্ট হৈছে। এই কথা ক'ব পাৰি যে পোনপটীয়াকৈ ফুটবল, ভলীবল, ক্ৰিকেট, হাইজাম্প, লং জাম্প, বেড মিণ্টন, ১০০ৰ পৰা ৪০০ মিটাৰ দৌৰ অনুশীলনৰ সুবিধা আছে। শ্ৰম আইন অনুসৰি প্ৰতিখন চাহ বাগিচাত কৰ্মচাৰী আৰু শ্ৰমিকৰ বাবে একোটাকৈ ক্লাবঘৰ আছে আৰু এই ক্লাব ঘৰবোৰ ক্ৰীড়া চৰ্চাৰ কেন্দ্ৰ হ'ব পাৰে। এই ক্লাব সমূহত শৰীৰ চৰ্চা, ডবা, জুদু-কুংফু আদি খেলৰ কেন্দ্ৰ অলপ যত্ন কৰিলেই গঢ়ি ল'ব পাৰি। আনহাতে চাহ-শ্ৰমিকসকলৰ অধিকভাগেই গোষ্ঠীগত ভাৱে ধনু-কাঁড় চলোৱাত পাকৈত অৰ্থাৎ ইয়াক তেজত নিহিত খেল বুলি ক'ব পাৰি। কিন্তু আধুনিক কলা-কৌশলৰে অনুশীলন কৰিলে চাহ বাগিচাৰ পৰাহি অলিম্পিকলৈ মানুহ পঠাব পাৰি।

অন্য এক সুবিধা হ'ল প্ৰতিখন জিলাতে বৃটিছসকলে নিজৰ নানানটা সুবিধাৰ বাবে প্লেনটাৰ্চ ক্লাব অতি আটক ধুনীয়াকৈ গঢ়ি তুলিছিল। এই ক্লাববোৰত টেনিছ ক'ট, টেবুল টেনিছ, স্কছ, ফুটবল খেল পথাৰ, গলফ কচ্ আদি আছে। তিনিচুকীয়া জিলাত ডুমডুমা, মাৰ্ঘেৰিটা প্লেনটাৰ্চ ক্লাব, ডিব্ৰুগড় জিলাত পানীতোলা, ডিব্ৰুগড়, মৰাণত প্লেনটাচ্ ক্লাব আছে। শিৱসাগৰ জিলাত সোণাৰি আমগুৰি নগৰৰ কাষত চেলেং ক্লাব, যোৰহাট জিলাত যোৰহাট জিমনাচষ্টিক ক্লাব এটা পুৰণি মৰ্যদা পূৰ্ণ ক্লাব। মৰিয়নিত প্লেনটাৰ্চ ক্লাব আছে। গোলাঘাট জিলাত —ধনশিৰি আৰু গবিয়াজান প্লেনটাৰ্চ ক্লাব আছে। নগাওঁ জিলাত মিছা প্লেনটাৰ্চ ক্লাব। দৰং জিলাত মঙলদৈ পলো ক্লাব, ঠাকুৰবাৰী ক্লাব। ঠিক সেইদৰে লক্ষীমপুৰতো প্লেনটাৰ্চ ক্লাব আছে। এই ক্লাব সমূহত শ্ৰমিকসকলে অনুশীলন কৰিব নোৱাৰিলেও কিছুমান খেলা-ধূলাৰ বিষয়ে প্ৰাথমিক জ্ঞানখিনি আহৰণ কৰিব পাৰে।

চৰকাৰেও ১৯৮৫ চনত চাহ বাগিচাৰ খেলা-ধূলা উন্নতিৰ বাবে 'Tea sports control Board of Assam' অৰ্থাৎ অসম চাহ ক্ৰীড়া নিয়ন্ত্ৰণ পৰিষদ গঠন কৰে আৰু এই পৰিষদে ১৯৯১ চনত চাহশ্ৰমিক কল্যাণ পৰিষদৰ হাতলৈ হস্তান্তৰিত কৰে। চাহ শ্ৰমিক কল্যাণ পৰিষদে অসমৰ চাহবাগিচা সমূহৰ মাজত নিয়মীয়াকৈ ফুটবল প্ৰতিযোগিতা অনুষ্ঠিত কৰি আহিছে। ১৯৯৬ চনৰপৰা বৰাক উপত্যকাৰ বাগিচাসমূহতো ফুটবল প্ৰতিযোগিতা অনুষ্ঠিত কৰিছে। চাৰ্কোনা পৰ্যায়ত চেম্পিয়ন

হোৱা দলবোৰ লৈ ৰাজ্যিক পৰ্যায়ত আন্তঃ চাহ্ বাগিচা ফুটবল অনুষ্ঠিত কৰে। কল্যাণ পৰিষদে শেহতীয়াকৈ মহিলা ফুটবল প্ৰতিযোগিতা আয়োজন কৰিছে। ১৯৯৫ চনত ৰজা আলি চাহবাগিচাত প্ৰথম বাৰৰ বাবে চাহ শ্ৰমিক কল্যাণ পৰিষদে আচাৰী প্ৰতিযোগিতাৰ আয়োজন কৰিছিল। ১৯৯৭ চনত সৰুপথাৰত এই আচাৰী প্ৰতিযোগীতা অনুষ্ঠিত হৈছিল।

ইয়াৰউপৰি অসম চাহ মজদুৰ সংঘ, নাজিৰা শাখাই অসমত শ্ৰমিক আন্দোলনৰ অন্যতম পথ প্ৰদৰ্শক মহেন্দ্ৰ নাথ শৰ্মাৰ সোঁৱৰণীত আন্তঃবাগিচা ফুটবল খেল অনুষ্ঠিত কৰি আহিছে। এই প্ৰতিযোগিতা নাজিৰা শাখা বাগিচাসমূহৰ মাজত মৰ্যাদাপূৰ্ণভাৱে অনুষ্ঠিত হয় আৰু শেহতীয়াকৈ অসমৰ বিভিন্ন চাহমজদুৰ সংঘৰ চাৰ্কোল শাখাসমূহে এই প্ৰতিযোগিতা অনুষ্ঠিত কৰিবলৈ লৈছে। অসম চাহ্ মজদুৰ সংঘই ৰাজ্যিক পৰ্যায়ত এই খেলা অনুষ্ঠিত কৰিবলৈ সিদ্ধান্ত লৈছে।

গ্ৰাম্য অঞ্চলৰ তুলনাত চাহ বাগিচাত খেলা-ধূলাৰ আন্তঃ গাথনিৰ সা-সুবিধা আছে বুলিয়েই ক'ব লাগিব। গাঁৱত বৰ্ত্তমান ফুটবল গুৰিয়াবলৈ এখন খেলপথাৰেই নাই; বল, জোতা আদি খেলুৱৈয়ে নিজে খৰচ কৰি কিনিব লাগে। আনহাতে চাহ বাগিচাৰ মেনেজমেণ্টে ফুটবল, ভলীবল আদিৰ প্ৰয়োজনীয় সা-সুবিধা দি আহিছে। অভাব বহুত আছে, কিন্তু থকা খিনিৰ উপযুক্ত ব্যৱহাৰ আৰু ক্ৰীড়া সংগঠন সমূহৰ সু-সমন্বয়েৰে চাহ বাগিচাৰপৰা বহুবোৰ প্ৰতিভা বাহিৰৰ জগতখনলৈ উলিয়াই আনিব পাৰি; লাগে মাথোঁ সকলোৰে আন্তৰিকতা।

**সম্পাদকীয় টোকা ঃ**

এই প্ৰবন্ধটো প্ৰস্তুত কৰোতে তলত উল্লেখ কৰা ব্যক্তিসকলৰ প্ৰবন্ধ আৰু সাক্ষাৎকাৰৰ ওপৰত কিছু নিৰ্ভৰ কৰা হৈছে।

(১) চাহ বাগিচাৰ খেলা-ধূলাৰ অতীত আৰু বৰ্ত্তমান ঃ গণেশ চন্দ্ৰ কুৰ্মি।

(২) ক্ৰীড়া আৰু চাহ বাঁগিচাৰ যুৱ সমাজ ঃ সীমাঞ্চল দিগাল ।

(৩) চাহ্ বাগিচাৰ খেলা-ধূলা ঃ নীলিময় চৌধুৰী।

(৪) খেলা-ধূলাত মৰাণ ঃ কমলা বৰগোহাঁই।

(৫) ৰাজ্যৰ মহিলা ফুটবলত চাহবাগিচাৰ খেলুৱৈ ঃ নকুল চাওঁৰা।

(৬) সাক্ষাৎ গ্ৰহণ ঃ শ্ৰীযুত প্ৰফুল্ল প্ৰাণ শইকীয়া; আমগুৰি চাহ্ বাগিচা। শ্ৰীযুত নোমল দত্ত, ৰবৰাম চাহবাগিচা।



# চাহ জনগোষ্ঠীৰ অগ্ৰগণীয় শিল্পীসকল

❑ ৰাজেন গগৈ

চাহ জনগোষ্ঠীৰ একো নাথাকিলেও আছে বৰ্ণাঢ্য সংস্কৃতি আৰু স্বভাৱসুলভ শিল্পীমন। যিয়ে এই জনগোষ্ঠীটোক অসীম দুখ-কষ্টৰ মাজতো জীয়াই থকাৰ প্ৰেৰণা দিছে। অভাৱ-অনাটনৰ মাজতো দুখ-দুৰ্দশা-নিৰ্যাতন, যাতনাৰ মাজতো আয়ুস, কাল বৃদ্ধি কৰিছে। ক্ষন্তেকৰ বাবে হ'লেও নিজক পাহৰাই জীৱনটো উপভোগ কৰিছে। সমগ্ৰ মানৱ জাতিয়ে চাহ জনগোষ্ঠীৰপৰা শিকিবলগীয়া এটা কথা আছে সেয়া হ'ল — অভাৱ-অনাটনৰ মাজত কেনেদৰে জীৱনটো উপভোগ কৰিব লাগে। আমি উচ্চ শিক্ষাৰে শিক্ষিত তথা আধুনিক জীৱনৰ সভ্য বুলি ভবা মানুহবোৰে ভৱিষ্যতটো চিন্তা কৰি বৰ্তমানত শুকাই-ক্ষীণাই মৰাটো স্বভাৱ। যোৱা দহ বছৰ দিন ধৰি দেখিছোঁ চাহ বাগিচাৰ মানুহে অলপ সুযোগ পালেই আনন্দ কৰিব জানে। উপভোগ কৰিব জানে জীৱনৰ ৰং-আনন্দবোৰ। দৰমহা ল'বলৈ অহা দিনটোত মানুহবোৰ প্ৰায় দৰমহা পোৱাৰ আগতেই মানসিকভাৱে মতলীয়া হয়। মুখত হাঁহি-বিৰিঙি উঠে। সাজ-পাৰ, চলন-ফুৰণত ফুটি উঠে যেন উৎসৱমুখৰ এক চৰিত্ৰ। চাফ-চিকুণহে পিন্ধি আহে সুন্দৰ সাজপাৰ। পাহৰি যায় বিগত সপ্তাহটোৰ অথবা পখেকটোৰ দুখ-যাতনাৰ কথা। আনহাতে উৎসৱ-পাৰ্বণতো কোনো আক্ষেপ অভিমান নকৰি সকলো বয়সৰ লোকে প্ৰাণ ঢালি ভাগ লয়। আনকি কোনো মানুহ মৰিলে, ঘৰৰ অমতত ল'ৰা-ছোৱালী বিয়া হ'লে, পৰীক্ষাত অকৃতকাৰ্য হ'লে তেতিয়াও মানুহবোৰে দুখত ভাগৰি ইনাই-বিনাই নাথাকে। মাথোঁ নিজক প্ৰস্তুত কৰে সমাগত কৰ্মৰ বাবে। সেয়ে চাহ জনগোষ্ঠী মানুহবোৰ স্বভাৱ শিল্পী। যি কামৰ মাজতো আনন্দক সাধনা কৰে। দুখৰ ভৰতো হালি নপৰে, সুখতো উঘাউল নহয়।

ভাৰতৰ বিভিন্ন প্ৰদেশৰপৰা অসমলৈ চাহজনগোষ্ঠী লোকসকল চাহ খেতিৰ শ্ৰমিক হিচাপে আহোঁতে লগত একো সা-সম্পত্তি আনিবপৰা নাছিল। কিন্তু মনৰ মাজত টোপোলা বান্ধি লৈ আহিছিল স্বদেশ-স্বজাতিৰ গীত-মাত নৃত্যৰ মূৰ্চনা। পৰৱৰ্তী কালত মনৰ দুখ পাহৰিবলৈ আৰু আনন্দৰ সময়ত এইবোৰ পৰিৱেশন কৰিছিল। কিছুৱে হয়তো দুই-এপদ বাদ্য যন্ত্ৰও কঢ়িয়াই আনিছিল। চাহজনগোষ্ঠীৰ মাজত প্ৰায় ৭৬ টা জনগোষ্ঠীৰ লোক অসমত আছে বুলি বিভিন্ন জনে উল্লেখ কৰিছে — এই জনগোষ্ঠীসমূহৰ নৃত্য-গীতসমূহৰ আনুষ্ঠানিক বা প্ৰণালীবদ্ধ পৰিৱেশনৰ বা চৰ্চা পৰিৱেশ নহ'লেও কিন্তু জনগোষ্ঠীসমূহে একক প্ৰচেষ্টাৰে নিজৰ বৈশিষ্ট্যসমূহ পৰম্পৰাগতভাৱে ৰক্ষা কৰি আহিছে।

এই স্বভাব শিল্পীসকলৰ বহুজন প্ৰচাৰ বিমুখভাৱে আমাৰ মাজৰপৰা আঁতৰি গৈছে আৰু ভালেকেইজন প্ৰচাৰ আৰু অনুপ্ৰেৰণা লাভ কৰি সমাদৰ লাভ কৰিছে। তাৰে উল্লেখযোগ্য শিল্পীসকলৰ চমু পৰিচয় তলত দাঙি ধৰা হ'ল।

**দিলবদন দাস :** মৰাণ চাহ বাগিচাত জন্ম গ্ৰহণ কৰি মৰাণ চাহ বাগিচাৰপৰাই শিল্পী হিচাপে সেৱা আগবঢ়াওঁতা দিলবদন দাস আছিল চাহ জনগোষ্ঠীৰ প্ৰথমজন চৰকাৰৰ শিল্পী পেঞ্চন লাভ কৰোঁতা। এই পেঞ্চন লাভ কৰে ১৯৯৩ চনৰ ১৫ আগষ্টত। দাস আজীৱন কৃতি শিক্ষক আৰু শিল্পী প্ৰাণৰ ব্যক্তি আছিল। চাহ জনগোষ্ঠীৰ সাংস্কৃতিক বিকাশ আৰু চৰ্চাৰ উদ্দেশ্যে 'চাহ জনজাতি লোক-সাংস্কৃতিক সংঘ' নামেৰে এটা অনুষ্ঠান প্ৰতিষ্ঠা কৰিছিল। এই অনুষ্ঠানৰ জৰিয়তে চুবুৰীয়া চাহবাগিচা, নগৰ-চহৰ, অসমৰ বিভিন্ন ঠাইত আৰু অসমৰ বাহিৰতো ঝুমুই নৃত্য, ডমকইচ নৃত্য, চাওৰা নৃত্য সফলভাৱে প্ৰদৰ্শন কৰি প্ৰশংসা বুটলিছিল আৰু চাহ জনগোষ্ঠীৰ সংস্কৃতিৰ সৌৰভ বিলাইছিল।

১৯৭২ চনত গুৱাহাটীত অনুষ্ঠিত হোৱা আন্তঃ বিশ্ববিদ্যালয় যুৱ মেলাত দাসদেৱৰ ঝুমুই নৃত্যৰ দলটিয়ে প্ৰথম বাৰৰ বাবে নৃত্য প্ৰদৰ্শন কৰি জয়যাত্ৰা আৰম্ভ কৰে। চাহ বাগিচাৰ নৃত্য-গীতৰ দল দিলবদন দাসে অসম সাহিত্য সভাৰ ১৯৭৯ চনৰ গুৱালকুছি, ১৯৮৬ চনৰ কামপুৰ, ১৯৮৭ চনত হাইলাকান্দি, ১৯৮৯ চনত ডুমডুমা, ১৯৯০ চনত বিশ্বনাথ চাৰিআলি, ১৯৯২ চনত গোবেশ্বৰ, ১৯৯৩ চনত শিৱসাগৰ অধিৱেশনত ভাগ লয়। ১৯৯০ চনত তেতিয়াৰ প্ৰধানমন্ত্ৰী ভি, পি, সিংদেৱক গুৱাহাটীত আদৰণি জনায় আৰু একে বছৰতে সৰ্বভাৰতীয় সাংস্কৃতিক সমাৰোহত দক্ষিণ ভাৰতৰ পণ্ডিচেৰীত অংশ গ্ৰহণ কৰে ১৯৯৩ চনত উত্তৰ-পূৰ্বাঞ্চলৰ ৰাজ্যসমূহৰ সাংস্কৃতিক সমাৰোহত। ইয়াৰ উপৰি আকাশবাণী আৰু দূৰদৰ্শনত বিভিন্ন কাৰ্যসূচীত ভাগ লৈছে। এইজনা মহান শিল্পী ১৯৯৩ চনৰ ১২ মাৰ্চ তাৰিখে স্বৰ্গগামী হয়।

**চেনীৰাম কুৰ্মী :** চাহজনগোষ্ঠীৰ মাজত অকালতে মৰহি যোৱা প্ৰচাৰ বিমুখ শিল্পী চেনীৰাম। ঘৰ ঢেকীয়াজুলীৰপৰা কিছু দূৰত থকা চাপৈ চাহবাগিচাৰ উপকণ্ঠৰ গোৱালপাৰা বস্তিত। আনুষ্ঠানিকভাৱে মহাবিদ্যালয় শিক্ষা লাভ কৰা চেনীৰাম কুৰ্মী আছিল এগৰাকী শিল্পী সংগঠক। শ্ৰীগণেশ কুৰ্মীদেৱৰ সম্পাদনাত প্ৰকাশ পোৱা 'মাদল' নামৰ আলোচনীখনৰ প্ৰথম প্ৰকাশক আছিল চেনীৰাম কুৰ্মী। যোৰহাটত চেনীৰাম কুৰ্মীয়ে সুমতি মুণ্ডা, মনোমতী শীল আদিৰ সহযোগত 'ফ্ৰেণ্ডচ্ আৰ্ট এণ্ড চিনে প্ৰডাকচন' নামৰ এটি সংস্থা গঢ় দিয়ে। এইজনা শিল্পীৰ একান্ত প্ৰচেষ্টাত ডিব্ৰুগড় আকাশবাণী কেন্দ্ৰত 'আসৰ' নামৰ চাহ জনগোষ্ঠীৰ সুকীয়া অনুষ্ঠান জন্ম হয়। বৰ্তমান অসম চাহ মজদুৰ সংঘৰ যি 'প্ৰতীক' তাকো কুৰ্মীদেৱে আঁকা। তেখেতে চাহ জনগোষ্ঠীৰ কেইবাখনো আ-অলংকাৰ প্ৰদৰ্শনী পাতিছিল। ১৯৯০ চনত এই গৰাকী শিল্পী স্বৰ্গগামী হয়।

**ৰাম চাচনি :** চেপন চাহ বাগিচাৰ ফকিৰচান্দ আৰু কমি চাচনিৰ সুযোগ্য পুত্ৰ ৰাম চাচনি

অসমৰ শিল্পীজগতৰ এটি চিনাকি নাম । গীতিকাৰ, সুৰকাৰ হোৱাৰ উপৰি ৰাম চাচনি জন্মগতভাৱে তীক্ষ্ণ, মেধাবী ব্যক্তিত্বসম্পন্ন ব্যক্তি । ৰাম চাচনিদেৱে হাইস্কুল শেষান্ত পৰীক্ষাত অসমৰ ভিতৰত ষষ্ঠ স্থান লাভ কৰি উচ্চ শিক্ষা লৈ বৰ্ত্তমানে ডিব্ৰুগড় চাহ বাগিচাত ভৱিষ্যৎ নিধি আঁচনিৰ উপ-আয়ুক্ত হিচাপে কাম কৰি আছে । ৰাম চাচনিদেৱে চিৰিচ, মন ফুলেৰ মালা, দয়াৰাম এই তিনিখন টি, ভি, চিৰিয়েলত সংগীত পৰিচালনা কৰিছে । দৰদী অনাতাঁৰ শিল্পী, যাৰ গীতত দেশপ্ৰেম, মাটিৰ গোন্ধ আৰু জীৱনত আশাৰ সুৰৰ মূৰ্চনা আছে । ৰাম চাচনি বৰ্ত্তমান ডিব্ৰুগড় গান্ধী নগৰৰ বাসিন্দা ।

**হৰেণ বাজোৱাৰ :** শিৱসাগৰ জিলাৰ হনুমানবাগ চাহ বাগিচাৰ বাসিন্দা। হৰেণ বাজোৱাৰ অঞ্চলটোৰ এজন জনপ্ৰিয় আৰু চাহ জনগোষ্ঠীৰ নৃত্য-গীতৰ জ্ঞানলব্ধ শিল্পী । যাৰ ওঁঠত লাগি থাকে চাহবাগিচাৰ সমাজত প্ৰচলিত সকলো গীতৰ তাল আৰু সুৰ, গীতৰ লগত বজোৱা বাজনাৰ তাল । নিজে চাহজনগোষ্ঠীৰ মাজত প্ৰচলিত সকলো গীত গোৱাৰ উপৰি বাদ্য-যন্ত্ৰও নীতি-নিয়মৰ দ্বাৰা সংগত কৰিব পাৰে সুন্দৰভাৱে । হৰেণ বাজোৱাৰদেৱে 'কৰমাকে ৰাইতে ঝুমুইৰ গীত' আৰু 'চাহবাগিচাৰ ভক্তি গীত' নামৰ দুখন গীতৰ পুথি পৰিবেশনৰ আৰ্হি অনুসৰি প্ৰকাশ কৰি উলিয়াইছে । ইতিমধ্যে হৰেণ বাজোৱাৰদেৱে অসম চৰকাৰৰ শিল্পী পেঞ্চন পাইছে আৰু বৰ্ত্তমানে অসম চাহ মজদুৰ সংঘ, নাজিৰা শাখাৰ সভাপতি হিচাপে কাৰ্যনিৰ্বাহক কৰি আছে ।

**ৰামকৃষ্ণ বাঢ়ে :** ১৯৩৮ চনত তেজপুৰৰ জামুগুৰি হাটত ৰামকৃষ্ণ বাঢ়েৰ জন্ম হৈছিল । জনগণৰ শিল্পী ৰামকৃষ্ণ বাঢ়ে অলেখ বাধা-বিঘিনিৰ মাজত সংস্কৃতিৰ জগতৰ সকলোবোৰ দিশত নিজৰ আজন্ম প্ৰতিভাৰ সাধনা কৰিছিল । এই গৰাকী শিল্পীৰ পৰম সৌভাগ্য যে শিল্পী সাধনাৰ আৰম্ভণিতে লগ পায় যশস্বী শিল্পী স্বৰ্গীয় ব্ৰজেন বৰুৱাদেৱক আৰু বৰুৱাদেৱে প্ৰতিভাই প্ৰতিভাক চিনি পাই শিল্প সাধনাৰ বাবে সহাঁৰি আগবঢ়াই । ঠিক সেইদৰে কলাগুৰু শিল্পী সৈনিক বিষ্ণুপ্ৰসাদ ৰাভাৰ আশীৰ্বাদ লাভ কৰে । জামুগুৰিত মিলন নাট্য সমাজ নামৰ এটা নাট্যানুষ্ঠান জামুগুৰিত গঢ়ি তুলিছিল আৰু সেই অঞ্চলত অসমীয়া, নেপালী আদি বিভিন্ন গোষ্ঠীৰ প্ৰতিভাৱান শিল্পীসকলৰ এটা দল গঠন কৰি দুৰ্গা পূজা, কালী পূজা, জগধাত্ৰী পূজা, লক্ষ্মী পূজা আদি চাহবাগিচা আৰু অন্যান্য ঠাইত যাত্ৰাভিনয় কৰি ফুৰিছিল। ৰামকৃষ্ণ বাঢ়ে আছিল এই অনুষ্ঠানৰ মুখ্য সংগঠক গায়ক, অভিনেতা ।

১৯৬৫ চনত নটৰাজ থিয়েটাৰে সমগ্ৰ অসমতে ভ্ৰাম্যমান নাট্য জগতলৈ জাগৰণ জোৱাৰ আনিছিল । সেই সময়ত থিয়েটাৰৰ বিশেষ আকৰ্ষণ আছিল ৰামকৃষ্ণ বাঢ়েৰ – 'সতী বেউতালত' বেউলা পৰিৱেশন কৰা সংগীত 'কান্দে কালীনাগ' । জেৰেঙাৰ সতীত 'কৈয়ে দে কৈয়ে দে ক'তে গদাপাণি' সংগীতৰ মধুৰ মূৰ্চ্ছনা । এই শিল্পীগৰাকীয়ে ভ্ৰাম্যমান নাট্যদলৰ সুৰদেৱী, নটৰাজ, পূৰ্বজ্যোতি, ৰূপকোঁৱৰ, বিশ্বৰূপা, বিষ্ণুজ্যোতি, মঞ্চকোঁৱৰ আদি দলৰ লগত নিবিড়ভাৱে জড়িত হৈছিল । ১৯৬৮ চনত অনাতাঁৰ শিল্পীৰূপে স্বীকৃতি

লাভ কৰে । বাঢ়ে আছিল বিশেষকৈ কণ্ঠ শিল্পী তেওঁ একেধাৰে অসমীয়া, নেপালী, উৰীয়া, ভজন, লোকগীত আদি গাব পাৰিছিল শ্ৰোতাক আনন্দ দিব পৰাকৈ । বনগীতত বিশেষ পাৰদৰ্শিতা প্ৰদৰ্শন কৰিব পাৰিছিল চাপৰিৰ 'কঁহুৱাবন' আৰু 'মন উৰে' এই দুটি বনগীতৰ সুৰ সকলোৰে পৰিচিত । এই গৰাকী অনাতাঁৰ কণ্ঠশিল্পী, নাট্যকাৰ, সংগীত পৰিচালক, শিল্পী সংগঠক অকালতে মাত্ৰ ৪৪ বছৰ বয়সতে ১৯৮২ চনত মৃত্যু হয় । ৰামকৃষ্ণ বাঢ়ে আছিল অসমৰ বাৰেবৰণীয়া সমন্বয় সংস্কৃতিৰ বাহক আৰু পালক । বাঢ়েয়ে অসম চৰকাৰৰ শিল্পী পেঞ্চন লাভ কৰিছিল ।

**উত্তম ঘাটোৱাৰ ঃ** মাত্ৰ ২৫ বছৰতে প্ৰতিভাৰ পৰিচয় দিবপৰা উত্তম ঘাটোৱাৰৰ মাক-দেউতাক ডিব্ৰুগড় ৰকেল চাহ বাগিচাৰ শ্ৰমিক গোৰী আৰু ভগৱতী ঘাটোৱাৰৰ সন্তান । ছাত্ৰ অৱস্থাৰপৰা নৃত্য-গীতৰ সাধনা কৰি সকলোৰে দৃষ্টি আকৰ্ষণ কৰিব পাৰিছিল । চাহবাগিচাৰ লোকগীতসমূহ সংগ্ৰহ কৰি ডিব্ৰুগড়ৰ ওচৰৰ চাহবাগিচা সমূহত, বিদ্যালয়-মহাবিদ্যালয়ত, কৰম সন্মিলনত, বিহু সন্মিলনত সুৱলাকৈ গাইছিল । ঝুমই নৃত্য-গীতত অংশ গ্ৰহণ কৰিছিল । ডিব্ৰুগড় অনাতাঁৰ কেন্দ্ৰত ঝুমই গীত পৰিৱেশন কৰি লোকগীতৰ শিল্পী হিচাপে স্বীকৃতি লাভ কৰি জনপ্ৰিয় হৈছিল । নিজে ভজন ৰচনা কৰিছিল আৰু অনাতাঁৰ কেন্দ্ৰৰ জৰিয়তে প্ৰচাৰৰ সুবিধা পাইছিল । উত্তমে ১৯৯০ চনত পশ্চিম বংগ চৰকাৰৰ সাংস্কৃতিক সঞ্চালকালয়ে নাগ্ৰাকাটাত আয়োজন কৰা পূৰ ভাৰতৰ সাংস্কৃতিক সমাৰোহত অসমৰহৈ যোগদান দিবলৈ সুযোগ পাইছিল । ১৯৬৬ চনত জন্ম গ্ৰহণ কৰা স্নাতকলৈকে শিক্ষা লোৱা এই তৰুণ শিল্পীগৰাকী ১৯৯১ চনত ডিব্ৰুগড়ত মটৰ দুৰ্ঘটনাত মৃত্যু হয় আৰু অসমৰ সংস্কৃতিৰ পথাৰত এক সম্ভাৱনাময় প্ৰতিভাৰ অকালতে মৃত্যু ঘটে ।

**শ্ৰীগ্ৰেবিয়েল এক্কা, পি ঃ** মৰাণ খুমটাই চাহবাগিচাত ১৯৬২ চনৰ ১৫ আগষ্টত জন্ম গ্ৰহণ কৰি মহাবিদ্যালয়ৰ মজিয়া গৰকি সংস্কৃতিৰ সাধনাত ব্ৰতী হৈ থকা গ্ৰেবিয়েল সম্ভাৱনাময় প্ৰতিভাৱান শিল্পী । গ্ৰেবিয়েল খুমটাই চাহ বাগিচাৰ কৰ্মচাৰী । গ্ৰেবিয়েলে লিখা আৰু অনাতাঁৰ কেন্দ্ৰত প্ৰচাৰ হোৱা নাটকসমূহ হ'ল — (১) আচল সম্পত্তি, (২) ৰতন চৰদাৰৰ স্বপ্ন, (৩) সুৰয দুবে গেল, (৪) টিপচহী, (৫) ডাক্তৰ বাবু, (৬) হামদেৰ সংসাৰখন আনহাতে টিপচহী নাটকখন নামকটা টকা, নামত আৰু হামদেৰ সংসাৰও দূৰদৰ্শনত প্ৰচাৰিত হৈছে ।

টেলিফিল্ম হিচাপে (১) ৰতন চৰদাৰৰ স্বপ্ন আৰু বুধুৱা কাকাই সমাদৰ লাভ কৰিছে ।

এই শিল্পীজনে সুবিধা পালে পিছপৰা চাহজনগোষ্ঠীটো শিল্পৰ দ্বাৰা আগুৱাই নিয়াত অৰিহণা যোগাব পাৰিব । কাৰণ তেওঁ গাবও পাৰে, অভিনয় কৰিবও জানে, কলম চলাবও পাৰে আৰু তেওঁৰ সহধৰ্মীনী গায়িকা । সন্তান দুটিৰো অভিনয় প্ৰতিভা আছে সেয়ে ঘৰখনত এক সাংস্কৃতিক প্ৰভাৱ বিৰাজমান ।

**শ্ৰীকান্ত মাহাত ঃ** চাহ বাগিচাৰ বাবু কাম বাদ দি সুন্দৰ সাধনাৰ বাবে ওলাই অহা শ্ৰীকান্ত মাহাত হ'ল চাহ জনগোষ্ঠীৰপৰা ওলোৱা স্বৰাজ বিনন্দিনী ভ্ৰাম্যমান থিয়েটাৰৰ পৰিচালক, সংগঠক । ১৯৬৩ চনৰ ৫ মাৰ্চ তাৰিখে শ্ৰীকান্তৰ জন্ম হয় শিৱসাগৰ জিলাৰ চাফ্ৰাইৰ নাপুক গাঁৱত । ছাত্ৰ অৱস্থাৰেপৰা অভিনয়ত বিশেষ কৃতিত্ব প্ৰদৰ্শন কৰি আহিছে । ১৯৭৩ চনত শিৱসাগৰ জিলা ভিত্তিত আয়োজন কৰা আন্তঃ বিদ্যালয় পূৰ্ণাংগ নাট প্ৰতিযোগিতা, য'ত প্ৰায় ৪০ টা নাট্যদলে ভাগ লৈছিল তাত তেওঁ শ্ৰেষ্ঠ শিল্পী হৈছিল । সোণাৰি মহাবিদ্যালয়ত পঢ়া সময়তো সদৌ অসম ভিত্তিত আয়োজন কৰা নাট্য প্ৰতিযোগিতাত মহাবিদ্যালয়ৰ দলটিক দ্বিতীয় শ্ৰেষ্ঠ নাট্যদলৰ সন্মান তুলি দিয়ে । গুৱাহাটী দূৰদৰ্শনৰ টেলিফিল্ম নাম কাটা টকা, অভিযান, কুম্ভকৰ্ণৰ ঘোম ভাংগল' আৰু 'মৃত্যু'ত অভিনয় কৰি দৰ্শকৰ মন মুহিব পাৰিছে। ভ্ৰাম্যমান নাট্যদল — ৰংঘৰ, সুৰদেৱী আৰু নটৰাজ থিয়েটাৰতো অভিনয় কৰিছে । কথাছবি 'বুধুৱা কাকা', 'ৰঙা নদী' আৰু 'সংগ্ৰাম'ত অভিনয় কৰি দৰ্শকৰ দৃষ্টি আকৰ্ষণ কৰিব পাৰিছে। অনাতাঁৰ আৰু দূৰদৰ্শনত প্ৰচাৰিত সংগীতালেখ্য 'কৰম পৰব' আৰু 'শুভদিন' তেখেতৰ উৎকৃষ্ট সৃষ্টি । মাহাত ৰচিত 'তেহলু' নাটকে সমাদৰ লাভ কৰিছে ।

## চাহ জনগোষ্ঠী আৰু কথাছবি শিল্প

১৯৫৮ চনত অসম চাহ মজদুৰ সংঘৰ কৃষ্টি শাখাৰ সহযোগত নটসূৰ্য ফণী শৰ্মাৰ পৰিচালনাত 'কেঁচাসোণ' নামৰ এখন পূৰ্ণ দৈৰ্ঘ্য কাহিনী চিত্ৰ নিৰ্মাণ হয় । শ্ৰম সংগঠনৰ দ্বাৰা নিৰ্মিত 'কেঁচাসোণে'ই বিশ্বৰ প্ৰথম বোলছবি । ১৯৭৫ চনত অসম চাহ মজদুৰ সংঘই 'ৰতনলাল' নামৰ পূৰ্ণদৈৰ্ঘ্যৰ কাহিনী চিত্ৰ নিৰ্মাণ কৰে । এই কথাছবিয়ে জনসাধাৰণৰ মাজত যথেষ্ট সমাদৰ লাভ কৰিছিল ।

চাহ জনগোষ্ঠীৰ মাজৰপৰা ব্যক্তি হিচাপে শ্ৰীযুত পদ্ম কৈৰীদেৱে কথাছবি নিৰ্মাণৰ বাবে আগবাঢ়ি আহিছে । তেওঁ নিৰ্মাণ কৰা কথাছবিখনৰ মূল বিষয়বস্তুও চাহ জনগোষ্ঠী কেন্দ্ৰিক বুধু অৰ্জুন । এই কথাছবিখনে অসমৰ জনসাধাৰণৰ যথেষ্ট সমাদৰ লাভ কৰিছে । পদ্ম কৈৰীয়ে শিল্পী হিচাপেও খ্যাতি অৰ্জন কৰিছে । আনহাতে দূৰদৰ্শনত 'শিবিৰ' নামৰ ধাৰাবাহিক নিৰ্মাণ কৰি সফলতাৰে চাহ জনগোষ্ঠীৰ বহুখিনি দিশ পদ্ম কৈৰীদেৱে দাঙি ধৰিবলৈ সক্ষম হৈছে । তাৰ লগে লগে এই জনগোষ্ঠীটোৰপৰা বহুখিনি উদীয়মান অভিনেতা-অভিনেত্ৰী সৃষ্টিত অৰিহণা যোগাইছে ।

চাহ জনগোষ্ঠীৰ মাজৰপৰা যথেষ্ট সংখ্যক কথাশিল্পী, সুৰকাৰ, কলা-কুশলী, গীতিকাৰ ওলাইছে । সেইসকলৰ নাম চমুকৈ উল্লেখ কৰা হ'ল । অসম চৰকাৰৰ শিল্পী পেঞ্চন তথা শিল্পী হিচাপে স্বীকৃতি পোৱা দৰদী গায়ক, ডিব্ৰুগড়ৰ জালান নগৰৰ শিৱচৰণ দাস, মনোমতী শীল (হাজাম) সকলোৰে পৰিচিত নাম । আনহাতে জ্যেষ্ঠ শিল্পী তিনিচুকীয়া

কেছেকুগুৰি ৰবহাপজানৰ দীলেশ্বৰ তাঁতী আৰু দুলাল মানকি । মটক চাহবাগিচাৰ শংকৰ কিষাণ, ডিব্ৰুগড়ৰৰ সন্তানাথ হেম্বৰম, মাকুমৰ নকৰ সিং ভূমিজ, নাজিৰাৰ কালীপ্ৰসাদ ৰেড্ডি, মেকিপুৰ চাহ বাগিচাৰ নীলেশ্বৰ চিক্, বিশ্বনাথ চাৰিআলি সাঁকোমাতি চাহবাগিচাৰ পদ্মনাথ কৈৰী, বিৰচা ওৰাং, গোলাঘাটৰ বৰফল চাহবাগিচাৰ দীননাথ চাওৰা, নাহৰকটীয়াৰ নবীণ দাস, মোহনবাৰী চাহ বাগিচাৰ গণেশ তাঁতী, ডিব্ৰুগড়ৰৰ দীপালী দাস, ডিব্ৰুগড় বক্পাৰা চাহ বাগিচাৰ মঞ্জু তাচা, দেওশাল চাহ বাগিচাৰ মালতী সোণাৰ, খোৱাং তিনৈ নগৰৰ চৰণসিং বৰাইক, ৰজাবাৰী চাহবাগিচাৰ অৰ্জুন চাহু (অনাতাঁৰ শিল্পী), ডুমডুমা দীঘলতং চাহবাগিচাৰ মণিৰাম কৈৰী, কঠালগুৰি চাহবাগিচাৰ দিলীপ নায়ক, ডিব্ৰুগড় দূৰদৰ্শন কেন্দ্ৰৰ পৰাগ চন্দ্ৰ তাঁতী, আমগুৰি বৰবাম চাহবাগিচাৰ অৰ্জুন তেলী, অনাতাঁৰ শিল্পী বিশ্বকৰ্মা কোঁৱৰ, বিমলা তেলী, গোলাঘাটৰ নৰেন তাঁতীৰ নাম ল'ব পাৰি । ❑


<u>সহায়ক গ্ৰন্থ পঞ্জী ঃ</u>

১। *কাঁচা সপা ঃ অসম জনজাতি ছাত্ৰ সন্থাৰ মুখপত্ৰ ।*

২। *খটখটি ঃ স্মৃতিগ্ৰন্থ, মৰাণ চাহবাগিচা ।*

৩। *সেউজপত্ৰ ঃ খুমটাই চাহ বাগিচাৰপৰা প্ৰকাশিত আলোচনী ।*

## সপ্তম অধ্যায়

# সত্তৰ লাখ সেউজীয়া চিএৰ

☐ আত্মাৰাম কুমাৰ

অসমৰ উজনিৰপৰা নামনিলৈকে পাতে ভৰা সেউজী বাগান । এই বাগিচাৰ কাষে কাষে থকা শাৰী শাৰী কেঁচা পকা ঘৰবোৰতেই আমি বাস কৰোঁ । কিছুমানে আমাক 'কুলি' বুলি কয়, কিছুলোকে 'বঙালী' বুলি মাতে । যি নাম দিয়েই নামাতক কিয়, এই শব্দবোৰে এটি জনগোষ্ঠীৰ চিনাকি দিয়াতকৈ এটি মানসিক পিতনিৰ সৃষ্টি কৰাতহে অধিক অৰিহণা যোগায় । এই নামবোৰৰ লগতে সাঙোৰ খাই আছে আমাৰ প্ৰতি সমাজখনৰ মনত থকা হেয়-জ্ঞানবোধ । ইংৰাজসকলে যেতিয়া আমাক 'কুলি' (Coolie) বুলি মাতিছিল তেওঁলোকে এই শব্দটো যুক্তিসংগতভাৱেই প্ৰয়োগ কৰিছিল, কাৰণ ইংৰাজীত Coolie শব্দৰ অৰ্থ হৈছে নিৰক্ষৰ, অ-প্ৰশিক্ষিত বনুৱা । আমাৰ পিতামহসকল সঁচাকৈয়ে নিৰক্ষৰ আৰু বাগিচাৰ কামৰ বাবে অপ্ৰশিক্ষিতেই আছিল । এনে নহয় যে ইংৰাজসকলৰ আমাৰ প্ৰতি কোনো ভাল ধাৰণা আছিল । তেওঁলোকৰ দৃষ্টিত সমগ্ৰ ভাৰতবাসীয়েই আছিল এটা পিপিপিগৰ জাত । কিন্তু আমাক বৃটিছৰ শাসন কালতো ভাৰতবাসীয়েই অস্পৃশ্য জ্ঞান কৰিছিল । লুইতৰ বুকুৰেদি বহু পানী বাগৰি গ'ল । বৃটিছ সাম্ৰাজ্যৰ পতন ঘটিল, ভাৰতবৰ্ষই স্বাধীনতা পালে । ভাৰতৰ লগতে অসমো তথাকথিত অভিজাত বা সভ্য সমাজ উন্নতিৰ জখলাত বগাব ধৰিলে । (কিমান বগাব পাৰিলে সেয়া অন্য এক প্ৰশ্ন ) । কিন্তু চাহ-জনগোষ্ঠী সদায় জাবৰৰ দৰে ডাষ্টবিনতেই পৰি থাকিল । লুইতৰ বুকুৰেদি পানী বাগৰি গ'ল আৰু এটা সময়ত 'কুলি' শব্দটোৱে এক নতুন অৰ্থ ধাৰণ কৰিলে । যি শব্দই আমাৰ কাণত হলে বিজ্ঞাদি বিন্ধে আৰু যি শব্দ আনে ব্যৱহাৰ কৰি আমেজ পায় । প্ৰকৃতাৰ্থত 'কুলি' বা বঙালী শব্দই এনে মানসিক পিতনিৰ সৃষ্টি কৰে, য'লৈ লুইতৰ পানী বৈ আহিব নোৱাৰে । আৰু যি পানী লুইতৰ বুকুলৈ বৈ যাব নোৱাৰে । 'কুলি' হৈছে এটা ভৰ্ৎসনা, এটি অভিশপ্ত মাত । কেতিয়াবা আবেগৰ ধুমুহাত আমি পাৰ ভাঙি যাব খোজো, কিন্তু দৈত্যকায় পিতনিৰ পাৰে আৰু আমাৰ পঙ্গু মানসিকতাৰ বাবে আবেগবোৰে পাৰতেই খুন্দা মাৰি হুমুনিয়াহ কাঢ়ে, আৰ্তনাদ কৰি উঠে । কিন্তু ই এক অৰণ্য ৰোদন । পৃথিৱী মহগুল ।

ক'ত অৱস্থিত এই পিতনি ? ইয়াক বিচাৰি পোৱা যায় মানুহৰ কথা-বাৰ্তাত, প্ৰতিক্ৰিয়াত আৰু আনে আমাৰ ওপৰত কৰা মন্তব্যৰ মাজত । চাহ সম্প্ৰদায়ৰ কোনো যুৱক বা যুৱতী দেখিবলৈ সুঠাম, সুগঢ়ি বা ধুনীয়া হ'লে বা বগা বৰণৰ হ'লে আনে কয়, 'মই তেওঁক বাগানৰ ল'ৰা বুলি ভৱাই নাছিলো হে ! হোৱালীজনী মজদুৰ পৰিয়ালৰ বুলি কল্পনাই কৰা নাছিলো ! ইমান সুন্দৰ ল'ৰাজন ! ইমান বগী ছোৱালীজনী !' আৰু এখোজ আগবাঢ়ি যায় 'কুলি নেকি ?' অৰ্থাৎ কুলি হ'বলৈ হ'লে ধুনীয়া হ'ব নালাগিব ; বগা হ'ব নালাগিব । আমি আপচু হোৱাটো, ক'লামলা হোৱাটো অনিবাৰ্য্য । আমাক ধুনীয়া হোৱাৰ প্ৰাকৃতিক অধিকাৰো দিব নোখোজে । এই মানসিকতা অৱশ্যে বৰ্তমান শিক্ষিত সমাজত প্ৰায় নাইকিয়া হৈছে কিন্তু সাধাৰণ জন সমাজত বৰ্তি আছে । আমাৰ মাজৰ পৰা কোনো যুৱক বা যুৱতীয়ে সাধাৰণভাৱে স্নাতক কিম্বা স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰাটো এক আশ্চৰ্য্যৰ বিষয় । এই সহানুভূতিত অৱশ্যে আমাৰ কোনো আক্ষেপ নাই । তথাপিতো এই মনোভাৱে সেই মানসিক পৃথকীকৰণকেই প্ৰতিনিধিত্ব কৰে । মুঠৰ ওপৰত 'কুলি' শব্দৰ অৰ্থ হৈছে - নিৰক্ষৰ, আপচু আৰু পিছপৰা ।

আমি অসমী আইৰ কোলাত বহু বছৰ আছো । বৃটিছৰ আমোলতে আমাক অনা হৈছিল চাহ বাগান খুলিবলৈ ভাৰতৰ বিভিন্ন প্ৰান্তৰ পৰা । আমাক অনা হৈছিল অসমৰ হাবি কাটি বাগিচা খুলিবলৈ, আমি আহিছিলো বনুৱা মজদুৰ হিচাপে আড়কঠীয়া আৰু গিৰমিটিয়া নামৰ দুই চালানত । আমাক বহু প্ৰৰোচনাৰ ভাষাৰে ইয়ালৈ অনা হৈছিল । চতুৰ ঠিকাদাৰে কৈছিল, য'ল অসমৰ মাটিত সোণ আছে । গছ লৰাবি টকা পাবি ।' ৰণকাৰ্যত কথাষাৰ সত্যই আছিল । অসমৰ ইমূৰৰ পৰা সিমূৰলৈ জানো সেয়া সোণৰ গছ নহয় ? কিন্তু চাহ মজদুৰে এই সোণৰ অংশীদাৰ কেতিয়াও হ'ব নোৱাৰিলে । যুগ বাগৰি গ'ল, ভাৰতৰ ৰূপো সজনি হ'ব ধৰিলে । য'ৰ সমাজ ত'তেই থাকিল । বৰ্তমানেও আমি মদাৰ ফুলৰ দৰে, পূজাতো নালাগো, সৰাহতো নালাগো, থাকো তলে তৰি সৰি ।

অসমলৈ আহি যেতিয়া আমাৰ পিতামহসকলৰ মোহভঙ্গ হ'ল, তেওঁলোকে, নিজ জন্মভূমিলৈ পুনৰ ওভতি যোৱাৰ চেষ্টা কৰিছিল । কিন্তু অজ্ঞ, নিৰক্ষৰ সেই পূৰ্বপুৰুষ । কোনবাটেদি আহিছিল, কোন বাটেদি ঘূৰি যাব লাগে, তাৰ কোনো উৱাদিহ পোৱা নাছিল । তদুপৰি, নিজৰ জন্মভূমিত আছিলেই

বা কি - বছৰৰ পিছত বছৰ ধৰি খৰাং বতৰ, দুৰ্ভিক্ষ আৰু লাঞ্ছনাৰ মাজে। বৃটিছেই বা ঘূৰি যাবলৈ দিলেহেঁতেননে ? শেষত নিৰুপায় আৰু নিঃসহায় হৈ অসমী আইৰ বুকুতেই সাৱটি ল'লে। আইয়েও কোলাত এডুখৰি ঠাই দিলে। হাবি কাটিলে, পাহাৰ খহালে। ঘামত কৃষ্ণকায় শৰীৰ উপচি যাব ধৰিলে। বৃটিছৰ বেতৰ কোবত পিঠিৰ চাল ছিগি গ'ল। প্ৰতিটো ঘামৰ টোপালে টোপালে কুঁহি কুঁহি চাহপাত গজিব ধৰিলে। মজদুৰৰ বুকু ফালি অহা প্ৰতিটো আৰ্তনাদত অসমৰ মাটি সেউজীয়া হ'ব ধৰিলে। অসমৰ অৰ্থনীতিত আৰ্থিক বসন্ত আহিল। এই বসন্তৰ সোৱাদ অসমবাসীয়ে কিমান পালে ক'ব নোৱাৰো। কিন্তু 'কুলি'য়ে বিনায়ে থাকিল। কোনোৱেই নুবুজিলে কুলিৰ হিয়াৰ বেদনা।

অসমৰ প্ৰায় আঠশ বাগিচাত আমি কমেও সত্তৰ লাখ লোকে বাস কৰোঁ। তাৰে কিছুমান লোকে বাগিচাৰ পৰা ওলাই আহি কাষৰে গাঁওবোৰত থাকো। যিসকলে আগেয়ে ওলাই আহিলে, তেওঁলোকে হাবি কাটি কিছু খেতিমাটি গোটাই লৈ খেতি কৰিয়েই জীৱন প্ৰবৰ্তাই আছে। কিন্তু যিসকল লোক পিছলৈ বাগিচাৰ পৰা ওলাই আহিল তেওঁলোকৰ অৱস্থা পানীত হাঁহ নচৰা হ'ল। খেতি মাটিৰ বাবেতো বাদেই, তেওঁলোকে ঘৰ এটি সাজিবলৈকো স্থায়ী মাটি নাপাই বাটে ঘাটে থাকিবলগীয়া হ'ল। জীৱিকাৰ বাবে তেওঁলোকে হাবিৰপৰা খৰি আনি ভৈয়ামত বিক্ৰী কৰে ; কিছুমানে গাঁৱলৈ গৈ ধান মৰা, ধান দোৱা, ধান বোৱা আদি কাম কৰি পেট প্ৰবৰ্তায়।

বাগিচাৰ তথা গাঁৱৰ শ্ৰমিক পৰিয়ালৰ পৰা আঙুলিৰ মূৰতে গণিব পৰাকৈ কিছুলোক শিক্ষিত হৈ সামাজিক প্ৰতিষ্ঠা লাভ কৰিছে। কিছুলোক ডাক্তৰ, উকীল, শিক্ষক হৈছে আৰু কিছুলোক বিধায়ক মন্ত্ৰীও হৈছে। কিন্তু ইয়াৰ ফলত চাহ মজদুৰৰ যি সামাজিক অৱস্থিতি তাত অলপো প্ৰভাৱ পৰা নাই। শোষিত সমাজ শোষণৰ বলী হৈয়েই আছে।

বসন্তৰ আগমনত বাগিচাই ন কইনাৰ সাজেৰে বিভূষিত হয়। কুঁহিপাতবোৰে আমালৈ হাঁহি হাঁহি চাই। আমিও আনন্দত আত্মহাৰা হৈ হাঁহিব ধৰোঁ। দুইকিলো চাহপাত বেছি টুকিব পাৰিলে দুপইছা বেছি পোৱাৰ হেঁপাহত। কিন্তু নিৰখৰ অতিৰিক্ত খিখিনি পাত আমি টুকো তাৰবাবে প্ৰতি কিলোত আমাক কেইপইছামানকৈহে দিয়া হয়। হয়তো ৩১.৬০ টকা হাজিৰা কৰি পোৱাৰ পিছত জানো আৰু অধিক মজুৰি দিব নে মালিকে ? বাগিচাৰ

মালিকে কিন্তু প্ৰতিকিলো পাত একেটা দৰতেই বিক্ৰী কৰে ।

বসন্তৰ পিছত বৰষাৰ ধল ; বৰষুণৰ পানীত চাহ গছবোৰ পাতেৰে উপচি পৰে ; শিৰিষ গছৰ সুকণ্ডাইদি পাৰ হৈ অহা বেলিৰ পোহৰত সেউজীয়া পাতবোৰ সোণবৰণীয়া হৈ যায় ; পাতৰ গাত লাগি থকা পানীৰ টোপালবোৰ মুকুতাৰ দৰে জিলিকি উঠে ; বাগিচাৰ কলঘৰ পাতৰে ঠাঁহ খাই যায় ; শ্ৰমিকে এই কেঁচাপাত শুকাই গৰম কৰি মাৰি, ফালি চিৰি খোৱা চাহলৈ ৰূপান্তৰিত কৰে ; গাড়ীয়ে গাড়ীয়ে চাহপাতৰ বাকচবোৰ কঢ়িয়াই লৈ যোৱা হয় ভাৰতৰ বিভিন্ন ঠাইলৈ । পিছত সৰু সৰু টোপোলাত বিভিন্ন কোম্পানীয়ে নিজৰ নিজৰ লেবেল মাৰি সেই চাহ দেশ-বিদেশত বিক্ৰী কৰে । কিন্তু তাত চাহ শ্ৰমিকৰ ঘামৰ কথা, মেটমৰা টুকুৰীৰ বোজা বহন কৰাৰ কথাই কোনো স্থান নাপায় । পৃথিৱীয়ে তাক জানিবও নিবিচাৰে । পুৱা-গধূলি, দুপৰীয়া মানুহে এই পানীয় গ্ৰহণ কৰি Refresment লাভ কৰে । কিন্তু চাহ শ্ৰমিকে যে এই পানীয়ৰ বাবে দিন ৰাতিৰ পাৰ্থক্য পাহৰি কাম কৰে, এই কথা অলক্ষিতে আৰু অশ্ৰাব্য হৈয়েই থাকে ।

শীতৰ সেমেকা ঋতু আহে । বাগিচাৰ ৰূপ সলনি হয় । কলম দিয়া চাহ গছৰ জোঙা ঠাৰিবোৰে দৈত্যৰূপী নখ মেলি আমালৈ চায় । পুনৰ লহপহীয়া পাতে ভৰা সেউজ বাগান । কিন্তু শীত কিংবা বসন্ত শ্ৰমিক জীৱন চিত্ৰ সদায় একে । বিষময়, ঘৰ্মাক্ত । আমি ধলপুৱাতেই ওলাই যাওঁ । কোৰখন কিংবা টুকুৰীটো লৈ । আৰু পৃথিৱীৰ বুকুত আন্ধাৰ নমাৰ লগে লগে ঘূৰি আহোঁ ঘৰলৈ । বাগিচাৰ আবেষ্টনীৰ বাহিৰত কি ঘটিছে আমি ক'ব নোৱাৰোঁ । দিনৰ ভাগৰ মাৰিবলৈ অন্য কোনো উপায় নাপাই এবাটি মদ খাওঁ আৰু মাদল কোবাই গীত গাব ধৰোঁ । তালে তালে নাচো, তালে তালে গাঁও । মাদলৰ মাত শুনি কৰ্তৃপক্ষৰ স্বস্তি জাগে । 'ঠিক তহঁত এনেকৈয়ে থাক ।' তহঁতে চিন্তা কৰিব পাৰিলে আমাৰেই বিপদ ।' ঝুমুৰ গীতৰ যোগেদি আমি সুদূৰ অতীতত এৰি অহা দেশৰ কথা, স্বপ্নভংগৰ বেদনা, বাগিচাৰ লহপহীয়া পাত দেখি জাগি উঠা মনৰ আনন্দ আৰু দৰমহা, বোনাচৰ ভাৱত আপ্লুত হোৱা মনৰ ছবি আকোঁ । বৃটিছসকলে আমাৰ বাবে আন এক মনোৰঞ্জনৰ আহিলা আনি দিছিল কথাছবি । এই কাৰণেই যে আমি যাতে কোনো গঠনমূলক চিন্তা কৰিব নোৱাৰোঁ । এই কথাছবি সংস্কৃতি বৰ্তমানেও বিৰাজমান । কিন্তু বৃটিছেই হওক কিংবা ভাৰতীয় চাহাবেই হওক কেতিয়াও আমাৰ শৈক্ষিক বা সামাজিক বিকাশৰ

কথা চিন্তা কৰা নাছিল । এতিয়াও নকৰে । বিদ্যালয়ৰ পৰিবৰ্তে বাগিচাৰ কাষে কাষে খুলিছিল মদৰ মহল । এতিয়াও আছে যাতে আমি একো সাঁচিব নোৱাৰোঁ । তাৰ অৰ্থ হৈছে ক্ষমতা । আৰু আমি শক্তিশালী কিয় হ'ব লাগে ? তদুপৰি আমাক নিম্নমানৰ মজুৰি দিয়া হয় যাতে আমি পেটৰ ক্ষুধাক লৈয়েই ব্যস্ত থাকোঁ ।

অসম সেউজী হ'ল । অৰ্থনীতিৰ পথাৰ টনকীয়াল হ'ল । অসমৰ বাগিচাৰ পাতে পৃথিৱীৰ ৰাতিপুৱাত বিনোদনৰ আমেজ দিয়ে । কিন্তু পৃথিৱীৰ কোনেও নাজানে কাৰ তেজ পানী কৰি এই সেউজী সোণ সৃষ্টি হয় । তেওঁলোকে নাজানে যে আমি চাহপাতৰ সলনি চাহৰ ধূলিহে খাবলৈ পাওঁ ; কাৰণ আমি কুলি । তেওঁলোকে নাজানে যে আমি একোটা সৰু পঁজাতেই মা, দেউতা, ককাই, ভাই, ভনী, বোৱাৰী একেলগে পশুৰ দৰে শুই থাকোঁ । তেওঁলোকে নাজানে যে আমি গেলা পঁচা ৰেচন আটা আৰু উঁইয়ে খোৱা চাউল খাওঁ ; তেওঁলোকে নাজানে যে আমাৰ লাইনবোৰ বাৰিষা বোকা আৰু দুৰ্গন্ধত ভৰি থাকে আৰু খৰালি জাৱৰৰ দ'ম পৰি থাকে ; আজি শ শ মজদুৰ বছৰি গেষ্ট্ৰ এণ্ট্ৰাইটিচত মৃত্যু হয় । তেওঁলোকে এইটোও নাজানে যে, যিবোৰ ঘৰত আমি থাকো, কেইবাটাও প্ৰজন্ম বাস কৰাৰ পিছতো আমাৰ হোৱা নাই । পৰিয়ালটোৰ কোনো এজন স্থায়ী শ্ৰমিক নাথাকিলে আমাক কোৱাৰ্টাৰৰপৰা বহিষ্কাৰ কৰা হয় । আৰু তেওঁলোকে নাজানে যে বাগিচাৰ ঘৰৰপৰা বহিষ্কৃত হোৱাৰ পিছত আমি কোনো শৰণাৰ্থীৰ দৰে বাটে ঘাটে টপু ওৰি থাকিবলগীয়া হয় । আমি অঘৰী হ'বলগীয়া হয় । অসমৰ মাটিতেই ইমানদিনে থকাৰ পিছতো আমাৰ নিজা বুলিবলৈ মাটি এডোখৰ নাই । পৃথিৱীক চাহপাত লাগে, চাহ শ্ৰমিকৰ প্ৰয়োজন নাই ।

আমিও গণতান্ত্ৰিক দেশৰ নাগৰিক । কাগজে কলমে আমাক সমান অধিকাৰ আৰু সামাজিক সমতা প্ৰদান কৰিছে । কিন্তু প্ৰকৃততে এতিয়াও আমি দাসত্বৰ জীৱনহে পাইছো । ৰাজনেতা নিৰ্বাচনত আমাৰ বৰঙণি কোনো গুণেই কম নহয় । কিন্তু নিৰ্বাচিত ৰাজনেতাই সমাজক বাৰকৈয়ে ঠগে আৰু আমাক সম্পূৰ্ণৰূপে ঠগে । স্বাধীনতাৰ পঞ্চাশ বছৰৰ পিছতো আমাৰ লাইনবোৰত খোৱাপানীৰ ব্যৱস্থা নাই । বহু বাগিচাৰ প্ৰাথমিক বিদ্যালয় চৰকাৰী হোৱা নাই, বিজুলী যোগান নাই । চৰকাৰে কয় বাগিচাৰ ভিতৰৰ সৰ্বাঙ্গীণ উন্নয়নৰ দায়িত্ব মালিক পক্ষৰ, মালিক পক্ষই সদায় ভুৱা প্ৰতিশ্ৰুতিৰেই দিনবোৰ পাৰ কৰি

থাকে । চৰকাৰে বাগিচাৰ পৰা বহুতো ৰয়েল্টি পায় কিন্তু তাৰ বিনিময়ত আমাক মাথোঁ পাঁচ বছৰৰ মূৰে মূৰে উদ্ম ভাষণহে দিয়ে । বাগিচা পক্ষই যিমান পাৰে দমনমূলক নীতিৰে আমাক বশ কৰি ৰাখে । কোনো শ্ৰমিকে মাত মাতিলে, তেওঁৰ কাম বন্ধ কৰি দিয়ে । ঘৰ খালী কৰিবলৈ ভাবুকি প্ৰদান কৰে । নিৰুপায় শ্ৰমিকে নিৰ্দোষী হৈয়ো মেনেজাৰৰ ভৰিত ধৰিবলগীয়া হয় । আৰু বাগিচা কৰ্তৃপক্ষই যেনিবা দৈবাৰূপে আমাক পুতৌ কৰি পুনৰ কামত মকবল কৰে ।

ভাৰতৰ ৰাজনীতিত অসমৰ প্ৰায় ৭০ লাখ মজদুৰে নেতাগণৰ ৰাজনৈতিক ভৱিষ্যত নিৰ্দ্ধাৰণ কৰে । কিন্তু এই ৰাজনৈতিক মূল্যৰ বিষয়ে নিৰক্ষৰ, অচেতন চাহ শ্ৰমিকসকল অজ্ঞ । ফলত তেওঁলোক মাত্ৰ এটি ভোট বেংকত পৰিণত হৈছে । বিনিময়ত আমি পাওঁ নেতাসকলৰ ভুৱা প্ৰতিশ্ৰুতি । কোনো ৰাজনৈতিক কবিয়ে সুন্দৰ ভাৱে ছন্দ মিলাই কয় 'আলি আৰু কুলি থাকিলে আমাৰ মৰণ নাই ।' হয় অসমৰ ৰাজনীতিত চাহ শ্ৰমিকে অচেতনভাৱেই এক গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰি আহিছে । আমি আমাৰ মাজৰ পৰাও ভালেখিনি নেতা নিৰ্বাচন কৰি পঠিয়াও । কিন্তু বুজি নাপাওঁ, আমাৰ মাজত উত্তেজনা সৃষ্টি কৰিব পৰা ভাষণ দি আবেগিক ব্লেকমেইল কৰি ভোট লৈ যোৱাৰ পিছত তেওঁলোক কিয়নো নিমাত হৈ যায় ? বাগিচাৰ পাত গুৰি কৰি যি চাহপাতৰ দানাবোৰ সুগন্ধে আমোলমোলায় তাক সকলোৱেই সাদৰেৰে গ্ৰহণ কৰে । কিন্তু এই প্ৰচেষ্টাত শ্ৰমিকৰ দেহাৰ পৰা পিৰপিৰকৈ ওলাই অহা ঘামৰ গোন্ধ গ্ৰহণীয় নহয় ।

যিদৰে কুমলীয়া এটি কলি দুটিপাত পুৰঠ হ'বলৈ নৌপাওঁতেই টুকি অনা হয় সুগন্ধি পানীয় তৈয়াৰ কৰিবলৈ, ঠিক তেনেদৰেই চাহ শ্ৰমিকৰ জীৱন বৃক্ষ কলিতাই নষ্ট কৰি দিয়া হয় । কোমল বয়সীয়া শ্ৰমিক সন্তানবোৰ জীৱনৰ ভূ পোৱাৰ আগতেই বাগিচাত পোক ধৰিবলৈ, দাবাই দিবলৈ লৈ যোৱা হয় । ফলত সিহঁতৰ বাবে জীৱন মানে চাহ বাগান আৰু বাগান মানে জীৱন - এই অৰ্থত পৰিণত হয় ।

বছৰ বছৰ ধৰি নিম্নতম মজুৰিত কাম কৰা চাহ মজদুৰে জীৱন জুৰি কোনোমতে পেটৰ ক্ষুধা নিবাৰণ কৰি থাকোঁতে যেতিয়া অৱসৰ গ্ৰহণ কৰে তেতিয়া তেওঁৰ লোত সামৰিব নোৱাৰি নাম কটা টকাৰ ওপৰত ভূতৰ ওপৰত দানহ পৰাদি পৰে । জীৱনজুৰি কোঁচকামান জলপ পাই থকা শ্ৰমিকে যেতিয়া

একেলগে কেবাহেজাৰ টকা ধৰিবলৈ পায়, তেওঁৰ যেন মন আনন্দত পাগল হৈ যায়। মদ মাংস খাই টকাবোৰ শেষ নোহোৱা পৰ্যন্ত দুৰ্বাৰ গতিত টকাবোৰ খৰচ কৰে। ধন শেষ হ'লে তেওঁ পুনৰ গাঁৱে গাঁৱে হাজিৰা কামত বৰ্তি হয়।

যিহেতু আমাৰ মজুৰি পুতৌলগা পৰিমাণৰ ফলত আমাৰ মনত এনে ভাবে গা কৰি উঠে যে অধিক সন্তান হ'লে অত্যধিক উপাৰ্জন কৰিব পাৰিব, আৰু ভৱিষ্যতে অধিক খাবলৈ পাব। ফলস্বৰূপে আজি বাগিচাত জনবিস্ফোৰণ ঘটিব ধৰিছে।

এনে নহয় যে আমাৰ দুখ নিবাৰণৰ বাবে, আমাক ন্যায় প্ৰদান কৰিবৰ বাবে কোনো আইন নাই। কেইবাটিও আইন ৰচনা কৰা হৈছে। আমাক ন্যায় প্ৰদানৰ বাবে সংঘও আছে। আইনবোৰৰ ফলত নিসন্দেহেই কিছু সুবিধা আমি পালো আৰু আমাৰ কল্যাণাৰ্থে সংঘও তৎপৰ আছিল। কিন্তু সময়ৰ অগ্ৰগতিৰ লগে লগে সংঘৰ সেই বৈপ্লৱিক মনোভাব নাইকিয়া হ'ল আৰু আইনবোৰো পাতৰ মাজত মৃত শব্দত পৰিণত হ'ল। মালিক পক্ষই সুন্দৰভাৱে আইনত থকা 'Provided' শব্দৰ প্ৰয়োগ কৰি আমাক বঞ্চিত কৰি ৰাখে। শ্ৰমিক সংঘৰ প্ৰাথমিক গোটবোৰৰ বিষয় ববীয়াবোৰ অৰ্ধশিক্ষিত বা নিৰক্ষৰ হোৱাৰ কাৰণে মালিকপক্ষৰ মেৰপাক থকা কথাৰ ভু নাপায় শেষত আত্মসমৰ্পণ কৰে।

এয়াই আমাৰ সামাজিক, শৈক্ষিক, অৰ্থনৈতিক স্থান। কেইটামান কথা সকীয়াই থ'লে ভাল হ'ব - চাহ মজদুৰ অত্যন্ত সহনশীল। অৱশ্যে সকলোৰে সহ্যৰ সীমা থাকে। এদিন চাহ মজদুৰো ক্ষুব্ধ হৈ উঠিব। চৰকাৰ তথা মালিক পক্ষই এই কথা ভালকৈ বুজি পোৱা উচিত যে চাহ শ্ৰমিকেও আক্ৰোশ, উত্তেজনা আৰু ক্ষুধাত সশস্ত্ৰ সংগ্ৰামৰ কু-পথ বাছি ল'ব পাৰে। মালিক পক্ষও বুজি ল'ব লাগে যে তেওঁলোকৰ প্ৰশস্তি নিন্দা অধিক দিন বৰ্তি নাথাকিব। উমি উমি শ্ৰমিকৰ হৃদয়ত জ্বলি থকা ফিৰিঙতিয়ে যি দিনা দাবানলৰ ৰূপ ধাৰণ কৰিব, সকলো ভস্মীভূত হৈ যাব। তদুপৰি অসমৰ সামগ্ৰিক উন্নয়ন সত্তৰ লক্ষ চাহ শ্ৰমিকৰ সামগ্ৰিক উন্নয়নৰ অবিহনে সম্ভৱ নহয়।

অসমে যিমানেই উন্নতিৰ জখলাত বগাব বিচাৰিব, সত্তৰ লাখ চাহ জনজাতিৰ পিছপৰা অৱস্থানে সমগ্ৰ অসমকে টানি নমাই দিব ॥ □

# আমি কি বিচাৰো

❑ কামাখ্যা প্ৰসাদ তাম্ভা

আমি মানুহ। অসমৰ চাহ বাগিচাঞ্চলৰ মানুহ। 'চাহ জনজাতি' অধ্যুষিত গাঁও, বস্তি আৰু বাগিচাৰ মানুহ। স্বাধীন ভাৰতৰ অংগৰাজ্য অসমৰ মানুহ। চাহ বাগিচাত কোৰ মৰা, পাত তোলা, পুলি বোৱা, চাহ পুলিৰ আপডাল কৰা, নলা-নৰ্দমা খন্দা, হাবি-বন চাফা কৰা মানুহ। গাঁও-বস্তিত হাল বাই খেতি কৰা, শইচ-ফচল কৰি জীৱিকা নিৰ্ব্বাহ কৰা মানুহ। চৰকাৰী-বেচৰকাৰী পথ, গৃহ, দলং, নলা-নৰ্দমা, মথাউৰি নিৰ্মাণ, ৰেলপথ নিৰ্মাণ আদি শাৰীৰিক পৰিশ্ৰম কৰা মানুহ। হাজিৰা কৰি পেট প্ৰবৰ্ত্তোৱা মানুহ। ঝুমুইৰ, টুচু, ডমকচ আদি নাচ-গান কৰা মানুহ। দুৰ্গাপূজা, কালীপূজা, গ্ৰাম পূজা, টুচু পৰব, চহৰাই পৰব, কৰম পূজা আদি পূজা-পৰব কৰা মানুহ। দোকানী, ফুলী, চুলাই, লাওপানী আদি পানীয় সেৱন কৰা মানুহ। ঘাই-অলা, পানী-অলা, পিয়ন, ডাক-অলা, লাইন-চকীদাৰ, বাগান চকীদাৰ, চৰ্দ্দাৰ-বৰচৰ্দ্দাৰ, চকীদাৰ-বৰচকীদাৰ, বৰবাবু, কামজাৰী বাবু, পেল্টিছ বাবু, ফিটাৰ, কাঠ মিস্ত্ৰী, বিজুলী মিস্ত্ৰী, জামাদাৰ বাবু, কেৰাণী আদি কাম কৰা মানুহ। সৌ সিদিনা দ্বিতীয় সহস্ৰাব্দক বিদায় দি তৃতীয় সহস্ৰাব্দক আঁকোৱালি লোৱা মানুহ। বিংশ শতাব্দীক আজৰি দি একবিংশ শতাব্দীক গ্ৰহণ কৰা মানুহ। মুঠ কথা-আমি প্ৰত্যেকেই একো একোজন মানুহ। অনা জীৱবিলাকে, অমাত প্ৰাণীবিলাকে ক'লেও-নক'লেও আমি প্ৰত্যেকেই একো একোজন জীৱ শ্ৰেষ্ঠ মানুহ।

আমি জানো যে, আমি প্ৰত্যেকেই নিজৰ, নিজৰ পৰিয়ালটোৰ, নিজৰ লাইনটোৰ বা চুবুৰীটোৰ, নিজৰ গাঁওখনৰ বা বাগিচাখনৰ, নিজৰ মহকুমা বা জিলাখনৰ, চহৰ আৰু দেশৰ বৰ্তমান আৰু ভৱিষ্যতৰ কাৰণে দায়ী। আমি যি কৰি আহিছিলো, তাৰ ওপৰেদিয়েই, সেই ভিত্তিৰ ওপৰত স্থিত দিয়েই, বৰ্তমান কামখিনি কৰি যাম আৰু সেই বৰ্তমানেই ভৱিষ্যত নিৰ্মাণ কৰিব। আমি যিখিনি কৰি আহিলো, যিবিলাক কৰি আছো আৰু আগলৈ কৰিম বুলি ভাবি-চিন্তি স্থিৰ কৰি লৈছো,-প্ৰতিটো কাৰ্য্যক্ৰমণিকাৰে নিশ্চয় একো-একোটা উদ্দেশ্য আছে। উদ্দেশ্য থাকিবই লাগিব, উদ্দেশ্য নোহোৱাতকৈ বা উদ্দেশ্যবিহীনভাৱে মানুহে কাম নকৰে। অন্ততঃ সচেতন মানুহবিলাকে নকৰে।

পোনপটীয়া উদ্দেশ্য অন্তর্নিহিত উদ্দেশ্য, বহুমুখী উদ্দেশ্য, মুঠতে উদ্দেশ্য থাকিবই। উদ্দেশ্যৰ লগত বিধেয় জড়িত। আমি যি নীতি-নির্দেশনা আৰু অনুশাসন অনুসৰণ কৰিম, যি কাৰ্য্য-পদ্ধতি, কলা-কৌশল, প্রায়োগিক পথ অনুসৰণ কৰিম সময়ত পৰিপক্ক আৰু স্বচ্ছ ফটফটীয়া হৈ তেনে ফলাফল পাম, যেনে কৰ্ম তেনে ফল পাম। পথ অন্বেষণ কৰোতে, পথ-পৰিক্ৰমা কৰোতে, পদ্ধতি অৱলম্বন কৰোতে দুই এটা ভুল-ভ্রান্তি হ'বই। ভুল-ভ্রান্তি হোৱাটো স্বাভাৱিক। সেই ভুল-ত্রুটি আমি নিজেই শুধৰাই ল'ব লাগিব। আজিৰ দিনত নিজে নিজক নুশুধৰালে অন্যে শুধৰাই নিদিয়ে। নিদিবই, কাৰণ তেওঁলোকো মানুহ। তেওঁলোকেও ভুল কৰে। আমি জানো তেওঁলোকৰ সেই ভুল শুধৰাই দিছো? দিয়া নাই। কাজেই সিহঁতেও নিদিয়ে। 'গৰুৰ চেলেকা-চেলেকি, মানুহৰ অহা-যোৱা' —সম্প্রীতিৰ লক্ষণ। আমি জানো সেই 'সম্প্রীতি লক্ষণ'টোক চৰিত্ৰগত, মজ্জাগত কৰি লৈছো? নাই লোৱা। তেন্তে? সেইবাবে আমি এনে ভুল কৰিব নেলাগিব, যি ভুলক কোনোদিনেই শুধৰাব পৰা নাযায়। সময়ৰ কাম সময়ত নকৰি বা বাল্য কালছোৱাত শিক্ষা আহৰণ নকৰি অবাবত সময় নষ্ট কৰিলে লোকচান কিন্তু নিজৰেই।

প্রতিবছৰে ১৫ আগষ্টত 'স্বাধীনতা দিৱস', ২৬ জানুৱাৰীত 'গণৰাজ্য দিৱস', ১ মে'ত 'শ্রমিক দিৱস' আমি পাতো। ৰাষ্ট্রীয় পতাকা, শ্রমিক পতাকা আমি উত্তোলন কৰো। জন-সভা কৰো। বক্তৃতা ভাষণ দিওঁ আৰু শুনো। স্বাধীনতাৰ ৫২ টা বছৰত অন্ততঃ ৫২ টাকৈ 'স্বাধীনতা দিৱস', 'গণৰাজ্য দিৱস' আৰু ১৪ টামান মে' দিৱস আমি উদ্‌যাপন কৰিলো। কিন্তু স্বাধীনতা, গণৰাজ্য আৰু শ্রমিক দিৱসৰ তাৎপৰ্য্য হৃদয়ংগম কৰি, প্রেৰণা লৈ, সংকল্প লৈ বাস্তৱত কি কৰিলো? পূৰ্বজসকলক বৃটিছ চাহ উদ্যোগপতিসকলে ছলে-বলে-কৌশলে, প্রলোভন-প্রবঞ্চনা-ফুচুলনি, ভাবুকি, ভীতি প্রদর্শন কৰি চালান-আমদানি কৰি আনিছিল, সেইটো আজি ইতিহাস হ'ল। ঠগ-প্রবঞ্চনা, জাল-জুৱাচুৰি, উৎপীড়ন-নিৰ্য্যাতন যি হৈ গ'ল, সেইবোৰ আমাৰ অতীত। ৰক্তাক্ত, দুখলগা, হৃদয় বিদাৰক অতীত। সেই অতীতক আমি নেপাহৰো। কোৱাই আছে —'অতীতক নেৰাৰা পাহৰি'। সেই অতীতৰ ওপৰত ভৰ দিয়েই আমি আমাৰ বৰ্তমান ৰচনাত লাগি থকা নাইনে? অতীত-সম্বল আমাক লাগে। অতীতৰ সম্বলৰ ওপৰতেই আমাৰ বৰ্তমানটো। কিন্তু অতীতক লৈ ব্যস্ত থাকিলে আমি আগবাঢ়ি যাম কেতিয়া? জীৱন পথত ভৰি দি বাৰে বাৰে পিছলৈ ঘূৰি ঘূৰি চাই থাকিলে আগলৈ খোজ পেলাম কেতিয়া? এই সম্পৰ্কেও কোৱা আছে, —'অতীতক যোৱাহে পাহৰি'। অতীতক পাহৰিবই লাগিব। নেপাহৰিলে আমাৰ আগবাঢ়ি যোৱাটো হয় মন্থৰ হ'ব,

নহয় ভুল হৈ যাব। নাইবা পথ বিচাৰি 'পকৰাই পোৱা' মানুহৰ দৰে একেঠাইতে ঘূৰি-ফুৰি হাবাথুৰি খাই থাকিব লাগিব। বিহাৰ, উৰিষ্যা, অন্ধ্ৰপ্ৰদেশ, মধ্যপ্ৰদেশ, পশ্চিমবংগ আদিৰ 'কুলী-ডিপো' বোৰত আমাৰ পূৰ্বজসকলক ধৰি-বান্ধি আনি সহস্ৰ প্ৰহৰীৰ হতুৱাই যি নিৰ্য্যাতন-নিপীড়ন চলাইছিল, সেয়া আমি পাহৰিব লাগিব। লিখিব-পঢ়িব-নজনা পূৰ্বজসকলক কলিকতা 'ৰিক্ৰুটিং অফিচ'ত গিৰমিটিয়া চুক্তিত চুক্তিবদ্ধ বলপূৰ্বক কৰি জাহাজেৰে গোৱালেণ্ডলৈ পঠোৱা সেই ভয়াবহ অতীতো আমি পাহৰিব লাগিব। নেপাহৰিলে চলিব নোৱাৰিম। বৃটিছ চাহ উদ্যোগপতিৰ জীয়া যমদূতসকলৰ নিৰ্মম পীড়িন-উৎপীড়ন আৰু হাবি-জন্তুবলেৰে ভৰা অসমৰ হাবি-জংঘল কাটি-কুটি, তহিলং কৰি চাহ বাগিচাত পতা সেই অসমৰ চাহ উদ্যোগৰ পাতনি কালৰ দুখ-বেদনা, হা-হুতাশ, আৰ্তনাদ-হুমুনিয়াহ আদিও আজি পাহৰি যাবৰ হ'ল। আজিৰ নতুন চাহ উদ্যোগপতিয়ে, নতুন চাহ ব্যৱসায়ীয়ে, ন-চহকী শিল্পপতিসকলে চাহ বাগিচাৰ আজিৰ সুন্দৰ বাগিচা বিলাকহে কিনি লৈছে, পাত বিক্ৰী কৰি মুনাফা লুটিছে, লাহ-বিলাহত জীৱন কটাইছে। সেই বিলাসী জীৱন দেখি আমি ধন্য হৈছো। সিহঁতে এসাজ ভাত খাবলৈ হোটেল-ৰেস্তোৰাই বা নিজৰ বাবুৰ্চী খানাত যিমান খৰচ কৰে, চাহ শ্ৰমিকসকলক দিনটো হাড়-ভঙা খাটনি খটুৱাইয়ো সিমানখিনি দিন-হাজিৰা দিবলৈ টান পায়। নিদিয়ে নাই। মানুহৰ মানৱিকতা, উদাৰতা, বদান্যতা আদি গুণবোৰ দেখুওৱা হোৱা নাই। নেদেখায়।

আমি 'চাহ জনজাতি' জনগোষ্ঠীটোৰ অৰ্ধশিক্ষিত আৰু শিক্ষিত বা উচ্চ শিক্ষিত লোক। আমি বাতৰি-কাকত, আলোচনী, স্মৃতিগ্ৰন্থ, মুখপত্ৰ, আদি প্ৰচাৰ-মাধ্যমত লিখা-মেলা কৰা লিখক, কবি, প্ৰবন্ধকাৰ আৰু সাহিত্যিক লোক। আমি আকাশবাণী, দূৰদৰ্শন, ঝুমইৰ অনুষ্ঠান, কৰম-সন্মিলন, টুচু-সমাৰোহ, বাৰ্ষিক অধিবেশন-অভিবৰ্তন আদিত গান গোৱা, নৃত্য কৰা, বাদ্য বজোৱা, নেপথ্য-সংগীত চলোৱা, যন্ত্ৰ-সংগীত পৰিবেশন কৰা, বক্তৃতা দিয়া, শিল্পী অনাতাৰ শিল্পী, কণ্ঠশিল্পী, ঝুমইৰীয়া, কৰমতী, গীতিকাৰ, নৰ্ত্তক আৰু কলা-কুশলী লোক। আমি বাগিচা সংঘৰ মেম্বৰ, চেক্ৰেটাৰী, প্ৰেচিডেণ্ট কৰা, শাখা বা চাৰ্কোল সংঘত সভাপতি, সম্পাদক, কৰ্মচাৰী, সংগঠক, সহকাৰী সম্পাদক কৰা আৰু ৰাজ্যিক সংঘৰ সভাপতি, উপ-সভাপতি, সাধাৰণ সম্পাদক, সহকাৰী সম্পাদক বিবাদ-মীমাংসা সম্পাদক, ধন-ভঁৰালী আৰু কৰ্মচাৰী-কেৰাণী কৰা শ্ৰমিক সংগঠন বা ট্ৰেড ইউনিয়ন কৰ্মী লোক। আমি কংগ্ৰেছৰ 'এহাল বলদ গৰু' (যুঁৰলিৰে সৈতে), 'গাই-দামুৰী' আৰু শেহতীয়াকৈ 'হাত' প্ৰতীকত চাব মৰাই এম-এল-এ, এম-পি, ৰাজ্য মন্ত্ৰী, কেবিনেট মন্ত্ৰী, কেন্দ্ৰীয় মন্ত্ৰী হোৱা কংগ্ৰেছী ৰাজনীতিজ্ঞ,

আমি অসম গণ পৰিষদৰ 'হাতী'ৰ প্ৰতীকত চাব মৰোৱা আৰু এম-এল-এ, এম-পি, ৰাজ্যমন্ত্ৰী, কেবিনেট মন্ত্ৰী হোৱা অ-গ-প ৰাজনীতিজ্ঞ, আমি ভাৰতীয় জনতা পাৰ্টিৰ 'পদুম ফুল'ৰ চিনত ভোট দিবলৈ আহ্বান জনোৱা দলীয় কৰ্মকৰ্তা, 'চাহ-কোষ'ৰ বিষয়ববীয়া আৰু সদস্য কৰা ভাজপা ৰাজনীতিজ্ঞ, 'লালঝাণ্ডা' ব্যৱহাৰ কৰা মাৰ্ক্সবাদী, লেনিন পন্থী, সাম্যবাদী, কমিউনিষ্ট ৰাজনীতিজ্ঞ। অৰ্থাৎ আমি লিখক, আমি কবি, আমি শিল্পী, আমি সাহিত্যিক আৰু আমি ৰাজনীতিক। আমাৰ দায়িত্ব আৰু কৰ্তব্য সম্বন্ধে আমি বাৰু সচেতননে? যদি সচেতন হয়, ভাল কথা। কিন্তু যদি নহওঁ, প্ৰতি ব্যৱস্থা ল'ব পৰাকৈ আমি সজাগনে? বা আমি প্ৰস্তুতনে?

গা-মূৰ জোকাৰি আমাৰ উঠিবৰ হ'ল। চাৰি-পাটি এৰিবৰ হ'ল। 'সোনকালে বিছনালৈ যোৱা আৰু সোনকালে চাৰি-পাটি এৰা' অভ্যাসটোৱে হেনো মানুহক স্বাস্থ্যবান, যোত্ৰবান আৰু জ্ঞানবান কৰি তোলে। এই অভ্যাস আমি অধিগত কৰি ল'ব নোৱাৰোনে? আমাৰ পূৰ্বজসকলে পৰাধীন ভাৰতত বাধ্যতামূলক বহুত শুলে। প্ৰাক্ স্বাধীনতাৰ কালছোৱাৰ পূৰ্বজসকলেও শুই-মেলিয়েই পাৰ কৰিলে। স্বাধীন ভাৰতৰ স্বাধীন নাগৰিক হৈয়ো আমিও ৫২ টা বছৰ শুই মেলি নকটালোনে? বিশ শতাব্দীটোকেই পাৰ কৰি নিদিলোনে? ভাৰতীয় সংবিধানে দিয়া মৌলিক অধিকাৰ আৰু বিশেষ অধিকাৰবিলাক আমি উপভোগ কৰাটোতো সুকীয়া কথা, আহৰণেই কৰিব নোৱাৰিলো ৰাজনীতি কৰা সকলে অন্ততঃ কংগ্ৰেছী আৰু অগপ ৰাজনীতিকসকলে কিছু টকা ঘটিলে, ঘৰ-বাৰী গাড়ী কৰিলে। কিন্তু টকা আৰু ঘৰ-বাৰী-গাড়ীয়েই যথেষ্টনে? অসম চাহ বাগিচা ভবিষ্যনিধি আৰু বৃত্তনিধি আঁচনি, অসম চাহ শ্ৰমিক কল্যাণ বোৰ্ড আৰু চাহ আৰু প্ৰাক্তন চাহ জনজাতি সঞ্চালকালয় —এই ৩ টা অৰ্ধচৰকাৰী চৰকাৰী প্ৰতিষ্ঠান বাদ দি অন্য চৰকাৰী, বেচৰকাৰী আৰু অৰ্ধচৰকাৰী সংস্থা, নিকায়, নিগম বা প্ৰতিষ্ঠানত আমাৰ 'চাহ জনজাতি' জনগোষ্ঠীৰ চাকৰিয়াল কিমান? বিষয়া-আমোলা বাৰু বাদেই দিলো, কেৰাণী-মহৰী আৰু চতুৰ্থ শ্ৰেণীৰ চাকৰিয়ালেই বা কিমান? চৰকাৰী আৰক্ষী বিভাগ, গড়কাপ্তানি বিভাগ, উদ্যোগ বিভাগ, গ্ৰামোন্নয়ন বিভাগ, যোগান আৰু খাদ্য বিভাগ, —কোনটো বিভাগত কিমান চৰকাৰী চাকৰিয়াল আছে? বিচাৰক, দণ্ডাধীশ, অধিবক্তা, প্ৰবক্তা, অধ্যাপক, অধীক্ষক, উপ-প্ৰতি-সমাহৰ্তা, খণ্ড উন্নয়ন বিষয়া আদিয়েই ক'ত, কিমান?

আজি মানৱ সভ্যতা চূড়ান্ত শিখৰত উপনীত হৈছে। পৃথিৱীৰ চুকে-কোণে, অলিয়ে-গলিয়ে, পাহাৰে-পৰ্বতে সভ্যতাৰ জয়যাত্ৰা অব্যাহত আছে। মানুহৰ মন-মস্তিষ্কৰ বিস্ফোৰণ ঘটিছে। এয়া 'মানসিক বিস্ফোৰণ'ৰো যুগ। উদ্যোগিক দিশত চূড়ান্তত

উপনীত হৈ ইংল্যাণ্ড, আমেৰিকা যুক্তৰাষ্ট্ৰ, ফ্ৰান্স, জাৰ্মেনী, জাপান, ইটালী, কানাডা প্ৰমুখ্যে দেশবিলাক আজি 'উন্নত দেশ'ত পৰিণত হ'ল। আমাৰ ভাৰত ৰাষ্ট্ৰখনো আজি 'উন্নয়নশীল দেশ' সমূহৰ ভিতৰত অগ্ৰগণ্য শক্তিৰূপে চিহ্নিত হৈছে। বিংশ শতিকাই মেলানি নৌ লওঁতেই সৌ সিদিনা ভাৰতৰ 'ভাক্তপা' চৰকাৰে পাৰমাণৱিক বিস্ফোৰণ ঘটাই পৃথিৱীৰ পাৰমাণৱিক শক্তিধৰ ইংলেণ্ড, ফ্ৰান্স, আমেৰিকা যুক্তৰাষ্ট্ৰ, ৰাছিয়া আৰু চীনদেশৰ সৈতে শাৰী মিলাই ষষ্ঠ মহান শক্তিধৰ ৰাষ্ট্ৰৰূপে পৰিগণিত হ'ল। সদায় হেয় জ্ঞান কৰা, অৱজ্ঞা অৱহেলা কৰা, নজৰ আন্দাজ কৰা ইংলেণ্ড, আমেৰিকা যুক্তৰাষ্ট্ৰ, ফ্ৰান্স, জাৰ্মানী, জাপান আদি উন্নত ৰাষ্ট্ৰসমূহে আজি বাধ্য হৈ নিজে উপযাচি ভাৰতৰ লগত বন্ধুত্বমূলক সম্বন্ধ স্থাপন কৰিবলৈ হেতা-ওপৰা লগোৱা নাইনে? আৰু আমি, সেইখন ভাৰতৰে একো-একোজন নাগৰিক।

'অসম চোটনাগপুৰী ছাত্ৰ সন্মিলন'ৰ 'জন্ম-যন্ত্ৰণা' বা 'সদৌ অসম চাহ বাগিচা সম্প্ৰদায় ছাত্ৰ সন্থা'ৰ 'প্ৰসৱ-বেদনা' আমি উপলব্ধি কৰিছো। প্ৰাতঃ স্মৰণীয় সন্তোষকুমাৰ তপ্ন, চাইমন সিং হৰ', খৃষ্টপ্ৰসাদ চাংগা, খৃষ্টউদয় অবেয়া, নাথনিয়েল হ'ৰ, চিনিয়ান তপ্ন, বাংখাল নাগ, মিলমান ডেমটা, এবনেজাৰ হেৰেঞ্জ, নোবেল পড়, চেমুৱেল হেৰেঞ্জ, জে-চি নাগ প্ৰমুখ্যে সেই সময়ৰ প্ৰগতিশীল, দূৰদৰ্শী, অধ্যৱসায়ী ছাত্ৰ-নেতাসকলৰ অশেষ যত্ন আৰু অপৰিসীম ত্যাগৰ বিনিময়ত আজিৰ 'অসম চাহ জনজাতি ছাত্ৰ সন্থা' বা 'দি আছাম টি-ট্ৰাইব্‌চ্ ষ্টুডেণ্টচ্ এচোচিয়েচন' সমগ্ৰ অসমৰ 'চাহ জনজাতি' জনগোষ্ঠীৰ একমাত্ৰ আশা-ভৰসাৰ অনুষ্ঠান হৈ পৰিছে। দুই-চাৰিজনে এই সন্থাটোক 'প্লেটফৰ্ম' কৰি লৈ অৱশ্যে নিজৰ নিজৰ ৰাজনৈতিক লাভালাভৰ হিচাব নিকাচ বা.এম. এল. এ, এম. পি. বা মন্ত্ৰী-পালিমন্ত্ৰী হোৱাৰ সপোন বাস্তৱায়িত কৰিছিল বা কৰি গ'ল। ন্যস্ত-স্বাৰ্থজড়িত চক্ৰটোৱে ছাত্ৰ সন্থাটিৰ প্ৰাৰম্ভিক কালছোৱাত যেনেকৈ বাধা প্ৰদান কৰিছিল, আজিও তেনে জাতীয় ন্যস্তস্বাৰ্থান্বেষী একশ্ৰেণী লোকেই আমাৰ সন্থাটিৰপৰা 'আদিবাসী'ৰ নামত একাংশ ছাত্ৰ-ছাত্ৰীক 'আদিবাসী ছাত্ৰ সন্থা' নামেৰে আঁতৰাই ছাত্ৰ সন্থাটিক দুৰ্বল আৰু নিশকতীয়া কৰি তোলাৰ জঘন্য চক্ৰান্তত লিপ্ত হৈছে। কোকৰাঝাৰ জিলাত আৰু বড়োল্যাণ্ড স্বায়ত্তশাসিত এলেকাৰ আশে-পাশে থকা জিলাসমূহত ধৰ্মীয় গোষ্ঠীগত প্ৰবণতাই চূড়ান্ত ৰূপ ধাৰণ কৰি বড়ো-চাওঁতাল, সংঘৰ্ষৰ পথ প্ৰশস্ত কৰি তুলিলে। ধৰ্মীয় অনুষ্ঠান-প্ৰতিষ্ঠানক কেন্দ্ৰ কৰি এনে কিছুমান অপশক্তিৰ আৱিৰ্ভাৱ হৈছে, যাৰ ফলত বড়ো-চাওঁতাল, সংঘৰ্ষ সহজে প্ৰশমিত হোৱাটো জটিলতাৰ অৱস্থাত উপনীত হৈছে। 'বিৰচা মুণ্ডা' ঐতিহাসিক বীৰ পুৰুষ আৰু বৃটিছৰ বিৰুদ্ধে সশস্ত্ৰ সংগ্ৰাম কৰা আদিবাসী লোক। বীৰ শ্বহীদ 'বিৰচা মুণ্ডা'ৰ শক্তি কমাবলৈকে একালত

সেই অঞ্চলটৈ চাওঁতালসকলক বৃটিছে জোৰ-জুলুমেৰে আনি বসবাইছিল আৰু আজি সেইসকলক উচ্ছেদ কৰিবলৈ একাংশ সন্ত্রাসবাদী উগ্রপন্থী চাওঁতাল-হত্যা কাৰ্যত লিপ্ত হৈছে। আমি এই সংঘৰ্ষৰ অৱসান আৰু শান্তি কামনা নকৰোনে? কিন্তু একাংশ প্ৰতিষ্ঠানে ইয়াৰে চেলু লৈ আমাৰ ঐক্যবদ্ধ 'চাহ জনজাতি' জনগোষ্ঠীৰ মাজত বিভাজন অনাত কিছুদূৰ সফল নোহোৱাকৈ থকা নাই। ইংলেণ্ড আৰু আয়াৰলেণ্ডত লক্ষ লক্ষ লোক খ্ৰীষ্টান ধৰ্মৰ দুই ঠাল—'কেথলিক' আৰু 'প্ৰটেষ্টান'ৰ পাৰস্পৰিক শত্রুতাৰ বাবেই মৰা নাইনে? পাকিস্তানত মুছলমান ধৰ্মৰ দুই ঠাল 'চিয়া' আৰু 'চুন্নী' বা 'পঞ্জাবী' আৰু 'মোহাজিৰ' সকলৰ পাৰস্পৰিক বৈৰিতাৰ বাবেই লাখে লাখে পাকিস্তানী লোক মৰা নাইনে? বড়ো-চাওঁতাল সংঘৰ্ষত আসুৰিক তৃপ্তি লভাসকলৰ কি লাভ বা লোকচান হ'ল, সেইটো বেলেগ কথা। কিন্তু ইয়াৰ যোগেদি স্বাৰ্থজড়িত চক্ৰৰ চক্ৰান্ত যে বাস্তৱায়িত হ'ল, সেইটো সত্য কথা। এনে ধৰণৰ ষড়যন্ত্ৰ প্ৰতিহত কৰিবপৰাকৈ জন-চেতনা বা জন-জাগৰণ আজি নহ'লেও কালিলৈ আহিবই।

অন্ধকাৰ সদায় নেথাকে। ৰাতিৰ পিছত দিন আহে। ৰাতিৰ অন্ধকাৰ পুৱতি নিশা শেষ হয়। বেলি উদয় হোৱাৰ পূৰ্বৰেপৰা পোহৰৰ ৰেঙণি দেখা যায়। পিছত পোহৰেই পোহৰ। দিনৰ পোহৰ। আমাৰ 'চাহ জনজাতি' জনগোষ্ঠীৰ জনসাধাৰণৰ অজ্ঞান অন্ধকাৰ আছিল আৰু আছে। চাইমন সিং হ'ৰ, সন্তোষকুমাৰ তন্ত্ৰ, প্ৰভুদাম মাৰিক, চাবোৱান, চানু খেৰীয়া, মঙ্গলসিং তাচা প্ৰমুখ্যে মধ্যনিশাৰ আন্ধাৰৰ মাজত দুই এটা বন্তি টিমিক-টামাককৈ জ্বলিছিল। শেষ নিশাতো মেঘৰাজ কৰ্মকাৰ, দেউৰাম তাচা, সুবান হ'ৰ, ছত্ৰগোপাল কৰ্মকাৰ, গজেন তাঁতী, মলিয়া তাঁতী, নৰেশ তাচা, ৰাজকৃষ্ণ বাঢ়ে, চেনিৰাম কুৰ্মী প্ৰমুখ্যে পুৱতি নিশাৰ ভোটাতৰাই পোহৰ বিলাইছিল। সাহিত্যিক পেন্সনাৰ মেঘৰাজ কৰ্মকাৰ আৰু দেউৰাম তাচাৰ অসমীয়া সাহিত্য-জগতলৈ আগবঢ়োৱা অৱদান, সুবান হ'ৰই আমাৰ ছাত্ৰ সমাজলৈ যোগোৱা অৱদান, ছত্ৰগোপাল কৰ্মকাৰ আৰু গজেন তাঁতীৰ ৰাজনৈতিক ক্ষেত্ৰত আগবঢ়োৱা প্ৰেৰণা, ৰাজিতাৰ চৰ্দাৰ হৈয়ো মলিয়া তাঁতীয়ে ৫ বাৰকৈ ডুমডুমা সমষ্টিক বিধান সভাত প্ৰতিনিধিত্ব কৰি দেখুওৱা আদৰ্শ, নৰেশ তাচাৰ সংসাহসৰ আৰু 'ৰতনলাল'ত লোৱা ভূমিকা, ৰাজকৃষ্ণ বাঢ়ে আৰু চেনিৰাম কুৰ্মীৰ সঙ্গীত আৰু কলাজগতত যোগোৱা অৱদান স্বীকাৰ কৰিবই লাগিব। 'চাহ জনজাতি' সমাজৰ বিশেষ বিশেষ দিশত পথ প্ৰদৰ্শন কৰি যোৱা এই দিশাৰী আৰু কাণ্ডাৰীসকলৰ আত্মাৰ সদ্গতি কামনা কৰিলো। আমাৰ সমাজৰ বাবে এতিয়ালৈকে একোকেই নকৰিলেও ৰাজ্যৰ মুখ্যসচিব হিচাবে অতুলপ্ৰসাদ চাবোৱান আৰু স্বাস্থ্য সঞ্চালকালয়ৰ বিষয়া হিচাবে ডাঃ ভেলেন্টাইন কেৰকেটাই আমাৰ প্ৰশাসনীয়

সামৰ্থ্যতাৰ প্ৰমাণ কৰি গৈছে। নাৰায়ণ ঘাটোৱাৰ, সুশীল কুৰ্মী, সনন্ত তাঁতী, সমীৰ তাঁতী, প্ৰহ্লাদ তাচা, গণেশ কুৰ্মী, দীনেশ্বৰ তাচা, ৰাম চাচনী, শিৱচৰণ দাস প্ৰমুখ্যে সমৰ্থবান লিখক, কবি, প্ৰবন্ধকাৰ, সাহিত্যিক, শিল্পী আমাৰ মাজত এতিয়াও বিদ্যমান। অলপতে দেহ-ৰক্ষা কৰা সাম্যবাদী মাৰ্ক্সপন্থী নেতা আৰু অখিল ভাৰতীয় চাহ মজদুৰ সংঘৰ সাধাৰণ সম্পাদক ধনীৰাম খোঁচলা ট্ৰেড ইউনিয়নিষ্ট হিচাপে আমাৰ সমাজৰ গৌৰৱ। মধুসূদন খণ্ডাইত আজি এজন সুদক্ষ ট্ৰেড ইউনিয়নিষ্ট হিচাবে আত্মপ্ৰকাশ কৰিছে। কেন্দ্ৰীয় চৰকাৰৰ ৰাজ্যমন্ত্ৰী সুচাৰুৰূপে চলাই পৱনসিং ঘাটোৱাৰেও নিজৰ দক্ষতাৰে চানেকি ৰাখিলে। ভাৰতৰ সৰ্ববৃহৎ ৰাজনৈতিক দল ভাৰতীয় জনতা পাৰ্টিৰ ৰাজ্যিক উপসভাপতি হিচাবে দীনেশ্বৰ তাচাই আৰু পূৰ্বৰ শাসকীয় আৰু এতিয়া প্ৰধান বিৰোধী ৰাজনৈতিক দল -ভাৰতীয় জাতীয় কংগ্ৰেছৰ ৰাজ্যিক উপসভাপতি হিচাবে পৱন সিং ঘাটোৱাৰে সুমেৰু-কুমেৰু দুই মেৰুত দ্বিতীয় শীৰ্ষস্থানত অৱস্থান লৈ কাৰ্যনিৰ্বাহ কৰি আমাৰ 'চাহ জনজাতি' জনগোষ্ঠীৰেই দক্ষতা, বিচক্ষণতা আৰু কৰ্ম প্ৰৱণতাৰ নমুনা দেখুৱাই সমাজৰ মান বঢ়োৱা নাইনে? এনেধৰণৰ ক্ষেত্ৰ বিশেষে নিজৰ নিজৰ ভূমিকা পালন কৰি যোৱা আৰু কৰি থকাসকললৈ আমাৰ সশ্ৰদ্ধ অভিনন্দন নিশ্চয় আছে আৰু থাকিব।

আজি অসমত অসমীয়া জাতি সংখ্যালঘুত পৰিণত হৈছে। যাৰ বাবে খিলঞ্জীয়া অসমীয়াৰ বাবে 'সদৌ অসম ছাত্ৰ সন্থা' ই ৰক্ষণাবেক্ষণ বিচাৰিব লগা হৈছে। 'সদৌ অসম ছাত্ৰ সন্থা' নিজেই এক শক্তিশালী ছাত্ৰ সংগঠন। সাহিত্যক্ষেত্ৰত 'অসম সাহিত্য সভা'ৰ দৰে প্ৰকাণ্ড অনুষ্ঠান আছে। গুৱাহাটী বিশ্ববিদ্যালয়, ডিব্ৰুগড় বিশ্ববিদ্যালয়, তেজপুৰ কেন্দ্ৰীয় বিশ্ববিদ্যালয় আদি বিয়াগোম বিয়াগোম প্ৰতিষ্ঠান আছে। চাকৰিয়ালসকলৰ 'সদৌ অসম কৰ্মচাৰী পৰিষদ'ৰ দৰে অনমনীয় সংগঠন আছে। কি নাই? তথাপি ৰক্ষণাবেক্ষণৰ বাবে অসমীয়া মূল সুঁতিৰ জনসাধাৰণক সংৰক্ষিতকৰণৰ সুবিধা লাগে। স্বাধীনতাৰ ৫২ টা বছৰেই কংগ্ৰেছ, জনতা বা অসম গণ পৰিষদৰ নামত প্ৰশাসনযন্ত্ৰও তেওঁলোকৰ কুক্ষিগত হৈ থকা নাইনে? তেনেহ'লে এই প্ৰশ্ন কিয় উঠিছে? সীমান্তৰক্ষীসকল অসমীয়া, আৰক্ষী বাহিনী অসমীয়া, হাকিম-ন্যায়াধীশ-অধিবক্তাসকল অসমীয়া-কিন্তু, অসমীয়াই অসমীয়াৰ পিঠিত ছুৰি মাৰিছে। কেইটামান টকাৰ লোভত সমগ্ৰ জাতিটোকে বিপদাপন্ন কৰি তুলিলে। কিন্তু আমি 'চাহ জনজাতি' জনগোষ্ঠীৰ অন্তৰ্ভুক্ত জনসাধাৰণে তেওঁলোকৰ বিৰোধিতাৰ কাৰণেই সাংবিধানিক সা-সুবিধাৰ পৰা বঞ্চিত হৈ থাকিলো। তেওঁলোকৰ শ্ৰমিবিভাগৰ বিষয়া-কৰ্মচাৰীৰ কেইটামান টকাৰ লোভৰ কাৰণেই ন্যায্যতা প্ৰাপ্তি চাহ শ্ৰমিকসকলে পোৱা

নাই। আমি 'অসমীয়া' বুলিয়েই চিনাকি দিওঁ। কিন্তু তেওঁলোকে আমাক অৱজ্ঞাসূচক, উপলুণ্ঠাসূচক মন্তব্য আগবঢ়াইহে তৃপ্তি পায়, সন্তুষ্টি পায়।

এনে এক সন্ধিক্ষণত আমি আমাৰ প্ৰাপ্য অধিকাৰ পাবলৈ, নাপালে কাঢ়ি ল'বলৈয়ো প্ৰস্তুত হ'বৰ সময় হ'ল। এই পৃথিবী যোগ্য ভোগ্যা' যোগ্যলোকেহে পৃথিবীখনত উপভোগ কৰিবলৈ পায়। আমি আমাৰ অযোগ্যতাৰ দুৰ্গুণসমূহ বাচি উলিয়াই দলিয়াই পেলাই দিবৰ হ'ল। আমি যোগ্য সকলোকালৰপৰাই হৈ উঠাৰ সময় হ'ল। বাঁহি পুৰাওঁ পুৰাওঁ। চৰাইৰ মাততেই হওক বা বন্দুকৰ শব্দতেই হওক ৰাতিৰ পিচত দিন আহিবই। বেলি ওলালেই। আমি সকলোৱে নিজৰ নিজৰ দায়িত্ব আৰু কৰ্তব্য বুজি লৈ কৰ্মক্ষেত্ৰত জপিয়াই পৰাৰ সংকেত ধ্বনি বাজি উঠিলেই। কিন্তু আমি প্ৰতি-প্ৰত্যেকেই এইটো মনত ৰখাটো উচিত হ'ব যে, আমাৰ অৱনতি তেতিয়াৰপৰাই আৰম্ভ হৈছিল, যেতিয়াৰপৰা আমাৰ ওচৰত কল্পনাৰ ৰঙীন সপোন প্ৰবল হৈ ৰূঢ় বাস্তৱটো অসীম হৈ উঠিছিল, ব্যক্তিজনক বা আমাক কৰিবলৈ বা অনুসৰণ কৰিবলৈ কোৱা বা বাধ্য কৰোৱা মানুহজনৰ ব্যক্তিত্ব বাদ দি তেওঁ জনোৱা বা কঢ়িয়াই অনা মন ভুলোৱা, দিবা স্বপ্ন দেখুওৱা, শ্লোগান- সৰ্বস্ব আবেগৰ উপাসনা আৰম্ভ হৈছিল। যদি সঁচাসঁচিকৈয়ে আমি আমাৰ ভৱিষ্যত কল্যাণৰ ক্ষেত্ৰ প্ৰশস্ত কৰিব খোজোঁহক, তেতিয়াহ'লে আমাৰ মাজত বৰ্ত্তি থকা সম্প্ৰদায়গত, জাতিগত-দলগত বিৰোধবোৰ পাহৰি আমাৰ পূৰ্ব্ববৰ্ত্তী পথ-প্ৰদৰ্শকসকলৰ প্ৰতি আমি প্ৰতি-প্ৰত্যেকেই শ্ৰদ্ধাসম্পন্ন হ'বই লাগিব। কাৰণ, আমি মানুহ, বিংশ শতাব্দীত পদাপৰ্ণ কৰা মানুহ।

আমি সৰু-সৰু মানুহ। কিন্তু আমাৰ লক্ষ্য উচ্চ। কাৰণ, আমি সহজ-সৰল মানুহ। উৰ্দ্ধ দৃষ্টিসম্পন্ন শগুণৰ দৰে ডাঙৰ আৰু উচ্চত কেৱল 'কু' টোৱেই নেদেখে, 'সু'-টোকহে দেখে। অন্তৰেৰে সৈতে সৰ্ব্বাগ্ৰে আমি অনায় কেৱল ভালখিনিকহে দেখাৰ চেষ্টা কৰো। কিয়নো, আমাৰ প্ৰতি-প্ৰত্যেকৰ একো-একোটা স্ব-বৈশিষ্ট্য সম্পন্ন মানুহৰ সত্তা আছে, যি মানৱ সত্তা সৎ-চিৎ আনন্দময় আৰু এই সত্তা স্বতঃস্ফুৰ্তভাৱে অসৎ বিৰোধী। আমি আমাৰ পূৰ্ব্ব-পূৰ্ব্ব পথ প্ৰদৰ্শক সকলোকে সম্বৰ্দ্ধনা জনাইছো। সেই সম্বৰ্দ্ধনা জনোৱা 'শক্তি' আমাৰ আছে। আমাৰ 'সংহতি'ৰ পৰাই সেই শক্তি আমি আহৰণ কৰিলো। সেই 'সংহতি' আহিছিল সকলোৱে 'সহানুভূতি'ৰ পৰা। সেই 'সহানুভূতি' এতিয়াও অটুট আছে আৰু আগলৈকো থাকিব। যেতিয়ালৈকে চাহ-বাগিচা, গাওঁ-বস্তি, নগৰ-চহৰৰ 'চাহ জনজাতি' জনসাধাৰণৰ সহানুভূতি আমাৰ এই ছাত্ৰ সন্থাটিৰ প্ৰতি অটুট থাকিব, তেতিয়ালৈকে আমাৰ সংহতি, শক্তি, সম্বৰ্দ্ধনা চিৰ-অম্লান, চিৰ-সেউজীয়া, চিৰন্তন হৈথাকিব। ই ধ্ৰুৱসত্য।



# চাহ জনগোষ্ঠীৰ জাতীয় সংকট

❑ ধীৰেন চন্দ্ৰ ৰবিদাস

সামাজিক চেতনাৰ বিষয়ে আলোচনা কৰাৰ আগতে সমাজৰ মৌলিক কথা কিছুমানৰ আলোচনাৰে আগবাঢ়িব লাগিব। সাহিত্য, দৰ্শন, অৰ্থনীতি, ৰাজনীতি, ইতিহাস, ধৰ্ম, বিজ্ঞান ইত্যাদি আটাইবোৰেই হ'ল সামাজিক চেতনাৰ সৃষ্টি। আটাইবোৰেই একেখন সমাজৰ ভিন্ ভিন্ উৎসৰপৰা ওলাই আহে। যেনেদৰে সাহিত্যৰ কথা আলোচনা কৰিবলৈ যাওঁতে কিছু কিছু ক্ষেত্ৰত অৰ্থনীতি , ৰাজনীতি, ইতিহাস আদিৰ আলোচনা প্ৰসংগোক্ৰমে ওলাই আহে। আমাৰ এই মূল আলোচ্য বিষয়টোৰ আলোচনা কৰিবলৈ লওঁতে ইতিহাস, সামাজিক, ৰাজনীতি, অৰ্থনীতি, সাহিত্য, ধৰ্ম আদিৰ প্ৰসঙ্গক্ৰমে আলোচনা কৰিবই লাগিব। কিন্তু সমাজ গঠনৰ বিমানবোৰ বিষয় আছে সকলোবোৰ তত্ত্বমূলক ধাৰণাৰে আলোচনা কৰাটো দূৰৰ কথা উল্লেখ কৰাটোৱেই সংক্ষেপ বৰ্ণনাত সম্ভৱ নহয়। অৱশ্যে আটাইবোৰ উল্লেখ কৰাৰো প্ৰয়োজন নাই। কেৱল মাত্ৰ অতি সৰল আৰু সূক্ষ্মভাৱে 'অসমীয়া চাহ জনজাতিৰ সামাজিক সমস্যা আৰু চেতনাৰ সংকট' আলোচনা কৰা যাওক। ইয়াৰ মাজতে 'সামাজিক চেতনা'ৰ আঁতডাল বিচাৰি পোৱা যায় নেকি ? নে সামাজিক চেতনাৰ আঁতডাল বিচাৰি পোৱাত সুস্থ নেতৃত্বৰ অভাৱ ?

**অসমীয়া চহ জনজাতিৰ ইতিহাস ঃ** অসমৰ চাহ্ জনগোষ্ঠীৰ কথা আলোচনাতে ইতিহাসৰ কিছু আলোচনা কৰাটো নিতান্তই প্ৰয়োজন। প্ৰাক্ ঐতিহাসিক কালৰপৰা যিসকল জনগোষ্ঠী অসমলৈ আহিছিল তেওঁলোক ৰাজ্য বিস্তাৰ, ধন-সোণ লুট কৰা, ব্যৱসায়-বাণিজ্য আদিৰে ধন সংগ্ৰহ কৰা আৰু কিছু লোক স্বাভাৱিক প্ৰব্ৰজনৰ যোগেদি অহা। কিন্তু চাহ জনগোষ্ঠীক অসমলৈ অনা হৈছিল অসমৰ মান উন্নতি কৰিবৰ বাবে। অসমৰ মাটিত উৎপাদনৰ বৃদ্ধি হ'লে অসমৰে উন্নতি। উৎপাদনৰ লাভ যিয়েই নলওক কিয় ? উৎপাদন ক্ষেত্ৰ একেটাই। ইয়ান নহয়, চাহ্ জনগোষ্ঠীক বুটিছে কুলাই, ফাঁকি দি অসমলৈ আনি বিভিন্ন ঠাইত চাহ্ বাগিচাৰ কামত লগায়। জমিদাৰ বা পুঁজিপতি শ্ৰেণীক টকাৰ বিনিময়ত দালালবিলাকে অসমলৈ জনজাতিসকলক চালান দিছিল।

কালক্ৰমে এই বৃহৎ চাহ জনগোষ্ঠীয়ে অসমীয়া জাতি গঠনত প্ৰধান অংগ হৈ পৰিল। এই বৃহৎ জনগোষ্ঠীয়ে অসমকে মাতৃভূমি হিচাবে গ্ৰহণ কৰি ইংৰাজ খেদাৰ পৰা আৰম্ভ কৰি ভাষা আন্দোলন, বিদেশী বহিষ্কাৰ আন্দোলনৰ নিচিনা প্ৰতিটো সমস্যাতে সক্ৰিয়ভাৱে অংশ গ্ৰহণ কৰি শ্বহীদ পৰ্যন্ত হৈছে; কিন্তু ভাৰত স্বাধীন হোৱাৰ সুদীৰ্ঘ ৪৮ বছৰে বৃহৎ চাহ জনগোষ্ঠীৰ যি অভাৱনীয় চিন্তা আৰু সামাজিক সংকটে দেখা দিছে ইয়াৰ ফলশ্ৰুতিত সমাজখনক মেৰুদণ্ডৰহিত প্ৰাণীৰ দৰে অদ্যপৰিমিত কৰি ৰাখিছে। সামাজিক, ৰাজনৈতিক, অৰ্থনৈতিক, সাংস্কৃতিক ক্ষেত্ৰতেই নহয় সাহিত্য, আদৰ্শ, নৈতিকতা আদি দিশবিলাকতো ৰাজনৈতিক মুনাফাৰে পঙ্গু কৰি ৰাখিছে; এই বৃহৎ জনগোষ্ঠীৰ চিন্তাশক্তিক। যিদৰে বিদেশী জন্তু চিৰিয়াখানাত পিঞ্জৰাবদ্ধ কৰি ৰখা হয় ঠিক তেনেদৰে চাহ জনগোষ্ঠীক পিঞ্জৰা সদৃশ চাহ বাগানৰ কাঁইটীয়া তাঁৰৰ মাজত আবদ্ধ কৰি ৰখা হ'ল অৰ্থৰ অভাৱত। এইটো সত্য যে চিৰিয়াখানাত থকা জন্তুতকৈ আৰ্থিক নিৰ্যাতনত থকা মানুহ অধিক দুৰ্বল। সেয়ে আজি চাহ জনগোষ্ঠীৰ চিন্তা আৰু চেতনা শক্তি থাকিলেও আৰ্থিক সংকটৰ পিঞ্জৰাত থকাৰ হেতু নিজৰ আবেগ অনুভূতি প্ৰকাশ কৰিব পৰা নাই।

**সামাজিক আৰু বৌদ্ধিক সংকট**: ঐতিহাসিক বস্তুবাদৰ মতে অস্তিত্বই হে সামাজিক চেতনা সৃষ্টি আৰু নৈতিক দিশো নিৰ্দ্ধাৰণ কৰে। সামাজিক আৰু বৌদ্ধিক চিন্তাৰ সৃষ্টি হয় কিছুমান প্ৰশ্নৰ ওপৰত। সমাজ কি ? সমাজৰ কিয় সৃষ্টি হ'ল ? সমাজত কিয় থাকিব লাগে ? সামাজিক সমস্যাবিলাকৰ উৎস কি ? সমাজ জীয়াই থাকিবলৈ আমি কি কৰিব লাগে ইত্যাদি ধৰণৰ চিন্তাবিলাকেই হ'ল সামাজিক চেতনাৰ বহিঃপ্ৰকাশ। বিজ্ঞান, দৰ্শন, সাহিত্য, ইতিহাস, ৰাজনীতি, অৰ্থনীতি, সামাজিক আটাইবোৰেই সমাজত জীয়াই থকাৰ সুবিধাৰ বাবে বিভিন্ন সময়ত আৰু কাৰণত, বিভিন্ন সমস্যাৰ সমাধান বিচাৰি মানুহে সামাজিক আৰু বৌদ্ধিক জ্ঞান লাভ কৰিছে।

মানুহ জীয়াই থাকিবৰ কাৰণে নিম্নতম প্ৰয়োজন খাদ্য, বস্ত্ৰ, বাসস্থান আদিৰ ব্যৱস্থা কৰাৰ পিছতহে মানুহে অন্য কথা চিন্তা কৰিব পাৰে। কিন্তু অসমীয়া চাহ জনগোষ্ঠীৰ মানুহখিনিক ইমান অৰ্থনৈতিক সংকটে দেখা দিছে যে তেওঁলোকে খাদ্যৰ বাদে মৌলিক প্ৰয়োজনীয় সাজপাৰ আৰু বাসস্থানৰ কথাও চিন্তা কৰাৰ অৱকাশ নাই। অশেষ কষ্টৰ মাজত উঠি অহা শিক্ষিত যুৱচামে দুই-এটা কবিতা, গল্প, নিবন্ধ, প্ৰবন্ধৰ মাজেৰে বিদ্ৰোহ, সাম্যবাদ

বুৰ্জোৱা সমাজ ব্যৱস্থাৰ উচ্ছেদৰ কথা মাজে সময়ে উল্লেখ কৰিছে যদিও কিছু ক্ষেত্ৰত চিন্তাৰ গভীৰতা, ভাষাৰ সংযম, আঙ্গিক কলাকৌশলত লেখকসকল ব্যৰ্থ হোৱা দেখা যায়। কাৰণ চাহ্ জনগোষ্ঠীৰ মাজত নতুন চিন্তা, বিতৰ্ক আৰু সমালোচনাৰ দুখলগাকৈ অভাৱ। তৰ্ক আৰু সমালোচনা কৰাৰ সাহস, সততা নতুন যুৱচামৰ মাজত গঢ়ি উঠা নাই।

তদুপৰি বৰ্তমান চাহ্ জনগোষ্ঠীৰ মাজত নতুন প্ৰজন্মৰ সৃষ্টি হ'লেও সমাজৰ প্ৰতি থকা দায়বদ্ধতা আওকাণ কৰি ৰাজনৈতিক ছত্ৰছায়াত আশ্ৰয় লৈ শাসক শ্ৰেণীৰ অনুগ্ৰহত নিজকে ধন্য হৈ জীৱন নিৰ্বাহ কৰিবলৈ লোৱাটোও বৌদ্ধিক আৰু সামাজিক সংকটৰ এটা অন্যতম কাৰণ। নিজৰ চিন্তা চৰ্চাৰে জনতাক জগাই তোলাৰ দূৰৰে কথা, চৰকাৰী, বেচৰকাৰী পূঁজিপতিৰ মৃদু সমালোচনাও এওঁলোকে কৰাৰ সাহস নথকাৰ সুবিধাতে ৰাজনৈতিক প্ৰতিনিধিয়ে, সমগ্ৰ, চাহ্ জনগোষ্ঠীটোকে পঙ্গু কৰি তুলিছে। এই ক্ষেত্ৰত চাহ্ জনগোষ্ঠীৰ ৰাজনৈতিক বুদ্ধিজীৱী চামটোৰ চিন্তাশক্তিৰ দাৰিদ্ৰ্য পৰিলক্ষিত হয়।

**অৰ্থনৈতিক চিন্তাৰ সংকট ঃ** বৰ্তমান পৃথিৱীৰ বিভিন্ন অঞ্চলত মানৱ সমাজ ব্যৱস্থা বিকাশৰ স্তৰ বিভিন্ন পৰ্য্যায়ৰ। গতিকে সমাজৰ সমস্যাবিলাকো বিভিন্ন হোৱাটো স্বাভাৱিক। অসমীয়া চাহ্ জনগোষ্ঠীৰ সমস্যাবিলাক অন্য জনগোষ্ঠীৰ সমস্যাতকৈ সম্পূৰ্ণ বেলেগ। চাহ্ জনগোষ্ঠীয়ে এনেদৰে অৰ্থ সংকটত ভূগিছে যে ন্যূনতম প্ৰয়োজনীয় বস্তু খাদ্য, সাজপাৰ, বাসস্থানৰ ভিতৰত অতি প্ৰয়োজনীয় খাদ্য নোপোৱাকৈ মৃত্যুক সাৱতি লোৱা দেখা যায়।

ভাৰতবৰ্ষ এখন গণতান্ত্ৰিক দেশ। কিন্তু শাসকগোষ্ঠীয়ে গণতন্ত্ৰৰ মুখ পিন্ধি আৰু কাগজে-কলমে গণতান্ত্ৰিক অধিকাৰবোৰ স্বীকাৰ কৰি থাকে যদিও কাৰ্য্যক্ষেত্ৰত নানা কৌশলৰ চেষ্টা চলাই থাকে যাতে সাধাৰণ মানুহে গণতান্ত্ৰিক অধিকাৰবোৰ উপভোগ কৰিব নোৱাৰে। গণতন্ত্ৰৰ নামত পূঁজিবাদী শোষণ নীতিৰে শ্ৰমিক শ্ৰেণীৰ মূৰ দাঙিব নোৱৰা কৰি ৰাখিছে। অসমীয়া চাহ্ জনগোষ্ঠীয়ো ইয়াৰ ব্যতিক্ৰম নহয়। পূঁজিবাদ অৰ্থনীতিয়ে এই জনগোষ্ঠীটোৰ গণতান্ত্ৰিক অধিকাৰ কাঢ়ি লোৱাই নহয় জীয়াই থকাৰ প্ৰয়োজনখিনিও কাঢ়ি লৈছে। শোষণ নীতিৰ কাৰণেই চাহ্ জনগোষ্ঠী সৰ্বহাৰা হৈ অশেষ পৰিশ্ৰম কৰিও অনাহাৰে দিন কটাবলগীয়া হৈছে।

চাহ্ শ্ৰমিকৰ অৰ্থনৈতিক চেতনা সংকটৰ সুবিধা লৈ শ্ৰমিকৰ টকাৰে এচাম শ্ৰমিক নেতাই ৰাজকীয় মৰ্যাদা, আভিজাত্য পদ্ধতিত আধুনিক সভ্য

সমাজৰ জীৱন নিৰ্বাহ্ কৰিব লাগিছে । যুক্তিৰে ফঁহিয়াই চালে দেখা যায় এওঁলোকৰেই প্ৰকৃত অৰ্থনৈতিক চিন্তা আৰু চেতনাৰ সংকটে দেখা দিয়াৰ ফলতেই সাধাৰণ চাহ্ শ্ৰমিকে অনাহাৰত মৃত্যুমুখত পৰিছে । শ্ৰমিক নেতাসকলে সাধাৰণ শ্ৰমিকক অৰ্থনৈতিক সচেতনতাৰ জ্ঞান দিব নোৱাৰাৰ ফলতেই শ্ৰমিকসকলে অধিক দাম দি বজাৰৰ সস্তীয়া বস্তু উপভোগ কৰে । এগিলাচ মদত যিমান টকা খৰচ কৰে স্বাস্থ্যৰ শক্তিদায়ক বস্তু এগিলাচ গাখীৰত সিমান টকা খৰচ কৰিবৰ বাবে কুণ্ঠাবোধ কৰে । শ্ৰমিকৰ লগতে শ্ৰমিক নেতাৰ অৰ্থনৈতিক চিন্তা আৰু দুৰ্বল চেতনাৰ সুবিধা লৈ বুৰ্জোৱা আৰু পুঁজিপতিবিলাকে নিজৰ সুবিধা আদায় কৰাৰ সুযোগ গ্ৰহণ কৰিছে ।

**ৰাজনৈতিক চেতনাৰ সংকট :** বৰ্তমান ভাৰতীয় ৰাজনীতি পৰ্য্যালোচনা কৰিলে দেখা যায় যে ইয়াৰ শাসন ভাৰ কোনোবা পুঁজিপতিৰ দ্বাৰাহে পৰিচালিত । এই পুঁজিবাদী ৰাষ্ট্ৰৰ প্ৰধান লক্ষ্য হৈছে সাধাৰণ শ্ৰমিক শ্ৰেণী । অসমীয়া চাহ্ জনগোষ্ঠীয়ে ৰাজনৈতিকভাৱে, সচেতন নোহোৱাৰ হেতু, পুঁজিপতিৰ হাতত পৰি অভাৱনীভাৱে মৃত্যুমুখত পৰিবলগীয়াত পৰিছে ।

ক্ৰমশঃ শ্ৰমিক সংঘৰ নেতাসকলৰ ৰাজনৈতিক দুৰ্বলতাৰ সুযোগ লৈ এচাম পুঁজিপতিৰ হাতত পৰি ব্যক্তিগত মুনাফাৰ বিনিময়ত নিজৰ স্থিতি, শ্ৰমিকৰ প্ৰতি থকা দায়বদ্ধতা, সাহস আৰু সততা বন্ধকত থৈ নামমাত্ৰ ৰাজনীতিৰ চৰণীয়া পথাৰখনত ভেকোভাওনা কৰি থকা দেখা গৈছে । শ্ৰমিক সংঘ, সংস্থাসমূহৰ নায়ক আৰু দলপতিসকলে আত্মকেন্দ্ৰিকতা, সামাজিক দায়বদ্ধহীন দুৰ্নীতি আৰু চৰকাৰী আৰ্থিক অনুদানৰ লাভৰ আশাত পুঁজিপতিৰ আৰু ৰাজনৈতিক নেতাক নিমন্ত্ৰণ কৰি উলহ-মালহেৰে ফুলৰ মালা, গামোছা, তোৰামোদৰ শৰাই আদি আগবঢ়াই চেতনাবিহীন এমুঠি অন্নৰ কাৰণত বহি থকা শ্ৰমিকৰ হাবিত নীলা শিয়ালৰ ভাও ধৰিছে । এনে কাৰ্য্যকলাপ সংগঠিত হৈছে শ্ৰমিক সকলৰ প্ৰকৃত ৰাজনৈতিক চিন্তাৰ সংকটৰ বাবে ।

চাহ্ জনগোষ্ঠীৰ ৰাজনৈতিক নেতৃত্ব দিয়া ব্যক্তিৰ সংখ্যা বৰ্তমান অতি গৌৰৱৰ পথত । চাহ্ শ্ৰমিকৰ প্ৰতিনিধিয়ে অসমৰ মন্ত্ৰীসভাৰ আসন লাভ কৰাৰ লগতে কেন্দ্ৰীয় মন্ত্ৰীসভাৰ আসনো লাভ কৰিছে । যিসকলৰ আশীৰ্বাদ লৈ ৰাজকীয় মৰ্যাদা লাভ কৰি গৌৰৱান্বিত হৈছে সেই মহান ব্যক্তিসকলে ভোট দি ত্যাগ কৰা শ্ৰমৰ বিনিময়ত ভাতৃ-ভগ্নী, পিতৃ-মাতৃ সুলভ মানুহখিনিক ৰাষ্ট্ৰীয় ঘাই পথৰ কাষত এসাজ বিছিৰি ভাত, মাছ-মাংস, মদ আদি খোৱাই ভোট

দিয়াৰ ঋণ পৰিশোধ কৰিছে । আলোচনা আৰু সমালোচনা কৰি চালে ফলাফল ওলাই এনেয়ে নেতাৰ প্ৰকৃত ৰাজনৈতিক, সামাজিক চেতনাৰ প্ৰশিক্ষণৰ অভাৱ । ৰাজনৈতিক চেতনাবিহীন আৰু সংকটে এটা জনগোষ্ঠীক নিঃশেষ কৰি দিব পাৰে । গতিকে চাহ জনগোষ্ঠীক ৰাজনৈতিকভাৱে সচেতন হোৱাৰ প্ৰশিক্ষণ দিবৰ বাবে শ্ৰমিক নেতা আৰু শিক্ষিত যুৱক চামৰ দায়িত্ব আৰু কৰ্তব্য আহি পৰিছে । প্ৰশিক্ষণৰ সময়ত চাব লাগে যাতে সুবিধাবাদীৰ প্ৰৱেশ ঘটি জনগণৰ সামূহিক শক্তি আৰু ইচ্ছাক বিপথে ধাৱমান কৰাব নোৱাৰে । তাৰ প্ৰতি চকু দিয়াৰ দায়িত্বও হৈছে যুৱ সমাজৰ ।

**শৈক্ষিক সংকট :** শিক্ষাই মানুহৰ আৰ্থ-সামাজিক, নৈতিক, ৰাজনৈতিক আদি জ্ঞানৰ সকলো চেতনাবোধ জগাই তোলে । জাগ্ৰত চেতনাবোধে মানুহক সাহসী, নিৰ্ভীক সমাজৰ প্ৰতি থকা দায়িত্ববোধ , চেতনা, যুক্তিসংগত দাৰ্শনিক চিন্তা গঢ়ি তোলে । শিক্ষাইহে মানুহ আৰু পশুৰ মাজত থকা পাৰ্থক্য দেখুৱাই দিয়ে ।

শিক্ষাৰ ক্ষেত্ৰত চাহ জনগোষ্ঠী এতিয়াও এক শতিকাতকৈয়ো বেছি পিছপৰি আছে । যি সময়ত বিশ্বৰ অন্য জাতিসমূহে আধুনিক শিক্ষাৰে শিক্ষিত হৈ প্ৰতিযোগিতামূলক দৃষ্টিভংগীৰে আগবাঢ়ি গৈ বিজয়ৰ ধ্বজা উৰুৱাইছে ; সেই সময়ত চাহ জনগোষ্ঠী অশান্ত ৰাজনীতিৰ কাৰ্য্যকলাপ, বুৰ্জোৱা শ্ৰেণীৰ শোষণ নীতিত পৰি অনাহাৰত মৃত্যুৰ যন্ত্ৰণা ভুগি আছে । প্ৰকৃত জ্ঞান আৰু শিক্ষাৰে সুস্থ চিন্তাধাৰাক বিভিন্ন কৰ্মৰাজিত নিয়োজিত কৰি আমাৰ যুৱচামে সমাজক উচ্চ শিখৰত তুলিবৰ বাবে সময় আহি পৰিছে ।

তদুপৰি চাহ শ্ৰমিকসকল সামাজিক চিন্তাত সচেতন নোহোৱাৰ ফলতে চাহ বাগিচাবোৰত নামত পঢ়াশালী থাকিলেও এটি সুস্থ শৈক্ষিক বাতাবৰণ সৃষ্টিৰ ক্ষেত্ৰত কিন্তু কৰ্তৃপক্ষক সদায়েই উদাসীন দৃষ্টিভংগী লোৱা দেখা যায় । আৰ্থিকভাৱে জৰ্জৰিত হ'লেও নেতৃত্বৰ অভাৱতেই ছাত্ৰ-ছাত্ৰীসকল স্কুললৈ যোৱাত আগ্ৰহী নহয় । এটা জাতিৰ আৰ্থ-সামাজিক দিশত বিকাশ লাভ কৰিবলৈ হ'লে উপযুক্ত নেতৃত্ব দিয়াৰ লগতে শিক্ষাৰ চেতনা জাগ্ৰত হ'বই লাগিব । শিক্ষা আৰু দায়িত্ববোধ নথকা লোক দেশৰ বোজা স্বৰূপ । তেতিয়াই অন্য জাতিসমূহে অশিক্ষিত, দায়িত্ববিহীন মানুহবোৰক অৱহেলা আৰু ঘৃণাৰ চকুৰে চায় । ফলত হতাশা আৰু নিৰাশাৰে জীৱন নিৰ্বাহ কৰিবলগীয়া হয় । আজি মানুহ কুৰি শতিকাৰ শেষ বিন্দুত উপনীত হ'লেও শিক্ষা আৰু যুক্তি

চেতনাৰ সংকটে চাহ্ জনগোষ্ঠীক আৱৰি ৰখা কু-সংস্কাৰ, অন্ধবিশ্বাসত ডুব গৈ অচিন বেমাৰ-আজাৰত ভুগি জন্তুৰ নিচিনাকৈ মৃত্যুমুখত পৰিছে। চেতনা আৰু শিক্ষাৰ অভাবে খাদ্যৰ ক্ষেত্ৰতো উপযুক্ততা বিচাৰ নকৰাকৈয়ে মানুহে অখাদ্য বস্তু খাই অকৰ্মন্য জীৱন-যাপন কৰিবলগীয়াত পৰিছে।

**সামৰণি :** বৰ্তমান চাহ্ জনগোষ্ঠীৰ স্থিতি, ৰাজনৈতিক, অৰ্থনৈতিক, শিক্ষা আদিৰ সামাজিক চেতনা মৃতপ্ৰায় অৱস্থা। সমাজৰ ঐক্যমত ভাব ইতিমধ্যে বহু টুকুৰাত ভাঙি-ছিঙি গৈছে, তাতে পাৰস্পৰিক সন্দেহ-ঘৃণাৰ বীজাণু মেলিছে ৰাজনৈতিক সুবিধাবাদীয়ে। পুঁজিপতিসকলে শ্ৰমিক আৰু শোষিত জনসাধাৰণৰ মাজত যাতে শ্ৰেণী চেতনা আৰু সংগ্ৰামী ঐক্য গঢ়ি উঠিব নোৱাৰে, সেই উদ্দেশ্যে শ্ৰমিক সংগঠনসমূহক সামাজিক চেতনাবিহীন আৱেগত মতলীয়া কৰি পৰস্পৰৰ মাজত শত্ৰুতা আৰু ঘৃণাৰ ভাব সৃষ্টি কৰি একত্ৰিত সংগ্ৰামত বাধাৰ সৃষ্টি কৰিছে। ❑❑